# সূৰ্য উঠা দেশ

লীনা শৰ্মা




জ্যোতি প্ৰকাশন
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

**SURJA UTHA DESH** : A Assamese novel written by Leena Sarmah and published by Nagen Sarmah on behalf of M/s Jyoti Prakashan, Jaswanta Road, Panbazar, Guwahati -1
First Edition : December, 2009 Price : Rs. 120.00 only

**প্ৰকাশক :**
শ্ৰীনগেন শৰ্মা
জ্যোতি প্ৰকাশন
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

প্ৰথম সংস্কৰণ : ডিচেম্বৰ, ২০০৯

মূল্য : ১২০.০০ টকা

বেটুপাত : মনজিৎ ৰাজখোৱা

**ডি.টি.পি. :**
ময়ূৰ ডেস্কটপ, ডেনিছ ৰোড
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

**মুদ্ৰক :**
ত্ৰিনয়ন গ্ৰাফিক অফ্‌ছেট
উদ্যোগ পাম, বামুণীমৈদাম
গুৱাহাটী-৭৮১ ০২১

# আগকথা

এদিন মোৰ সহকৰ্মী দীপক চাক্‌মাই বহুদিনৰ আগেয়ে 'ইণ্ডিয়ান এক্সপ্ৰেছ' কাকতত প্ৰকাশিত এটা নিবন্ধ মোক দেখুৱাইছিল। তেওঁৰ পিতৃ প্ৰয়াত স্নেহ কুমাৰ চাক্‌মাৰ ওপৰত লিখা এই লিখনিটোৱে আমাৰেই প্ৰতিবেশী ৰাষ্ট্ৰ এখনৰ এটা অংশত সীমাবদ্ধ হৈ থকা চাক্‌মা নামৰ এটা জাতিৰ বিস্তৃত সমস্যাৰাজি সম্পৰ্কে হঠাৎ মোক সচেতন কৰি তুলিলে। ভৰিৰ তলৰ খোপনি হেৰুওৱাৰ এই বেদনা কিমান বিশাল হ'ব পাৰে তাক অনুধাৱন কৰিবলৈ যাওঁতে সমগ্ৰ বিষয়টোৰ গভীৰলৈ যাবলগীয়াত পৰিল। এই সকলোখিনিৰ ফলস্বৰূপে মোৰ কলমৰ আগত সৃষ্টি হ'ল 'সূৰ্য উঠা দেশ।' বহুতো হতাশাৰ মাজত লিপ্ত হৈ থকা ধ্বংসপ্ৰায় এটা জাতি কোনোবা দিনা পৃথিৱীৰ কোনোবা এটা প্ৰান্তত শিৰ তুলি সগৰ্বে থিয় হ'ব বুলি আশা কৰিয়েই মই উপন্যাসখনৰ নাম ৰাখিছোঁ 'সূৰ্য উঠা দেশ'। হতাশাৰ মাজত আশাৰ অংকুৰণহে বহুতো বিপৰীতমুখী শত্ৰুৰ মাজত নিজস্ব সংস্কৃতি, স্বাধীনতা, জীৱন ৰক্ষাৰ অহৰহ সংগ্ৰাম চলাই যোৱা ছট্টগ্ৰাম নিবাসী চাক্‌মা নামৰ সেই ক্ষুদ্ৰ অথচ সাহসী জাতিটোৰ উত্তৰণৰ কামনা এই নামটোত নিহিত হৈ আছে।

চাক্‌মা জাতিৰ সংস্কৃতিৰ ওপৰত অধ্যয়ন কৰিবলৈ যাওঁতে তথ্য-পাতি, কিতাপ আদি দি সহায় কৰিলে দীপক চাক্‌মা আৰু আগৰতলাত সেই সময়ত কৰ্মৰত ৰেল বিভাগৰ কৰ্মচাৰী মুক্তিৰঞ্জন বড়োৱে। দুয়োলৈকে মোৰ আন্তৰিক ধন্যবাদ।

জনপ্ৰিয় কাকত 'প্ৰতিদিন'ৰ দেওবৰীয়া আলোচনী 'সম্ভাৰ'ত ছোৱা ছোৱাকৈ প্ৰকাশ কৰি এই উপন্যাসখনক জনসাধাৰণৰ হৃদয়ৰ ওচৰলৈ চপাই দিয়াৰ প্ৰচেষ্টাৰ বাবে 'প্ৰতিদিন' কাকতৰ সম্পাদক শ্ৰী অজিত কুমাৰ ভূঞাদেৱৰ ওচৰত মই চিৰ-কৃতজ্ঞ। 'প্ৰতিদিন' গোষ্ঠীৰ সকলোলৈকে অশেষ ধন্যবাদ।

মোৰ জীৱনৰ সকলো মুহূৰ্তৰে অংশীদাৰ কুল আৰু মন্‌পাৰ সহযোগ আৰু মৰমৰ ধাৰ শুজিব নোৱাৰোঁ। মা লাৱণ্য দেৱী, বাইদেউ ড° লণু ভট্টাচাৰ্য, দাদা ড° অপূৰ্ব শৰ্মা, ভাইটি উৎপল, মুকুন্দ, বিক্ৰম মোৰ অনুপ্ৰেৰণাৰ উৎস। প্ৰয়াত দেউতা ড° ডিম্বেশ্বৰ শৰ্মাই যেন সকলো সময়তে আশীৰ্বাদৰ নিজৰা বোৱাই আছে।

যিখিনি ক্ষুদ্ৰ সাহিত্য-কৰ্ম এতিয়ালৈকে কৰিছোঁ, সকলোখিনিৰে পাছত থিয় হৈ আছে অসমৰ অগ্ৰণী প্ৰকাশন গোষ্ঠী 'জ্যোতি প্ৰকাশন'। শ্ৰদ্ধেয় নগেন শৰ্মাদেৱক মোৰ সশ্ৰদ্ধ প্ৰণাম। তেখেতৰ সহায় অবিহনে মই চাগে কেতিয়াবাই ওভতনি যাত্ৰা

আৰম্ভ কৰিলোহেঁতেন। এইখিনিতে সুৰেশ শৰ্মা দাদাৰো নাম লব লাগিব। ‘জ্যোতি প্ৰকাশন’ৰ সমূহ কৰ্মীলৈ মোৰ আন্তৰিক ধন্যবাদ।

সদৌ শেষত পাঠকসকলক তেখেতসকলৰ ধৈৰ্য আৰু অনুপ্ৰেৰণাৰ কাৰণে শলাগ ল'লো আৰু কৰযোৰে আশীৰ্বাদ ভিক্ষা কৰিলো। ইতিহাস আৰু কল্পনাৰ সংমিশ্ৰণ এইখন কিতাপক যেন তেখেতসকলে মৰমেৰে আঁকোৱালি লয়।

লীনা শৰ্মা

১ ডিচেম্বৰ, ২০০৯ চন

# [ ১ ]

পূবৰ দিশৰ পৰা ক্ৰমান্বয়ে উঠি অহা কমলাবৰণীয়া বেলিটোৱে পাহাৰৰ ক'লাবোৰৰ ওপৰেদি তাৰ সলজ্জ মুখখন দেখুওৱাৰ এক দুৰ্বল প্ৰচেষ্টা চলাইছে আৰু চৌপাশৰ আকাশখনত বিভিন্ন ৰূপত বিস্তৃত হৈ থকা ধূসৰ বৰণীয়া মেঘবোৰে সচেষ্ট হৈ তেনে এক প্ৰচেষ্টাক প্ৰতিহত কৰাৰ ষড়যন্ত্ৰত যেন টঙালি বান্ধি নামি পৰিছে।

ৰাতি এজাক বৰষুণ ধৰাৰ বুকুলৈ নামিছিল। পানীৰ ভৰত দোঁ খাই থকা গছপাতবোৰৰ লগতে সেমেকা, পিছল মাটিয়ে তেনে এজাক গৰ্বিত বৰষুণৰ আগমনৰ কথাকেই এই সময়ত ঘোষণা কৰিছে। দেউতাকৰ তিতি থকা শ্লিলুমত ধৰি পিছল মাটিত খুপি খুপি আগবঢ়া শাক্যদেৱৰ এই সময়ত প্ৰচণ্ড খং উঠিছে ওলাবলৈ লাজ কৰা সুমথিৰা বেলিটোৰ ওপৰত। কাষৰ থিয় গৰাৰ মাজেৰে তাম বৰণীয়া শিলৰ বুকু ফালি দুষ্ট ছোৱালী এজনীৰ দৰে নাচি নাচি আগবঢ়া ফেনী নদীত ৰঙা বেলিটো জিলিকি উঠাৰ অনুপম দৃশ্যক তধা লাগি চাবলৈ আৰম্ভ কৰোতেই সি পিছল খাই কাঁইটীয়া গছজোপাৰ ওপৰতে পৰিলগৈ। পিন্ধি অহা চোলাটো বোকাৰে লুতুৰি-পুতুৰি হৈ পৰিল। হাত-ভৰিবোৰতো পিছল বোকাবোৰ লাগি ধৰিলেগৈ। চোলাটোত কাঁইটবোৰ সোমাই পৰি এয়া তাৰ দেহৰ সৰ্বত্ৰত আঘাত হানিছে। সি দেউতাকৰ মুখলৈ চালে। এনেই এনেধৰণৰ অমনোযোগিতাত খঙত তিঙিৰি-তুলা হৈ পৰা দেউতাকৰ মুখত আজি খঙৰ ৰেশ নাই। তেওঁ তাক আথে-বেথে মাটিৰ পৰা তুলিহে আনিছে। সি নদীৰ বুকুত অলপ আগতে জিলিকি উঠা বেলিটোলৈ চালে। নাই বেলিটোৰ কোনো চিন-মোকাম নাই। পাহাৰৰ ওপৰেদি ওলাওঁ - নোলাওঁকৈ উঠি অহা বেলিটো কিছুমান কজলা মেঘৰ আঁৰত লুকাই পৰিছে। দুষ্ট বেলিটোৱে তাৰ এই দশা কৰি এতিয়া মুখ লুকাবলৈ বিচাৰিছে! বাহ্‌বাই তাক সুধিছে— তুই গম আগচ? সি দেউতাকক আশ্বস্ত কৰিবলৈ বিচাৰিছে— মুইহ্ গম আঘং।

আজিৰ এনেকুৱা এটা পবিত্ৰ দিনত সি বাহ্‌বাক অশান্তি দিব নোৱাৰে। তাৰ হাতত আগদিনাই দেউতাকে গুঁজি দিয়া তিনিবৰণীয়া পতাকাখনো যে গৈ সৌৱা কাঁইটীয়া গছজোপাৰ কাঁইটবোৰত হাত-ভৰি কোঁচাই বহি পৰিছে। পতাকাখনে দুখ পোৱা কথাটোৱেও তাক আঘাত দিছে আৰু মুখ লুকাই লুকাই ক্ৰমান্বয়ে আকাশৰ বুকুলৈ আগবঢ়া বেলিটোৰ ওপৰত শাক্যদেৱৰ খঙো সমানুপাতিক হাৰত বৃদ্ধি পাইছে। ইতিমধ্যে মানুহবোৰ যথেষ্টখিনি আগবাঢ়িয়েই গ'ল। দেউতাকে তাক দাঙি কান্ধৰ ওপৰত বহুৱাই লৈ আগবাঢ়ি যোৱা সমদলটোৰ লগত খোজ মিলাবলৈ যত্নৰ হ'ল। গোটেই নিশা টাকৰ সুৰে সুৰে মানুহখিনিয়ে উভ'গীত গাই গাই ভাগৰ পলুৱাবলৈ চেষ্টা কৰিলেও এতিয়া সকলোৰে মুখত ক্লান্তিৰ চিন। কিন্তু খোজৰ বেগত যতি পৰা নাই।

হাতত পতাকা লৈ পিছল বাটেৰে কোবাকুবিকৈ গৈ থকা সমদলটোৰ 'ভাৰত মাতাৰ

জয়', 'ছট্টগ্ৰাম পাৰ্বত্য এলেকাৰ জয়' ধ্বনিৰ লগত সুৰ মিলাবলৈ গৈ অলপ দূৰৈত কাঁইটীয়া গছৰ খোঁচত ক্ষত-বিক্ষত হ'বলৈ এৰি থৈ অহা পতাকাখনত চকু পৰি শাক্যদেৱৰ ডিঙিৰ পৰা এক কান্দোনৰ সুৰহে বাহিৰ হৈ আহিল। পতাকাখনৰ দুৰ্দশা হয়তো দেউতাকৰো দৃষ্টিগোচৰ হৈছে। কিন্তু থমকি ৰ'বলৈ তেওঁৰ যে সময় নাই। কাহিলি পুৱাতেই ৰঙামাটিৰ জিলা উপায়ুক্তৰ কাৰ্যালয়ৰ সন্মুখত পতাকা উত্তোলন কৰাৰ কথা। মাজনিশা কিছুমান মানুহে গৈ জিলা উপায়ুক্ত জি এল হাইদক টোপনিৰ পৰা উঠাইছিল।

— ছিটাগং পাৰ্বত্য অঞ্চল ভাৰতবৰ্ষৰ অন্তৰ্গত হৈছেনে? টোপনিৰ আৱেশত থকা হাইদ চাহাবে চকু-মুখ মোহাৰি কৈ উঠিছিল— নিশ্চয় হৈছে।

— এতিয়া নিশা বাৰ বাজিছে আৰু আমাৰ স্বাধীনতা আৰম্ভ হৈছে। আমি এতিয়া আমাৰ দেশৰ জাতীয় পতাকা আপোনাৰ কাৰ্যালয়-চৌহদত উত্তোলন কৰিব পাৰিমনে? নেহৰুৱে চাগৈ ইতিমধ্যে সংসদত শপত গ্ৰহণ কৰিলেই।

স্নেহ কুমাৰ চাক্‌মা নামৰ ডেকা ল'ৰাটোৰ চকু দুটা উত্তেজনাত তিৰবিৰাই উঠিছে। হাইদ চাহাবৰ টোপনিৰ আৱেষ্টনীত থকা দৃষ্টিৰ পৰাও সেই তিৰবিৰণি সাৰি যোৱা নাই— আমি ব্ৰিটিছবোৰে নিশাৰ অন্ধকাৰত কেতিয়াও পতাকা উত্তোলন নকৰো। অন্ধকাৰত পতাকা উঠোৱা কাৰ্যক আমি পতাকাৰ প্ৰতি অশ্ৰদ্ধা বুলি গণ্য কৰো। কাইলৈ পুৱাই আহিবা। আমি ত্ৰিৰংগ পতাকাক চেলুট জনাই লগে-ভাগে চাহ-মিঠাই খাম।

হাইদ চাহাবে কণ্ঠৰ পৰা টোপনিৰ জড়তা দলিয়াই পেলাবলৈ চেষ্টা চলাইছে। ল'ৰাটোৰ চকু-মুখৰ পৰা নিগৰি অহা সংক্ৰামক উত্তেজনাই এইজন মানুহকো স্পৰ্শ কৰি গৈছে।

মানুহবোৰ নিশাটোৰ বাবে আঁতৰি পৰিলেও পুৱতি নিশা পুনৰ তেওঁলোক একে ঠাইতে লগ লাগিছেহি। আজিৰ এই নিশাটো কাল ঘুমটিত নিমজ্জিত হোৱাৰ নিশাতো নহয়। স্বাধীনতাৰ বতাহজাকে দেহ-মনত শিহৰণ তোলা কিছুমান বিশেষ মুহূৰ্তৰ উপভোগৰ আনন্দত উজাগৰে থকাৰ বাবেই এই নিশাৰ জন্ম আৰু সমগ্ৰ ভাৰতবৰ্ষই 'নিয়তিৰ লগত যাত্ৰা' আৰম্ভ কৰাৰ মুহূৰ্তত ছট্টগ্ৰাম পাৰ্বত্য এলেকাৰ এই তিনি লাখ অধিবাসীয়েও এই নতুন যাত্ৰাৰ লগত খোজ মিলোৱাৰ প্ৰচেষ্টাত নামি পৰিছে।

শাক্যদেৱৰ চকুৰ পৰা ধীৰে ধীৰে ফেনী নদীখন আঁতৰি পৰিছে। দেউতাকে তাক কিছুদিন আগতে কৈছিল কেনেকৈ ফেনী নদীখন নাচি নাচি গৈ কৰ্ণফুলি নৈত পৰিছে আৰু কৰ্ণফুলি গৈ বংগোপসাগৰত মিলিত হৈছে। শাক্যদেৱৰ মনটো আনন্দ আৰু উত্তেজনাত ৰাই-জাই কৰি উঠিছিল। সাগৰখন হেনো বৰ ডাঙৰ। সি যদি ফেনীৰ বুকুত নিজকে এৰি দিয়ে, এদিন হয়তো সি সাগৰ নামৰ অতি বৃহৎ জলখণ্ড পাবগৈ আৰু তাৰ পৰা মহাসাগৰ নামৰ তাতোকৈও ডাঙৰ জলাশয়ো সি চাগে পাই যাব। স্নেহ কাক্কাই দেউতাকক এইবোৰ কথাৰ ভু দিয়ে আৰু দেউতাকে তাক কথাবোৰ কৈ যায়। শাক্যদেৱে প্ৰায়েই ৰাতি সাগৰৰ সপোন দেখে। সি ওফন্দি অহা পানী কিছুমানৰ ওপৰেৰে ওপঙি গৈছে, বগা স্ফটিকৰ নিচিনা পানী, ওপৰৰ পৰা বৰষুণৰ টোপাল, তাৰ কাষে কাষে

বহুতো জলকুঁৱৰী, সিহঁতেও সাঁতুৰিছে, পানীৰ তলত সিহঁতৰ স্ফটিক-মহল। জলকুঁৱৰীয়ে ফুচফুচাই তাৰ কাণত কয়— গুচি আহা আমাৰ ওচৰলৈ। কি ধুনীয়া আমাৰ ৰাজমহল। আমাৰ লগত খেলিবা আৰু খেলিবা ৰং-বিৰঙৰ মাছবোৰৰ লগত। সি কয়— ওঁহো নেযাওঁ। ফুৰিবলৈ আহিম। কিন্তু কৌখালিগ্ৰামৰ আমাৰ বাঁহৰ ঘৰটো এৰি মই ক'লৈকো থাকিবলৈ নাযাওঁ। 'নেযাওঁ নেযাওঁ' বুলি মুখে মুখে ভোৰভোৰাই সি এটা সময়ত সাৰ পাই যায় আৰু মাকৰ পিননত ধৰি কুঁচিমুচি মাকৰ বুকুৰ ভিতৰলৈ সোমাই যায়। টোপনিৰ আবেশত থকা মাকেও তাক আলফুলে সাবটি লয়। সি পুনৰ টোপনিত ঢলি পৰে।

—হৈয়া! বাপেকে স্নেহ কাক্কাক দূৰৈত দেখি চিঞৰি উঠিল। স্নেহ কাক্কায়ো প্ৰতি সম্ভাষণ জনালে— হৈয়া। তেওঁৰ মাততো উল্লাসৰ শব্দ।

— তোমাৰ কাৰণেই ৰখি আছিলো কামিনী। তুমি বয়োজ্যেষ্ঠ আৰু জ্ঞানৰ ভঁৰাল। স্বাধীন ভাৰতৰ পতাকা ছিটাগং পাৰ্বত্য এলেকাৰ ভূমিত উত্তোলন কৰাৰ দায়িত্ব তোমাৰ হাতত। আমি মাজনিশা পতাকা উঠাবলৈ যাওঁতে তুমি আহি পোৱাহি নাছিলা। এতিয়া আহিলা যেতিয়া...

বাপেকে শাক্যদেৱক কান্ধৰ পৰা নমাই দি গাটো পোন কৰি থিয় হ'ল। তেওঁ খঙৰ এক মিছা সুৰ উলিয়াই স্নেহ চাকমাক চিঞৰি চিঞৰি কৈ উঠিল— ফেনী নদীৰ পৰা চাংগু নৈলৈকে, নিজামপুৰৰ পৰা কুকি পাহাৰলৈকে তুমি আমাৰ চাকমাইঁতৰ অদ্বিতীয় নেতা। পতাকা উত্তালন কৰাৰ গুৰু দায়িত্ব আজি তোমাৰ।

কামিনী দেৱানৰ ওখ, ডাঙৰ চেহেৰাৰ কাষত চুটি, চাপৰ স্নেহ চাকমাক এটা অকণমানি ল'ৰা যেনেই লাগিছে। গোল, চকলীয়া মুখখনৰ পৰা একপ্ৰকাৰ জ্যোতি যেন নিৰ্গত হৈছে। মুখত উত্তেজনাৰ চিহ্ন থাকিলেও শংকাৰ চিন-মোকাম নাই। যোৱা কিছুদিন ধৰি ছিটাগং পাৰ্বত্য এলেকাৰ সকলো ঠাইতে ঘূৰি-পকি স্নেহ চাকমাই মানুহবোৰক আহিবলগীয়া স্বাধীনতাৰ কাহিনী শুনাইছে।

— ব্ৰিটিছে এই দেশখন এৰি নিজ দেশলৈ ঘূৰি যাব। দেশখন দুভাগ হ'ব। মুছলমান ধৰ্মৰ মানুহবোৰ যাব পাকিস্তানলৈ আৰু বাকীবোৰ থাকিব ভাৰতত। যিসকল মুছলমানে ভাৰতত থাকিবলৈ বিচাৰিব, তেওঁলোকো ভাৰততেই থাকিব পাৰিব। আমাৰ ইয়াত ৯৭ শতাংশ মানুহ বৌদ্ধ ধৰ্মাৱলম্বী। গতিকে আমি ভাৰতৰ লগতেই থাকিম। আমি স্বাধীন হ'ম। মানুহবোৰে অবাক হৈ কথাবোৰ শুনিছে।

শাক্যই তাঁতশালত ৰং-চঙীয়া পিনন বৈ থকা মাকক আবদাৰ কৰি সোধে— মা, স্বাধীনতাটো কি বস্তু? মাকে কাপোৰ বোৱাৰ পৰা মূৰ নোতোলাকৈয়ে লোদোৰ-পোদোৰ সাত বছৰীয়া ল'ৰাটোৰ এহাতেৰে গালে-মুখে হাত বোলাই কৈ উঠে— জানো! তোৰ দেউতাৰেহে জানিব এইডৰাৰ কথা। সৌ পাহাৰৰ থিয় গৰাৰ সিটো দিশত ধান খেতি এডৰা লগাইছো। এইবাৰ সেইবোৰ চেহেৰা ভাল দেখা নাই। একেৰাহে সাত বছৰ একেখিনি ঠাইতে খেতি কৰাৰ বাবেই চাগে তেনে হৈছে। ম'হজনীৰ পোৱালিটোও মৰিল। ঘৰৰ

বেৰবোৰত ফাট মেলিছে। বাঁহকেইডালমান বাৰীৰ পৰা আনিব লাগিব। মোৰ চিন্তাৰ জানো অন্ত আছে? পতাকা উঠাবলৈ হেনো তোৰ বাহ্বা ৰঙামাটিলৈ যাব। তেওঁৰ বাবেও নতুন লেচাৰকানি এখন বোৱাৰ কথা ভাবি আছো। ইমান ডাঙৰ পৰ্ব। সদায় পিন্ধা গাঞ্জা কানিৰে কেনেকৈ কাম চলিব?

— পতাকা উঠালে কি হ'ব?

— কিবা ভাল হ'ব চাগে! মই নাজানো। তোৰ বাহ্বা আৰু তোৰ স্নেহ কাক্কাই ভাল হ'ব বুলি কৈছে যেতিয়া ভালেই হ'ব

আজি চাৰিওফালে ইমান মানুহ। গোটেই পথাৰখন দেখোন মানুহেৰে ঠাহ খাই পৰিছে। মাক আহিব পৰাহেঁতেন কিমান ভাল পালেহেঁতেন। কিন্তু মাকে যে সিহঁত আহিবৰ পৰত শুকুৱা ধান অলপ উৰালত বানিবলৈ উলিয়াই লৈছিল। সমগ্ৰ কৌখালিগ্ৰামৰ মানুহ যেতিয়া যোৱাকালি পুৱা কাঙলৈ বুলি ৰাওনা হৈছিল, তেতিয়াও মাক ওলাই আহিব পৰা নাছিল। ঠাগুৰে কাঙত চাকি জ্বলাই সিংহাসনত বহি থকা সোণবৰণীয়া বুদ্ধ-মূৰ্তিৰ ওচৰত মূৰ দোঁৱাই কিবাকিবি ভোৰভোৰাইছিল। সেইখিনি মুহূৰ্ততো মাকৰ অনুপস্থিতিৰ কথা উপলব্ধি কৰিছিল। তাৰ আগতে নদীৰ কাষৰ মুকলি ঠাই এডোখৰলৈ ভেড়া ছাগলীটো টানি টানি লৈ অহা হৈছিল আৰু গ্ৰামৰ ওঝাই তেওঁৰ হাতৰ প্ৰকাণ্ড মেচি দাখনেৰে ছাগলীটোৰ ডিঙি দুফাল কৰিছিল। শাক্যদেৱে তাৰ চকুযুৰি মুদি দিছিল কিবা এক নাম নজনা ভয়ত নতুবা দুখত। প্ৰায় প্ৰতিটো দেওবাৰে সি মাকৰ লগত কাঙলৈ আহে। মাকৰ হাতত ঘৰৰ কুকুৰা বা পাৰ চৰাই। বাঁহৰ খাঙৰ ভিতৰত থকা চৰাইটোৱে অস্থিৰ হৈ গা-মূৰ জোকাৰি চিঞৰে। ওঝাৰ দাৰ এটা কোবতে ডিঙি আৰু দেহা পৃথক হৈ পৰাৰ পাচতো কেতিয়াবা কেতিয়াবা মূৰবিহীন দেহাটো বিসদৃশ হিচাপে কাঠৰ মজিয়াখনত জোকাৰি জোকাৰি কিছু দূৰলৈ আঁতৰি যায়। সেই পূজাৰ পাচত মাকে কাঙৰ বাহিৰৰ চৌহদ আৱৰি থকা দবাবোৰত দেহৰ সমস্ত শক্তিৰে কোব মাৰি এটা সময়ত বুদ্ধমূৰ্তিৰ সন্মুখত বহি পৰেগৈ।

— তুমি বুদ্ধদেৱৰ ওচৰত কি বিচাৰা মা?

— ভাল ধানৰ এটা ফচল, কাম কৰি যোৱাৰ বাবে শক্তি, তহঁতৰ নিৰোগী দেহা। তোৰ বাহ্বাৰ ঘৰৰ কামৰ কাৰণে সময় নাই। তেওঁ দেশৰ কামত লাগি আছে। সৰহখিনি সময় তেওঁ ৰঙামাটিতে কটায়। ৰাজবাৰীতো তেওঁৰ বহুল কাম। খাজনা তোলা, খাজনাৰ হিচাপ ৰখা, ৰজাৰ লগত কথা-বতৰা পতা। কাচিৎহে তেওঁ গ্ৰাম আৰু বাৰীলৈ আহিব পাৰে। আহিলেও যাবৰ বাবে লৰালৰি।

যোৱাকালি কাঙৰ পৰা ঘূৰি অহাৰ পাচত মাকে বাঁহৰ চুঙাকেইটামান কলপাতত মেৰিয়াই অন্য টোপোলাৰ লগত বান্ধি দিলে। পুৱাৰ পৰা বাঁহৰ চুঙাৰ ভিতৰত ভাত, কুকুৰাৰ মাংস, আলু আৰু মছন্দৰী শাক মিহলাই সেই চুঙাক চোতালত ধৰা জুইৰ উত্তাপত সিজিবলৈ দিয়াৰ কামত মাক ব্যস্ত। লগত ভাপত দিয়া চাউলৰ পিঠাৰে এটা

টোপোলা। গ্রামৰ অন্যবিলাক মহিলাই গিৰিয়েকৰ লগত দোৰা-চ্যুনিৰে পৰিপূৰ্ণ চুঙাও বান্ধি দিছে। শাক্যৰ বাহ্বাৰ লাওপানী স্পৰ্শ কৰাৰ অভ্যাস নাই। সেয়ে তেওঁ টেকেলিত পানী ভৰাই লগত লৈ লৈছে। গ্রামৰ ডেকা ল'ৰাৰ দলটোৱে গধুৰ টোপোলাবোৰ কঢ়িওৱাৰ দায়িত্ব নিজেই মূৰপাতি লৈ সমদলৰ আটাইতকৈ আগত খৰখোজেৰে আগবাঢ়ি গৈছে। কামিনী দেৱানে বছৰটোৰ সৰহভাগ সময় ৰঙামাটি আৰু ৰাজাবাৰীত কটালেও তেওঁ কৌখালিগাঁৱৰ অঘোষিত নেতা। তেওঁৰ স্কুলীয়া শিক্ষা নাই, কিন্তু নজনা কথা জানিবৰ বাবে আছে তেওঁৰ এক সুতীব্ৰ জ্ঞান-স্পৃহা আৰু এক বহল দৃষ্টিভংগী। নিজৰ চেষ্টাতে বঙালী আৰু ইংৰাজী ভাষা আয়ত্ত কৰি তেওঁৰ চৌদিশে কি ঘটি আছে সেই বিষয়ে বুজিবলৈ যত্নপৰ হয়। তেওঁক লগ দিয়ে তেওঁ কেতিয়াবা তানগিয়া আৰু কেতিয়াবা বন বুলি মতা ভাতৃসদৃশ স্নেহ কুমাৰ চাকমাই।

স্নেহ চাকমাক পতাকা উত্তোলন কৰাৰ দায়িত্ব সকলোৱে মিলি অৰ্পণ কৰিছে। যেতিয়া ভাৰতবৰ্ষক দ্বিখণ্ডিত কৰাৰ উদ্দেশেৰে ৰেডক্লিফ কনফাৰেন্স পতাৰ পৰিকল্পনা ৰাজহুৱা কৰা হৈছিল, তেতিয়াই ছট্টগ্রামৰ বুকুলৈ স্বাধীনতা আনিবৰ বাবে ছিটাগং পাৰ্বত্য জন সমিতি গঠন কৰি স্নেহ চাকমাক পঠিওৱা হৈছিল জৱাহৰলাল নেহৰু আৰু চৰ্দাৰ বল্লভভাই পেটেলৰ ওচৰলৈ। উদ্দেশ্য আছিল ভাৰতৰ সাৰ্বভৌমত্বৰ ভিতৰত ছট্টগ্রাম পাৰ্বত্য এলেকাৰ অন্তৰ্ভুক্তি নিশ্চিত কৰা। ছিমলাত অনুষ্ঠিত ৰেডক্লিফ কনফাৰেন্সত স্নেহ কুমাৰ চাকমাই উদাত্ত কণ্ঠেৰে তুলিছিল ভাৰতক মাতৃভূমি হিচাপে গ্রহণ কৰাৰ সপোনক বাস্তৱত ৰূপায়িত কৰাৰ দাবী। মৌলানা আবুল কালাম আজাদে স্নেহক সমৰ্থন কৰি সকলো জনপ্রতিনিধিৰ সন্মুখত ঘোষণা কৰিছিল যে এটা ধৰ্মৰ ভিত্তিত গঢ়িবলৈ ওলোৱা পাকিস্তানত বৌদ্ধ ধৰ্মাৱলম্বী চাকমাসকলৰ ভৱিষ্যৎ সুৰক্ষিত নহ'ব আৰু কংগ্রেছে ধৰ্মনিৰপেক্ষ ভাৰতত ছট্টগ্রাম পাৰ্বত্য এলেকাৰ অন্তৰ্ভুক্তিৰ দাবী সৰ্বান্তকৰণেৰে সমৰ্থন কৰে।

কথাবোৰ এই মুহূৰ্তত স্নেহ চাকমাৰো একাদিক্ৰমে মনলৈ আহিছে। শংকাত দুৰু দুৰুকৈ কঁপি থকা হৃদপিণ্ডৰ স্পন্দনৰ শব্দ তেওঁৰ নিজৰ কাণতেই প্ৰচণ্ড জোৰত বাজি উঠিছে। ছট্টগ্রামৰ ভূমিত ভাৰতৰ পতাকা উৰুৱাৰ মুহূৰ্ত সমাগত। কিন্তু দিল্লী আৰু ইংলেণ্ডৰ ক্ষমতাৰ দৰবৰাত কি সিদ্ধান্ত লোৱা হৈছে তাক লৈ তেওঁ সন্দিহান। বংগ সীমা আয়োগ ১৯৪৭ চনৰ জুন মাহত গঠন কৰাৰ পাচত ছাৰ চিৰিল ৰেডক্লিফৰ অধ্যক্ষতাত অনুষ্ঠিত এই আয়োগৰ সভাত ছট্টগ্রামৰ পৰা সাক্ষ্য প্রদানৰ উদ্দেশেৰে স্নেহ চাকমা কলিকতাত উপস্থিত হৈ ১৯ জুলাই, ১৯৪৭ৰ দিনা সম্পূৰ্ণ একান্নবৈ মিনিটৰ বাবে এই ৫,০০০ বৰ্গ মাইল এলেকা কিয় ভাৰতৰ সীমাৰ ভিতৰলৈ আহিব লাগে তাৰ ওপৰত যুক্তি আগবঢ়াইছিল। কংগ্রেছ আৰু হিন্দু মহাসভাই ৰেডক্লিফ আয়োগৰ ওচৰত দাখিল কৰা বিস্তৃত প্রতিবেদনত ছট্টগ্রাম পাৰ্বত্য এলেকাৰ নাম লক্ষণীয়ভাৱে এবাৰৰ বাবেও উল্লিখিত হোৱা নাই। ক'লৈ গ'ল পণ্ডিত নেহৰু আৰু আবুল কালাম আজাদৰ বহু আকাংক্ষিত, প্রতীক্ষিত বহু সমৰ্থন? প্রথম দিনাই মুছলিম লীগৰ পৰা নিয়োগ কৰা

দুই অধিবক্তাই আয়োগৰ দুই সদস্য আৰু চাকমাসকলৰ আশা-আকাংক্ষাৰ প্ৰতি সহানুভূতিশীল চাৰু বিশ্বাস আৰু বিজন মুখাৰ্জীৰ লগত তুমুল বাক-সংঘৰ্ষত লিপ্ত হৈছিল। নিশ্চুপ আছিল হিন্দুত্বৰ উগ্ৰ সমৰ্থক শ্যামা প্ৰসাদ মুখাৰ্জী আৰু কংগ্ৰেছৰ ৰাজেন্দ্ৰ প্ৰসাদ। ভিক্টোৰিয়া মেম'ৰিয়েল হলৰ প্ৰৱেশপথৰ পৰা অলপ ভিতৰলৈ সোমাই গৈ অস্থায়ীভাৱে ঠিকঠাক কৰি কোঠাৰ ৰূপত সজাই উলিওৱা স্থানত থিয় হৈ স্নেহ চাকমা ছট্টগ্ৰামৰ প্ৰতি দেখুওৱা ভাৰতৰ মূল ভূমি খণ্ডৰ এক বিশ্বাসঘাতকতাত সেইদিনা হতবাক হৈ পৰিছিল।

আয়োগৰ শুনানিৰ বাবে প্ৰথম শাৰীত বহি থকা শ্যামা প্ৰসাদ মুখাৰ্জীৰ ওচৰলৈ তেওঁ খৰখোজেৰে আগবাঢ়ি গৈ তেওঁৰ চকুত চকু মিলাই ক্ষুব্ধ কণ্ঠেৰে প্ৰশ্ন কৰিছিল— আপোনালোক সকলো আমাৰ ভৱিষ্যতৰ প্ৰশ্নত ইমান নিমাত কিয়? এটা ধৰ্মত বিশ্বাস কৰা এখন ৰাষ্ট্ৰৰ হাতত আমাৰ নিচিনা নিৰীহবোৰক এৰি দি ৰং চোৱাৰ কোনো যুক্তিযুক্ততা মই দেখিবলৈ পোৱা নাই। শ্যামা প্ৰসাদ মুখাৰ্জীয়ে কোমল মাতেৰে উত্তৰ দিছিল— ডেকা ল'ৰা, তুমি নাভাবিবা, মই নিৰুদ্বেগ বুলি। তোমালোকৰ সুৰক্ষাৰ বাবে এজন বিচক্ষণ উকীলক মাতি আনিছো। তেওঁ তোমালোকৰ হৈ আয়োগৰ ওচৰত প্ৰতিবেদন দাখিল কৰিব আৰু প্ৰয়োজন সাপেক্ষে যুক্তিও দাঙি ধৰিব। তেৰোঁ তোমাৰ নিচিনা ডেকা মানুহ আৰু তোমাৰ নিচিনাই খঙাল।

শ্যামা প্ৰসাদ মুখাৰ্জী থিয় হৈ গাটোত এঙামুৰি দি স্নেহ চাকমাৰ লগত ভিক্টোৰিয় মেম'ৰিয়েল হলৰ বাহিৰৰ সেউজ ঘাঁহনিডৰালৈ ওলাই আহিল। তেওঁৰ দুচকুত চিন্তিত দৃষ্টি— ছট্টগ্ৰাম পাৰ্বত্য এলেকা কোনোদিন বংগদেশৰ অংগ নাছিল। ১৯০০ চনতেই ইংৰাজে ইয়াক পৃথক এলেকা হিচাপে ঘোষণা কৰিছিল। এতিয়া বংগ সীমা আয়োগৰ বিচাৰাধীন কৰি ছট্টগ্ৰামৰ প্ৰতি এক ভীষণ অন্যায় কৰিবলৈ ওলোৱা হৈছে। শেষ মুহূৰ্তৰ এনে এক সিদ্ধান্তৰ বাবে আমি প্ৰস্তুত নাছিলো। তথাপিও...

কলিকতাত ধৰ্মীয় সংঘৰ্ষৰ জুইকুৰা তেতিয়াও জ্বলিয়েই আছে। চাৰিওফালে এক গোমা পৰিবেশ, মানুহৰ চকুৰ ভীত, সন্ত্ৰস্ত দৃষ্টি। আগদিনা যাদৱপুৰত হোৱা এক সংঘৰ্ষত তেজৰ নৈ বৈ গৈছিল, চৌপাশৰ জুপুৰিবোৰ পুৰি চাৰখাৰ হৈ গৈছিল। স্নেহ চাকমা থকা সৰু হোটেলখনৰ দুৱাৰ-খিৰিকী বন্ধ কৰি মালিক ইন্দ্ৰজিত গাংগুলীয়ে কৈছিল— কলিকতাত জুই জ্বলিছে। ৰাতি দুৱাৰত আঘাত কৰিলে দুৱাৰ নুখুলিব। চাৰিওফালৰ বস্তি এলেকাবোৰ জুইত ছাই হৈ গৈছে। আজি এটা সৰু ল'ৰা দৌৰি দৌৰি আহি আমাৰ হোটেলখনত সোমাইছেহি। হিন্দু নে মুছলমান নাজানো। ৰান্ধনীঘৰতে থাকিবলৈ দিছো। *মোৰ বাৰীত তাৰ বয়সৰ ল'ৰা এটা আছে। ল'ৰাটোৰ প্ৰতি মোৰ এনে এক মায়া উপজিছে যে তাক বচোৱাতো মোৰ কৰ্তব্য বুলি মোৰ হিয়াখনে কৈ উঠিছে। নাম সোধা নাই। মুছলমান নাম শুনিলে কৰবাত খোকোজা লাগিবও পাৰে আৰু ক'ব নোৱাৰাকৈ* মই অমানুহ হৈয়ো যাব পাৰো।

এতিয়া শ্যামা প্ৰসাদ মুখাৰ্জীয়েও কলিকতাত জ্বলি থকা জুইকুৰাৰ কথা উলিয়াইছে।

তেওঁৰ চকুতো উদাস দৃষ্টি— যত দোষ কংগ্ৰেছৰে। জিন্না সদায় চাহাবী ঢঙত থকা, সুৰাপ্ৰিয় মুছলমান। তেওঁ ইমান গোড়া নহয় যে দুই ধৰ্মৰ মানুহে একেলগে থকিব নোবাৰে বুলি এক অদ্ভুত সূত্ৰ উলিয়াই তাত খামুচি ধৰি বহি থাকিব। কিন্তু তেওঁক গান্ধীয়ে পাত্তা দিবলৈ নিবিচাৰিলে। নিজৰ পোষ্য-পুত্ৰ নেহৰুক সিংহাসনত বহুৱালে। জিন্না আৰু সুভাষ বসুৰ নিচিনা দুজনকৈ যোগ্য মানুহক নাপাত্তা কৰাৰ ফলশ্ৰুতিয়েই এই দেশ বিভাজন। ছাৰ চিৰিল ৰেডক্লিফক পঠিওৱা হৈছে দেশ বিভাজনৰ সূত্ৰ নিৰ্ধাৰণ কৰিবলৈ। ২৭ জুনৰ পাচবেলা লৰ্ড চেঞ্চেলৰৰ কোঠালৈ যেতিয়া ৰেডক্লিফ চাহাবক মাতি ভাৰত বিভাজনৰ খচৰা প্ৰস্তুত কৰিবলৈ কোৱা হ'ল তেতিয়া ভাৰতৰ মাটিত কেতিয়াও পদাৰ্পণ নকৰা ৰেডক্লিফে ভাৰতৰ মানচিত্ৰ হাতত তুলি প্ৰায় চিঞৰি উঠিছিল— হে ঈশ্বৰ, ৮৮ নিযুত মানুহ আৰু ১ লাখ ৭৫ হেজাৰ বৰ্গমাইল এলেকা! এইখন দেখোন এখন মহাদেশ। এমুঠিমান ব্ৰিটিছে কেনেকৈ ইমান এখন বিয়াগোম দেশ ২০০ বছৰ ধৰি শাসন কৰি আছিলে?

উত্তৰ সহজ ডেকাল'ৰা। উত্তৰ আমাৰ সকলোৰে জিভাৰ আগত— Divide and Rule। ভাগ ভাগ কৰি দমন কৰাৰ কুটিল নীতি— এতিয়াও আমাক ভাগ কৰি থৈ ইহঁতবোৰ যাবগৈ। আমাৰ বিয়াগোম নেতাবোৰেও ইহঁতৰ গানৰ লয়ত নাচিবলৈ লৈছে।

## [২]

সিদিনা ভিক্টোৰিয়া মেম'ৰিয়েল হলৰ সন্মুখৰ সেউজ ঘাঁহৰ দলিচাত বহি শ্যামা প্ৰসাদ মুখাৰ্জীয়ে বহুতো কথা স্নেহ কুমাৰ চাকমাক কৈছিল— এটা সময়ত এখন অখণ্ড ভাৰতৰ সপোন দেখিছিলো মই। কিন্তু চাৰিওফালৰ ধ্বংসৰ জুই প্ৰত্যক্ষ কৰি এতিয়া ভাবিছো দুটা পৃথক গোষ্ঠীৰ ধাৰণাৰ যি বিষবৃক্ষ আমাৰ মনস্তত্ত্বত সোমাই পৰিল তাক উভালি পেলোৱাটো সহজ নহয়। ভাৰত বিভাজনৰ বিকল্প এতিয়া নাই। কিন্তু কোনোদিন ভাৰতৰ মাটিত ভৰি নিদিয়া, ভাৰত সম্পৰ্কে মনত সামান্যতমো ধাৰণা নথকা অনুভূতিবিহীন ৰেডক্লিফ চাহাবক এই জটিল কাম সম্পন্ন কৰিবলৈ পঠিওৱাটোত আমি বুজি উঠিছো যে কোনোমতে ততাতৈয়াকৈ কামফেৰা কৰি গুচি যোৱাটোৱেই ব্ৰিটিছৰ উদ্দেশ্য। সূক্ষ্ম চিন্তাৰে পৰ্যবেক্ষণ কৰাৰ ইচ্ছা সিহঁতৰ নাই।

নিমখ আৰু জালুকৰ ৰঙৰ মোচকোচা সোঁহাতেৰে মোহাৰি চিন্তাক্লিষ্ট দৃষ্টিৰে সুদূৰ দিগন্তলৈ চাই তেওঁ নিজক কোৱাদি কৈ থাকিল— সুভাষ বসুৰ ককায়েক শৰৎ চন্দ্ৰ বসুৰ নাম শুনিছানে তুমি? লগ পালে ভাল পাবা। সংস্কৃতিবান লোক। তেওঁ আৰু বংগৰ প্ৰধানমন্ত্ৰী হুছেইন শ্বহীন চুহৰাৱাৰ্ডিয়ে এখন অখণ্ডিত স্বাধীন বংগৰ পৰিকল্পনা কৰিছে। চুহৰাৱাৰ্ডিৰ মতে বঙালী এনেকুৱা এটা জাতি যাৰ বিভাজন হ'বই নোৱাৰে। কলিকতাৰ বহুতো লোকে এনে এটা পৰিকল্পনাক সমৰ্থনো কৰিছে। শৰৎ চন্দ্ৰ বসুৰ নিচিনা এজন নিকা অন্তৰৰ মানুহে চুহৰাৱাৰ্ডিৰ বিকৃত পৰিকল্পনাক বুজিবলৈ চাগৈ সমৰ্থ হোৱা নাই। পাকিস্তানৰ জন্ম ঘটাবলৈ বহুতো ঠাইত মুছলিম লীগে Direct Action ঘোষণা কৰিছিল; কিন্তু ই ৰক্তাক্ত হ'ল অকল কলিকতাত য'ত চুহৰাৱাৰ্ডিয়ে শাসনভাৰ চলাই আছে। বঙালী অনুভূতিৰ গইনা লৈ এই মানুহটোৱে পাকিস্তানৰ কাৰণে এখন বৃহৎ বংগ উলিয়াই লোৱাৰ কামত হাতে-কামে নামি পৰাৰ কথা বহুতেই বুজিব নোৱাৰাটোৱেই স্বাভাৱিক। পশ্চিমবংগ, পূব বংগ, আছামক সামৰি এই বৃহৎ বংগ। আছামৰ গোপীনাথ বৰদলৈ মোৰ ওচৰলৈ দৌৰি আহিছে আৰু আমি এনে এটা কুঅভিসন্ধিকৰ প্ৰতিহত কৰিবলৈ দিনে-ৰাতিয়ে ব্যস্ত হৈ পৰিছো।

তেওঁ চোলাৰ জেপৰ পৰা ৰুমাল এখন উলিয়াই মুখৰ ঘাম মচি পেলালে। শ্যাম বৰণীয়া সুন্দৰ মুখখনত সদায় জিলিকি থকা হাঁহিটোৰ পৰিবৰ্তে আজি বহুতো মলিনতাৰ পয়োভৰ। ক্লেদাক্ত ৰাজনীতিয়ে তেওঁক হয়তো হতাশাৰে বুৰাই পেলাইছে। স্বাধীনতাৰ ৰাজনীতি, বিভাজনৰ ৰাজনীতি আৰু তাৰ গ্ৰাসত পৰা আৰ্তজনৰ জীৱনক লৈ খেলা ৰাজনীতি।

— বংগৰ চিন্তা কৰিলে, পঞ্জাবৰ কথা ভাবিলে, আছামৰ কাৰণেও গোপী বৰদলৈৰ লগত কথা পাতিলে, কিন্তু ছট্টগ্ৰামৰ কথা আপুনি একেবাৰেই পাহৰি গ'ল। নিৰীহ

চাকমাইঁতক ধৰ্মান্ধ ৰাষ্ট্ৰখনৰ হাতত সমৰ্পণ কৰিবলৈ ওলাল। হিন্দু মহাসভাৰ প্ৰতিবেদনত ছট্টগ্ৰামৰ নামপৰ্যন্ত উল্লেখ কৰা হোৱা নাই।

— আমাৰ ভুল হৈ গ'ল স্নেহ। আমাৰ প্ৰতিবেদনৰ সংশোধন এতিয়া আয়োগে গ্ৰহণ নকৰিব। তোমালোকৰ বাবে এখন সুকীয়া প্ৰতিবেদন তোমালোকেই প্ৰস্তুত কৰিব লাগিব। সৌৱা তোমালোকৰ উকীল অপূৰ্বধন চট্টোপাধ্যায় আহি আছে। বৰ চোকা বুদ্ধিৰ উকীল তেওঁ।

স্নেহ চাকমা নীৰৱ হৈ আছে। ডাঙৰ-দীঘল চেহেৰাৰ, আকৰ্ষণীয় ব্যক্তিত্বৰ অধিকাৰী শ্যামা প্ৰসাদ মুখাৰ্জীক তেওঁ আগতে এবাৰ কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য পদত কাৰ্যনিৰ্বাহ কৰাৰ সময়ত লগ পাইছিল। কিন্তু এইজন এজন সম্পূৰ্ণ বেলেগ মানুহ। স্বাধীনতাৰ লগত একেলগে উজাই অহা বহুতো প্ৰশ্নৰ মুখামুখি হ'বলৈ প্ৰস্তুত হোৱা এজন মানুহ। স্নেহ চাকমাৰ কান্ধতো এতিয়া এসোপামান বোজাৰ ভৰ। তিনি লাখ মানুহৰ জীৱনৰ প্ৰশ্ন, ভৱিষ্যতৰ প্ৰশ্নক হাতত মুঠিৰ ভৰাই আনি তেওঁ আহি উপস্থিত হৈছেহি ইষ্ট ইণ্ডিয়া কোম্পানীৰ এসময়ৰ কেন্দ্ৰস্থান আৰু বৰ্তমানৰ ভাৰতৰ আধুনিক চিন্তাৰ পৃষ্ঠভূমি কলিকতা মহানগৰীত। ৯৭ শতাংশ বৌদ্ধ ধৰ্মাবলম্বী লোকৰ বাসভূমি ছট্টগ্ৰাম পাৰ্বত্য এলেকাক ধৰ্মনিৰপেক্ষ ভাৰতৰ লগত সংলগ্ন ৰখাৰ চিন্তাত স্নেহ কুমাৰ চাকমা নামৰ এইজন শিক্ষিত, উজ্জ্বল ব্যক্তিত্বৰ যুৱক বৰ্তমান বিভোৰ।— Indian Independence Actৰ যি খচৰা মোৰ হাতত পৰিছে সেইমতেতো ছট্টগ্ৰাম ভাৰতৰ ভিতৰতে পৰিছে। এই ৰেডক্লিফ আয়োগ বোলা বস্তুটো উলিয়াই আমাৰ যতবোৰ সমস্যাৰ সৃষ্টি কৰি পেলালে।

অপূৰ্বধন চট্টোপাধ্যায় নামৰ উকীলজন আহি তেওঁলোকৰ ওচৰতে বহি পৰিলহি— দিল্লীৰ খবৰ শুনিছেনে? গান্ধীজী বোলে মাউন্টবেটেনৰ তালৈ গৈছিল তেওঁক স্বাধীন ভাৰতৰ গৱৰ্ণৰ জেনেৰেল হিচাপে কিছুদিন কাম চলাই যোৱাৰ বাবে আমন্ত্ৰণ জনাবলৈ। গৈ হেনো ক'লে— আপুনি আমাৰ লগত স্বাধীন ভাৰতত কিছুদিন কটালে আমি ভাল পাম। কিন্তু আপুনি বৰ্তমান বসবাস কৰি থকা ৰাইছিনা হিলছৰ এই বৃহৎ বাংলাটো পিচে এৰিব লাগিব। ইমান বৃহৎ ঘৰ আমাৰ স্বাধীন ভাৰতৰ কোনো কৰ্মকৰ্তাৰেই প্ৰয়োজন নাই। এইটো ঘৰ হাস্পতাল হ'লে কতখিনি মানুহে একেলগে থাকি চিকিৎসা গ্ৰহণ কৰিব পাৰিব! তেওঁৰ কথা শুনি মাউন্টবেটেনে হেনো একো নামাতিলে মিচিকিয়াই হাঁহিলে।

— কথা ওলাইছেই যেতিয়া এতিয়া মাউন্টবেটেনৰ কথাও শুনা। পালানপুৰ নবাবৰ পত্নী চাহিবা বেগম মাউন্টবেটেনৰ হেনো বিশিষ্ট বন্ধু। তেওঁক Highness উপাধি দিবলৈ মাউন্টবেটেন উঠি-পৰি লাগিছে। স্বাধীন ভাৰত হোৱাৰ আগে আগে সেইফেৰা কাম নিজ পত্নীৰ অজ্ঞাতে কৰি পেলাব। নেহৰুৰ লগত নিজে নিবিড় বন্ধুত্ব ৰাখিলেও এডুইনা হেনো স্বামীৰ ক্ষেত্ৰত বৰ হেঁচা মাৰি ধৰি থকা বিধৰ মহিলা। চাহিবা বেগমক তেওঁ চকু পাৰিও দেখিব নোৱাৰে।

আৰু এটা মজাৰ খবৰ! ভাৰত আৰু পাকিস্তানৰ মাজত সম্পত্তিৰ ভাগ-বাটোৱাৰা

কৰিবৰ বাবে চৌধুৰী মোহাম্মদ আলী আৰু এইচ এম পেটেল নামৰ দুজন উকীলক ইংৰাজ চৰকাৰে নিযুক্তি দিছিল। সীমাই ঠিক হোৱা নাই, বেচেৰাইঁতে সম্পত্তিৰ ভাগ কৰে ক'ৰপৰা? চৰ্দাৰ পেটেলে দুয়োটাকে ধৰি আনি নিজৰ শোৱনি-কোঠাত সুমুৱাই বাহিৰৰ পৰা তলা লগাই দিলে। কিমান দিন সোমাই থাকিব? ভাৰতে আশী শতাংশ আৰু পাকিস্তানে বিশ শতাংশ পাব বুলি সিদ্ধান্ত লোৱাৰ পাচতহে সিহঁতহালৰ মুক্তি সম্ভৱপৰ হ'ল।

শ্যামা প্ৰসাদ মুখাৰ্জীয়ে নিজৰ কথাত নিজেই হাঁহিত বাগৰি পৰিছে। অপূৰ্বধন আৰু স্নেহ চাকমায়ো তেওঁৰ লগত হাঁহিত যোগদান কৰিছে।

— চাৰিওফালে ইমান গোমা পৰিবেশ। কটাকটি-মৰামৰি। হঁহাৰ অকণমান সুবিধা পালে তাক এৰিব নালাগে বুইছা। এতিয়া আচল কথালৈ অহা যাওক। অপূৰ্বধন, তুমি আৰু স্নেহ মিলি ছট্টগ্ৰামৰ কাৰণে এখন প্ৰতিবেদন প্ৰস্তুত কৰা আৰু ১৯ জুলাইত কি কি বিষয় লৈ স্নেহই যুক্তি-তৰ্ক কৰিব তাৰো এক খচৰা বনাই পেলোৱা।

১৯ জুলাইৰ দিনা যেতিয়া ছট্টগ্ৰামক লৈ বাক-বিতণ্ডাৰ সূচনা হ'ল, তেতিয়া ছাৰ চিৰিল ৰেডক্লিফ কলিকতাৰ উত্তপ্ত পৰিবেশৰ পৰা উধাও হৈ দিল্লীত খোপনি পুতিছেগৈ। অপূৰ্বধন চট্টোপাধ্যায়ে প্ৰস্তুত কৰা প্ৰতিবেদনৰ ভিত্তিত স্নেহ কুমাৰ চাকমাই সম্পূৰ্ণ ৯১ মিনিট ছট্টগ্ৰাম কিয় ভাৰতৰ সীমাৰ ভিতৰত অন্তৰ্ভুক্ত হ'ব লাগে তাৰ ওপৰত যুক্তি-তৰ্ক আগবঢ়াওঁতে তাক শুনিবলৈ ৰেডক্লিফ চাহাব আছিল লক্ষণীয়ভাৱে অনুপস্থিত।

—১৯৩৫ চনৰ ভাৰত শাসন আইনমতে ছট্টগ্ৰাম পাৰ্বত্য এলেকাক Excluded Areaৰ মৰ্যাদা দিয়া হৈছে য'ত বংগৰ কোনো আধিপত্য নাই আৰু আমাৰ জনগোষ্ঠীবোৰে নিজৰ সাংস্কৃতিক আৰু ধৰ্মীয় পৰম্পৰা অক্ষুণ্ণ ৰাখি জীৱনযাত্ৰা চলাই নিব পাৰিছো। এতিয়া হঠাৎ বংগ বিভাজনৰ লগত আমাক একেলগ কৰাৰ কোনো অৰ্থ মই বিচাৰি নাপাওঁ। উত্তৰ-পূব ভাৰতৰ লগত আমাৰ উমৈহতীয়া সীমা থকাৰ বাবেও ভৌগোলিকভাৱে ভাৰতৰ এক অঞ্চল হিচাপে স্বীকৃতি দিয়াত কোনো প্ৰাকৃতিক বাধা আহিব নোৱাৰে। তদুপৰি আমি বৌদ্ধ ধৰ্মাৱলম্বী আৰু ইছলামধৰ্মীৰ বাবে সৃষ্টি কৰা পাকিস্তানতকৈ ধৰ্মনিৰপেক্ষ ভাৰতত বৌদ্ধ ধৰ্মাৱলম্বী আমাৰ ৯৭ শতাংশ অধিবাসীৰে অধ্যুষিত ছট্টগ্ৰাম পাৰ্বত্য এলেকাক অন্তৰ্ভুক্ত কৰাটো অধিক যুক্তিসংগত হ'ব।...

নিজৰ যুক্তি শেষ কৰি যেতিয়া তেওঁ বাহিৰলৈ ওলাই আহিছিল তেতিয়া পশ্চিমৰ আকাশত ৰাঙলী বেলিয়ে ওখ ওখ দালানৰ আঁৰত লুকাই পৰিবলৈ আৰম্ভ কৰিছিল। অ'ত-ত'ত জ্বলি উঠা লেম্পৰ আভাই লাহে লাহে নামি অহা কজলা আন্ধাৰখিনিক প্ৰতিহত কৰাৰ প্ৰচেষ্টা কৰি হয়তো হাৰ মানিবলৈও উদ্যত হৈছে। স্নেহ চাকমাৰ মনত পৰিছিল সুদূৰ পৰাগত এৰি অহা ৰঙামাটি আৰু নিজৰ গাঁও কুঞ্জপুত্ৰলৈ। ৰঙামাটিৰ পৰা কিছু নিলগত অৱস্থিত কুঞ্জপুত্ৰৰ এটা পঁজাঘৰত তেওঁৰ নৱবিবাহিতা গৰ্ভৱতী পত্নী ললিতা হয়তো এতিয়া অকলশৰে বহি আকাশত এটা-দুটাকৈ ওলাবলৈ ধৰা তৰালৈ চাই চাই তেওঁক মনত পেলাইছে। কিমান দিন যে দেখা নাই মৰমৰ আজলী ললিতাক!

শেষবাৰ যেতিয়া তেওঁ তাইক লগ পাইছিল, শেষবাৰ যেতিয়া দুৱাৰডলিত থিয় হৈ তাই তেওঁক চকুপানীৰে বিদায় জনাইছিল, তেওঁৰ এক অহেতুক খং উঠিছিল তাইৰ ওপৰত। 'এই পেনপেননিবোৰ বন্ধ কৰা' বুলি ডবিয়াই উঠি তেওঁ এবাৰো পাচৰফালে মূৰ নুঘূৰাই ওখোৰা-মোখোৰা, এচলীয়া ৰাস্তাৰে গপগপাই গুচি গৈছিল। খং উঠিছিল তেওঁৰ, ভীষণ খং উঠিছিল। হঠাৎ বেয়া খবৰটো আহিছিল। বংগ সীমা আয়োগ গঠনৰ খবৰ, ৰেডক্লিফ বোলা ডেকা চাহাব এজন আহি কলিকতাত বাহৰ পাতি বংগৰ বিভাজন ভাৰত আৰু পাকিস্তানৰ মাজত কৰিবলৈ ওলোৱাৰ খবৰ দুদিন আগতেহে ৰঙামাটি পাইছিলহি।

চাকমা ৰাজা নলিনাক্ষ ৰায়ে তেওঁক মাতি পঠিয়াইছিল। ৰাজাবাৰীত গৈ উপস্থিত হোৱাৰ লগে লগে চৌহদৰ সুবিশাল দুৱাৰ খুলি তেওঁক ভিতৰলৈ আগবঢ়াই লৈ গৈছিল নলিনাক্ষ ৰায়ৰ চেমনীয়া পুত্ৰ ত্ৰিদিব ৰায়ে। দাৰ্জিলিঙৰ কোনোবা স্কুলৰ হোষ্টেলত থাকি পঢ়ি থকা ত্ৰিদিবৰ মুখত মলিনতাৰ চিন। 'পিতা, আপোনাৰ কাৰণেই ৰৈ আছে। যোৱা নিশা ছিটাগঙৰ পৰা আহি পোৱা কাকতত খবৰটো আহিছে যে আমাৰ ঠাইখন ভাৰতলৈ আহিব নে পাকিস্তানলৈ যাব তাৰ কোনো সিদ্ধান্ত এতিয়ালৈকে হোৱা নাই। কিন্তু দুদিনমানৰ ভিতৰতে হেনো সিদ্ধান্ত লোৱা হ'ব। খবৰটো শুনি তেখেত যোৱা নিশা শুব পৰা নাই।' চাকমা সিংহাসনৰ উত্তৰাধিকাৰী, লক্ষজনৰ চকুৰ মণি ত্ৰিদিবৰ উদ্বিগ্নতাত স্নেহ চাকমা বিচলিত। সমনীয়াৰ লগত খেলি থকাৰ বয়স এতিয়া এইটো কিশোৰৰ। কিন্তু দেশৰ সংকটৰ মুহূৰ্তত ল'ৰাটোৰ সাময়িক চপলতাবোৰ যেন ক'ৰবাত হেৰাই গৈছে।

ৰাজাবাৰীৰ প্ৰাসাদৰ আৰ্হি কলিকতাৰ কোনোবা স্থপতিবিদৰ; অন্তৰ্ভাগত বাঁহৰ বহুতো কাৰুকাৰ্য, বাহিৰভাগত ৰঙা শিলৰ এক ওখোৰা-মোখোৰা প্ৰলেপ, মজিয়াত বগা আৰু ক'লা মাৰ্বলৰ কিছুমান খণ্ডচিত্ৰ। প্ৰাসাদৰ বৈঠকখানাৰ দুৱাৰত সোণালী বৰণৰ মাজে মাজে ড্ৰেগন আৰু পদুম ফুলৰ ৰঙীণ চিত্ৰ। বৈঠকখানাৰ খোৱা দুৱাৰেদি ত্ৰিদেৱে তেওঁক বাট দেখুৱাই লৈ গৈছিল।

বৈঠকখানাৰ লগতে সংলগ্ন এটুকুৰা সামান্য তললৈ নামি যোৱা এলেকাত ৰজা নলিনাক্ষ ৰায়ে পত্নী বেনিতা ৰায়ৰ লগত পিং পং খেলাত ব্যস্ত। চাৰিকোণীয়া সেউজীয়া টেবুলখনৰ ওপৰত পোহৰ পৰাকৈ চাৰিটা স্বচ্ছ আয়নাৰ চাকি। ৰাণীৰ দেহত এখন পাটৰ বুটা বছা শাৰী, সেউজীয়া ৰঙৰ, পিং পং টেবুলৰ লগত মিলি পৰা এক মোহনীয় ৰং। স্নেহ চাকমা ত্ৰিদিবৰ লগত সোমাই অহাৰ লগে লগে ৰাজা চাহাবে হাতৰ পৰা পিং পং বলটো দলিয়াই তেওঁৰ ফালে আগুৱাই আহিল— খবৰবোৰ শুনিছানে স্নেহ?

ওখ, ডাঙৰ, সতেজ চেহেৰাৰ মানুহজনৰ মুখ আজি বিমৰ্ষ। তেওঁৰ দেহত জিলিকি থকা মুগা বৰণৰ পাটৰ কুৰ্তা আৰু বগা পায়জামা, ডিঙিত ওলমি থকা ডাঠ সোণৰ চেইন, হাত শুৱনি কৰি থকা সোণৰ চেইনৰ ডাঙৰ ঘড়ী আদিয়ে আজি তেওঁৰ শুকান হৈ থকা মুখখন পোহৰাই তুলিব পৰা নাই।

—১৯ জুলাইত ছট্টগ্ৰামৰ ভৱিষ্যৎ লৈ ৰেডক্লিফ আয়োগত আলোচনা চলিব। আমি

খবৰ পালো যোৱাকালি আৰু তাকো বাতৰি কাকতৰ যোগেদি। তুমি কলিকতালৈ যাব লাগিব। আজিয়েই যদি ছট্টগ্রাম হৈ সাগৰেদি কলিকতালৈ যোৱাগৈ তেতিয়া হয়তো সময়ত উপস্থিত হ'বও পাৰা। আমাৰ হাতত সময়ৰ বৰ অভাৱ।

ছট্টগ্রাম বন্দৰত উপস্থিত হোৱাৰ পাচত দেখিবলৈ পাইছিল বন্দৰ প্রায় শূন্য। কলিকতাত হোৱা মৰামৰি-কটাকটিৰ কাহিনীয়ে ভীতিৰ সঞ্চাৰ কৰাৰ মুহূৰ্তত মানুহ আৰু বয়-বস্তু কঢ়িওৱা জাহাজবোৰৰ যাত্রা বন্ধ হৈ পৰাৰ উপক্রম ঘটিছে। শূন্য তটৰেখাত স্নেহ চাকমা আৰু তেওঁৰ সতীৰ্থকেইজনমান দিনমণি চাকমা, ইন্দ্ৰমণি চাকমা, মুকুৰ তালুকদাৰ, কামিনী দেৱান। এজন তাম বৰণীয়া লোকে উদং দেহাৰে বালিৰ ওপৰত বহি দুপৰীয়াৰ সেই উৎকট গৰমত গান জুৰিছে— জেনখুলি গীত— আৰাকান পাহাৰত চাকমা ৰাজা আৰুণযুগে তেওঁ পেটৰ নাড়ী-ভুৰু দেহৰ পৰা বাহিৰলৈ উলিয়াই এটা সৰোবৰৰ পানীত ধুইছে। তেওঁৰ পত্নীয়ে এজোপা গছৰ আঁৰত লুকাই ৰজাৰ এই বীভৎস কাণ্ড প্রত্যক্ষ কৰি এটা সময়ত ভয়ত চিঞৰি উঠিছে। উন্মাদ ৰাজাই ৰাণীক সেই মুহূৰ্ততে টেটু চেপি হত্যা কৰি মৃতদেহটো পানীত পেলাই দিছে। নৃশংস ৰাজাৰ ওপৰত প্রজাবোৰৰ এনেয়ে বৰ খং। প্রজাবোৰে মিলি ৰাজাকো হত্যা কৰিছে। তাৰ পাচত সকলোৱে গতি কৰিছে আৰাকানৰ পশ্চিমলৈ, ছিটাগঙৰ বুকুলৈ। সেউজীয়াৰ মাজে মাজে কৰা এই যাত্ৰাত এহাল ল'ৰা-ছোৱালীৰ মাজত গঢ় লৈ উঠিছে প্ৰেম। ছোৱালীজনীয়ে কাতৰ মাতেৰে কৈছে—

মাঘে ফাগুনে ফিলে হিন  
পে ক্যাও জগাৰে চিং চিং চিং  
মা-বাপে পালেৰ কায়াব্যাও দিন  
সাদৰ-লাংগ্য পালেৰ চিৰ দিন।

মাঘ আৰু ফাগুনৰ তুষাৰ পাতৰ মাজত চৰাইবোৰৰ চিং চিং শব্দ। মই জানো যে মোৰ মা-দেউতাই মোক বহু দিন নেচায়। কিন্তু তুমি মোক সাদৰেৰে চিৰদিনৰ বাবে চাবা।

মানুহজনৰ গানৰ সুৰ অতি মধুৰ। মুগ্ধ হৈ তেওঁলোক চাৰিওজন মানুহজনৰ দিনত বালিৰ ওপৰেৰে আগবাঢ়ি গৈছে। হঠাৎ সাগৰৰ এটা ঢৌ ওফন্দি আহি চাৰিওজনৰে ভৰি স্পৰ্শ কৰিলেহি। পানীৰ স্পৰ্শত চাৰিওজনে 'ফু-ফু' বুলি চেপা মাতেৰে চিঞৰি উঠিল আৰু চাৰিওজনৰে মাতৰ শব্দ এটা লয়ত মিলিত হৈ গ'ল। তেওঁলোকে ইজনে-সিজনৰ মুখলৈ চালে আৰু খুকখুকাই হাঁহি উঠিল। কৰ্ণফুলি বা ফেনী বা গ্রামৰ নিজৰাৰ পানীত ভৰি পৰিলে ফু-ফু বুলি অমংগল আঁতৰোৱাৰ এই নিয়মক অজানিতভাৱে সমূহীয়াভাৱে বংগোপসাগৰৰ তীৰলৈকো তেওঁলোকে আমদানি কৰি পেলোৱাক লৈ হাঁহি উঠাটোৱেই স্বাভাবিক। হাঁহিৰ শব্দত জেনখুলি মালিতা গাই মগ্ন হৈ থকা তামবৰণীয়া মানুহজন ভিজি থকা বালিৰপৰা খকমককৈ উঠি বহিল।

— তুমি ক'ৰ?

ইন্দ্ৰমণি চাকমাই মানুহজনক সুধিলে।

মানুহজনে বিশাল সাগৰলৈ আঙুলি টোঁৱালে— সৌ তাৰ।

সাগৰৰ বুকুৰেদি ছট্টগ্ৰামলৈ অহা মানুহ।

— তুমি আমাৰ গান ক'ত শিকিলা।

এইবাৰ মানুহজনে সাগৰৰ বিপৰীত দিশলৈ আঙুলিয়াই দেখুৱালে। বন্দৰত, চহৰত নতুবা পাহাৰী এলেকাত।

— আমি কলিকতালৈ যাব খুজিছো। কোনো জাহাজ আদি পোৱা যাবনে?

মানুহটোৱে উত্তৰ দিশলৈ আঙুলি টোঁৱালে। বহু আঁতৰত এক ক'লা বিন্দু। হয়তো জাহাজ। ধীৰে ধীৰে বিন্দুটোৰ আকৃতি বাঢ়ি আহিছে, চাৰিকোণীয়া ৰূপ ধাৰণ কৰিছে, কঁপি কঁপি উৰি যোৱা কিছুমান কজলা ধোঁৱা। সন্ধিয়া পৰত যেতিয়া জাহাজখন যাবলৈ সাজু হ'ল জাপানী কেপ্টেইনজনৰ মুখখন ভাৱলেশহীন। তৰ্জনী আঙুলি থিয় কৰি তেওঁ কিবা এটা বিৰবিৰাই আছে। সাগৰৰ পাৰত লগ পোৱা মানুহজন, যি এতিয়া সম্পূৰ্ণ খালাচীৰ বেশত, সিহঁতৰ ফাললৈ আগুৱাই আহি বাঙালী ভাষাত কৈ উঠিল— অকল এজন। এক্কুৱা মানুচ। জাহাজখন বয়-বস্তুৰে ঠাহ খাই আছে। মানুহৰ কাৰণে ঠায়েই নাই। কেপ্টেইনে এজনক নিব। তহঁতৰ কিবা ডাঙৰ দিগদাৰি হৈছে বুলি মই কোৱাৰ পাচতহে মানিছে। কোনটো যাবি ক।

কিবা ভাবিবলৈ লোৱাৰ আগতেই বাকী তিনিজনৰ হাতৰ স্পৰ্শ স্নেহ চাকমাই নিজৰ হাতত অনুভৱ কৰিছে— তুমি যোৱা। তেওঁৰ কাণত তেতিয়াও বাজি আছে— এক্কুৱা মানুচ। অকল এজন মানুহ। কেনেকৈ যাব অকলে? ইমান গুৰুদায়িত্ব কান্ধত লৈ? তেওঁ প্ৰায় চিঞৰি উঠিল— নহয়, নহ'ব। তাম বৰণীয়া খালাচীজনে তেওঁক প্ৰায় ঠেলি নিয়াদি কেপ্টেইনৰ আগত হাজিৰ কৰিলেগৈ। কেপ্টেইনৰ দৃষ্টি তেওঁৰ দেহৰ ওপৰেদি বাগৰি গৈছে। চকু-মুখত অসন্তুষ্টিৰ স্পষ্ট ছবি। তেওঁ বাৰে বাৰে পুবা-পশ্চিমাকৈ মূৰ জোকাৰিছে আৰু তাম বৰণীয়া খালাচীজনে জাহাজৰ গৰ্জন কৰি থকা ইঞ্জিনৰ শব্দক তল পেলাবলৈ উৰ্ধ্বস্বৰত কিবাকিবি কৈ পেলাইছে।

— তোৰ এই সৰু চেহেৰাৰে বয়-বস্তুবোৰ কঢ়িওৱা কাম কৰিব নোৱাৰিবি বুলি কেপ্টেইনে ভয় কৰিছে। মই কৈছো তই পাৰিবি। পাহাৰত কাঠৰ কিবা ডাঙৰ কুণ্ডা তই অকলে দাঙ বুলি মই আসৈ মাতিছো। কলিকতা গৈ ওলালে দেখা যাব। এতিয়া বনুৱাৰ সেউজীয়া কাপোৰ পোছাক এযোৰকে পিন্ধি ল।

চলি যোৱা জাহাজখনৰ পৰা স্নেহ চাকমাৰ চকুত ধূসৰ হৈ পৰা বন্দৰ চহৰখনে এক অনন্য ৰূপত ধৰা দিছেহি। সাগৰৰ দাঁতিত থিয় হৈ থকা তেওঁৰ সতীৰ্থ তিনিজনৰ অৱয়ব ক্ৰমান্বয়ে ক্ষুদ্ৰৰ পৰা ক্ষুদ্ৰতৰ হৈ এক বিন্দুত পৰিণত হৈছে আৰু ছট্টগ্ৰাম নামৰ এক বৃহৎ কলেৱৰৰ মাজত বিলীন হৈ পৰিছে। স্নেহ চাকমাই তেওঁৰ কান্ধত ওলমি থকা ৰঙীণ 'খোলিয়া'ৰ পৰা তামোল-পাণ উলিয়াই চিন্তাক্লিষ্টভাৱেৰে মুখত ভৰাইছে।

## [৩]

এতিয়াও ভিক্টোৰিয়া মেম'ৰিয়েল হলৰ সন্মুখত থিয় হৈ চিন্তাৰ সেই কলীয়া ডাৱৰ আঁতৰাবলৈ চেষ্টা কৰি তেওঁ ভাগৰি পৰিছে। ললিতাৰ স্ফীত পেট, তেওঁৰ আহিবলগীয়া পোনাকণ আৰু লগতে তেওঁৰ মাতৃভূমিলৈ আহিবলগীয়া স্বাধীনতাৰ এক মিশ্ৰ চিন্তাৰ সমদল এতিয়া তেওঁৰ মন আৰু মগজুৰ ভিতৰত। তেওঁ ওলাই অহাৰ সময়ত ঘৰৰ ভিতৰত সকলো বস্তু অবিন্যস্ত অৱস্থাত পৰি আছিল। 'আপুনি সম্ভৱ এটা ভাল কামৰ কাৰণে ওলাইছে। ৰাজাই যেতিয়া মাতি পঠিয়াইছে, কিবা ভাল কামেই হ'ব। আজি দিনটোৰ কাৰণে সৰা-মোচা আৰু কাপোৰ ধোৱা বন্ধ। মই গা ধোওঁতে আজি মূৰটোও নোধোওঁ।

স্নেহ চাকমাৰ হাঁহি উঠিছিল। কিছুমান লোকবিশ্বাস তেওঁ নামানে। আজলী ললিতাই সকলো কথাই পাচে বিনাবাক্যব্যয়ে মানি লয়। আচলতে তেওঁলোকৰ সমাজৰ সকলো মানুহেই এইবোৰ বিশ্বাস দ্বিধাহীনভাৱে গ্ৰহণ কৰে। কিমান সৰল চাকমা সমাজখন আৰু কিমান জটিলতাহীন তেওঁলোকৰ এই ভিত্তিহীন বিশ্বাসবোৰ! ললিতাৰ আঁঠুৰ তললৈ পৰা চুলিটাৰিক লৈ জানো কমখন বিড়ম্বনা হৈছিল! স্নেহৰ খুৰীয়েকে ললিতাক অন্য ফালৰ পৰা পছন্দই কৰিছিল। কিন্তু আঁঠুৰ তললৈ অহা চুলি যে কুলক্ষণৰ চিন! স্নেহই জুম খেতিৰ পৰত পছন্দ কৰা ললিতাক খুজিবলৈ স্নেহৰ খুৰাক আৰু খুৰীয়েক গৈছিল এক সুৰাৰ বটল লৈ। পাচৰ বাৰ গৈছিল সুৰা আৰু চাউলেৰে বনোৱা পিঠা লৈ। তৃতীয়বাৰত আছিল আৰু কিছু খোৱাবস্তু। তৃতীয়বাৰ খুৰীয়েকে কইনাঘৰত চুলিখিনিৰ কথা উলিয়াইছিল। ললিতাৰ চকুৰ পৰা বাগৰিছিল পাৰাপাৰহীন চকুপানীৰ ধল। বৰ মৰমৰ এই ঘন ক'লা, দীঘল চুলিটাৰি তাইৰ।

ঘূৰি অহাৰ পাচত খুৰীয়েকে স্নেহক কৈছিল— বাপা, তিনপুৰ হৈ গ'ল। এতিয়া চুলি নেকাটিলেও কুলক্ষণীয়া ছোৱালীজনীক আনিব লাগিব। নহ'লে পঞ্চায়তে আমাৰ ওপৰত বৰ ডাঙৰ অংকৰ লাজভৰ জাপি দিব। আমিতো আ-অলংকাৰৰ লগতে ডাঙৰ বৰা-গাহৰি এটা দাবাৰ হিচাপমতে দিয়াৰ কথা। তিনপুৰৰ পাচত বিয়া ভাঙিবলৈ গ'লে লাজভৰৰ হিচাপো চাগে বৰ ডাঙৰেই হ'ব।

বিয়াৰ গধূলি যেতিয়া তেওঁৰ বাওঁহাতে বহা ললিতাই সকলোৰে সন্মুখত তেওঁৰ মুখত ভাত, সিজোৱা কণী আৰু তামোল-পাণ ভৰাই দিছিল, তাইৰ ধুনীয়া মুখখন সলাজ আভাৰে উজ্জ্বলি উঠিছিল। সকলোৱে মিলি তাইক জোকাইছিল আৰু দৰা-কইনাৰ মাজত বান্ধি থোৱা বগা তৈল কাপোৰখন ঢিলাকৈ বন্ধাৰ উদ্দেশ্যে ওঝাই দুয়োকো থিয় হ'বলৈ

কোবাৰ লগে লগে তাই হঠাৎ থিয় হ'বলৈ গৈ উজুটি খাই স্নেহৰ গাতে ঢলি পৰিছিল। সেই সময়তে তাইৰ ওখ, কলডিলৰ আৰ্হিৰ খোপাটোও সুলকি পৰি কৃষ্ণক'লা চুলিখিনি এটা দুষ্ট নিজৰাৰ দৰে নাচি নাচি তাইৰ ৰংচঙীয়া ৰঙা খাদীৰ ওপৰেদি বাগৰি আহিছিল। চুলিখিনি কঁকালৰ তলত, আঁঠুৰ বহু ওপৰত আহি বৈ গৈছিলহি। স্নেহৰ চকুৰ লগত খুৰীয়েকৰ চকু মিলিত হৈ পৰিছিল। খুৰীয়েকৰ চকুত স্বস্তিৰ স্পষ্ট চিহ্ন। স্নেহৰ চকুত দুষ্টালিৰ হাঁহি।

ওজাই বনৰীয়া কুকুৰা এটা দাৰে কাটি কুকুৰাটোৰ মুখৰ পৰা জিভাখন হাতেৰে আঁজুৰি উলিয়াইছিল। ওজাৰ চকুৰ আগত জিভাখন; তেওঁৰ সোঁহাতত ওলমি আছে ৰঙা, ক্ষুদ্ৰ সেইখন জিভা আৰু তেওঁৰ মুখত অলেখ শব্দৰ বিৰবিৰণি।

— ভৱিষ্যদ্বাণীয়ে কি কয় ওঝাদেউ? মোৰ বন্ধু স্নেহৰ বিবাহিত জীৱন সুখময় হ'বনে?

বিয়াত দৰাৰ সবালা হিচাপে কাম কৰা ইন্দ্ৰমণি চাকমাই উদ্বিগ্নচিত্তে ওঝাক সুধিছে। ওঝাই তেওঁৰ দৃষ্টি আঁতৰ নকৰাকৈয়ে ধীৰ সুৰেৰে কৈ উঠিছে— পতি-পত্নীৰ মাজত ভাল বুজাবুজি হ'ব, মৰম অটুট থাকিব, পত্নীয়ে স্বামীক শ্ৰদ্ধা-ভক্তি কৰিব।

— প্ৰথম সন্তান কি হ'ব।

এইবাৰ খুৰীয়েকৰ প্ৰশ্ন। মাকৰ অবিহনে নিজ মাতৃৰ দৰে ডাঙৰ-দীঘল কৰা খুৰীয়েকো সিহঁতৰ ভৱিষ্যতৰ চিন্তাত উদ্বিগ্ন।

— প্ৰথম সন্তান হ'ব ল'ৰা।

চাৰিওফালে এক চেপা আনন্দৰ গুঞ্জন।

— তেনেহ'লে এতিয়া আমি খানা-চিৰানিলৈ যাওঁ আৰু। খোৱাবস্তুৰ গোন্ধত আমাৰ জিভাৰ পানী অথনিৰে পৰা পৰিয়েই আছে।

— এয়া ললিতাৰ সবালা হিচাপে বিয়ালৈ অহা তাইৰ শৈশৱৰ বন্ধু সুজাতা।

ওঝাৰ মুখত কিন্তু আনন্দৰ চিহ্ন নাই। ওঝাবোৰ তেনেকুৱাই। হাঁহিবও নাজানে, কান্দিবও নাজানে। স্নেহই তেনেকৈয়ে ভাবে।

— বিবাহিতদ্বয় অঘৰী হ'ব। অনাই-বনাই ঘূৰি ফুৰিব। ইয়াৰ পৰা বহু দূৰৈত এখন ঘৰ পাতিব। কিন্তু ঘৰৰ কাৰণে সদায় কান্দিব।

এতিয়া জিভাখন দূৰলৈ দলিয়াই ওঝা থিয় হৈছে— ব'লা, আমি খানা-চিৰানিলৈ যাওঁ আৰু পেটভৰাই খাই দৰা-কইনাক আশীৰ্বাদ কৰো। লক্ষীমাই সন্তুষ্ট হ'লে ঘৰ নহ'লেও কথা নাই, সুখ থাকিব, বুজাবুজি থাকিব।

বিয়াসুদভংগৰ দিনা স্নেহই ললিতাৰ মূৰ আৰু মুখমণ্ডল আবৰি থকা ৰঙা ৰঙৰ খাবাংখন আলফুলেৰে আঁতৰাই পেলাইছে। জোনৰ দৰে ধুনীয়া এখন মুখ। ললিতাৰ চকুত চকুপানী। সকলোকে এৰি থৈ তেওঁৰ ঘৰলৈ আহিছে বেচেৰী। কান্দক তাই। তেওঁ বাধা দিবলৈ নেযায়। তেওঁ তাইৰ মূৰত হাত থৈছে অত্যন্ত চেনেহেৰে।

— ঘৰ নোহোৱা মানুহৰ সুখ হয় জানো? ঘৰ এখন পাতিবলৈহে মানুহ বিয়াত বহে।— কান্দোনত তাইৰ মাত অস্পষ্ট হৈ পৰিছে।

— আমি ঘৰ এখন পাতিমেই। চুমুলাং দেৱতা আৰু লক্ষীমায়ে আমাক সহায় কৰিব। কাঙতো পূজা দিম। ঠাগুৰে আমাৰ হৈ ভগৱানক কৈ দিব।— স্নেহই ললিতাক সান্ত্বনা দিবলৈ যত্নপৰ হৈছে— একেবাৰে শেষত বুদ্ধ ভগৱানক কৈ দিম।

ভিক্টোৰিয়া মেম'ৰিয়েল হলৰ সন্মুখৰ ফুলনিডৰাৰ মাজেৰে অন্যমনস্ক ভংগিত আগুৱাই যোৱা স্নেহ চাকমাৰ মনত তোলপাৰ লগাবলৈ এতিয়া বহুতো ভাবৰ সমাহাৰ। ছট্টগ্ৰাম, কুৰুজপুত্ৰ, ৰাজা, বন্ধুবৰ্গ আৰু এতিয়া দিল্লীৰ এটা বাংলোত বহি কোটি কোটি মানুহৰ ভাগ্য নিৰ্ধাৰণ কৰিবলৈ ওলোৱা এই ৰেডক্লিফ চাহাব।

তেওঁৰ ক্লান্ত দেহাত কাৰোবাৰ হাতৰ পৰশ, সোঁ-কান্ধৰ ওপৰত, এক ভৰবিহীন মৃদু স্পৰ্শ, টোকৰৰ নিচিনা। কলিমুদ্দিন। মুছলিম লীগৰ সদস্য।— বৰ ভাল কৈছিল আপুনি। আপুনি কি কয় আৰু মই কি কওঁ তাৰ একো প্ৰভাৱ এই ৰেডক্লিফৰ ওপৰত নপৰে। আছামখন পাকিস্তানৰ ভিতৰত সোমাবই লাগিছিল। নাই, আলোচনাই কৰিবলৈ নিদিলে। চিলেটত হ'ল ৰেফাৰেণ্ডাম, কিন্তু কৰিমগঞ্জক বাদ দি গ'ল কিয়? একেবাৰে পাগল এটাক পঠিয়াই দিছে। ই নেহৰুৰ জেপত সোমাই আছে। নহ'লেনো পঞ্জাবৰ দেখদেখকৈ মুছলমান সংখ্যাগৰিষ্ঠ ঠাই গুৰুদাসপুৰ, ফিৰোজপুৰ আৰু হোছিয়াৰপুৰক হিন্দুবিলাকক দিবলৈ ওলাইনে? শুনা কথা, কিন্তু দিল্লীৰ পৰা অহা তাজা খবৰ যেতিয়া ভুল খবৰ হ'ব নোৱাৰে।

স্নেহ চাকমা নিশ্চুপ হৈ আছে। নিজৰ আইক কলিজাৰ পৰা কাটি অন্যায়পূৰ্বকভাৱে লৈ যাবলৈ বিচৰা মানুহটোৰ লগত ভাবৰ বিনিময় কৰাৰ কোনো ইচ্ছা তেওঁৰ মনত এতিয়া জাগ্ৰত হোৱা নাই। কিন্তু মাগুৰবৰণীয়া, চুটি-চাপৰ মানুহটোৰ শব্দ-তন্ত্ৰীত হয়তো স্তব্ধতা বোলা শব্দৰ কোনো স্থিতিয়েই নাই।

— ৰেডক্লিফে হেনো এনেকৈ এডাল ৰেখা টানি দিব, কাৰোবাৰ যদি ভঁৰালঘৰ এখন দেশত, ভাতঘৰ হয়তো অন্য এখন দেশত। সেয়াও অৱশ্যে শুনা কথা। এনেকুৱা সময়ত উৰা-বাতৰিৰ অভাৱ নাই।

স্নেহই মানুহজনক ফালৰি কাটি তাতেই এৰি অন্য এটা দিশলৈ খৰখোজেৰে ধাৱমান হ'ল। কি কৰিব তেওঁ এতিয়া? জাহাজৰ বস্তু উঠোৱা-নমোৱা কাম শেষ হোৱাৰ পাচত জাপানী কেপ্টেইনজনে তেওঁৰ হাতত কেইটামান টকা গুঁজি দিছিল। তেওঁৰ খোলিয়াৰ তলত সেইকেইটা টকা এতিয়াও অনাদৃত অৱস্থাত পৰি আছে। ইমানদূৰ আহিলেই যেতিয়া আৰু এটা চেষ্টা চলোৱাটো জানো ঠিক নহ'ব? অলপ কষ্ট, অলপ চেষ্টা! দিল্লীখননো কিমান পৰৰ বাট? সময় যে বৰ তাকৰ।

টাংগাখনত উঠি তেওঁ যেতিয়া হাওৰা ষ্টেচন পাইছিলগৈ, ষ্টেচনত মানুহৰ ঠেলা-হেঁচা, বিৰ দি বাট পাবলৈ নোহোৱা অৱস্থা, মানুহবোৰে অশান্ত কলিকতা চহৰ এৰি

ক'ৰবালৈ পলাই যাবলৈ উদ্যত। ৰঙা চোলা পিন্ধা কুলী এটাৰ পাচে পাচে শিলাময় ওখোৰা-মোখোৰা প্লেটফৰ্মৰ ওপৰেৰে প্ৰায় দৌৰি যোৱাৰ নিচিনাকৈ তেওঁ গৈ আছে। টিকট কিনাৰ সময় নাই। হুচ হুচ ধোঁৱা উলিয়াই ৰে'লখন দূৰৈৰে প্লেটফৰ্ম এটাত ৰৈ আছে। প্লেটফৰ্ম সংযোগী দলং এখনৰ ওপৰেদি যাওঁতে বহুতো ডেকা ল'ৰাৰ এটা দল পাচফালৰ পৰা আহি তেওঁৰ গাৰ কাষেদি প্ৰচণ্ড বেগত ঠেলা-হেঁচা কৰি আগুৱাই গৈছে। লগত একো একোডাল লাঠী হাতৰ মুঠিত বান্ধি খাকী পোছাক পিন্ধি গৈ থকা প্ৰায় আধা ডজনমান পুলিচ। কিছুমান ল'ৰাৰ দেহত হয়তো শুদা গেঞ্জী আৰু চুটি পেণ্ট, কিছুমানৰ গা একেবাৰে উদং, নিম্নাংশত হয়তো চুটিকৈ মেৰিয়াই লোৱা ধুতী, বেছিভাগৰে ভৰিত জোতা-চেণ্ডেল নাই। কেইজনমানৰ ভৰিত গোৰোহা ক্ষয় যোৱা পাম্পচু জোতা। সিহঁতৰ ক'লা, অসংযত চুলিৰে ভৰা মূৰবোৰৰ মাজে মাজে পুলিচবোৰৰ ৰঙা টুপীবোৰ জিলিকি উঠিছে।

ৰে'লখনৰ সকলোবোৰ দবাৰ সন্মুখত অসম্ভৱ ভিৰ। সকলোৱেই যেন অকণমান ঠাইৰ বাবে হাহাকাৰ কৰিছে। তেওঁ অনুসৰণ কৰি আহি থকা কুলীটোও দেখোন কৰবাত অদৃশ্য হৈ পৰিল। কি কৰিব তেওঁ? আজি যাব নোৱাৰিলে হয়তো বহুত পলম হৈ যাব। চৰ্দাৰক লগ পোৱাটো অতি জৰুৰী। পণ্ডিত নেহৰুকো কথাখিনি ক'ব লাগিব। কিবা এটা আনমনা, উদাসী চিন্তাই তেওঁক মুহূৰ্ততে আবৰি পেলাইছে। ওখ, ডাঙৰ চেহেৰাৰ ৰঙা টুপী পিন্ধা পুলিচ এটাই তেওঁক হঠাতে ডাংকোলা কৰি উঠাই এটা দবাৰ ভগা খিৰিকী এখনেৰে তেওঁৰ দেহাটো এটা টোপোলা ঠেলাদি ঠেলি ঠেলি সুমুৱাই দিলে। তেওঁৰ মূৰ ভূমিৰ দিশত। হাত দুখনেৰে খোপনি পুতিবলৈ চেষ্টা কৰোতেই ভৰিৰ ফালৰ পৰা বাহিৰৰ পৰা মৰা এটা প্ৰচণ্ড ঠেলাত হামখুৰি খাই তেওঁ এটা কাপোৰৰ টোপোলাৰ ওপৰত পৰিলগৈ। মূৰত সৰুকৈ মৰা পাগুৰি আৰু খোলা দাড়িৰে সন্ন্যাসীৰূপী পঞ্জাবী ডেকা ল'ৰা এটাই তেওঁক হাতত ধৰি উঠাই দবাটোৰ অন্য এটা দিশলৈ লৈ গ'ল। শুদ্ধ বঙালীত ল'ৰাটোৱে তেওঁক ক'লে দবাৰ খিৰিকী এখন ভাঙি পেলোৱা হৈছে। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা উত্তৰ ভাৰতৰ যিমান ল'ৰাক পলুৱাই বচাই অনা হৈছে সেই সকলোকে ইহঁতবোৰে ইয়াতে উঠাই পঠিয়াই দিবলৈ পালে ৰক্ষা পায়। দুৱাৰমুখেৰে ভৰোৱাৰ সাধ্য নাই, চাৰিওফালে মানুহেই মানুহ। খিৰিকীখনৰ ওচৰৰ পৰা আঁতৰি অহাই ভাল। যাকেই পাইছে তাকেই দলিয়াইছে।— কিন্তু মইতো বিশ্ববিদ্যালয়ৰ ছাত্ৰ নহয়।

— তাতে কি হ'ল? তুমি দিল্লীলৈতো যাবা! এই থুলা পাৰ্টিৰ বাবে তুমি ছাত্ৰ হয় নে নহয় সেইটো চিন্তাৰ বিষয় নহয়। মোৰ নাম ভূপীন্দৰ সিং। ঘৰ পাতিয়ালাত। দেউতাৰ কলিকতাৰ প্ৰতি বৰ টান। প্ৰথমে পঢ়িলো প্ৰেচিডেন্সি কলেজত, তাৰ পাচত কলিকতা বিশ্ববিদ্যালয়ত। বিষয় ইংৰাজী। দেউতাই ভাবে পৃথিৱীত পঢ়াৰ বাবে অকল দুখন ঠাই— কলিকতা আৰু লণ্ডন। এনেই বেয়া নাছিল। এই হিন্দু-মুছলমানৰ মাৰপিট, কটাকটি-

মৰামৰিবোৰে সকলো খেলিমেলি লগাই দিলে। কোনোমতে জীৱটো লৈ পলায়ন কৰিলো বুলিহে। তুমি ক'ৰ?

— ছট্টগ্ৰামৰ।

— তুমি নাগা নেকি? নে আছামী?

— নহয়, মই চাকমা। ছট্টগ্ৰামৰ ভূমিপুত্ৰ। ৰেডক্লিফ আয়োগৰ তালৈ সাক্ষ্য দিবলৈ আহিছিলো। আমাৰ ঠাইখন ভাৰতত থাকিব নে পাকিস্তানলৈ যাব, তাৰ একো চূড়ান্ত সিদ্ধান্ত হোৱা নাই।

— ক'ত থাকিবলৈ বিচাৰা তোমালোকে? মানে কাৰ লগত?

— ভাৰতৰ লগত। ধৰ্মনিৰপেক্ষ দেশখনৰ লগত থকাই আমাৰ বাবে অধিক নিৰাপদজনক হ'ব। আমি বৌদ্ধ-ধৰ্মাৱলম্বী লোক। অকল এটা ধৰ্মৰ ভিত্তিত গঢ় লোৱা এখন দেশত আমি থাকিম কিহৰ ভিত্তিত?

— তোমাৰ কথাৰ যুক্তি আছে। কিন্তু দিল্লীৰ বাবে, মাউণ্টবেটেনৰ বাবে, কংগ্ৰেছৰ বাবে অকল জোৰ যাৰ মুলুক তাৰ নীতিহে চলে। ফিৰোজপুৰ জিলাৰ অধিকাংশ লোক মুছলমান। সেই হিচাপে ফিৰোজপুৰ যাব লাগিছিল পাকিস্তানলৈ। কিন্তু ঝিলাম আৰু ৰৱি নদীৰ সংগমত যি এক বান্ধ দিয়া হৈছে, তাৰ পৰা খালেৰে সমগ্ৰ বিকানীৰ ৰাজ্যৰ পানী যোগান ধৰা হয়। বিকানীৰৰ মহাৰজাই ধমকি দিলে যে ফিৰোজপুৰ পাকিস্তানলৈ গ'লে, বিকানীৰো তেওঁ পাকিস্তানত চামিল কৰি দিব। বিকানীৰ আৰু গুৰদাসপুৰে শিখসকলৰ পবিত্ৰ ঠাই অমৃতসৰক পাকিস্তানৰ পৰা সদায় এটা নিৰাপদ আৱেষ্টনীত ৰাখিব আৰু মাউণ্টবেটেনে বিশ্বাস কৰে যে ১৮৫৭ চনত শিখসকলে ব্ৰিটিছৰ প্ৰতি দেখুওৱা আনুগত্যৰ বাবে তেওঁলোকৰ প্ৰতি ব্ৰিটিছে অধিক সহানুভূতি দেখুওৱা উচিত। গতিকে অমৃতসৰক ভৱিষ্যতৰ পাকিস্তানৰ গৰাহৰ পৰা ৰক্ষা কৰিবৰ বাবেই বিকানীৰৰ মহাৰজাৰ দাবী মানি লোৱা হ'ল মাউণ্টবেটেনৰ অনুগ্ৰহত।

— আমাৰ চাকমাবিলাকৰ পাচফালে তেনে কোনো পৰাক্ৰমী শক্তি নাই।

— তোমালোকৰ সেই পাহাৰখণ্ডৰ বাবে ভাৰত ভূখণ্ডৰ কোনো উদ্বেগো নাই। আচলতে কংগ্ৰেছ বা মাউণ্টবেটেনৰ কাৰণে তোমালোকৰ কোনো অস্তিত্বই নাই।

— শুভ শক্তিক সকলোৱে লগ দিব বুলি মই বিশ্বাস কৰিছিলো। এতিয়াও মই আশাবাদী। কিন্তু ৰেডক্লিফ আয়োগৰ আগত দাখিল কৰা কংগ্ৰেছ প্ৰতিবেদনত ছট্টগ্ৰাম পাৰ্বত্য এলেকাৰ কোনো উল্লেখ নাই। তোমাৰ কথা হয়তো ঠিক। দিল্লীত আমাৰ কাৰণে চিন্তা কৰা মানুহ চাগে তেনেকৈ নাই।

হঠাৎ এটা কান্দোনৰ শব্দত দুয়োজনৰে কথাৰ আঁত হেৰাই গ'ল। মানুহ, বস্তুৰ ভিৰ ঠেলি ওখ-পাখ, লেংলেঙীয়া ভূপীন্দৰ সেই কান্দোনৰ শব্দ অনুসৰণ কৰি আগবাঢ়ি গ'ল, পাচে পাচে স্নেহ। এঠাইত কিছুমান টোপোলাৰ ওপৰত এগৰাকী মহিলা।

— কি হ'ল তেওঁৰ?

মানুহবোৰে নিৰ্বিকাৰচিত্তে বহি আছে। থিয় হোৱাবোৰে চলন্ত ৰে'লৰ জোকাৰণিত ইজনে-সিজনৰ গাত ঢলি পৰিছে। বহি থকা মানুহবোৰৰ কাষে কাষে ঠাই উলিয়াই অন্য মানুহবোৰ। ক'তো যেন অকণো ফাঁক নাই। সকলোৰে মুখত সন্ত্ৰস্ত দৃষ্টি। সমাহিত এক জীৱনত হঠাতে আহি পৰা এই জোকাৰণিয়ে, হঠাতে বৈ অহা তেজৰ নৈয়ে তেওঁলোকক কৰি তুলিছে একো একোটা প্ৰস্তৰ মূৰ্তি। ক'লৈ গৈ আছে, কিয় গৈ আছে তাৰ কোনো ঠিকনা নাই। কাৰ মৃতদেহ পেলাই থৈ অন্য এখন গন্তব্যহীন ঠাইলৈ ঢাপলি মেলিছে সেয়া ভবাৰো এতিয়া অৱকাশ নাই।

— মানুহজনী ৰে'লত উঠি গ'ল। গিৰিয়েক আৰু কেঁচুৱা ষ্টেচনতেই থাকি আহিল। উঠাৰ পাচতেই ৰে'ল চলাই দিলে। মানুহজনীয়ে ভাবিছিল যে সিহঁতো পাচে পাচে উঠিছে। এতিয়া দেখিছে সিহঁত নাই। ইমানখিনি বাট অহাৰ পাচত এতিয়া ৰখালেওতো লাভ নাই। ডাঙৰ ল'ৰাটো হোনো কোনোবাই কাটিলে কলিকতাৰ সেই গণ্ডগোলৰ মাজত।

ভূপীন্দৰে স্নেহৰ পিঠিত চেপা এটা মাৰিলে, তাৰ হটঙা গালেদি চকুপানীৰ দুটা ধাৰা ধীৰে ধীৰে নামি আহিছে— এই দেশ বিভাজন দেশখনৰ মানুহবোৰে কিয় মানি ল'লে? গান্ধীয়ে দেখোন কৈছিল দেশ বিভাজন মোৰ মৃতদেহৰ ওপৰত হ'ব। কিন্তু কৰাচী কংগ্ৰেছ অধিবেশনত সেই গান্ধীয়েই দেশখন দুভাগ হোৱাৰ নীতিত সম্মতি জনালে। গান্ধী নিজৰ মতত অটল হৈ থকাহেঁতেন তেওঁক লগ দিয়া মানুহ বহুতো ওলালেহেঁতেন। প্ৰেছিডেণ্ট লিংকনেতো একত্ৰিত আমেৰিকাৰ স্বাৰ্থত এখন গৃহযুদ্ধই কৰি পেলাইছিল। আমি এজনো লিংকন আমাৰ মাজত সৃষ্টি কৰিব নোৱাৰিলোনে?

দিল্লী ষ্টেচনত নমাৰ পাচত স্নেহই নিজৰ চোলাটো জোকাৰিলে। চুলি, মুখ, চোলাত বহুতো কয়লাগুড়িৰ সমাহাৰ। ষ্টেচনত মানুহৰ এক মহাসাগৰ। সেই মহাসাগৰৰ মাজত ভূপীন্দৰ ক'ৰবাত হেৰাই গৈছে। এইখন জনসমুদ্ৰৰ মাজত, ইমান খেলিমেলিৰে ভৰা এক অপৰিচিত ব্যস্ততাৰ ভিৰত ভূপীন্দৰৰ সন্ধানত নমাৰো কোনো যুক্তিযুক্ততা তেওঁ বিচাৰি পোৱা নাই। প্লেটফৰ্মৰ এটা চুকত এটা পানীৰ নল, তাৰ চৌদিশে কেইবাটাও নাঙঠ শিশু, কেইবাগৰাকীও মহিলা কাপোৰ আৰু বাচন ধোৱাত ব্যস্ত। নাঙঠ শিশুকেইটিয়ে মাকহঁতৰ কামৰ ফাঁকে ফাঁকে নলৰ পানীৰ তলত হাতৰ আজলি পাতি পানী ভৰাই গালে-মুখে-চুলিয়ে পানীৰ টোপালবোৰ তড়িৎগতিত ছিটিকাই পেলাইছে। সিহঁতৰ চকুৱে-মুখে কি এক নিৰ্ভেজাল আনন্দৰ খেলা! টোপোলা পাৰি শাৰী শাৰীকৈ বহি থকা শতখন সন্ত্ৰস্ত মুখৰ শংকাময় অস্তিত্বৰ লগত সিহঁতৰ এই আনন্দৰ কি এক অভাৱনীয় তফাৎ। মানুহৰ ভিৰ ঠেলি ঠেলি তেওঁ সেই নলাটোৰ দিশলৈ আগুৱাই গ'ল। তেওঁক দেখি মহিলাকেইগৰাকীয়ে অলপ আঁতৰি দিলে। তেওঁ এচলু পানীৰে চুলি, মূৰ, মুখ তিয়াই পেলালে আৰু হাতৰ চলুত পানী ভৰাই পৰম তৃপ্তিৰে মামৰে ধৰা কলটোৰ পৰা ধাৰাল সোঁতেৰে ওলোৱা পানী কোঁ-কোঁৱাই পি পেলালে। ৰে'লখনত পানীৰ যোগান

কিছু সময়ৰ পাচতে বন্ধ হৈ গৈছিল। ইমান তীব্ৰ পিয়াহৰ অনুভূতি তেওঁৰ কেতিয়াও আগতে যে হোৱা নাছিল! উঠি অহাৰ পাচত দেখিলে যে ইতিমধ্যে হাতত লোটা,বাটি, আদি লৈ কলৰ দিশত এক সৰু-সুৰা ভিৰ আৰম্ভ হৈয়েই গৈছে।

এক তীব্ৰ ভোকে তেওঁক এতিয়া প্ৰায় অৱশ কৰি তুলিছে। এতিয়াহে তেওঁৰ মনত খেলাইছে যে যোৱা দুটা দিন বহুতো মানুহৰ মাজত অলৰ-অচৰ অৱস্থাত পেটত খুদকণ এটাও নেপেলোৱাকৈ তেওঁ তেওঁৰ অবিৰত যাত্ৰা চলাই আহিছিল। চাৰিওফালে ঘাম, বিষ্ঠা, প্ৰস্ৰাৱৰ সংমিশ্ৰণত ওলোৱা এক দুৰ্গন্ধময় বাতাৱৰণ। কাৰোবাৰ কান্দোন, কাৰোবাৰ অহৈতুক খং, কাৰোবাৰ ব্যাখ্যাতীত নীৰৱতা।

প্লেটফৰ্মৰ অন্য এটা মূৰত এটা জ্বলি থকা কয়লাৰ পাত্ৰৰ ওপৰত এটা চৰু। সাঁফৰখন এটা লয়ত উঠা-নমা কৰিছে। তাকে বেৰি এগৰাকী কম বয়সীয়া মহিলা, বুকুৰ মাজত পিয়াহ চুহি থকা এটা শিশু, কাষত এজন হৃষ্টপুষ্ট পুৰুষ। গোটেই কেইটাৰে তেজগোৰা চেহেৰা। চৰুটোৰ ঢাকোনৰ কাষেদি ওলাই অহা বগা বগা ধোঁৱাবোৰে তেওঁৰ পেটৰ ভোক দুগুণে বঢ়াই তুলিছে। আৰু এখোজো আগবঢ়াৰ শক্তি নাই তেওঁৰ। তেওঁ সেইখিনিত গৈ থিয় হৈছে আৰু সতৃষ্ণ নয়নেৰে লৰচৰ কৰি থকা চৰুৰ ঢাকোনখনলৈ চাইছে। মানুহগৰাকীয়ে তেওঁলৈ মূৰ তুলি চাইছে আৰু মিচিকি হাঁহি এটাৰে কৈ উঠিছে— 'বে'থ। ৰিফিউজীকে লিয়ে দিয়া গয়া ৰেচন কা চাৱল। থোৰা খা ল।' এখন বহল পাতত গৰম ভাত, দাইল আৰু আলু সিজোৱা আথে-বেথে মানুহজনীয়ে দিছে। মানুহজনে কৈ উঠিল কেনেকৈ লাহোৰৰ এটা ডাঙৰ হাউলিত থকা তেওঁলোকে দিনে কিমান অতিথিক খাদ্য খুৱাইছিল আৰু এনিশা কেনেকৈ সকলো এৰি তেওঁলোক দিল্লী অভিমুখে পলাই আহিবলগীয়া হৈছিল। মানুহজনৰ মাত থোকাথুকি।

তৃপ্তিৰে ভাতসাঁজ খাই স্নেহই খোলিয়াৰ ভিতৰত হাত ভৰাই ৰূপৰ মুদ্ৰা কেইটামান উলিয়ালে। তেওঁৰ আগবাঢ়ি অহা হাতৰ ফালে কেৰাহিকৈ লক্ষ্য কৰি মানুহগৰাকীয়ে যথেষ্ট উষ্মাৰে কৈ উঠিল— য়ে মেৰা দুকান নহী হেঁ। এইখন মোৰ দোকান নহয়। স্নেহৰ বুকুত এটুকুৰা বৰ নোৱাৰা গধুৰ শিল। পোৰা মগুহৰ গোন্ধৰ মাজত চকামকাকৈ ভুমুকি মৰা মানৱীয়তাই এই বোজা কেতিয়াবা অসহনীয় কৰি তোলে।

# [ ৪ ]

— ছট্টগ্ৰাম পাৰ্বত্য এলেকাৰ এই সংকটৰ সময়ত আপুনি আমাৰ লগত আছেনে?

— চাকমা ভাইহঁতৰ লগত মই সদায়েই আছো।

দিল্লীৰ মেহৰৌলি পথৰ সেই ঘৰটোৰ পৰিত্যক্ত চেহেৰাই স্নেহ চাকমাক আচৰিত কৰি তোলা নাই। যোৱা কিছুদিন ধৰি এই ঘৰটোতে বহি ভাৰতৰ লৌহ মানৱজনে স্বাধীন ভাৰতৰ নক্সা এখন তৈয়াৰ কৰি আছে। খুউব প্ৰয়োজনীয় ব্যক্তিৰ বাদে অন্যবোৰৰ পৰা দূৰৈত অৱস্থান গ্ৰহণ কৰি এক আসন্ন ভৱিষ্যতৰ চিন্তাত তেওঁ মগ্ন। কিছুপৰৰ আগেয়ে কাশ্মীৰৰ মহাৰজা হৰিসিং সেই এলাস্কুসদৃশ কিছুমান ক'লা দাগেৰে বেৰত ফুলকাৰিৰ লেখীয়া ৰেং বোলোৱা ঘৰটোৰ পৰা নীৰৱে ওলাই গৈছে। লৌহ মানৱৰ লগত এক দীঘলীয়া আলোচনাত তেওঁ মিলিত হৈছিল। জিন্নাৰ দাবী আৰু শ্বেখ আব্দুলাৰ দাবীৰ মাজত সামঞ্জস্য অনাৰ হয়তো এক মিলিত প্ৰচেষ্টা! হুদ খোলা ক'লা গাড়ীখনত বহি আঁতৰি যোৱাৰ সময়তো তেওঁৰ ক'লা, তিৰবিৰাই থকা চকুত চিন্তাৰ এক স্পষ্ট চবি।

— ৰেডক্লিফে যদি কাৰো কথা নুশুনি আমাৰ ঠাইখন পাকিস্তানক দি দিয়ে, তেতিয়া আমি মানি নল'ম। আমি যদি ১৫ আগষ্টৰ দিনা স্বাধীন ভাৰতৰ পতাকা ৰঙামাটিত উঠাওঁ, আপুনি আমাক সমৰ্থন জনাবনে?

— নিশ্চয় জনাম। তুমি যোৱা, তৎক্ষণাৎ যোৱা। পলম কৰাৰ সময় নাই। মই তোমালোকৰ লগতে আছো।

— আমাক সৈন্য-সামন্তৰো প্ৰয়োজন নাই। আমি মোগলৰ লগত যুঁজ দিয়া মানুহ। চায়েস্তা খানে বহু চেষ্টাৰ পাচতো আমাক বলাব পৰা নাছিল।মোগলৰ লগত যুঁজ দিওঁতে আমি সিহঁতৰ পৰা কালু খান আৰু ফাটেহ খান নামৰ দুটা বৃহৎ বৰটোপো হস্তগত কৰিছিলো। সেই দুটা বৰটোপ এতিয়াও ৰঙামাটিত সদম্ভে অক্ষত অৱস্থাত পৰি আছে। আমাৰ চাকমাৰ বলৰ আগত তিষ্ঠিব নোৱাৰি ব্ৰিটিছৰ বৰলাট হেষ্টিংচ চাহাবে ফ'ৰ্ট উইলিয়ামত বহি চাকমা ৰজাৰ লগত বুজাবুজিৰ এক চুক্তিত স্বাক্ষৰ কৰিছিল। আমি ভাৰতৰ পৰা বিচাৰিছো...

স্নেহ চাকমাৰ মুখৰ পৰা ঠিক শব্দবোৰ কাঢ়ি নিয়াৰ নিচিনাকৈ নি চৰ্দাৰ বল্লভভাই পেটেলে গহীনাই কৈ উঠিল— নৈতিক সমৰ্থন, নহয় জানো? ভাৰত চৰকাৰে ক'ব লাগিব যে ছট্টগ্ৰাম পাৰ্বত্য এলেকাক আমি ভাৰতৰ অংগৰাজ্য বুলি ভাবো আৰু ভাৰতৰ সাৰ্বভৌমত্ব ছট্টগ্ৰাম পাৰ্বত্য এলেকালৈকে বিস্তৃত। আমি ক'ম। যুঁজ বাৰু তোমালোকেই দিবা।— চৰ্দাৰ পেটেলৰ গহীন অভিব্যক্তিৰ মাজতো এক মিচিকিয়া হাঁহি জিলিকি উঠিছে।

— এবাৰ নেহৰুকো কথাখিনি কৈ যোৱা।

এবুকু ভৰা এক আনন্দেৰে স্নেহ চাকমা ওলাই আহিছে। নেহৰুক লগ পাবলৈ দুদিনমান

হয়তো বাট চাব লাগিব। কি কৰা যায় এতিয়া? কিছু আঁতৰত ঘেৰ্‌ঘেৰ শব্দ কৰি ট্ৰাম এখন ৰখিলহি। দিল্লীৰ পথত এতিয়া অলেখ মানুহ। ট্ৰামখনৰ ভিতৰত কিন্তু মানুহৰ ভিৰ বেছি নাই। কলিকতাৰ এক বিপৰীত চেহেৰা। তেৰোঁ সাউতকৈ উঠি ভিতৰলৈ সোমাই খালী ছিট এটাত বহি পৰিলহি। টিকট বুলি তেওঁৰ ফালে হাত মেলি আগবাঢ়ি অহা পঞ্জাবীজনলৈ চাওঁতে তেওঁ যেন হঠাৎ বিস্ময়ত অবাক হৈ পৰিছে। ভূপীন্দৰ!

— স্নেহ ভায়া!— ভূপীন্দৰৰো উল্লাসৰ অন্ত নাই।

দিল্লীত থকা ভূপীন্দৰৰ মোমায়েকে তাক ট্ৰামৰ টিকট সংগ্ৰহকৰ চাকৰিত সুমুৱাই দিছে। কিছুদিনৰ কাৰণে কাম কৰি পৰিস্থিতি শান্ত হ'লে পাতিয়ালালৈ ঘূৰি যাবগৈ। পঢ়াৰ বাবে এদিন হয়তো কলিকতা বিশ্ববিদ্যালয়লৈও উভতি আহিব। মনত বহুতো পৰিকল্পনা। লাহোৰত থকা খুৰাকহঁতৰ পৰিয়ালটোৰ আধামানহে পাতিয়ালা পাইছেহি। বাকীবোৰ ক'ত আছে, কি কৰিছে, তাৰ কোনো খবৰ নাই। খুৰাকৰ আটাইতকৈ সৰু বোৱাৰীয়েকৰ প্ৰসৱ বেদনা চলি আছিল। কিন্তু সেইখিনি সময়তে হুৰহুৰাই অহা এটা সংঘৰ্ষকাৰীৰ দলৰ আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ গৰ্ভৱতী মানুহগৰাকীক বিছনাতে পেলাই বাকীবোৰ প্ৰাণ লৈ পলাই আহি ৰৈ থকা ৰে'ল এখনত উঠি দিলেহি। তাৰ মাজতো কেইজনমান নিখোজ! ভূপীন্দৰে চকুপানী মচিবলৈ আপ্ৰাণ চেষ্টা চলাইছে।

— দিল্লী মানুহেৰে ভৰি পৰিছে। আগতে দিল্লীত ইমান মানুহ নাছিল। সকলো ঠাইৰ পৰা পলাই ৰাজধানীত আশ্ৰয় লৈছেহি। সকলোৱেই ভাবিছে বাকী ক'ৰবাত কিবা হ'লেও দিল্লী নিৰাপদ। খোদ বৰলাট চাহাব আছে!

স্নেহই খিৰিকীৰে দ্ৰুতগতিত পাৰ হৈ যোৱা দিল্লী মহানগৰীৰ খণ্ড চিত্ৰবোৰ মুগ্ধ হৈ চাইছে। ওখ, ওখ, গাতে গা লগা ঘৰবোৰেৰে ট্ৰাম লাইনৰ কাষে কাষে বেগত গৈ থকা দুতৰপীয়া বাছবোৰেৰে আৰু ফ'ৰ্ড, হিন্দুস্তান ষ্টেণ্ডাৰ্ড আদি গাড়ীবোৰেৰে জীৱন্ত এক মহানগৰ। বিভাজন, ধ্বংস, মৃত্যু চৌদিশে বিভীষিকা সৃষ্টি কৰাৰ পাচতো জীৱনৰ আশা কঢ়িয়াই চহৰখন যেন গৈ আছে, গৈ আছে।

— আজি জিন্না পাকিস্তানলৈ যোৱাৰ খবৰ পাইছানে? পুৱাই বৰলাট চাহাবৰ নিজা বিমানখন লৈ তেওঁ কৰাচীলৈ যাত্ৰা কৰিছিল। লগত তেওঁৰ এ ডি চি। বিমানত সোমোৱাৰ আগমুহূৰ্তত এবাৰ হেনো ঘূৰি ওপৰৰ পৰা বাহিৰলৈ চাইছিল আৰু তেওঁৰ লগত যোৱা এ ডি চিক অতি ক্লান্ত মাতেৰে কৈছিল— 'মই চাগে দিল্লীক আৰু কেতিয়াও দেখিবলৈ নাপাম।' তাৰ পাচত বিমানত টু শব্দ এটা নকৰাকৈ তললৈ মুখ কৰি গোটেই পথছোৱা তেওঁ বহি থাকিল। শুনা খবৰ। দিল্লীৰ খবৰ।

— বিভাজনে কাকো আনন্দ দিয়া নাই। ঘৰ-দুৱাৰ এৰি লোকৰ দুৱাৰে দুৱাৰে মই যে এনেকৈ ঘূৰি ফুৰিছো, ঠিক এটা অঘৰী, পগলা মানুহৰ দৰে, কিহৰ বাবে? লণ্ডনৰ পৰা এটা উকীল আহি এডাল কলমাৰি লৈ এখন ঠাইক দুফাল কৰি পেলালে আৰু সেই দুফাল ভূমিখণ্ডত কিছুমান মানুহৰ কান্দোনৰ ওপৰত কোনোবাই মুকুট পিন্ধিবলৈ গ'ল। কথাটো হাস্যাস্পদ নহয়নে?

ট্ৰামখন এঠাইত ৰখিলহি। ইণ্ডিয়া গে'ট।

— স্নেহ ভায়া, নামা। শেষ ষ্টপেজ। মোৰো কাম ইয়াতেই শেষ।

ভূপীন্দৰৰ লগত একেলগে নামি স্নেহ আগবাঢ়ি যাবলৈ প্ৰস্তুত হ'ল। পাতল দেহাটো নচুৱাই নচুৱাই ভূপীন্দৰ ট্ৰাম ষ্টপেজৰ ওচৰত থকা সৰু ঘৰ এটালৈ ঢাপলি মেলিলে— অলপ ৰ'বা, এইখিনিতেই, মই হিচাপ-নিকাচ দি পইচাখিনি অফিচত জমা দি দিম। এই যাম আৰু আহিম।— ভূপীন্দৰৰ সোঁহাতৰ তৰ্জনী আঙুলিৰে শূন্যতে বৃত্ত অঁকাৰ নিচিনাকৈ 'এই যাম আৰু আহিম' বুলি কৰা ভংগিমাই স্নেহক ইমানবোৰ গধুৰ, গোমা বতাহৰ মাজতো এক নিৰ্মল আমোদৰ খোৰাক যোগালে।

— সেইদিনাখন ৰে'লৰ পৰা নামি তোমাক ইমান বিচাৰিলো। বতাহত মিলি যোৱাৰ নিচিনাকৈ তুমি যেন ক'ৰবাত হেৰাই গ'লা। ভূপীন্দৰৰ অভিযোগ।

— মই তোমাক বিচৰাৰো চেষ্টা চলোৱা নাছিলো। ষ্টেচনৰ সেইখন মানুহৰ সাগৰৰ মাজত মই নিজেই হেৰাই যাম বুলি ভয় খাই গৈছিলো। সৰু ঠাই এখনৰ পৰা আহিছো মই। ইমান ভিৰ ঠেলাৰ অভ্যাসো নাই। কিন্তু মাউণ্টবেটেন, ৰেডক্লিফ আৰু জিন্নাৰ উপদ্ৰৱত এইবোৰ লেঠা-পিঠা গাত ল'বলগীয়া হৈছে।

— ক'ত আছা তুমি?

— অঘৰী। অনাই-বনাই ঘূৰি ফুৰিছো। আজি ৰাতিপুৱা কোনোবা এজনে ৰামকৃষ্ণ মিছনৰ ধৰমশালা এটালৈ লৈ গৈছিল। কিন্তু তাতো মানুহৰ বিৰ দি বাট পাবলৈ নাই। তথাপিও গাটো তিয়াই ল'ব পাৰিলো। খিচিৰি খুৱালে, আজিৰ দিনটোৰ বাবে পেট পূজাও হ'ল।

— আজি তুমি মোৰ লগত মামাৰ ঘৰলৈকে ওলাবা। তাত অলেখ মানুহ আছেই। তুমিও আহি যোগ দিলে মামা-মামীয়ে ভালেই পাব। ওচৰৰ গুৰুদ্বাৰাই সকলোকে লংগৰৰ পৰা খোৱাবো যোগাৰ দিয়ে।

— মই হয়তো আৰু দুদিন বাট চাব লাগিব। নেহৰুৰ লগ পোৱাৰ কথা। কিন্তু তেওঁ দুদিনৰ বাবে এলাহাবাদলৈ গৈছে। চৰ্দাৰক লগ পালো।

— বল্লভভাইক? বাঃ, তোমাৰ কি ভাগ্য। তেওঁ কিছুদিনৰ পৰা ঔৰংজেব পথত থকা তেওঁৰ চৰকাৰী বাসভৱনত নাই। ক'ৰবাত চুপে-চাপে বহি কাম কৰি আছে। কাশ্মীৰ আৰু জুনাগড়ে তেওঁৰ মূৰ গৰম কৰি তুলিছে। কাশ্মীৰৰ মহাৰজা হৰিসিঙে পাকিস্তানলৈ যাব নে ভাৰতলৈ আহিব তাক থিৰাং কৰিব পৰা নাই। মাজে মাজে তেওঁ এখন স্বাধীন কাশ্মীৰৰ কথাও দেখোন কয়। জুনাগড়ৰ নবাবে তেওঁৰ পৰা চাৰিশ মাইল আঁতৰৰ পাকিস্তানত যোগদান কৰাৰ কাৰণে ষড়যন্ত্ৰ ৰচনা কৰি আছে। তেওঁৰ ঠাইখনৰ আশী শতাংশ মানুহ হিন্দু। বল্লভভায়ে কৈছে হ'বই নোৱাৰে, মোৰ নিজৰ ঠাই গুজৰাটৰ জুনাগড়ত এনেকুৱা এটা কাণ্ড হ'লে মই নীৰৱে বহি নাথাকো।

— ইমানবোৰ কথা তুমি কেনেকৈ জানিলা ভূপীন্দৰ?

— হমদৰ্দ নামৰ এখন হিন্দী বাতৰি কাকত আছে। তাত এইবোৰ কাহিনী বৰ সোবাদ

লগাকৈ লিখে। কেতিয়াবা দুই-এটা অতিৰঞ্জিত কৰিও লিখি পেলায়। তথাপি কথাবোৰ একেবাৰে মিছাও নহয়। এতিয়া চৰ্দাৰ পেটেলৰ কথা কোৱা। তেওঁ তোমাক কিবা আশা দিছেনে?

— তেওঁ আমাক ছট্টগ্ৰামৰ মাটিত ভাৰতৰ পতাকা উত্তোলন কৰিবলৈ কৈছে। আমাৰ প্ৰতি আছে তেওঁৰ পূৰ্ণ সমৰ্থন। দুয়ো খৰখোজেৰে আগুৱাই গৈ আছে।

— স্নেহ ভাই, তোমাৰ ভাগৰ লাগিছে? ইমান খোজকঢ়াৰ অভ্যাস চাগে তোমাৰ নাই!

স্নেহই হো-হোৱাই হাঁহি উঠিল— মই পাহাৰ বগোৱা মানুহ। তুমিহে নগৰীয়া বাছ, ট্ৰাম, টাংগাত ঘূৰি ফুৰা ভদ্ৰলোক। ভাগৰ তোমাৰ লাগিব পাৰে, মোৰ নালাগে।

পুলিচৰ এটা দল খট খট শব্দ কৰি সিহঁতৰ গাৰ কাষেদি পাৰ হৈ গ'ল। ভূপীন্দৰ অলপ আগুৱাই গৈ শাৰীটোৰ শেষত থকা এজনৰ লগত অনুচ্চ স্বৰত কথা পাতিলে আৰু পাচ মুহূৰ্ততে দৌৰি অহাৰ নিচিনাকৈ ওভতনি যাত্ৰা কৰি স্নেহৰ ওচৰ পালেহি।

— ব'লা।

— ক'লৈ?

— পুৰাণা কিল্লালৈ।

— কিয়? কি আছে তাত?

— চৰ্দাৰ আহিব। পুৰাণা কিল্লাত বহুতো মুছলমান শৰণাৰ্থী আছেহি। চৰ্দাৰ আহি তেওঁলোকক অভয় দান কৰিব। স্বাধীন ভাৰতৰ হ'বলগীয়া গৃহমন্ত্ৰী আশ্বাসৰ বাণী শুনালে মানুহবোৰৰ হয়তো আস্থাও ঘূৰি আহিব! বেছিভাগেই সংঘৰ্ষত গৃহহীন হোৱা লোক।

সিহঁতৰ ওচৰতে টাংগা এখন ৰ'লহি। এজন ডেকা মানুহ টাংগাখনৰ পৰা নামিবলৈ লওঁতেই তেওঁৰ ধুতীখন টাংগাৰ বহা ঠাইৰ তল অংশৰ টিন এটুকুৰাত লাগি ধৰাত তেওঁ তলমূৰাকৈ পথৰ ওপৰত বাগৰি পৰিল। ধুতীখন টাংগাৰ পৰা পথত পৰি যোৱা মানুহজনৰ দেহেলৈ এটুকুৰা উন্মুক্ত কাপোৰৰ নিচিনাকৈ এঢলীয়া ভংগিত বতাহৰ সোঁতত নাচি নাচি থিয় হৈ থাকিল। ভূপীন্দৰ দৌৰি দৌৰি গৈ মানুহজনক পথৰ পৰা তুলি থিয় কৰালে।

— দুখ পালে?

— নাই।

খুলি যোৱা ধুতীখন নিম্নাংশত কোনোমতে গোঁজ মাৰি লৈ মানুহজন তাৰ পৰা পলায়নৰ ভংগিত আঁতৰি গ'ল। মুখৰ সলজ্জভাব তেওঁ লুকুৱাব পৰা নাই।

ভূপীন্দৰ জাঁপ মাৰি টাংগাখনৰ ওপৰত বহি পৰিছে। স্নেহ চাকমাই কিবা সোধাৰ আগেয়েই তেওঁকো ভূপীন্দৰে টান মাৰি আনি লগতে বহুৱাই লৈছে।

— পুৰাণা কিল্লা।

টাংগাখন চলিছে।— ইয়াৰ পৰা পুৰাণা কিল্লা পাণ এখন খোৱাৰ বাট। কিন্তু খোজকঢ়াৰ ইচ্ছা যোৱা নাই। পুৰাণা কিল্লা কি বস্তু জানানে স্নেহ ভাই?

— কেনেকৈ জানিম? তোমালোকৰ চহৰৰ কথা। তুমিহে জানিবা।

— ই এটা প্ৰকাণ্ড দুৰ্গ। ইয়াতেই পাণ্ডৱৰ ৰাজধানী হস্তিনাপুৰ আৰু ইন্দ্ৰপ্ৰস্থ হেনো অৱস্থিত আছিল। কিংবদন্তিমতে পাণ্ডৱসকলে এই দুৰ্গ নিৰ্মাণ কৰিছিল। কিন্তু ইতিহাসমতে হুমায়ুনেহে বনোৱা এই দুৰ্গ। এজন স্থপতিবিদৰ মতে হিন্দু স্থাপত্যৰ বহুতো নিদৰ্শন ইয়াত আছে আৰু তাৰ ওপৰত হয়তো হুমায়ুন আৰু শ্বেৰশ্বাহে ইছলামীয় স্থাপত্যও জোৰা লগাই দিছিল। এতিয়া বিহাৰ আৰু মধ্য ভাৰতৰ বহুতো মুছলমান শৰণাৰ্থী তাত আশ্ৰয় লৈ আছে। কিছুমান হয়তো পৰিস্থিতি শাম কটাৰ পাচত নিজ ঘৰলৈ ঘূৰি যাব আৰু কিছুমানৰ পাকিস্তানলৈ যোৱাৰ পৰিকল্পনা।

সিহঁত পুৰণা কিল্লাত সোমোৱাৰ কিছু সময়ৰ পাচতেই চৰ্দাৰ পেটেল এখন জীপত আহি তাত উপস্থিত হ'লহি। তেওঁ পোনে পোনেই শ্বেৰশ্বাহৰ মছজিদৰ ভিতৰলৈ গ'লগৈ। তেওঁৰ পাচে পাচে বহুতো লোকৰ এটা সমদল। শংকাত, ভীতিগ্ৰস্ততাত ৰুক্ষ হৈ পৰা একো একোখন মুখ।

— চৰ্দাৰে মছজিদত শৰণাৰ্থীৰ মুখিয়াল মানুহখিনিৰ লগত প্ৰাৰ্থনা আগবঢ়াব। তাৰ পাচত ঈদগাহ ময়দানত তেওঁৰ ভাষণ ৰাখিব। ভূপীন্দৰে ইতিমধ্যে বহুতো খবৰ সংগ্ৰহ কৰিছেই।

ওখ কাঠৰ প্লেটফৰ্মখনত থিয় হৈ লৌহ মানৱে ভাষণ আৰম্ভ কৰোতে মানুহবোৰৰ মাজৰ হেঁচা-ঠেলা, অনাহক শব্দ কিছুমানৰ গুণগুণনি যেন হঠাৎ নোহোৱা হৈ গৈছে।

— বাৰ্মা এৰি গুচি যোৱাৰ পাচত তাৰ ব্ৰিটিছ গৱৰ্ণৰে লণ্ডনৰ এক জনাকীৰ্ণ সভাত গৌৰৱ কৰি কৈছিল যে বাৰ্মাৰ সকলো সম্পদ নিঃশেষ কৰি, বাৰ্মাক ধূলিৰ লগত মিহলাই তেওঁলোক তাৰ পৰা আঁতৰি আহিছে। অহাৰ পৰত এক পুতলা চৰকাৰো তেওঁলোকে তাত বহুৱাই থৈ আহিছে। পৃথিৱীৰ আটাইতকৈ সভ্য জাতি বুলি গৰ্ব কৰা ব্ৰিটিছৰ মুখিয়াল লোকসকলে এই অসভ্য উক্তিত সেইদিনা প্ৰচণ্ড জোৰেৰে হাত তালি মাৰি এনে বৰ্বৰ কাৰ্যত নৈতিক আৰু কায়িক সমৰ্থন আগবঢ়াইছিল। আমাকো ধূলিৰ লগত মিহলাই আঁতৰি যোৱাৰ এক ষড়যন্ত্ৰ চলিছে। আমি ১৮৫৭ চনত কান্ধত কান্ধ মিলাই ব্ৰিটিছৰ বিৰুদ্ধে সশস্ত্ৰ সংগ্ৰাম কৰি বাহাদুৰ শ্বাহ জফৰক ভাৰত-অধীশ্বৰ কৰাৰ কাৰ্যত নমা নাছিলোনে? জালিৱানৱালাবাগ হত্যাকাণ্ডত জেনেৰেল ডায়াৰে আমাক জাতি, ধৰ্ম নিৰ্বিশেষে গুলীয়াই মাৰি আমাৰেই ভূমিখণ্ড ৰাঙলী কৰা নাছিলনে? আৰু আমি সকলোৱেই একগোট হৈ তেনে ঘৃণনীয় কাৰ্যৰ প্ৰতিবাদ কৰা নাছিলোনে? এতিয়া আমি পাহৰি গৈছো আমাৰ প্ৰকৃত শত্ৰু কোন আৰু আমাৰ ক্ৰোধৰ বলি হৈছে আমাৰেই নিজৰ ভাই-ভনীহঁত। একেখিনি কথাকেই মই কিছুদিনৰ আগেয়ে অমৃতসৰৰ শিখ ভাইহঁতক কৈছো। কিছুমান লোকে অমৃতসৰ চহৰত আশ্ৰয় লোৱা মুছলমান পৰিয়াল কিছুমানক হত্যা কৰি কটামূৰবোৰ পাকিস্তানলৈ চালান দিয়াৰ এক পৰিকল্পনা হাতত লৈছিল। খবৰ পাই মই তালৈ দৌৰি গৈছিলো আৰু জালিৱানৱালাবাগ হত্যাকাণ্ডত একেলগে হত্যাৰ বলি হোৱা দুটা ধৰ্মৰ লোকৰ মাজত হিংসা-প্ৰতিহিংসাৰ যুঁজখনৰ অন্ত পেলোৱাৰ বাবে অনুৰোধ জনাইছিলো। এতিয়া প্ৰয়োজন এখন সুস্থিৰ ভাৰতৰ যাতে বাৰ্মাৰ ব্ৰিটিছ গৱৰ্ণৰে বাৰ্মাক

ধূলিৰ লগত মিহলাই আঁতৰি আহিছো বুলি কৰা গৰ্বোক্তি আমাৰ দেশখনৰ ক্ষেত্ৰতো অন্য এজনে প্ৰযোজ্য কৰিব নোৱাৰে। অমৃতসৰৰ জনতাই মোৰ আৰু মোৰ দৰে বহুতৰ যুক্তিৰ অকাট্যতা হৃদয়ংগম কৰিলে আৰু হত্যাযজ্ঞৰ পৰা বিৰত থাকিল। তেজৰ নৈৰ ওপৰত এখন সমাজ, এখন দেশ তিষ্ঠি থাকিব নোৱাৰে। ইয়াত আশ্ৰয় লৈ থকা অৱস্থাত যাতে আপোনালোক কোনোধৰণৰ আক্ৰমণৰ সন্মুখীন হ'বলগীয়া নহয় তাৰ বাবে এই এলেকাৰ নেতৃস্থানীয় হিন্দুসকলে মোক অভয় দান কৰিছে আৰু আপোনালোকৰ নিৰাপত্তা সুনিশ্চিত কৰাৰ প্ৰতিশ্ৰুতি দিব পৰাৰ অৱস্থা এটাত আমি উপনীত হৈছো।

— ধৰ্মান্ধ হয় কাপুৰুষবোৰ। সাহসী মানুহ কেতিয়াও ধৰ্মান্ধ হ'ব নোৱাৰে। তেওঁৰ অন্তৰত থকা এই জ্ঞান আৰু সাহসৰ বাবেই তেওঁ তেজে তুমৰলি হ'বলৈ ওলোৱা অমৃতসৰলৈ যাব পাৰিছে বা আজিৰ পুৰাণা কিল্লালৈ আহি সকলোৰে লগত মুক্ত চিত্তেৰে নামাজ পঢ়িব পাৰিছে।

ভূপীন্দৰৰ কথাত স্নেহ আচৰিত হোৱা নাই। তেৰোঁ ঘূৰি অহাৰ পথত বিশাল ব্যক্তিত্বৰ অধিকাৰী এইজন ব্যক্তিৰ কথাই নিশ্চুপ হৈ একান্তমনেৰে ভাবি আহিছে।

এখন ভগা চাইকেলৰ কেৰ্‌কেৰনি শব্দ আৰু চাইকেলৰ কেৰিয়াৰত বান্ধি থোৱা ট্ৰেনজিষ্টৰৰ পৰা ভাহি অহা এটা গান— *'হম দৰ্দ কা আফচানা দুনিয়া কো শুনা দেংগে, হৰ দিল মে মোহাব্বত কি এক আগ লগা দেংগে।...'* মানুহজন দূৰলৈ যোৱাৰ লগে লগে গানৰ শব্দও হৈ পৰিছে অস্পষ্ট, ধূসৰ। 'ছমছেদ বেগমৰ গান, দৰ্দ বোলছবিৰ, সময় এয়া, গাইছে যেন ঠিক সময়ৰে গান।'— ভূপীন্দৰৰ মাত থোকাথুকি। সিয়ো হঠাৎ পাগলাৰ নিচিনাকৈ বেসুৰা ভংগীত চিঞৰি চিঞৰি গান গাবলৈ লাগিল— *'হম দৰ্দ কা...* পগলা ডেকা ল'ৰা! স্নেহৰ বুকুত কিছুমান যন্ত্ৰণাৰ উঠা-নমা! ১৫ আগষ্টৰ এটা সেমেকা পুৱা ৰঙামাটিৰ উপায়ুক্তৰ বাসভৱনৰ ওচৰৰ সেউজ পথাৰখনত উপস্থিত হৈ লৌহ মানৱৰ কথা বাৰে বাৰে তেওঁৰ মনলৈ আহিছে। পণ্ডিত নেহৰুৱেও তেওঁক চাম বুলি গা এৰা ধৰণৰ এক আশ্বাস প্ৰদান কৰিছিল। কিন্তু এতিয়া ছেগা-চোৰোকাকৈ ভাল নলগা খবৰবোৰ তেওঁৰ ওচৰলৈ আহি আছে। বল্লভভাই, পেটেলে ছট্টগ্ৰাম পাৰ্বত্য এলেকাক ভাৰতৰ অন্তৰ্ভুক্ত কৰিব লাগে বুলি চোকাকৈ লিখা পত্ৰখন হেনো পোৱাৰ পাচতেই ৰেডক্লিফ চাহাবে আবৰ্জনাৰ বাকচ এটালৈ ক্ৰোধেৰে দলিয়াই দিলে। ছট্টগ্ৰামক লৈ মুছলিম লীগ আৰু বেংগল সীমা আয়োগৰ হিন্দু সদস্য দুজনৰ মাজত হতাহতি হোৱাৰো উপক্ৰম ঘটিছিল।

ছট্টগ্ৰাম পাৰ্বত্য এলেকা আৰু ইয়াৰ চাৰে তিনি লাখ অধিবাসীৰ ভাগ্য ৰেডক্লিফৰ চন্দুকত এতিয়া আবদ্ধ হৈ আছে। যিকোনো মুহূৰ্ততে এক দৈত্যৰ দৰে আবিৰ্ভাৱ হৈ সি এইখিনি মানুহৰ আশা, আকাংক্ষা, উদ্দীপনাক মষিমূৰ কৰি পেলাব পাৰে।

এনে এটা মুহূৰ্তত তেওঁৰ মনৰ মাজত বলি থকা বা-মাৰলীজাকৰ সন্ধান তেওঁ কাকো দিবলৈ প্ৰস্তুত নহয়। ছট্টগ্ৰামৰ মাটিত ভাৰতৰ পতাকা উত্তোলনৰ পবিত্ৰ ক্ষণ এতিয়া সমাগত।

# [ ৫ ]

পথাৰখনৰ এমূৰত থিয় হৈ স্নেহ চাকমাই চৌদিশে চকু ফুৰাইছে। কৌখালি, টেলাফাং, ভূষণচাৰা, হীৰাচৰ, লাংগাডু আদিৰ পৰা অহা হেজাৰ হেজাৰ চাকমা গএ্রা ৰাইজ। বহুদূৰ বাটকুৰি বাই তেওঁলোক আহি ইয়াত উপস্থিত হৈছেহি। সদায়েই নিজ স্বাধীনতাক খামোচ মাৰি ধৰি থকা এইখিনি মানুহেই আজি স্বইচ্ছাই নিজ স্বাধীনতাক হস্তান্তৰ কৰিবলৈ ওলাইছে ভাৰত মাতাৰ হাতত। তেওঁলোকক দেখি এই মুহূৰ্তত কোনে বিশ্বাস কৰিব যে এটা সময়ত তেওঁলোকে এই একেটা কাৰণতে বছৰ বছৰ ধৰি যুঁজিছিল মোগল আৰু ব্ৰিটিছৰ বিৰুদ্ধে? আজিৰ এই বিশেষ দিনত পুৰুষসকলৰ গাত ৰং-বিৰঙৰ লেচ্চাৰ কানি আৰু ওপৰৰ অংশত কামিজ শ্বিলুম, মূৰত খাবাং। তেওঁলোকৰ মৰমী পত্নীয়ে আদৰেৰে নিজ হাতেৰে বৈ উলিওৱা এই বিশেষ পোছাক এটা বিশেষ দিনৰ বাবে। আজি বহুতোসংখ্যক মহিলাও আহি উপস্থিত হৈছেহি। তেওঁলোকৰ দেহতো ৰঙা খাদী আৰু পিনন, মূৰত খাবাওঁং, হাতত বস্তু ভৰাবলৈ কাৰজাল। তেওঁৰ মনলৈ আহিছে ৰাধামন-ধনপুড়ি পালাৰ মুখ্য চৰিত্ৰ ধনপুড়িয়ে প্ৰেমিক ৰাধামনৰ কাৰণে এক ৰাতিৰ ভিতৰতে বৈ উলিওৱা সঝাংগ-খাবাংৰ কাহিনীলৈ। সেই খাবাং মূৰত পৰিধান কৰি ৰাধামন গৈছিল যুদ্ধজয়ৰ বাবে আৰু জয়ী হৈ এদিন প্ৰেমিকা ধনপুড়িৰ ওচৰলৈ ঘূৰি আহিছিল। যুগে যুগে চলি অহা এটা কাহিনী। অজেয় প্ৰেমৰ এক বিচিত্ৰ কাহিনী।

কামিনী দেৱান আহি তেওঁৰ পিঠিত এটা মৃদু টোকৰ মাৰিলে— উপাযুক্ত চাহাব ওলাই আহিলে তুমিয়েই তেওঁক আগবঢ়াই লৈ আহিবা।

— তোমালোক সকলো বুদ্ধিমত্তা থকা মানুহ, আমাৰ সমাজত তোমাৰ এক বিশেষ সন্মান আছে আৰু তুমি ৰাজবাৰীতো প্ৰিয়। তথাপিও সকলো কামতে মোক কিয় তোমালোকে ঠেলি থাকা? দ'ছেৰ লাঠী একেৰ বোঝা। ইমান বোজাত মোৰ পিঠি বেঁকা হৈ যাব কামিনী।

— তুমি পাৰিবা স্নেহ বন। আমি জানো যে সংকটৰ সময়ত যোগ্যজনেহে আগভাগ লৈ কামখিনি কৰিব লাগে। তোমাক এনেই ঠেলি দিছো বুলি কেতিয়াও নাভাবিবা।

— নহয় বন, মোক দেখিলেই তোমাৰ কিবা নহয় কিবা কামলৈ মনত পৰি যায়। নাৱিত দেলে নৌকুনি বাৰে— নাপিত দেখিলে নখ বাঢ়ি যায় বুলি স্নেহই কামিনী দেৱানৰ আগত মিছা অভিমান কৰি দেখুৱালেও তেওঁৰ জ্ঞাতি-ভাইসকলে তেওঁৰ ওপৰত আৰোপ কৰা আস্থাই তেওঁক আনন্দও দিয়ে আৰু সকলো কষ্টৰ অনুভৱ নিমিষতে নোহোৱা হৈ যায়। তেওঁৰ চকুৰে-মুখে আনন্দৰ এক ৰেঙণি ফুটি উঠিছে আৰু ভাতৃসদৃশ বন্ধু কামিনী দেৱানেও স্নেহৰ বাক্যবাণ আমোদেৰেই গ্ৰহণ কৰিছে— মাধা নেই কানাহৌ

গাৰাগাৰি— তুমি আমাৰ মূল অংগ মূৰ, তোমাৰ অবিহনে আমাৰ সমাজ একেবাৰেই শেষ। এনে সংকটৰ মুহূৰ্তত তুমি আমাৰ সকলোৰে আগত। আমিবোৰ তোমাৰ পাচত।

কামিনী মোহনৰ একমাত্ৰ নাবালক পুত্ৰ শাক্যদেৱে এবাৰ মানুহৰ জুমবোৰলৈ আৰু এবাৰ দেউতাক আৰু স্নেহ খুৰালৈ চাইছে। তাৰ চকুত বহুতো প্ৰশ্ন। আজি কিয় ইমান মানুহ? কিবা মেলা নেকি? তাৰ সৰু গ্ৰামখনত কেতিয়াবা এনেকুৱা মেলা বহে। কিন্তু ইমান মানুহতো কেতিয়াও গোট নাখায়। স্নেহই তাৰ ট ট কৈ জিলিকি থকা চকুলৈ চাই তাৰ ৰঙা, গোলাপফুলীয়া গালখনত সৰুকৈ টোকৰ এটা মাৰি প্ৰশ্ন কৰিলে— অয়ি পুৱা, তুমি কি গৰৰ?

শাক্যদেৱৰ উত্তৰ দিয়াৰ সময় নাই। সি চৌদিশৰ ব্যস্ততাক লৈ ব্যস্ত। এপাকত সি মনৰ উলাহত হাতচাপৰি বজাই চিঞৰি উঠিছে— ৰাজা আৰু ৰাণী, ৰাজা আৰু ৰাণী! হয়ি! হয়ি! ই-ই-হু-হু! লগে লগে কামিনী দেৱান আৰু স্নেহ চাক্‌মাৰ চকু সেইফালে গৈছে। এখন ক'লা ৰঙৰ ফৰ্ড গাড়ীৰ পৰা ধীৰে ধীৰে নামিছে ৰাজা নলিনাক্ষ ৰায় আৰু ৰাণী বেনিতা ৰায়। ৰাণীৰ দেহত আজি ৰঙা খাদী আৰু পিনন। গোটখোৱা মহিলাবোৰে ৰাণীৰ সোণোৱালী বৰণৰ লগত খাপ খাই পৰা বিভিন্ন ধৰণৰ অলংকাৰবোৰ ওচৰৰ পৰা চাবলৈ ঢাপলি মেলিছে। ৰাণীৰ ৰূপ আৰু পিন্ধা-উৰাৰ চখৰ কথা কিংবদন্তিৰ ৰূপত সকলোৰে মুখে মুখে। তেওঁ সাধাৰণতে শাৰীয়েই পিন্ধে। কিন্তু এনেধৰণৰ বিশেষ দিনত তেওঁ চাক্‌মা সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধা জনাই পিন্ধে ৰংচঙীয়া চাক্‌মা পোছাক। তলৰ অংশ ঢাকি পিন্ধা পিননত ক'লা কাপোৰৰ দুই মূৰে ৰঙা ৰঙৰ পেখম ধৰা ময়ূৰ। বিজনফুল চোখ-চাবুগি। মহিলাবোৰৰ ফুচ্‌ফুচনি স্নেহৰ কাণত পৰিছে। ললিতাৰ মুখত এনেধৰণৰ আৰ্হিৰ নাম তেওঁ শুনে আৰু পাচমুহূৰ্ততে অন্য চিন্তাত সেইবোৰ পাহৰি যায়। অহাৰ আগে আগে ললিতাই শালত লগাইছিল এখন নতুন পিনন, ধন-চাৰা চাবুগিৰ আৰ্হিত। বিজন ফুল হেনো অতি ব্যয়-বহুল এক আৰ্হি, অভিজাত সম্প্ৰদায়ৰ বাবে। স্নেহৰ হাঁহি উঠিছে। এনে এটা মুহূৰ্ততো তেওঁৰ কাণত বাজিছে বিজনফুল আৰ্হিক লৈ বহা মহিলা মেল আৰু চকুতো পৰিছে পেখম ধৰা ময়ূৰৰ এই সুন্দৰ চানেকি। ললিতালৈ তেওঁ মনত পৰিছে। অহাৰ মুহূৰ্তত গাঁৱৰ পাদু ওঝাক লগ ধৰি ললিতাৰ দেহৰ কথা আলোচনা কৰি দুপালিমান ঔষধ পঠিয়াই দিয়াৰ পৰিকল্পনা আছিল। গা-ভাৰী মানুহগৰাকী বমি কৰি কৰি কেতিয়াবা ভাগৰি পৰে। কিন্তু দেশৰ চিন্তাত ওলাই অহা মানুহজনে মূৰকত সকলো পাহৰি ৰঙামাটিৰ দিশত হনহনাই গুচি আহিল।

ৰাজা আৰু ৰাণীৰ ফালে স্নেহ আৰু কামিনী দেৱান বেগত আগুৱাই গ'ল। দুয়ো মূৰ তল-ওপৰ কৰি ৰাজা-ৰাণীক অভিবাদন জনালে। মহিলাসকলে সপ্ৰশংস দৃষ্টিৰে সুন্দৰী ৰাণীৰ ফালে বাৰে বাৰে চাইছে— কি ধুনীয়া কাণফুল, এয়া কাজাফুল, ডিঙিত সেইডাল হীৰাৰ হালচাৰা, বাঃ হাতত কি এক সুন্দৰ বালা বাংগুৰি!

— গৈৰিকাখন দেখিছানে? এইবাৰৰ খনত সকলো দেশপ্ৰেমমূলক ৰচনা। কবিগুৰুৰ

এখন পুৰণি ৰচনা, জালিয়ানৱালাবাগ হত্যাকাণ্ডৰ পাচৰ সময়ৰ, নাইট উপাধি ঘূৰাই দিয়াৰ সময়ৰ 'আমাৰ চোখেৰ জল', এইবাৰ ছপাই দিছো।

ৰাণী বেনিতা ৰায়ৰ চকু দুটা আবেগত উজ্বলি উঠিছে। কবিগুৰুৰ লগত তেওঁৰ এক আত্মিক সম্পৰ্ক। সৰুৰে পৰা সেইটো পৰিয়ালৰ এক সদস্য হিচাপে জোৰাসাঁকোৰ ঘৰত উমলি-জামলি ডাঙৰ হৈছিল। ককাক ব্ৰাহ্ম সমাজৰ প্ৰতিষ্ঠাতা কেশৱ সেনে নিজৰ নাবালিকা কন্যাক জমিদাৰ এজনলৈ বিয়া দিয়াৰ অপৰাধত লাঞ্ছিত হ'লেও জোৰাসাঁকোৰ ঘৰখনে তেওঁক আদৰিয়েই লৈছিল। কেশৱ সেনৰ একমাত্ৰ পুত্ৰ বেৰিষ্টাৰ সৰল সেন আৰু সৰল সেনৰেই কন্যা চাক্‌মা ৰাণী বেনিতা ৰয়। এগৰাকী ইংলিছ গভাৰ্নেছৰ অধীনত তেওঁ পশ্চিমীয়া আদব-কায়দা শিকাৰ লগতে ইংৰাজী সাহিত্যৰ সকলো জনপ্ৰিয় কবিতা কণ্ঠস্থ কৰি পেলাইছিল। ঠাকুৰ পৰিয়ালত ৰবীন্দ্ৰনাথৰ পৰা তেওঁ শিকিছিল ৰবীন্দ্ৰ সংগীত। ছবি আঁকাত ব্যস্ত ৰবীন্দ্ৰনাথৰ কাষত বহি তেওঁৰ ৰঙৰ তুলিকা বোলোৱাৰ দৃশ্যও উপভোগ কৰিছিল। এবাৰ কাঠৰ মুঢ়া এটা চকলিয়াই চকলিয়াই কবিগুৰুৱে বন মানুহৰ আকৃতিৰ মানুহ এজনৰ মুখ এখন বনাই আছিল। তেওঁৰ হাত, হৃদয় আৰু মগজুৰ মাজত এডাল সূক্ষ্ম ৰেখা। কি বনাইছা? তেওঁৰ চিন্তাৰ আঁতডাল হেৰাই গৈছে। বান্দৰ! বান্দৰ ক'ত আছে? কলিকতাৰ মাজমজিয়াত বহি কণমানি ছোৱালীজনীয়ে বান্দৰ সম্পৰ্কে অজ্ঞতা প্ৰকাশ কৰাটোৱেই স্বাভাৱিক। তদুপৰি সৰু ল'ৰা-ছোৱালীৰ পেৰি পেৰি সুধি থকা স্বভাৱৰ ব্যতিক্ৰম বেনিতাৰ ক্ষেত্ৰতো নঘটাটোৱে সাধাৰণ কথা। হঠাৎ কবিগুৰুৰ খং উঠি গ'ল। কেতিয়াবা কেতিয়াবা কৰি থকা কামত মন বহুৱাব নোৱাৰিলে তেওঁৰ খং উঠে। সেইদিনাও তেনে হ'ল। 'তয়েই বান্দৰ আৰু এয়া তোকেই বনাইছো।' কণমানি বেনিতাৰ চাপৰি বজাই বজাই হাঁহিৰ অন্ত নাই। কবিগুৰুৱে আধা সজা বন মানুহৰ ভাস্কৰ্যটো বেনিতাৰ হাতত তুলি দিলে। প্ৰথমতে সেইটো তেওঁৰ বাবে আছিল এটা খেলৰ পুতলা আৰু এতিয়া ৰাজাবাৰীৰ গৌৰৱময় এক সম্পদ। কবিগুৰুৰ সেই দানক ৰাণীয়ে বৈঠকখানাৰ এচুকত সযতনে সজাই ৰাখিছে।

যোৱা বছৰৰ পৰা ৰাণীয়ে ভাবিলে এখন আলোচনীকে উলিওৱা যাওক। ৰঙামাটিত নতুনকৈ এক শিক্ষিত যুৱকৰ দল গঢ় লৈ উঠিছে। তেওঁলোকৰ ভাৰতৰ বাকী প্ৰান্তত কি ঘটিছে তাক জনাৰ এক অদম্য ইচ্ছা। তদুপৰি চাক্‌মা সংস্কৃতি, সমাজক প্ৰতিফলিত কৰি সাহিত্য ৰচনাৰো কামনা নথকা নহয়। এইসকল যুৱকৰ বাবে শিক্ষিতা, আগবঢ়া, উজ্জ্বল মস্তিষ্কৰ এই সুন্দৰী মহিলা নিঃসন্দেহে অঘোষিত নেত্ৰী। ৰাণীয়ে সকলোৰে ইচ্ছাক সন্মান জনাই এনে এখন আলোচনী প্ৰস্তুত কৰাৰ কামত আগবাঢ়িল। নাম কি দিয়া যায়? তেওঁ কবিগুৰুৰ আশীৰ্বাদ ল'বলৈ তেওঁৰ ওচৰ চাপিল। কবিগুৰু তেতিয়া শান্তি নিকেতনত ৰবীন্দ্ৰ ভাৰতী গঢ়াৰ কামত ব্যস্ত। নাম কি ৰাখিম? কবিগুৰুৱে কিছুসময়ৰ বাবে চকু মুদিলে। চকু মেলোতেই তেওঁ কৈ উঠিল— 'গৈৰিকা। ছিটাগঙৰ গিৰিমালাৰ মাজত এটা সন্তান জন্ম হ'বলৈ ওলাইছে। ইয়াতকৈ সুন্দৰ নাম এটাৰ কথা মই ভাবিব পৰা নাই।'

তেতিয়াৰ পৰাই তিনি মাহৰ মূৰে মূৰে গৈৰিকা ওলাবলৈ লৈছে। ভাষা প্ৰধানতঃ বাংলা, মাজে মাজে চাক্‌মাসকলৰ অজ' পথ আখৰো ব্যৱহাৰ কৰা হৈছে। জেনখুলি মালিতা, ৰাধামন-ধনপতি পালা গীত, লক্ষ্মী পালা গীত আদিক প্ৰথম আলোচনীৰ পাতলৈ আনি চাকমা-অচাক্‌মা সকলোৰে সন্মুখত চাক্‌মা সংস্কৃতিক নতুন ৰূপত প্ৰতিষ্ঠা কৰোৱাৰ এক নতুন প্ৰচেষ্টা। চাক্‌মা সমাজৰ বাহিৰৰ পৃথিৱী, দ্বিতীয় মহাযুদ্ধই গৰকা পৃথিৱীৰ ছবি এখনো চাক্‌মা যুৱক-যুৱতীৰ দৃষ্টিৰ আগলৈ অনাৰ অভিনৱ পদক্ষেপ। ৰাজাবাৰীৰ পৃষ্ঠপোষকতাত।

— এইবাৰ মই ৰাজাবাৰীত পৰি থকা ভূৰ্জ-পাতৰ পুথিত থকা মন্ত্ৰ কিছুমানৰ অৰ্থ বাংলালৈ অনুবাদ কৰি পেলাইছো। দে-ৰে-গংগা, দে-ৰে-পানী, অবুজ মানেই শুদ্ধ গাৰোং, শুদ্ধ গৰি পাধং ঘৰ, মৰ নাং শিৱ- শংকৰ— মা গংগা, মোক পানী দিয়া, মই অবুজ মানুহক সেই পানীৰে গা ধুৱাই শুদ্ধ কৰিম আৰু শুদ্ধ কৰাৰ পাচত তেওঁলোকক ঘৰলৈ ঘূৰাই পঠিয়াম। মই শিৱ-শংকৰ।— ৰাণীৰ মাতত উচ্ছ্বাসৰ অন্ত নাই।

হঠাৎ ইমান সময় নীৰৱ হৈ থকা ৰাজা নলিনাক্ষ ৰয় যেন সৰৱ হৈ উঠিছে— সেইবোৰ আমি পাচত আলোচনা কৰিম। এতিয়া আমাৰ আচল কাম হ'ব পতাকা উঠোৱা। স্নেহই এই পবিত্ৰ কামটো কৰাৰ আগেয়ে 'ঢোল, ডগৰ, শিংগা' বজোৱা ডেকাহঁতক মাতা। সিহঁতে এইবোৰ বজাওক আৰু পাৰিলে ধুধুক বজাই পৰিবেশটো উৎসৱমুখৰ কৰি তোলক। কোনোবাই যদি শ্বুৰাশ্বা আনিছে পাৰিলে তাকো বজাওক। আজিৰ ডেকাবোৰ এলেহুৱা হ'ল যেন পাইছো। আগতে ৰ'দ ওলালেই ৰঙালাওৰ ভিতৰখন চাফ কৰি শ্বুৰাশ্বা বনোৱাৰ কামত ডেকাহঁত লাগি গৈছিল। শুকাই কৰ্কৰীয়া হোৱাৰ পাচতেই তাত ফুটা কৰি সৰু সৰু শিলগুটি সুমুৱাই সিহঁতে বজাইছিল সেই শ্বুৰাশ্বা। কি অনুপম শব্দ! শ্বুৰাশ্বাৰ শব্দত নচাৰ আনন্দই সুকীয়া।

হাইদ চাহাব নিজ বাসভৱনৰ পৰা ওলাই অহাৰ লগে লগেই সকলো শব্দৰ যেন হঠাৎ অন্ত পৰিল। তেওঁ পোনে পোনে ৰাজাৰ ফালে আগবাঢ়ি আহি কৰমৰ্দন কৰিলে। প্ৰায় দহ হেজাৰ মানুহ। সকলোৱে মৰম আৰু শ্ৰদ্ধাৰে ৰাজা-ৰাণীৰ চাৰিওকাষে জুম বান্ধিছে।

হাইদ চাহাবে চকুৰ ঠাৰেৰে স্নেহক পতাকাৰ দিশলৈ যাবলৈ ইংগিত দিছে। সময় সমাগত। পূবৰ কমলা বেলিয়ে হালধীয়া বৰণ ধাৰণ কৰিলেই আৰু কিছু সময়ৰ পাচতেই আকাশৰ বহু অংশ অতিক্ৰম কৰি মধ্য আকাশলৈ ঢাপলি মেলিব। এডাল ওখ বাঁহৰ ওপৰত এটুকুৰা মূৰ তল কৰি থকা কাপোৰ। তলৰ ৰছীডাল স্পৰ্শ কৰোতে স্নেহৰ হাত থৰথৰকৈ কঁপিছে। ঢোল-দগৰৰ শব্দৰ লগতে ধুধুকৰ শব্দই যেন ভূমিখণ্ডত জোকাৰণিহে তুলিছে। শীতল বতাহত পতাকাখনতো এক জোকাৰণি অনুভৱ হৈছে আৰু এটা বিন্দুলৈ আহি সেই বতাহৰ তালে তালে ত্ৰিৰংগ পতাকাখনে লয়লাসভংগীত এক নৃত্য আৰম্ভ কৰিছে।

হাইদ চাহাবৰ বেগেঁ 'জনগণ মন' কিছু বেসুৰাভাৱে বজাবলৈও আৰম্ভ কৰি দিছে। এনে এটা অনুষ্ঠানৰ বাবে প্ৰস্তুতিৰ সময়ো যে কোনোৱে পোৱা নাই। সকলোবোৰ স্বতঃস্ফূৰ্তভাৱে, এক নিজস্ব লয়ত চলি গৈছে। দূৰ-দূৰণিৰ পৰা দিন-ৰাতিৰ অবিৰত যাত্ৰা কৰি অহা এই দহ হেজাৰ লোক, 'ঢোল-দগৰ-শিঙা'ৰ সুৰত বাজি উঠা গীত, হয়তো জেন্‌খুলি নহয় প্ৰেমৰ উবা-গীত, তাৰ তালে তালে নৃত্য, বেগুৰ সুৰত বজা ভাৰতৰ ৰাষ্ট্ৰীয় সংগীত। কিবা এক প্ৰচণ্ড খেলিমেলিৰ মাজত সৃষ্টি হোৱা এক ধৰণৰ শৃংখলা। অদম্য উছাহে সকলোবোৰ হ'বলগীয়া আনুষ্ঠানিকতাক চেৰ পেলাই সকলোৰে ঊৰ্ধ্বত গৈ ঐতিহ্যময় এই দিনটোক এনেকুৱা এটা ৰং প্ৰদান কৰিছে যে গোন্ধহীন, বৰণহীন এই পবিত্ৰ ৰঙৰ সুবাসত সকলোবোৰ উথলি উঠিছে।

ৰেড্‌ক্লিফ চাহাবৰ কাহানিও নেদেখা চেহেৰাৰ এক মানসিক চিত্ৰ অংকন কৰি স্নেহ চাকমাৰ বুকুত সৃষ্টি হৈছে একপ্ৰকাৰ বা-মাৰলীৰ। শিলৰ ভাস্কৰ্যৰ দৰে কঠিন এক মুখাবয়ৱ। তেওঁৰ কাল্পনিক জগতত সেইখন মুখৰ ধীৰ-গতিৰ পৰিভ্ৰমণ।

— অভিনন্দন। এখন স্বাধীন দেশৰ অংশ হোৱাত আপোনালোক সকলোকে অভিনন্দন। — হাইদ চাহাৱে বাংলা ভাষাত সজোৰে কৈ উঠিছে। এজন সুকৌশলী ইংৰাজ প্ৰশাসকৰ দৰে তেওঁৰ আৱেগক এক কঠিন, লৌহ আৱৰণেৰে যেন আবৃত কৰি ৰাখিছে। তেওঁ শব্দত, মুখত, ভাৱাবেগৰ কোনো চিহ্ন নাই।

চাক্‌মা ৰাজা নলিনাক্ষ ৰায়ৰ হাতত মাইক। শব্দৰ বিস্ফোৰণ ঘটোৱা এই যন্ত্ৰটো চাক্‌মাসকলৰ বাবে অপৰিচিত। সকলোৱে চকু মেলি প্ৰথমতে ৰাজালৈ আৰু তাৰ পাচত তেওঁৰ ওঁঠৰ সন্মুখৰ সেই যন্ত্ৰটোলৈ অবাক হৈ চাইছে। ৰাজাৰ কাবাঙৰ বিভিন্ন ৰঙৰ লুকাভাকুৱে এই মুহূৰ্তত তেওঁৰ মুখতো ৰং ছটিয়াইছে। সদায় পিন্ধা কোট-পটলুঙৰ স্থানত চাক্‌মাসকলৰ পৰিচিত কামিজ খিলুম, খিলুমৰ ওপৰত ৰঙা আৰু ক'লা ৰং মিশ্ৰিত হাট্ৰাবৰ এখন কান্ধৰ পৰা কঁকাললৈ ওলমি পৰিছে। নিজ হাতে বিদায় দিবলৈ ওলোৱা নিজৰ একাধিপত্যক লৈ ভাৰতৰ অন্যান্য প্ৰান্তৰ ৰজা-মহাৰাজাৰ দৰে তেওঁ চাগে পৰিশ্ৰান্ত নহয়। কিন্তু চাক্‌মা জাতিৰ ভৱিষ্যতক লৈ হয়তো তেওঁ চিন্তিত। কলিকতা-দিল্লীৰ পৰা অহা খবৰৰ বহুতো টুকুৰা তেওঁৰ কাণত পৰেহি; তাৰে কিছু অংশ স্নেহ, ইন্দ্ৰমণি, কামিনী মোহনহঁতৰ লগত ভগাই লয়, কিছু অংশ হয়তো নিজৰ ভিতৰতে সংগোপনে ৰাখি থয়।

— ভাইহঁত, আমি এদিন চম্পকনগৰ নামৰ পূব ভাৰতৰ ঠাই এখনৰ পৰাই আহিছিলো। আমাৰ তথাগত বুদ্ধ জন্মগ্ৰহণ কৰা শাক্যবংশৰ এটা ফৈদে যুৱৰাজ অভিৰাজৰ অধীনত আহি ইৰাৱতী নদীৰ পাৰত প্ৰথম আমাৰ ৰাজ্য স্থাপন কৰিছিল। তেতিয়াৰ বাৰ্মিজহঁতে শাক্যবংশৰ সন্তানহঁতৰ নাম দিলে চাক্যহঁতৰ পৰা হোৱা মানুচ অৰ্থাৎ চাকমা আৰু পৃথিবীৰ আগত আমি নিজকে চাকমা বুলি পৰিচয় দিবলৈ ধৰিলো। এটা সময়ত চাক্‌মাবোৰৰ এটা বুজন অংশই আৰাকান পৰ্বতৰ মাজেদি গৈ ছিটাগং পাৰ্বত্য অঞ্চল পালেগৈ। আমি

গংগাৰ পাৰৰ পৰা ইৰাৱতীৰ পাৰলৈ গ'লো আৰু তাৰ পৰা কৰ্ণফুলিৰ কাষলৈ প্ৰব্ৰজন কৰিলো। আজিৰ দিনটোত আমাৰ ওভতনি যাত্ৰা আৰম্ভ হৈছে আমাৰ আইৰ বুকুলৈ ভাৰত-মাতাৰ কোলাত আমি তেওঁৰেই সন্তানে পুনৰ আশ্ৰয় ল'বলৈ বিচাৰিছো। ভাৰত মাতায়ো আজি আমাক দুহাতেৰে সাবটি ধৰিছে। এসময়ত মোগল আৰু ব্ৰিটিছৰ নিচিনা দুটা দুৰ্ধৰ্ষ জাতিৰ লগত যুঁজ কৰি নিজৰ স্বাধীনতাক অখণ্ড ৰখা চাক্‌মা নামৰ এই মহান জাতিয়ে অনুভৱ কৰিছে যে এইখন পতাকাৰ তলত থিয় হৈ থাকিলেহে তেওঁলোকৰ সংস্কৃতি, ধৰ্ম, স্বাধীনতা, নিজস্বতা— এই সকলোবোৰ অক্ষুণ্ণ থাকিব আৰু সেয়ে স্বইচ্ছাই এই জাতিয়ে আজি নিজক সমৰ্পণ কৰিবলৈ ওলাইছে ভাৰত নামৰ ভূমিখণ্ডৰ হাতত।

নলিনাক্ষ ৰয়ে চাক্‌মা ভাষাত সলসলীয়াকৈ, সকলোৱে বুজাকৈ কথাবোৰ কৈ গৈছে। ভাষাত অলংকাৰৰ প্ৰয়োগ থাকিলেও কথাবোৰ আৱেগবোৰ উপলব্ধি কৰাত কষ্ট হোৱা নাই। আনকি জিলা উপায়ুক্ত হাইদা চাহাবেও সজোৰে মূৰ দুপিয়াই ৰাজাৰ ভাষণৰ লগত একাত্মতা প্ৰকাশ কৰিছে।

একে সময়তে দিল্লীৰ সাংসদ ভৱনৰ ওপৰত অভূতপূৰ্ব হৰ্ষোল্লাসৰ মাজত ভাৰতবৰ্ষৰ পতাকা উত্তোলন কৰা হৈছে।

বোম্বাই চহৰৰ জিন্না-হাউছত ভাৰত আৰু পাকিস্তান উভয়ৰে পতাকা সগৰ্বে উৰিছে।

কলিকতা চহৰৰ বস্তি এলেকাৰ হাইদৰি হাউছত গান্ধীজীয়ে নতুন দেশখনৰ শত-সহস্ৰ ভোকাতুৰ জনগণৰ লগত একাত্মতা প্ৰদৰ্শন কৰি অনশনত বহিছে আৰু তেওঁৰ লগত বহি থকা বংগৰ এসময়ৰ 'প্ৰধানমন্ত্ৰী' চুহৰাৱাৰ্ডিয়ে ঘৰটো ঘেৰাও কৰি থকা শ শ ডেকা ল'ৰাৰ সন্মুখত ১৯৪৬-৪৭ চনৰ বংগৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ বাবে নিজকে দোষী বুলি স্বীকাৰ কৰি লৈছে। চুহৰাৱাৰ্ডিলৈ শিল দলিয়াবলৈ প্ৰস্তুত হৈ অহা গৰিষ্ঠসংখ্যকে তেওঁৰ এই অকপট স্বীকাৰোক্তিত মুগ্ধ হৈ হাতৰ শিল শূন্যলৈ দলিয়াই দিছে। স্বাধীন ভাৰতৰ বুকুত সত্যৰ জয়যাত্ৰা অব্যাহত ৰখাৰ স্বপ্নত বিভোৰ এইবোৰ সৰু সৰু লোক!

দিল্লী-বোম্বাই-কলিকতাৰ পৰা বহু যোজন দূৰৈত থকা ৰঙামাটিতো সেইদিনা হয়তো শেষবাৰৰ বাবে বৈছিল এক আনন্দৰ বন্যা। তাৰ পাচতেই স্থিতিশূন্যতাৰে, যাক লিপিবদ্ধ কৰিবলৈ গৈ পিচ হুঁহকি আহিছিল। আৰম্ভ হৈছিল বঞ্চনা আৰু লাঞ্ছনাৰ এখন নতুন ইতিহাস কিছু সময়ৰ বাবে ইতিহাসো যেন।

## [ ৬ ]

ইন্দ্ৰমণি চাক্‌মাই হাতৰ ৰেডিঅ'টোলৈ চাই চাই এটা সময়ত চিঞৰি উঠিল। তেওঁ ৰেডিঅ'টোৰ ন'বটো ঘূৰাই-পকাই মাজে মাজে তাক কাণৰ ওচৰলৈ আনি শুনা কথাখিনিৰ সত্যাসত্য নিৰূপণ কৰিবলৈ চেষ্টা চলালে। কলিকতা ষ্টেচনৰ পৰা বাৰে বাৰে একেখিনি কথাকেই ঘোষকজনে সলসলীয়া বাংলা ভাষাত কৈ আছে। মানুহজনে তেওঁৰ গৰগৰীয়া মাতটো কেতিয়াবা এটা মাত্ৰালৈ তুলিছে আৰু কেতিয়াবা এক নিম্ন লয়লৈ আনি তাত এক নাটকীয়তা অনাৰ চেষ্টা চলাইছে। ৰেডক্লিফ আয়োগৰ প্ৰতিবেদনৰ ওপৰতেই এয়া বিশেষ বাতৰি। ৰাজাবাৰীৰ কামিনী দেৱানৰ লগত থকা এই সৰু ৰেডিঅ'টো ৰাণী বেনিতা ৰয়ে কামিনী মোহনক কলিকতাৰ পৰা আনি উপহাৰ দিছিল। শব্দৰ স্বৰ প্ৰায়েই অনুচ্চ, কিছু পৰিমাণে অস্পষ্ট ঘেৰঘেৰ-কেৰ্‌কেৰ্ আদিবোৰৰ আধিপত্য আছেই। তথাপিও ইন্দ্ৰমণিৰ চিঞৰত ওলাই অহা কামিনী, স্নেহ আদিয়ে ৰাজাবাৰীৰ সন্মুখৰ বাগিচাখনত থিয় হৈ ৰেডিঅ'টোৰ পৰা ভাহি অহা কথাখিনিৰ অৰ্থ হৃদয়ংগম কৰিবলৈ চেষ্টা চলাইছে।

গোলাপৰ তল খুঁচৰি এটা ওখ মাটিৰ ঢিপ বনাবলৈ ব্যস্ত হৈ থকা মালীয়ে তাৰ পৰা অলপ দূৰৈত গোট খোৱা মানুহৰ জুমটো আৰু জুমৰ গোটেইকেইজনৰে টেমি যেন হোৱা মুখবোৰ চাই বুজিছে যে কথা ওলাই থকা সেই অদ্ভুত যন্ত্ৰটোৱে কিছুমান ভয়লগা কথা ক'বলৈ লৈছে। এই যন্ত্ৰটো দেখিলেই মালীয়ে সদায় ভূত ৰাজাক স্মৰণ কৰে ৰক্ষা কৰিবলৈ। ক'লা বৰণ, মানুহ ভিতৰত আৰু শব্দ বাহিৰত। ভয় লাগে তাৰ।

— মই ভয় খাই থকাটোৱেই হ'ল কামিনী ব'ন। এনেকুৱা কিবা এটা কৰিয়েই এই ইংৰাজবিলাক যাবগৈ বুলি মই জানিছিলো।

— কিন্তু আমি এনে এটা অন্যায় কথা নামানো।

— নামানো আমি— ৰাজাবাৰীৰ কামিনী দেৱানৰ সেই সৰু দাঁতিকাষৰীয়া ঘৰটোৰ পৰা এজন-দুজনকৈ মানুহবোৰ ওলাই আহিছে। পতাকা উঠোৱাৰ দিনটোৰ পাচত নেতৃস্থানীয় মানুহকেইজনে কিবা এটা আশংকাত ৰঙামাটি এৰি ঘৰমুৱা ওভতনি যাত্ৰা এতিয়াও কৰা নাই। তেওঁলোকৰ গুণগুণনিবোৰ ক্ৰমান্বয়ে ডাঙৰ হৈ এটা কোলাহলৰ শব্দত পৰিণত হৈছে। ৰাজাবাৰীত ইমান ডাঙৰ শব্দৰ ইমানবোৰ কোলাহলৰ প্ৰচলন নাই। কিন্তু আজি মানুহবোৰে সকলোবোৰ কথা যেন জানি-শুনিয়েই পাহৰি পেলাইছে।

মালীয়ে জুমটোলৈ চাই চাই এটা সময়ত পতিয়ন গৈছে যে আজি এই গোটেইকেইজন মিলি নিশ্চয় পুৱাতেই দোৱা চ্যুনি পান কৰিছে, তাকো যথেষ্ট বৃহৎ হাৰত। এতিয়া হয়তো ঢাল-কাটাং নৃত্যও আৰম্ভ কৰি দিব। গোটেইকেইজন মানুহ কিবা কাৰণত উত্তেজিত, মুখ আৰু হাতৰ পেশী কঠিন হৈ পৰিছে। এনেকুৱা এটা পৰিবেশত যুদ্ধংদেহি মনোবৃত্তিৰে

ঢাল-তৰোৱাল লৈ নচা ঢাল-কাঢাং নৃত্যহে যেন খাপ খাই পৰিব তেওঁলোকৰ লগত। কিন্তু বেলিয়ে ভৰপক নিদিওঁতেই এনেকৈ ৰাজাবাৰীতে নৃত্য আৰম্ভ কৰি দিলে, ৰাণীৰ খং উঠিব। তেওঁ কিছু অনুশাসন মানি চলা মানুহ। ঘৰলৈ আলহী-অতিথিক নিমন্ত্ৰণ কৰিলেও আগফালৰ এই চৌহদতে তেওঁ খোৱা-বোৱাৰ বন্দোবস্ত কৰে। কেতিয়াবা ৰাজাই ডাঙৰ ক'লা, ঘূৰণীয়া কাঁহীবোৰ লগাই গানৰ ব্যৱস্থা কৰিলেও ৰাণীয়ে সদায়েই চকু ৰাখে যাতে শব্দই অতি মাত্ৰা অতিক্ৰম কৰি নাযায়। ৰাজাবাৰীত আলহীক কেতিয়াও দোৱা-চ্যুনি মদ দিয়া নহয়। গুড়ৰ পৰা বনোৱা মিঠা স্বাদৰ, কম চোকৰ জাগাৰা পানীয়হে দিয়া যায় যাতে মাতাল হৈ উপদ্ৰৱ কৰাৰ কোনো সুৰুঙা কোনো অভ্যাগতই নাপায়।

মালীৰ চকু কপালত উঠিছে যেতিয়া সি দেখিছে যে মানুহৰ জুমটো ৰাজাবাৰীৰ বৈঠকখানাৰ মূল প্ৰৱেশদ্বাৰৰ মুখে ঢাপলি মেলিছে। একেবাৰে সন্মুখত কামিনী দেৱান। ৰাজাৰ কৰ্মচাৰী, সভাসদ আৰু অনুগত লোক। দেৱান বংশৰ লোক যেতিয়া কোনো নীচ কৰ্মত, অশোভনীয় কাৰ্যত তেওঁ জড়িত থাকিব নোৱাৰে। দেৱানৰ পাচতেই স্নেহ চাকমা। তেৱোঁ খিছা বংশৰ। সম্ভ্ৰান্ত লোক। স্নেহ চাকমাৰ লগত মুকুৰ তালুকদাৰ। এসময়ৰ ৰাজ পৰিষদত এওঁলোকৰ উপৰিপুৰুষসকল আছিল সন্মানীয় সদস্য। এনেবোৰ লোকে ৰাজাৰ সন্মান হানি হোৱা কাম নকৰে, নিশ্চয় নকৰে। মালীয়ে নিজকে আশ্বস্ত কৰিবলৈ চেষ্টা চলাইছে।

ৰাজপ্ৰাসাদৰ মূল সিংহদুৱাৰ খুলি অন্তৰ্ভাগলৈ সোমাই যোৱা দলটোলৈ চাই চাই মালীয়ে এক হুমুনিয়াহ চাৰিছে। তাৰ উপৰিপুৰুষেও এই ৰাজ পৰিয়ালৰ লগত কাম কৰিছিল, বছৰৰ পাচত বছৰ। ঐশ্বৰ্য আৰু বিক্ৰমেৰে পৰিপূৰ্ণ এই ৰাজ পৰিয়ালৰ বৰ্ণাঢ্য ইতিহাস। কিন্তু আজি ৰাজাৰ দেশত বেলেগ এখন দেশৰ পতাকা উৰিছে। ৰাজাৰ ঠাইত আহিব কোনোবা বেলেগ শাসক। মোগল আহিল, বগা চাহাব আহিল। কিন্তু ৰাজা সদায় ৰাজা হৈয়ে থাকিল। পাচে এতিয়া হেনো কথাবোৰ একে হৈ নাথাকে। সাধাৰণ মানুহে দেশ শাসন কৰিব। স্নেহ আৰু কামিনী দেৱানে কৈছে কথাবোৰ ভাললৈকে হৈছে। মালীৰ কিন্তু ভাল লগা নাই।

বৈঠকখানালৈ হুৰমূৰকৈ সোমাই যোৱা দলটোৱে অপ্ৰত্যাশিতভাৱে এখন হেলান দিয়া চকীত বিমৰ্ষভাৱেৰে বহি থকা ৰাজা নলিনাক্ষ ৰায়ক আবিষ্কাৰ কৰি থতমত খাই থিয় হৈ ৰ'ল।

— বাতৰিটো ময়ো শুনিছো।

ৰাজাৰ দৃষ্টি প্ৰাসাদৰ চালত আবদ্ধ। এক শূন্য উদাস দৃষ্টি। ৰাজাক ইমান বিধ্বস্ত অৱস্থাত তেওঁলোকে কেতিয়াও দেখা নাই।

— মিঃ হাইডে এইমাত্ৰ এজন কটকীৰ হাতত এখন পত্ৰ পঠিয়াইছে। পাকিস্তানী সৈন্যই আজি পুৱাতে ভাৰতৰ পতাকা দলিয়াই দি উপায়ুক্তৰ কাৰ্যালয় আৰু বাসভৱন সকলোতে পাকিস্তানী পতাকা উঠাইছে। গোটেই কামখিনি কৰোতে মিঃ হাইডৰ লগত কোনোধৰণৰ কথা-বতৰা পতা নাই। কোনো আনুষ্ঠানিকতা নকৰাকৈ বৰ আসুৰিক ধৰণেৰে তেওঁলোকে ইমান ডাঙৰ কাম এটা কৰি পেলাইছে।

— আমি ইমান এটা ভীষণ অন্যায় মানি নলওঁ। আমাৰ ইচ্ছাৰ বিৰুদ্ধে এনে এটা সিদ্ধান্ত আমাৰ ওপৰত জাপি দিয়াৰ অধিকাৰ কাৰো নাই। ব্ৰিটিছৰ নাই, ভাৰতৰ নাই, পাকিস্তানৰো নাই।— স্নেহ চাক্মাৰ মাতটো উত্তেজনাত থৰথৰকৈ কঁপিছে।

— স্নেহই ঠিকেই কৈছে। দেশ দুভাগ হ'ল, দুয়োখন দেশ স্বাধীন হ'ল। স্বাধীন হোৱাৰ দুদিন পাচত কাপুৰুষৰ দৰে এতিয়া ৰেডক্লিফ আয়োগৰ প্ৰতিবেদন প্ৰকাশ কৰিব আৰু আমাৰ অধিকাৰ আমাৰ পৰা জোৰকৈ অন্যায়ভাৱে কাঢ়ি ল'ব সেয়া হ'ব নোৱাৰে।— ইন্দ্ৰমণি চাক্মাৰ মাততো এটা ভয়ংকৰ চেপা কঁপনি। ক্ৰোধ, কান্দোন, অব্যক্ত বেদনাৰ এক অদ্ভুত মিশ্ৰণে তেওঁৰ মাতৰ ওপৰত ক্ৰিয়া কৰিছে।

— হাইড চাহাবে আজি এটা বেয়া খবৰ পঠিয়াইছে। পাকিস্তানী সৈন্যই ৰঙামাটিৰ ভূমিত ভাৰতৰ পতাকা উঠোৱাৰ দোষত গ্ৰেপ্তাৰ কৰিবৰ বাবে স্নেহ আৰু ইন্দ্ৰমণিক বিচাৰিবলৈ আৰম্ভ কৰিছে। এওঁলোকে ৰাজাবাৰীত থকাৰ খবৰ এতিয়ালৈকে সিহঁতৰ কাণত পৰাহি নাই। কিন্তু পৰিবলৈকো বেছি সময় হয়তো নাই। যিকোনো মুহূৰ্ততে সিহঁত ইয়াত আহি উপস্থিত হ'বহি। মই বিচাৰো...

বাক্যটো শেষ নকৰাকৈয়ে ৰাজাই স্নেহৰ ফালে চাইছে। তেওঁৰ চকুৰ উদভ্ৰান্ত দৃষ্টি তেতিয়াও বিদ্যমান। কিছু সময়ৰ পাচত তাৰ ঠাই হয়তো কাকূতিয়ে ল'ব।

— আমি দুয়ো এতিয়াই ৰাজাবাৰী এৰি গুচি যাম।— স্নেহে তপৰাই মাত লগাইছে— ৰাজাবাৰীৰ সন্মান ভূলুণ্ঠিত হ'বলৈ আমি নিদিওঁ।

— ৰাজাবাৰীৰ সন্মান? এখন ধৰ্মান্ধ দেশৰ অধীনত আমাৰ সমস্ত জাতি সত্তাৰে সন্মান ভূলুণ্ঠিত হ'বলৈ ওলাইছে! আমাৰ জাতিৰ অন্ধকাৰ ভৱিষ্যতৰ আশংকাত মোৰ সমগ্ৰ দেহতে কঁপনি উঠিছে। তোমালোকক ৰাজাবাৰীৰ চৌহদৰ পৰা কোনোবাই হাত কেৰেয়া লগাই লৈ যাব আৰু ৰাজাবাৰীৰ এই লাঞ্ছনাৰ চিন্তাত মই তোমালোকক ইয়াৰ পৰা শিশুপাল খেদা দিবলৈ ওলাম, তেনে এটা কথা ভুলতো নাভাবিবা। মই তোমালোকৰ অসহায় ৰাজা হ'ব পাৰো, কিন্তু ৰাজবংশৰ তেজ এতিয়াও মোৰ দেহাত বৈ আছে। কোনোবাই ইয়াৰ পৰা তোমালোকক মোৰ মৃতদেহৰ ওপৰেদিহে উলিয়াই লৈ যাব পাৰিব।

গোটেই কেইজনৰে চকুত চকুপানীৰ অগা-দেৱা। সমাজৰ মধ্যমণি সিহঁতৰ ৰাজাক যেন সিহঁতে এই মুহূৰ্ততে সাবটি ধৰিব আৰু অভয় দিব যে সিহঁতৰ উপস্থিতিত আৰু তেনে এক প্ৰজা বৎসল ৰাজনৰ নেতৃত্বত চাকমা সমাজলৈ বিপদৰ ধল বোৱাৰ কোনো সুৰুঙাই সিহঁতে দিবলৈ নাযায়।

— স্নেহ আৰু ইন্দ্ৰমণিয়ে এতিয়াই, এই মুহূৰ্ততে, ভাৰত অভিমুখী যাত্ৰা আৰম্ভ কৰা উচিত। এয়া পাকিস্তানী সেনাৰ হাতত ধৰা পৰাৰ সময় নহয়। এই দুজন যুব নেতা পাকিস্তানীৰ হাতত পৰিলে আমাৰ সংগ্ৰাম সম্পূৰ্ণ মষিমূৰ হৈ যাব। এওঁলোকে গৈ নেহৰু আৰু চৰ্দাৰ পেটেলক লগ ধৰি আমাৰ কথাবোৰ, আমাৰ দুখবোৰ বুজাই কওকগৈ। কিন্তু চট্টগ্ৰাম বন্দৰৰ ফাঁকে ফাঁকে হেনো চোৰাংচোৱাবোৰ পিয়াপি দি ফুৰিছে। এওঁলোক দুয়ো চৰকম হৈ ত্ৰিপুৰাৰ পৰা দিল্লী ওলাবগৈ লাগিব। বৰ কষ্টকৰ, বিপদসংকুল যাত্ৰা

হ'ব। কিন্তু যাব লাগিব, দেশ আৰু জাতিৰ স্বাৰ্থত আমাৰ সোঁহাত আৰু বাওঁহাত এই দুই ডেকা ল'ৰা যাবই লাগিব।

ৰাজাৰ মাতত এক আদেশৰ সুৰ আৰু সকলোৱে এই আদেশ পালিবলৈ প্ৰস্তুত।

— চৰকুম হৈ ত্ৰিপুৰালৈ যোৱা পথত বহুতো হিংস্ৰ জাতিৰ উপদ্ৰৱ। বনৰীয়া জন্তুৰ কথাতো নকওঁৱেই। আমাৰ ৰাজাবাৰীৰ গিৰীশ দেৱানকো এই যাত্ৰাৰ বাবে সাজু হ'বলৈ কোৱাগৈ। গিৰীশে ইমানদিন মোৰ নিৰাপত্তাৰ ওপৰত চকু ৰাখিছিল। এতিয়া স্নেহ আৰু ইন্দ্ৰমণিৰ ওপৰত ৰাখিব। লগত সাতজন ধনুৰ্ধৰকে ওলাবলৈ কোৱা। তুৰন্তে। আমাৰ হাতত সময়ৰ বৰ অভাৱ।

গোটেই ঘটনাখিনি বৰ দ্ৰুতগতিত ঘটি গৈছে। স্নেহৰ মনত চিন্তাৰ যেন কোনো অৱকাশ নাই। আচৰিত ধৰণেৰে ললিতাৰ চিন্তায়ো তেওঁক এতিয়া আমনি কৰাৰ সুৰুঙা উলিয়াব পৰা নাই। এটা বিশেষধৰণৰ উত্তেজনাই তেওঁক এনেকৈ গ্ৰাস কৰি পেলাইছে যে সেই উত্তেজনা অৱশেষত এক মানসিক অৱসাদলৈ পৰিবৰ্তিত হৈ তেওঁক যন্ত্ৰৱৎ কাম কৰাত আগবঢ়াই নিছে। কলিকতা আৰু দিল্লীলৈ তেওঁ অকলেই যাত্ৰা কৰিছিল আৰু সেই চহৰ দুখনৰ লগত একধৰণৰ আত্মীয়তা গঢ়িও তুলিছিল। কাৰণ তেতিয়া তেওঁৰ লগত আশংকাৰ লগতে সহচৰী আছিল এবুকু আশা। এতিয়া পৰিত্যক্ত অৱস্থাত পতিত হৈ তেওঁক সংগ দিবলৈ ওলাইছে প্ৰত্যাখ্যানৰ এমুঠি হতাশাই। তথাপিও তেওঁ এঘড়ী যুঁজিব।

হঠাৎ গোলাপৰ তল খুঁচৰি থকা মালীৰ বিকট চিঞৰে তেওঁক তেওঁৰ মানসিক ক্লান্তিৰ পৰা পলকতে জগাই তুলিলে। তেওঁৰ গাৰ কাষেৰে জোৰেৰে পাৰ হৈ যোৱা ৰাজাবাৰীৰ এজন দ্বাৰপালকে সকলোৱে শুনাকৈ কৈ থৈ গ'ল যে মালীক বিষধৰ সাপে দংশন কৰিছে। 'ধঁতুৰাৰ পাত বটি লগাই দিয়া। ৰাজবৈদ্যই তালিক শাস্ত্ৰ চাই হয়তো বেলেগ কিবা ঔষধ দিবও পাৰে। বৈদ্যালি পুথিত বহুতো মন্ত্ৰ আছে। তাৰ বাবে ওঝাক খবৰ দিছো। আমাৰ গাঁৱত এই মন্ত্ৰবোৰৰ বাবে আজিলৈকে সাপে কামোৰা মানুহ এজনৰো মৃত্যু ঘটা নাই। কামিনী মোহনৰ নিৰ্দেশ স্পষ্ট। তেওঁৰ মুখ আৰু চকুত এয়া নতুন চিন্তাৰ সমাহাৰ। ৰাজাবাৰীৰ এজন মুখ্য বিষয়া হিচাপে এই পৰিয়ালটোৰ প্ৰতি তেওঁৰ চিন্তা আৰু উদ্বেগৰ অন্ত নাই। আজিও তেওঁ ৰাজবৈদ্যক মাতি পঠিয়াই নিজ কৰ্তব্য পালনৰ চেষ্টাত নামিছে। একেসময়তে তেওঁ গিৰীশ দেৱানকো মাতি পঠিয়াইছে। ৰাজাবাৰীৰ চৌহদৰ ভিতৰত এখন ছৈ দিয়া গৰুগাড়ী, একাষৰীয়াকৈ সজাই থোৱা হৈছে। ৰাজাৰ ফৰ্ড গাড়ী বা ৰাজাৰ ঘোঁৰাগাড়ী ব্যৱহাৰ কৰাৰ লেখীয়া মূখামিৰ কাম কামিনী মোহনে নকৰে। মূল প্ৰৱেশ দ্বাৰেৰে দলটোক উলিয়াই পঠিওৱাৰ পৰিকল্পনাও সম্ভৱ তেওঁৰ এতিয়া নাই। সময় বৰ তাকৰ। পৰিকল্পনা হ'ব লাগিব অত্যন্ত নিখুঁত। একে সময়তে বোপা ককাৰ দিনৰে পৰা ৰাজাবাৰীত কাম কৰি অহা মালীৰ জীৱন বচোৱাও সমানে গুৰুত্বপূৰ্ণ।

দুটা বিশাল বপুৰ বলদ গৰুৱে টনা গাড়ীখনত এতিয়া স্নেহ, ইন্দ্ৰমণি, গিৰীশ আৰু ছজন কাঁড়ী। ৰঙামাটিৰ সীমা অতিক্ৰম কৰাৰ লগে লগে গৰুগাড়ীখনৰ ওভতনি যাত্ৰা

আৰম্ভ হ'ব। তাৰ পাচত আৰম্ভ হ'ল স্নেহহঁতৰ দলটোৰো বিপদ-সংকুল পদযাত্ৰা। পৰ্বতৰ মাজে মাজে। ৰাজাবাৰীৰ পৰা ওলোৱা সকলো পথ, উপপথ গিৰীশ দেৱানৰ নথ দৰ্পণত।

কালিন্দী ৰাণীৰ দিনত উত্তৰ ছট্টগ্ৰামৰ পৰা ৰঙামাটিলৈ চাক্‌মা ৰাজাৰ প্ৰাসাদ স্থানান্তৰ কৰা হৈছিল। প্ৰাসাদটোৰ নিৰ্মাণ কাৰ্যৰ লগে লগে ইয়াৰ পৰা প্ৰয়োজন সাপেক্ষে গোপনে ওলাই যাবলৈও বহুকেইটা পথ সজাই তোলা হৈছিল। ৰাজাৰ শোৱনি কোঠাৰ মাৰ্বলখচিত মজিয়াৰ এটুকুৰা বিশেষ মাৰ্বলৰ তলতে লুকাই আছে এক গোপন পথ। এবাৰ কালিন্দী ৰাণীৰ দিনত ৰাজসভাৰ হৰিশ্চন্দ্ৰ দেৱানে গোপনে ষড়যন্ত্ৰ কৰিছিল ৰাণীক হত্যা কৰি ৰাজসিংহাসনত তেওঁৰ পছন্দৰ কোনোবা এজনক বহুৱাবলৈ। ৰাণীৰ কাণত এই খবৰ নপৰাকৈ নাথাকিল। কোনোবা এটা নিশা পুৰুষৰ পোছাক পিন্ধি ৰাণীয়ে সেই পথেৰে ওলাই ছাংগো নদীৰ পাৰ ওলালগৈ। তাতেই তেওঁৰ বাবে বৈ আছিল এটা শ্বেত বৰণৰ ঘোঁৰা আৰু কেইজনমান বিশ্বস্ত অনুচৰ। ৰাণীয়ে এক নিৰাপদ দূৰত্বৰ পৰা হৰিশ্চন্দ্ৰ দেৱানৰ বিৰুদ্ধে যুদ্ধ চলাই ৰাজমহলৰ সেই ষড়যন্ত্ৰ সম্পূৰ্ণৰূপে প্ৰতিহত কৰিছিল।

ৰাজপ্ৰসাদৰ ভিতৰৰ সেই গোপন পথ চাগে এতিয়াও অক্ষত অৱস্থাত আছে। এবাৰ গিৰীশ দেৱানে অন্ধকাৰ, শেলুৱৈৰে পূৰ্ণ পথেৰে কালিন্দী ৰাণীৰ সেই পথযাত্ৰা অনুসৰণ কৰিবলৈ চেষ্টা চলাইছিল। অলপ দূৰ খুপি খুপি গৈ তেওঁ এটা পানীৰ ডোঙা পাইছিলগৈ আৰু সেইখিনিৰ পৰাই আৰম্ভ কৰিছিল তেওঁৰ ওভতনি যাত্ৰা। যোৱা কিছুটা বছৰ তেওঁ ৰাজাক কুতুৰি আছে সেই পথ চিকুণাই তাত অলপ পোহৰৰ ব্যৱস্থা কৰিবলৈ। কিন্তু ৰাজা নলিনাক্ষ ৰায়ৰ সেই কামত মন-কাণ নাই। বৰ আস্থা তেওঁৰ প্ৰজা আৰু পাৰিষদ বৰ্গৰ ওপৰত। তথাপি গিৰীশ দেৱানে তেওঁৰ গোপন পথৰ এই সন্ধান অব্যাহত ৰাখিছিল আৰু এদিন ৰাজপ্ৰাসাদৰ পাচফালৰ পৰিত্যক্ত পুখুৰীৰ কাষৰ এড়ৰা বাঁহনিৰ মাজেৰে আবিষ্কাৰ কৰিছিল অন্য এক পথ। সেই পথ কাষৰ এঢলীয়া পাহাৰ এখনৰ তলৰ এটা সুৰংগত লগ লাগিছে। তাৰ পৰাই আৰম্ভ হৈছে অন্য এক দীঘলীয়া যাত্ৰা আৰু এই সুৰংগ পথ চাংগো নদীৰ পাৰ পাইছেগৈ।

আজিও তেওঁ সেই পথকে অনুসৰণ কৰিবলৈ ওলাইছে। বহুবাৰ গৈছে তেওঁ সেই পথেদি। প্ৰতিবাৰেই ভাবিছে ৰাজ পৰিয়ালক সুৰক্ষাৰে নিবলৈ তেওঁ প্ৰথমতে এই পথৰ লগত নিজে অভ্যস্ত হ'ব লাগিব। কেতিয়াবা গৈছে খোজকাঢ়ি আৰু কেতিয়াবা গৈছে ঘোঁৰাৰ পিঠিত। কেতিয়াবা অনুমান কৰিছে যে তেওঁৰ ঘোঁৰাৰ পাচত শত্ৰুৰ ঘোঁৰা। তেওঁ দৌৰাই লৈ গৈছে তেওঁৰ ঘোঁৰাক। কিন্তু তেওঁ কেতিয়াও গৰুগাড়ীৰে এই যাত্ৰা হাতত লোৱা নাই। সেয়ে হয়তো এক সুন্দৰ প্ৰত্যাহ্বানৰ আশাত তেওঁ আজি উত্তেজিত। ৰাজ পৰিয়ালক নিনিলেও দুজন অতি বিশেষ ব্যক্তিৰ নিৰাপত্তাক সুনিশ্চিত কৰি তেওঁ এখন অজানা দেশলৈ যাব লাগিব। ৰাজাৰ আদেশ আৰু তেনে আদেশক শিৰোধাৰ্য কৰিবলৈ তেওঁ যিকোনো বিপদকে মূৰ পাতি ল'বলৈ আজি প্ৰস্তুত।

কামিনী মোহনৰ যেন কোনোফালে চাবলৈ এতিয়া আহৰি নাই। কৌখালি গ্ৰামত অকলে থকা পত্নী আৰু একমাত্ৰ পুত্ৰ শাক্যদেৱৰ চিন্তাৰ পৰা তেওঁ মন বহু দূৰৈত। কিন্তু

মালীৰ জীৱন আৰু স্নেহহঁতৰ গোপন যাত্ৰাৰ নিৰাপত্তাক লৈ তেওঁৰ মনত অশেষ চিন্তাৰ সমাহাৰ। ইতিমধ্যে চুমাগুডিয়া, চিডল আৰু কেবাঙৰ বহুকেইটা টোপোলা গৰুগাড়ীত সুমুৱাই দি তেওঁ স্নেহৰ মুখলৈ চাইছে। স্নেহৰ চকুত উদ্বেগৰ চিহ্ন নাই। বৰ ভাল অভিনেতা এই স্নেহ চাক্‌মা নামৰ তেওঁৰ মৰমৰ ভাতৃসদৃশ বন্ধুজন। গৰ্ভৱতী পত্নী ললিতাক অদৃষ্টৰ হাতত এৰি নিজৰ ভৱিষ্যতো অনিশ্চয়তাৰ মুখলৈ ঠেলি আজি ওলাইছে সুদূৰপৰাহলৈ, আপত্তিবিহীনভাৱে। আৰু ইন্দ্ৰমণি? কাপোৰৰ কেইটামান টুকুৰা লৰালৰিকৈ বান্ধি এইজন ডেকা ল'ৰা, যি স্নেহৰ সদায়েই সহচৰ আৰু ধৰ্ম-কুদুম, আদি কোনোদিন নুবুলা বাটেৰে বাট বুলিবলৈ ওলাইছে। গন্তব্য স্থান পাবনে নাপায় তাকৈ লৈ সন্দেহৰ বহুতো অৱকাশ। কোনোবাদিনা এই মাটিত পুনৰায় ভৰি থ'বনে নথয় তাকো লৈ অনেক আশংকাৰ থল। তথাপিও মুখৰ পৰা টু বোলা শব্দ এটা ওলোৱা নাই।

গৰুগাড়ীত সকলোৱে নিজৰ নিজৰ আসন গ্ৰহণ কৰি লৈছে। সকলোৰে দেহত হালধীয়া বৰণৰ ছিৱাৰ বস্ত্ৰ। ৰাজাৰ নাপিতে তেওঁলোকৰ মূৰৰ চুলিবোৰ একাদিক্ৰমে খুৰাই পেলাইছে। চিকচিকীয়া একো একোটা তপা মূৰ, গ্ৰীষ্মকালৰ বেলিৰ পোহৰত মূৰত কিছুমান ৰঙৰ খেলা। ধনুৰ্ধৰকেইজনে জুমা-শ্বিলুমৰ তলত নিজৰ অস্ত্ৰক লুকাই ৰাখিছে। গিৰীশ দেৱানৰ প্ৰকাণ্ড তৰোৱালখন কিন্তু ছিবাৰ বস্ত্ৰৰ তলত; তাৰ ভাঁজে ভাঁজে মিলি পৰাৰ এক সংগোপনে চলোৱা প্ৰচেষ্টা। ক'ৰবাত পাকিস্তানী সৈন্যই তেওঁলোকৰ দলটোক ৰখাই তালাচী চলাবলৈ ওলালে তেওঁলোকে বৌদ্ধ সন্ন্যাসীৰ ভাও জুৰি তাৰ পৰা ওলাই যোৱাৰ বুদ্ধিটো কামিনী মোহনেই ৰচনা কৰিছে।

ভেইব'ৰ কাৰণে চিন্তা নকৰিবা স্নেহ। আমি তাইক চাম। পাদু ওঝা এগৰাকীৰো ব্যৱস্থা কৰিব লাগিব।

স্নেহই কামিনী মোহনৰ হাতখন খামুচি ধৰিছে— তোমাক এই মুহূৰ্তত ব'ন বুলি ক'মনে দাহ্‌দা বুলি ক'ম মই ভাবি পোৱা নাই। তুমি মোৰ বাবে দুয়োটাই। ভুঝিক ক'বা মোৰ মানুহজনীক যাতে অলপ বুজাই-বৰাই লয়। মই এনেকৈ অন্তৰ্ধান হোৱাক লৈ মানুহজনীৰ চাগে পাৰাপাৰহীন চিন্তা হ'ব।

ধীৰে ধীৰে আগবাঢ়ি যোৱা গৰুগাড়ীখনৰ পৰা হঠাৎ স্নেহই কামিনী মোহনক উদ্দেশি চিঞৰি উঠিছে— কামিনী ব'ন, তুমি মালীৰ সৰ্প দংশনৰ খবৰ মোৰ মানুহজনীৰ কাণত যাতে নপৰে তাৰ প্ৰতি চকু ৰাখিবা। তুমি জানাই গা-ভাৰী মানুহৰ কাণত সৰ্প দংশনৰ খবৰ পৰিব নাপায়।

গৰুগাড়ীখন দূৰলৈ আঁতৰি গৈছে আৰু তাৰ লগতে আঁতৰি গৈছে কামিনী মোহনৰ বিৰাট অৱয়ব। এতিয়া আৰম্ভ হৈছে এটা নতুন যাত্ৰা। এনে এক যাত্ৰাৰ মুহূৰ্তত কিছু দুৰ্বলতাই মনত তোলপাৰ লগোৱাতো স্বাভাৱিক। স্নেহ চাকমাৰ নিচিনা এজন ইমান শক্তিশালী মানুহৰ বাবেও।

# [ ৭ ]

হঠাৎ এই মানুহহালক যোৱাৰ নির্দেশ দি ৰাজা নলিনাক্ষ ৰায়ৰ মন অশান্তিত ছট্‌ফট্‌ কৰিছে। ভাৰতৰ মাটিত ভৰি থোৱাৰ খবৰ পালেহে তেওঁৰ মন কিছু শান্ত হ'ব। অত্যন্ত বিপদসংকুল হ'ব এই যাত্রা। গিৰীশ দেৱানৰ নিচিনা বিচক্ষণ আৰু সুচতুৰ মানুহ এজনক লগত পঠিয়াই তেওঁৰ মনটোৱে হয়তো কিছু সকাহ লোৱাৰ চেষ্টা চলাইছিল। কিন্তু দেহা-মন শাঁত পৰে ক'ৰ পৰা? পাকিস্তানী সৈন্য ছট্টগ্রামৰ ভূমিত আহি উপস্থিত হোৱাৰে পৰা উগুল-থুগুল হৈ পৰিছে তেওঁৰ চিত। জিন্নাই পতাকা উত্তোলন কৰি কৰাচীত দিয়া ভাষণৰ কিয়দংশ তেওঁ পঢ়িছিল। — 'আমি অতীতক টানি আনি বর্তমানৰ পাকিস্তানক কদর্য কৰিবলৈ নাযাওঁ— সকলোৱে মিলি গঢ়ি তুলিম এক আধুনিক পাকিস্তান য'ত ধর্ম হ'ব গৌণ আৰু কর্ম হ'ব মুখ্য— মানৱ-ধর্মত ভেদাভেদ নাই আৰু এই মানৱ-ধর্মৰ ওপৰতে আমি সাজিম এখন নতুন সমাজ।...' ই তেখেতৰ মনত কিছু আশাৰ সঞ্চাৰ কৰিলেও আজি পুৱা ৰেড্‌ক্লিফ আয়োগৰ প্রতিবেদনৰ বাতৰি কাণত পৰাৰ পাচতেই পাকিস্তানী সৈন্যই চলোৱা দৌৰাত্ম্যৰ বাতৰিয়ে তেখেতক কৰি তুলিছে হতাশাগ্রস্ত। আজি কিছুদিনৰ পৰাই তেওঁৰ মনত ৰেড্‌ক্লিফ আয়োগৰ প্রতিবেদন কি হ'ব তাৰ ওপৰত কিছুমান গুণা-গঁথা চলি আছিল। কলিকতা আৰু দিল্লীৰপৰা ঘূৰি আহি স্নেহয়ো ছট্টগ্রামৰ ভৱিষ্যৎ সম্পর্কে খুউব এটা মধুৰ ছবি তেওঁৰ আগত দাঙি ধৰিব পৰা নাই। কংগ্রেছৰ বাবে ছট্টগ্রাম পার্বত্য এলেকাৰ কোনো বিশেষ গুৰুত্বও নাই। তেওঁলোকৰ দৃষ্টি প্রসাৰিত হৈ আছে আসামলৈকেহে। আৰাকান পর্বতে ঢাকি পেলোৱা চাক্‌মাসকলৰ গৃহভূমিৰ আৰাও নেহৰু, মাউণ্টবেটেন আৰু গান্ধীৰ কাণত প্রৱেশ কৰাৰ সম্ভাৱনা অতি পাতল।

ৰাজাৰ বুকুত এতিয়া বহুতো কান্দোনৰ সমাহাৰ। 'ৰাজপুৰুষৰ চকুত চকুপানীয়ে শোভা নাপায়' বুলি তেওঁৰ পিতৃদেৱ ভুৱন মোহন ৰায়ে তেওঁক প্রায়েই কৈছিল। কথাবোৰ তেওঁৰ মনলৈ আহিছে। বহুদিনৰ আগেয়ে ৰাজা ভুৱন মোহন ৰায়ে নাবালক পুত্র নলিনাক্ষ ৰায়ক লগত লৈ ছট্টগ্রামৰ ঘোৰ অৰণ্যৰ মাজলৈ চিকাৰ কৰিবলৈ গৈছিল। ভূষণচাৰা গ্রামৰ ওচৰৰ কেবাং অভয়াৰণ্য। ৰাতিৰ কথাতো বাদেই, দিনতেই তাত আঁউসীৰ আন্ধাৰ। ৰাজা আৰু ৰাজপুত্র ঘোঁৰাৰ পিঠিত। পাচে পাচে বন্দুক, যাঠি-জোং, ধনু-কাঁড়, তৰোৱাল, লাঠী আৰু জন্তুৰ ডিঙি ৰেপিবলৈ লৈ যোৱা টাগাল হাতে হাতে লৈ গুলোৱা এক ডাঙৰ দল। ৰাজাবাৰীৰ পোহনীয়া ৰাং কুকুৰৰ এটা দলো তেওঁলোকৰ সহচৰ হিচাপে আহিছিল। এটা বৃহৎ আকাৰৰ বনৰীয়া বৰা-গাহৰি তেওঁলোকৰ লক্ষ্য হিচাপে বাছি লোৱা হ'ল। প্রকাণ্ড প্রকাণ্ড ঢোলবোৰ এটা লয়ত বাজি উঠাৰ লগে লগে ভয়ত বিতত হোৱা বৰা-গাহৰিটো লক্ষ্যভ্রষ্টভাৱে এবাৰ যায় ইফালে, এবাৰ যায় সিফালে। এবাৰত এডাল যাঠি

গৈ তাৰ দেহত আঘাত হানিলেগৈ। তেজৰ এডাল ৰেখা যাঠিয়ে আঘাত কৰা অংশৰ পৰা নিম্নাংশলৈ বৈ আহিল, অৱধাৰিতভাৱে। তাৰ পাচত আৰু এডাল যাঠি, আৰু এডাল... তেজৰ এক নৈ। বহি পৰা প্ৰাণীটোৰ ডিঙিত টাগালৰ ক্ষুৰধাৰ ৰেপণ। তাৰ চকুৰ দৃষ্টিত সেইদিনা ভয়, বেদনা, অবুজ খঙৰ এক অদ্ভুত সংমিশ্ৰণ। নলিনাক্ষৰ চকুপানীৰে ভৰি পৰা দুচকুলৈ চাই তেওঁৰ পিতৃয়ে গোঁজৰি উঠিছিল— 'বন্ধ কৰা ৰাজপুয়া চকুপানীৰ এই ৰাজহুৱা প্ৰকাশ। ৰাজপুৰুষে নাকান্দে। দুখ আৰু শোক ৰাজপুৰুষৰ বাবে বৰ্জনীয় পাপ।'

আজিও নলিনাক্ষ ৰায়ে চকুপানীৰ বহিৰ্প্ৰকাশ ঘটাবলৈ সাহস গোটাব পৰা নাই। বাধা দিছে ঐতিহ্যই, বাধা দিছে পৰম্পৰাই আৰু বাধা দিছে তেওঁৰ উপৰিপুৰুষৰপৰা প্ৰবাহিত ৰক্তই। এই সময়ত বহুতো কথাই মনলৈ আহিছে তেওঁৰ। চায়েস্তাখানে মোগল সম্ৰাটৰ হৈ ছট্টগ্ৰাম এলেকা ১৬৬৬ চনত অধিকাৰ কৰিছিল। মহাৰাজা ধৰম্যই তেওঁৰ প্ৰজাগণক ক'লে— 'ভাইহঁত, ছট্টগ্ৰাম ল'লেও ছট্টগ্ৰাম পাৰ্বত্য এলেকাত হাত লগাবলৈ আমি মোগলহঁতক নিদিওঁ। ভৈয়ামৰ কাপুৰুষহঁতে মোগলৰ লগত হাৰি মোগলৰ আধিপত্য স্বীকাৰ কৰিছে। কিন্তু চাক্‌মাবোৰৰ দেহত বৈ আছে শাৰনাথৰ বুদ্ধদেৱৰ ৰক্ত। আমি যুঁজ দি দি পৰাক্ৰমেৰে শত্ৰুক প্ৰতিহত কৰি এইখিনি পাইছোহি। এই পৱিত্ৰ ভূমিক মোগলৰ হাতত পৰিবলৈ নিদিওঁ, কদাপি নিদিওঁ।'

ৰাজা ধৰম্যৰ এই ঘোষণাক ঢোল বজাই সমগ্ৰ ৰাজ্যতে প্ৰচাৰ কৰি দিয়া হ'ল। হুৱা হেংগাৰং বজোৱা এটা দলে গানৰ সুৰে সুৰে এই ঘোষণাক দূৰ-দূৰণিলৈ কঢ়িয়াই লৈ গ'ল। মোগল সেনাৰ ওপৰত নিশাৰ অন্ধকাৰৰ সুযোগ লৈ চলোৱা হ'ল অতৰ্কিত আক্ৰমণ। বহুতো মোগল সৈন্য ৰণত পৰিল আৰু কৰ্ণফুলিৰ ওপৰেৰে প্ৰবাহিত হৈ গ'ল তেজৰ একো একোটা ধাৰা। অৱশ্যে চাক্‌মাবিলাকৰ ক্ষয়-ক্ষতি আছিল সামান্য। ধৰম্যৰ এই যুঁজবোৰত আগশাৰীত গৈছিল তেওঁৰেই বৰপুত্ৰ মোগল্য। মোগল্য এক ভয়ংকৰ নাম। শত্ৰুক ধৰাশায়ী কৰাত মোগল্যাই ব্যৱহাৰ কৰিছিল এনে একো একোটা সমৰ-কৌশল যে মোগল সৈন্য তিষ্ঠিব নোৱাৰি ফৰিং-ছিটিকা দিছিল। এবাৰ আহমেদখান নামৰ এজন মোগল সেনাপতিয়ে ৰাজা ধৰম্যলৈ খবৰ পঠিয়ালে যে তেওঁ মিত্ৰতা কৰিবৰ উদ্দেশ্যেৰে ৰাজাবাৰীলৈ আহিব। যুঁজ-বাগৰ বহুত হ'ল, এতিয়া সময় বন্ধুত্বৰ। ধৰম্যই খবৰ দিলে— আহা। ময়ো অপেক্ষা কৰিম তোমাৰ বাবে। দিল্লীশ্বৰ মহামান্য মোগল সম্ৰাটৰ লগত কোনেনো নিবিচাৰিব মিত্ৰতা? কিন্তু তুমি আহিব লাগিব নিৰস্ত্ৰভাৱে, অকলশৰে।

ধৰম্যক লগ পাবলৈ আহমেদখান প্ৰাসাদত আহি উপস্থিত হ'লহি। ঘোঁৰাৰ পিঠিৰ পৰা নামি তেওঁ দেৱান, খিছা আৰু তালুকদাৰ বংশৰ প্ৰতিনিধি সভাসদসকলৰ দ্বাৰা পৰিবেষ্টিত হৈ ৰাজসভাত ভৰি থোৱাৰ পাচত সোণৰ পাণ-ভেৰাত তামোল-পাণ যাচি তেওঁক আদৰণি জনোৱা হ'ল। এডাল সোণৰ হালচাৰা তেওঁলৈ উপহাৰস্বৰূপে স্বয়ং

ৰাজাই আগবঢ়ালে— আমাৰ পৰা যৎসামান্য উপহাৰ সেনাপতি। সেনাপতিয়ে মূৰ দোঁৱাই হাত পাতি সেই উপহাৰ গ্ৰহণ কৰাৰ পাচমুহূৰ্ত্ততে কৈ উঠিল— জাহাপনাৰ আদেশ, আপুনি তেওঁৰ বশ্যতা স্বীকাৰ কৰিব লাগে। এই প্ৰাসাদ ঘেৰি আছে মোগল অশ্বাৰোহীয়ে। বাছকবনীয়া আমাৰ সৈন্যৰ দল। আপুনি জাহাপনাৰ আদেশ নামানিলে আপোনাক আটক কৰাৰ আদেশো মোৰ হাতত আছে মহাৰাজ। কথাৰ তালে তালে আহমেদখানৰ হাত দুখনে অৰ্ধচক্ৰাকাৰে ঘূৰি ৰাজাৰ আগত নিজৰ ঔদ্ধত্য ঘোষণা কৰিছে। তেওঁৰ পিৰিক-পাৰাককৈ থকা চকু দুটাতো অবাঞ্ছিত গৰ্বৰ স্পষ্ট চিন। মোগল্যৰ হাত তৎক্ষণাত গৈছে কঁকালত খুঁচি থোৱা বৃহদাকাৰ তৰোৱালখনলৈ। ৰাজা ধৰম্যই মোগল্যলৈ চাই চকুৰ ঠাৰেৰে এটা ইংগিত দিছে। হয়তো সুস্থিৰ হ'বলৈ দিয়া নিৰ্দেশ, হয়তো ধৈৰ্য ধৰিবলৈ দিয়া উপদেশ। — হ'ব। জাহাপনাৰ আদেশ শিৰোধাৰ্য কৰা হ'ব। ক'ত আছে আপোনাৰ অশ্বাৰোহী সৈন্যহঁত। তেওঁলোকো আহক। আদৰ-আপ্যায়ন হ'ব। — ধৰম্যৰ মাতত কোনো উত্তেজনা বা উদ্বেগ নাই।

তিনিদিন ধৰি ভোজ-ভাত চলিল আৰু চলিল পাট্ৰাপাট্টি নৃত্য। সৰু সৰু ল'ৰা-ছোৱালীয়ে ৰঙীণ কাপোৰ পিন্ধি ৰঙীণ পখিলাৰ অনুকৰণত কোমল কোমল হাত মেলি ফুলৰপৰা মৌ-কোঁহ চোহাৰ অভিনয়েৰে নাচিলে এই অনুপম নৃত্য। ৰাজাবাৰীৰ চৌহদত ধৰা হ'ল একুৰা জুই আৰু বাঁহৰ চুঙাত বিভিন্ন শাক-পাচলিৰ লগত মাংসৰ মিশ্ৰণ প্ৰস্তুত কৰি সেই চুঙাক পুৰি তৈয়াৰ কৰা হ'ল চুমা গুড়িয়া। কলগছৰ পাতেৰে শাক-পাচলি আৰু মাছ মেৰিয়াই তাক জুইত পুৰি বনোৱা হ'ল সুস্বাদু কেবাং। তাৰ লগত কলহে কলহে দোৱা চ্যুনি। আহমেদখানৰ আনন্দৰ যেন অন্ত নাই।

— এয়া আমাৰ মেজব', আমাৰ ডাঙৰ ভোজ, আপোনালোকৰ নিচিনা অভ্যাগতৰ সন্মানত। কিন্তু এতিয়া এইখিনিতে আমি হয়তো আপোনালোকক এৰিব লাগিব কিছুদিনৰ বাবে। আমাৰ বাদ্য পূজাৰ সময়। মোৰ পঞ্চ পুৰুষৰ বাবে আগবঢ়াবলগীয়া এইবিধ পূজাৰ বাবে আমি যাব লাগিব উত্তৰৰ কেবাং অভয়াৰণ্যলৈ। তাতে আমাৰ পৰিয়ালৰ পুৰণা আৰু গোপন সোণ-ৰূপবোৰো পুতি থোৱা হৈছে। মহামান্য জাহাপনালৈ সাধাৰণ উপহাৰ পঠিওৱাৰ ইচ্ছা হোৱা নাই। সাধাৰণ উপহাৰ পঠিয়ালে দিল্লীশ্বৰ ক্ষুণ্ণ হোৱাৰ আশংকাও নথকা নহয়।

আহমেদখানে পূজাৰ কেইদিন ৰাজাবাৰীতে অতিথি হিচাপে থাকি যোৱাৰ সিদ্ধান্ত ল'লে। চৌদিশে পৰিবেষ্টিত মোগল অশ্বাৰোহীবোৰে তেওঁক নিৰাপত্তা প্ৰদান কৰিবই। এই অজলা পাহাৰী চাক্‌মাবোৰৰ তেওঁক ক্ষতিসাধন কৰাৰ ক্ষমতা নাই। অপেক্ষা কৰিব তেওঁ; জাহাপনালৈ প্ৰভূত ধন-সোণ কঢ়িয়াই নিয়াৰ স্বাৰ্থত তেওঁ ৰৈ যাব।

দোভাগ নিশা। বাদ্য-পূজাৰ কাম পূৰ্ণ গতিত চলি আছে। বৌদ্ধ লৰিয়ে হীনযান বৌদ্ধ ধৰ্মৰ নীতি-নিয়ম অনুসৰি চাক্‌মাসকলৰ আগৰতৰা ধৰ্মগ্ৰন্থৰপৰা মন্ত্ৰ মাতি গৈছে আৰু তাৰ লগে লগে ভাত, আঞ্জা, মিঠাই আদি ৰাজাৰ পঞ্চপুৰুষলৈ আগবঢ়াইছে।

গভীৰ নিশাৰ সেই অন্ধকাৰৰ মাজত লৰিৰ মন্ত্ৰৰ সুৰে সুৰে যেন আত্মাবোৰ পৃথিৱীলৈ নামি আহিছে আৰু কৃতজ্ঞতাৰে ৰাজাই আগবঢ়োৱা খাদ্য গ্ৰহণ কৰিছে। চাৰিওফালে শিহৰণকাৰী এক কঁপনি। ৰাজাৰ মুদা চকু, লৰিৰ মুদা চকু, সকলোৰে নত শিৰ। কিন্তু ক'ৰবাত যেন কিছুমান শব্দৰ সমাহাৰ। লৰিয়ে চকু মেলি চাইছে আৰু ৰাজালৈ আঙুলিয়াই দেখুৱাইছে— সৌৱা মহাৰাজ, বহুতো উপৰিপুৰুষ নামি আহিছে। খাদ্যৰ ওপৰত এটা ক'লা পৰুৱাৰ জাক, অগণন সংখ্যাত। লৰিৰ আনন্দ লাগিছে। বাদ্য-পূজাৰ কৃতকাৰ্যতা প্ৰমাণিত হৈছে ৰাজাৰ সন্মুখতে। তেওঁৰ লগত থকা লোথকজনৰো চকুত কৃতকাৰ্যতাৰ জ্বল্‌মলনি। লৰি ছৱিৰাম চাক্‌মাই আগৰতৰাৰ মালেমতাৰা অধ্যায়ৰ পৰা দুগুণ জোৰেৰে মন্ত্ৰবোৰ মাতি গৈছে আৰু তাৰ লগে লগে গুথ্বি-ভাত অৰ্থাৎ সিজোৱা ভাত 'পিণ্ড' হিচাপে মৃতকলৈ আকৌ আগবঢ়াইছে। ছৱিৰাম চাক্ মাৰ ইচ্ছা আছিল বৌদ্ধ ঠাগুৰ হোৱাৰ। কেতিয়াবা তেওঁৰ আকাঙক্ষাই সীমা চেৰাই গৈ ক্যায়ং-ঠাগা বা বৌদ্ধ মন্দিৰৰ মুখ্য পূজাৰী হোৱাৰ সপোন দেখে। কিন্তু পাচ মুহূৰ্ততে সেই সপোনৰ ঠাই লয় নিষ্ঠুৰ দিঠকে। লৰি পৰিয়ালত জন্ম হোৱা সন্তান তেওঁ। তান্ত্ৰিক বৌদ্ধ ধৰ্মৰ লগত জড়িত মৃতক, ভূত আদিৰ বাবে পূজা-পাতল কৰাৰ বোপাককাৰ এই বৃত্তিক ঠাগুৰ, ওঝা আদিয়ে উপহাসৰ দৃষ্টিৰে চালেও তেওঁ কৰি যাবলৈ বাধ্য। অৱশ্যে ৰাজাৰ কাম কৰাৰ বাবে অন্য লৰি বা লোথকহঁততকৈ তেওঁৰ স্থান বহু ওপৰত। আজি ৰাজাৰ সন্তুষ্টিয়ে তেওঁকো আনন্দ দিছে।

অলপ আঁতৰত জোপোহানিবোৰৰ মাজত কিছু খৰমৰণিৰ শব্দ। ছৱিৰাম চাক্‌মাই সেই দিশত লক্ষ্য কৰি আশ্বস্ত হৈছে যে সেয়া আঁতৰি যোৱা বা নামি অহা কিছুমান আত্মাৰেই কাম। কেতিয়াবা ৰাজপুৰুষৰ আত্মাৰ লগতে অন্য আত্মাও খাদ্যৰ সোৱাদ ল'বলৈ নামি আহে আৰু গোপনে খাদ্য গ্ৰহণ কৰে। খাওক, প্ৰচুৰ গুথ্বিভাত তেওঁলোকে প্ৰস্তুত কৰি উলিয়াইছে।

— পূজা শেষ হ'লনে লৰি?

— পাণ-ভেৰাত তামোল-পাণ আগবঢ়াই সেৱা কৰাৰ পাচতেই পূজা শেষ হ'ব মহাৰাজ।

— সোনকালে কৰা। নিশা শেষ হোৱাৰ আগেয়েই মই অলপ দূৰলৈ আঁতৰি যাব লাগিব। এটা প্ৰয়োজনীয় কাম মোৰ বাবে অপেক্ষা কৰি আছে।

এটা ঘোঁৰাৰ পিঠিত লাফ মাৰি উঠি ঘোঁৰা চেঁকুৰাই ৰাজা কিছু সময়ৰ ভিতৰতে অদৃশ্য হৈ পৰিল। জোপোহাৰ আঁৰৰপৰা অন্য এজন একেধৰণেৰে ঘোঁৰা চেঁকুৰাই ৰাজাৰ পাচে পাচে আঁতৰি যোৱা লৰিৰ চকুত পৰিল। তেওঁৰ দেহত ক'লা পোছাক, মূৰত ক'লা তীখাৰ এক মুকুট আকৃতিৰ ক'লা আৱৰণ। কোন তেওঁ?

এটুকুৰা মুকলি ঠাইত ৰাজা ধৰম্য ঘোঁৰাৰ পৰা নামি ইফালে-সিফালে সন্ত্ৰস্ত হৈ চাই হঠাৎ বহি পৰিল। তাৰ পাচত আগ দেহাটো তললৈ হাওলাই দি সোঁহাতেৰে সন্মুখৰ

ঠাইখিনিত পৰি থকা শুকান বন-পাত আদি আঁতৰাই কিবা এটাৰ সন্ধানত যেন নামি পৰিল। ধীৰে ধীৰে সোমাই যোৱা এখন হাত, চকুৰ দৃষ্টিত বহুতো চিন্তাৰ খেলা। মুখৰ পেশী কঠিন্য হৈ পৰিছে, তেওঁৰ হাতখনো ওপৰলৈ উঠি আহিছে। ঘোপমৰা অন্ধকাৰৰ মাজতো তেওঁৰ হাতত পোহৰৰ জল্‌মলনি। ক'লা পোছাকত থকা অশ্বাৰোহীজন ক'ৰবাৰ পৰা আহি হঠাৎ তেওঁৰ সন্মুখত উপস্থিত হৈছেহি। হত্‌চকিত হৈ উঠিছে ৰাজা ধৰম্য।

— তুমি ইয়াত?

— কি ভাবিছা তুমি? ইয়াত লুকাই আছে ৰত্নৰ এক অক্ষয় ভাণ্ডাৰ আৰু তুমি আশা কৰিছা যে এই সকলোবোৰ জনাৰ পাচতো মই তোমাৰ প্ৰাসাদত এতিয়া শেতেলিৰ উমত টোপনি গৈ থাকি তোমাক অকলেই এই ৰত্ন উপভোগ কৰাৰ সুবিধা দিম?

— তুমি মোক বৰ ঠগালা সেনাপতি। তুমি জানা মই ইয়াত সম্পূৰ্ণ নিৰস্ত্ৰ অৱস্থাত। মোৰ সহচৰবোৰ ইয়াৰ পৰা বহু দূৰৈত। বাদ্য-পূজাৰ বাবে আহিলে ৰাজা অকলেই আহে। এনে সময়ত লগত অস্ত্ৰ-শস্ত্ৰ অনাৰ কোনো নিয়মো নাই। তোমাৰ অংশখিনি তোমাক দিমেই। কিন্তু সকলোখিনি নিবলৈ ওলোৱাতো বৰ অন্যায় কাৰ্য হ'ব। যুগ যুগ ধৰি ইয়াত সঞ্চিত হৈ আছে আমাৰ ধন আৰু দেশ চলোৱা বা অন্য কাৰ্যৰ বাদে আমি কেতিয়াও আমাৰ সঞ্চিত ধন উলিয়াবলৈ নাযাওঁ। তেনেস্থলত ...

আহমেদখানে কথা শেষ হ'বলৈ নিদি প্ৰায় চিঞৰি উঠাৰ নিচিনাকৈ কৈ পেলালে— সেইবোৰ আজে-বাজে কথা শুনাৰ সময় মোৰ নাই। তুমি আঁতৰা আৰু মোক চাবলৈ দিয়া।

ৰাজাই নতশিৰ হৈ হাতযোৰ কৰি আহমেদখানলৈ চাইছে— অনুগ্ৰহ কৰা হে মোগল সেনাপতি। এয়া মোৰ উপৰিপুৰুষৰ ধন। তোমাক হাত লগাবলৈ দিলে মোৰ নাম আমাৰ চাক্‌মা সমাজত যুগ যুগ ধৰি কলংকিত হৈ ৰ'ব। আহমেদখান গাঁতৰ দিশলৈ আগবাঢ়ি গৈছে, ধীৰে ধীৰে, সন্তৰ্পণে। তেওঁ গাঁতৰ দিশলৈ চাইছে, অন্তৰ্ভাগত বহুতো বিচ্ছুৰিত ৰশ্মিৰ খেলা। কিন্তু ৰাজাৰ দৃষ্টি বাৰে বাৰে গাঁতৰ উত্তৰ দিশলৈ গৈছে, সন্ত্ৰস্ত, সচকিত দৃষ্টি। কাঁচি জোনৰ পোহৰৰ দৌৰ কম হ'লেও তেওঁৰ দৃষ্টিৰ গতি আৰু দিশ আহমেদখানৰ চকুৰ পৰা সাৰি যোৱা নাই। আহমেদখান থিয় হৈছে আৰু উত্তৰ দিশলৈ সেনাপতিৰ গুৰু-গম্ভীৰ পদক্ষেপেৰে আঁতৰি গৈছে। তাৰ পাচত এটা সৰু শব্দ, ইমান গভীৰ অৰণ্যৰ বিভিন্ন শব্দৰ সমাহাৰৰ মাজত তেনে শব্দৰ বৰ বিশেষ তাৎপৰ্য নাই। আহমেদখানৰ হঠাৎ হেৰাই যোৱা অৱয়বটোৱেও ৰাজাক বৰ বিশেষ বিচলিত কৰি তোলা নাই। স্বাভাৱিক; ইমান অন্ধকাৰৰ মাজত কৃষ্ণ-ক'লা কাপোৰ পিন্ধা এজন অবাঞ্ছিত অতিথি হেৰাই যোৱাটোৱেই অতি স্বাভাৱিক।

পুৱাৰ বেলিটোৱে সেইখিনি মুকলি ঠাইত আহি নিজৰ উপস্থিতি সাব্যস্ত কৰোতেই ধৰম্য, মোগল্য আৰু মোগল্যৰ দহ বছৰীয়া পুত্ৰ শুভল্যক তাত দেখা পোৱা গ'ল। কিছু দূৰৈত লৰি আৰু লোথকো আহি হাজিৰ হৈছেহি। সূৰুযৰ সোণোৱালী পোহৰে গাঁতৰ মুখৰ ওচৰতে পোহৰাই তোলা কাঁচৰ স্বচ্ছ টুকুৰাবোৰলৈ চাই সিহঁতে আচৰিত মানিছে।

যোৱা দুটা দিন এই টুকুৰাবোৰ ৰাজাই মানুহ লগাই সেইখিনি ঠাইত গোট খুৱাইছিল আৰু বনোৱাইছিল এক দীঘলীয়া সুৰংগ। সুৰংগ বনোৱা মানুহখিনিয়ে কোৱা-কুই কৰিছিল যে কোনোবা বন্য জন্তুক কাবুক উপায়েৰে বধাৰ বাবে ৰাজাৰ এই যো-জা। এক বন্য শিয়ালক হেনো তাৰ অহা-যোৱা পথত বধ কৰিবৰ কাৰণে সি গম নোপোৱাকৈ সেই পথত সৃষ্টি কৰা এক গোপন দীঘলীয়া গাঁত। শিয়াল বধৰ বাবে ইমান প্ৰস্তুতি? লৰিৰ আচৰিত হোৱাৰ পাল। কিন্তু ৰাজাই হেনো কৈছে বাঘ-সিংহক সন্মুখ সমৰত মৰাৰ মজা আছে। কিন্তু টেটোন-টেঙৰ শিয়ালক মৰাৰ এয়াই উত্তম উপায়। চাক্‌মাইঁতৰ কাবুক উপায়েৰে গাঁতত সুমুৱাই টঙনিয়াই মৰিওৱাৰ এই কৌশল অকল নিকৃষ্ট জন্তুৰ ক্ষেত্ৰতহে খাটে।

ধৰম্য, মোগল্য আৰু শুভল্য সৰু গাঁতটোত সোমাই পৰা আহমেদখানৰ ওচৰ পাইছেহি। গাঁতৰ চৌদিশত কিছুমান আঠাৰ ছিটিকনি। গাঁতৰ ভিতৰত আঠালতীয়া বোকা। মানুহটো লৰচৰ কৰিব পৰা নাই। উঠি অহাৰ বাৰে বাৰে প্ৰচেষ্টা চলাইছে আৰু বাৰে বাৰে পিছল খাই তললৈ গৈছে। অৰণ্যত গজা বেনজাম গছৰ আঠাৰ পয়োভৰত মাটিখিনি এনেধৰণে আঠালতীয়া হৈ পৰিছে বেচেৰা আহমেদখানৰ শত চেষ্টাৰ অন্ততো তেওঁ তাৰ পৰা ওলাব পৰা নাই।

মোগল্যৰ হাতত এটা ডাঙৰ কাঠৰ কুণ্ডা। আহমেদখানৰ মূৰৰ ওপৰত তেওঁ প্ৰচণ্ড জোৰেৰে পেলাবলৈ উদ্যত হৈছে।

— আমাৰ সমাজে বিশ্বাসঘাতকতাত বিশ্বাস নকৰে। বিশ্বাসঘাতকতাৰ শাস্তি আমাৰ সমাজত মৃত্যুদণ্ড। বৌদ্ধ ধৰ্মত দীক্ষিত আমি। অহিংসা আমাৰ জীৱনৰ নীতি। কিন্তু বিশ্বাসঘাতকতাৰ সময়ত আমি বিশ্বাস কৰো ক্ষত্ৰিয় ধৰ্মৰ ওপৰত। আহমেদখান, মৃত্যুৰ বাবে সাজু হোৱা।

কাঠৰ কুণ্ডাডালৰ হেঁচাত নিমিষতে তেজেৰে তুমৰলি হৈ প্ৰাণ হেৰুওৱা আহমেদখানৰ নিশ্চল দেহাটো প্ৰত্যক্ষ কৰি দহবছৰীয়া শুভল্যাই দেউতাকৰ খিলুমৰ একাষত মুখ লুকুওৱাৰ চেষ্টা চলাইছে। তাৰ চকুত লোতকৰ ধাৰা।

— বন্ধ কৰা এই চকুপানী শুভল্য। ৰাজপুত্ৰৰ চকুত চকুপানীয়ে শোভা নাপায়। এই মুহূৰ্তত নলিনাক্ষ ৰায়ৰ ইতিহাসৰ সেই কথাবোৰ মনলৈ আহিছে আৰু শোকত হৃত গৌৰৱৰ বৈ আহিব খোজা চকুপানীৰ ধাৰাক ৰোধ কৰাৰ বাবে তেওঁ আপ্ৰাণ চেষ্টা চলাইছে।

কিন্তু কেৱল বাৰ মোন কপাহ। ছট্টগ্ৰাম পাৰ্বত্য এলেকাৰ নামেইতো কৰ্পাছ মহল, কপাহৰ মহল! বিস্তৃত এলেকাত কপাহ খেতিৰ পয়োভৰ। তেনেহ'লে এই বাৰ মোন কপাহনো কি বস্তু? একেবাৰেই সামান্য। কি প্ৰয়োজন অকল মিছা অহংকাৰ এটাতে খামোচ মাৰি ধৰি থাকি ধন-জনৰ হানি কৰাৰ? শুভল খানৰ মনত পৰে আহমেদখানৰ সেই জঘন্য হত্যা! বনৰীয়া গাহৰি বা অন্য বৃহৎ জন্তুক যেনেদৰে কাবুক উপায়েৰে সিহঁতৰ পদপথত সুৰংগ খান্দি হত্যা কৰা যায়, তেনে কাবুক উপায়কে প্ৰয়োগ কৰা হ'ল এজন মানুহৰ ক্ষেত্ৰত অকল শত্ৰু হোৱাৰ অপৰাধতে।

ৰাজকুমাৰ শুভল্যৰ সময়ৰ ইতিহাস ৰোমন্থনে ৰাজা নলিনাক্ষ ৰায়ৰ মনত এতিয়াও বহুতো কোমল অনুভূতিৰ সৃষ্টি কৰে। ১৭১৩ খ্ৰীষ্টাব্দত সিংহাসনত বহিয়েই ৰক্তক্ষয়ী যুদ্ধ-বিগ্ৰহৰ ওৰ পেলাবলৈ এইজনা চাক্‌মা ৰাজাই মোগল সম্ৰাটলৈ বন্ধুত্বৰ হাত আগবঢ়ালে আৰু মোগল সম্ৰাটেও তাক গ্ৰহণ কৰি তেওঁক দিলে এটি নতুন নাম— শুভল খান। চাকমা ৰাজাৰ পোছাকী নাম। অৱশ্যে তেওঁ বৌদ্ধ ধৰ্মীয়েই হৈ থাকিল। এই মিত্ৰতাৰ চৰ্ত আছিল অতি সাধাৰণ। যুদ্ধ-বিগ্ৰহৰ অৱসান আৰু মোগল ৰাজ্যৰ বেপাৰীবোৰক ছট্টগ্ৰাম পাৰ্বত্য এলেকাত মুক্ত বেহাৰ সন্মতি প্ৰদান। অৱশ্যে চাক্‌মা ৰাজাই মোগল সম্ৰাটলৈ পঠিয়াব লাগিব বাৰ মোন কপাহ।

ৰাজা শুভল্যৰ এই অপ্ৰত্যাশিত আত্মসমৰ্পণে হয়তো স্বাধীনচিতীয়া ভূমিখণ্ডত কিছু জোকাৰণিৰ সৃষ্টি কৰিছিল।

ৰাজাবাৰীলৈ উভতি অহাৰ পাচত মোগল অশ্বাৰোহীৰ দলক টাগালেৰে ডিঙি ৰেপি ৰেপি কৰা হত্যায়ো তেওঁক কৰি তুলিছিল মানসিক আঘাতেৰে ভাৰাক্ৰান্ত। তেনে সময়তে বিবাহ উৎসৱৰ পাচত তেওঁক কাৰাল্য চাৰিৰ শাৰনাথ অৰণ্য কুটীৰ বৌদ্ধ মন্দিৰলৈ পঠিওৱা হৈছিল ৰাজ পৰিয়ালৰ নিয়ম অনুসাৰে কিছুদিনৰ বাবে সন্ন্যাসীৰ জীৱন-যাপন কৰিবলৈ। ৰাজকুমাৰক তাত মুণ্ডন কৰোৱা হৈছিল আৰু আগৰতাৰা শাস্ত্ৰক কণ্ঠস্থ কৰিবলৈ শিকোৱা হৈছিল। আৰ্যজ্যোতি ভিক্ষুৱে ৰাজপুত্ৰক বৌদ্ধধৰ্মৰ মূলমন্ত্ৰৰ লগে লগে কৈ গৈছিল বহুতো কাহিনী— হে ৰাজপুত্ৰ, তথাগত বুদ্ধই সৃষ্টি আৰু জীৱনৰ গূঢ় সত্য উদঘাটন কৰিবলৈ যোৱাৰ কাৰণেই ৰাজ্য আৰু গৃহস্থী জীৱন ত্যাগ কৰিছিল। কিন্তু তেওঁ ঈশ্বৰ ঈশ্বৰ বুলি হামৰাও কাঢ়ি থকাৰ মনোবৃত্তিৰ পৰা দূৰৈত আছিল। তেওঁ বিচাৰিছিল জীৱনৰ সত্য অন্বেষণ। তেওঁৰ ধ্যান-ধাৰণা কেন্দ্ৰীভূত আছিল সদায় দেখি থকা মানুহৰ ওপৰত। এনে এটা অন্বেষণৰ কাৰণে হয়তো তেওঁ সাংসাৰিক ধৰ্মৰ পৰা দূৰৈত অৱস্থান গ্ৰহণ কৰিছিল। কিন্তু ৰাজধৰ্ম, ন্যায়, প্ৰেম আৰু সাংসাৰিক জীৱন ভিন্ন

ভিন্ন একো একোটা কক্ষত স্থিত বুলি ভবাৰ কোনো যুক্তিযুক্ততা নাই। হে ৰাজপুত্ৰ, তুমি প্ৰিয়দৰ্শী মহামান্য অশোকৰ কথা ভাবা। তেওঁ সুখ, ভোগৰ পৰা দূৰৈত থকা নাছিল। তেওঁ ৰাজধৰ্মও পালন কৰিছিল। তেওঁৰ ধম্মা আছিল সকলোকে ন্যায়ৰ ডেউকাৰ তলত সুমুৱাই প্ৰতিপালন কৰা। কলিংগ যুদ্ধৰ বিভীষিকাই তেওঁক মৰ্মাহত কৰাৰ পাচতো তেওঁ আঁতৰি অহা নাছিল ৰাজধৰ্ম পালনৰ পৰা। মোগল সৈন্য হত্যাৰ ছবিয়ে তোমাক বিচলিত কৰিলেও তুমিও ৰাজধৰ্মৰ পৰা আঁতৰি আহিব নোৱাৰা নিজ প্ৰজাক ৰক্ষা কৰিবলৈ যদি অলপ ৰক্তক্ষয়ো কৰিবলগীয়া হয়, সেয়া ধৰ্মবিৰুদ্ধ হ'ব নোৱাৰে। ন্যায় আৰু সততাৰ পৰা তুমি আঁতৰি নহাকৈ যদি শত্ৰু জয় কৰা তাত ভুল কোনখিনিত? দুষ্টক দমন আৰু সন্তক পালন— এয়েই ৰাজধৰ্ম।

আৰ্যজ্যোতি ভিক্ষুৱে শুভল্যাক এটা সাধু শুনাইছিল। চাক্‌মাসকলৰ সমাজত প্ৰচলিত এটি জনপ্ৰিয় সাধু কথা— এখন হাবিত এটা বাঘ, শিয়াল, গাহৰি আৰু মুৰ্গীৰ মাজত এক বিশেষ বন্ধুত্ব গা কৰি উঠিছিল। সিহঁতৰ মাজত বন্ধুত্বই এনে এক ৰূপ লৈছিল যে সিহঁতে একেলগে জুম খেতি কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিলে। সিহঁতে ভাবিছিল যে এনে এক কামেৰে সিহঁতে সিহঁতৰ বন্ধুত্বক এক ভিন্ন পৰ্যায়লৈ লৈ যাব আৰু হয়তো কোনোবা এটা সময়ত এখন বৃহৎ সমূহীয়া জন্তু সমাজো সিহঁতে সেই অৰণ্যত গঢ়ি তুলিবলৈ সক্ষম হ'ব।

প্ৰথমদিনাখন বাঘে তেওঁৰ বাবে বাছি উলিওৱা ঠাইখিনিত চাৰিও বন্ধুৱে কাম কৰা আৰম্ভ কৰিলে। দুপৰীয়াৰ আগে আগে বাঘে তেওঁৰ বন্ধুকেইজনক কৈ দুপৰীয়াৰ আহাৰ বনাবলৈ গ'ল আৰু তিনিও বন্ধুকে দুপৰীয়া সময়ত তেওঁৰ গুহাত আহাৰৰ বাবে আহিবলৈ ক'লে। পুৱাই বধ কৰা এটা হৰিণাৰ সুস্বাদু মঙহ! গোটেইকেইজনে বৰ টকালি পাৰি খালে আৰু বাঘৰ মাটিডৰাৰ কাম সন্ধিয়ালৈ শেষ কৰি পেলালে। পাচদিনা গাহৰিৰ মাটিডৰাত সকলোৰে কাম কৰাৰ পাল। গাহৰিয়েও বনৰীয়া আলুৰে খাদ্য প্ৰস্তুত কৰিলে আৰু সকলোৱে পেট পূৰাই ভোজন কৰিলে। গাহৰিৰ মাটিডৰাৰ কামো গোটেইকেইজনৰ পৰিশ্ৰমৰ ফলত একে দিনাই শেষ হৈ গ'ল। তৃতীয়দিনা কুকুৰাৰ মাটিৰ কাম। দুপৰীয়া সময়ত কণীৰ আঞ্জা খাই কেউজন বৰ তুষ্ট হ'ল আৰু পৰম উছাহেৰে কাম কৰি কুকুৰাৰ মাটিৰ কাম কৰিলে। চতুৰ্থ দিনা শিয়ালৰ মাটিৰ কামত গোটেইকেইজনে লাগিল। অলপ পাচতে শিয়ালে ক'লে যে সি এতিয়া খাদ্য বনাবলৈ যাব। বাকীকেইজন শিয়াল যোৱাত সানন্দেৰে সন্মতি জনালে। শিয়ালে ঘূৰি গৈ খাদ্য যোগাৰ কৰাৰ একো প্ৰস্তুতি নচলাই ৰন্ধনপাত্ৰত নিজৰ বিষ্ঠা ত্যাগ কৰি তাকেই গৰম কৰি কলপাতত বান্ধি থৈ নিজে বেমাৰৰ ভাও জুৰি শুই থাকিল। তাৰ বন্ধুকেইজন আহি যেতিয়া পাতত বান্ধি থোৱা বস্তুখিনিক চিড'ল খাদ্য বুলি গ্ৰহণ কৰিবলৈ আগবাঢ়িল, তেতিয়া সেইখিনিৰ দুৰ্গন্ধই সিহঁতক তাৰ পৰা আঁতৰি আহিবলৈ বাধ্য কৰালে।

— এয়া কি?

বাঘৰ গোঁজৰণিত ভয় খাই পলাবলৈ ওলোৱা শিয়ালক বাঘে ডিঙিত কামুৰি বধ

কৰি পেলালে।

— কিয় আমাৰ বন্ধুক এনেদৰে মাৰি পেলালা ?— মুগীৰ চকুত চকুপানী। গাহৰিৰো মুখত দুখৰ ছায়া।

— ই আমাৰ বন্ধু নহয়। বন্ধুত্বৰ কথা কৈ শত্ৰুতা কৰিবলৈ ওলোৱা এনে জীৱৰ বাবে মৃত্যুদণ্ডৰ অন্যথা শাস্তি নাই। যোৱা গোটেইকেইদিন সি একোৱেই কাম কৰা নাই। কিন্তু খোৱাৰ সময়ত তাৰ উৎসাহ আটাইতকৈ বেছি। আজি তাৰ খেতিৰ কামত পুৱাৰে পৰা আমাৰ আটাইবোৰকে কামত লগাই সি ফাকটি মাৰি পলাল। তাৰো ওপৰত তাৰ বিষ্ঠাক খাদ্য বুলি আগবঢ়াই আমাৰ বন্ধুত্বক অপমান কৰিলে। এনে বিশ্বাসঘাতকতাক সহ্য কৰি থকাটো অন্যায় নহয় জানো ? এখন সমাজ গঢ়াৰ ক্ষেত্ৰত এনে জীৱ অন্তৰায়স্বৰূপ আৰু বনৰজা হিচাপে তাৰ হত্যাকে মই উচিত ন্যায় বুলি বিবেচনা কৰিছো।

— এখন সমাজ গঢ়াৰ ক্ষেত্ৰত যদি কোনো অন্তৰায় আহে আৰু কোনোবাই যদি বিশ্বাসঘাতকতা কৰে তেনে অন্তৰায়ক অধিক নিকপকপীয়া কৰে, তেনেহ'লে ৰাজকুমাৰ শুভল্য, তুমি ৰাজদণ্ড হাতত লৈ প্ৰকৃত ন্যায় দিবলৈ আগবাঢ়িব লাগিব। সেই ন্যায়ত ৰক্তপাত থাকিব পাৰে, সেই ন্যায়ত কাৰোবাৰ চকুপানীও গঁথা থাকিব পাৰে। কিন্তু সি যদি বহুতো মানুহৰ মংগল সাধন কৰে, সেই হিংসা হ'ব অহিংসাৰ নামান্তৰ।— আৰ্যজ্যোতি ভিক্ষুৰ চকুৰ লগত চকু মিলাই শাৰনাথ আৰণ্য কুটীৰ বৌদ্ধ মঠৰ পিৰালিত বহি সন্ধিয়া পাতত বহিবলৈ ওলোৱা বেলিটোৰ কমলা আভা নাকে-মুখে ছটিয়াই ৰাজকুমাৰ শুভল্যাই কথাবোৰ হৃদয়ংগম কৰিবলৈ চেষ্টা কৰিছিল। এখন ৰাজ্যৰ গুৰুভাৰ গ্ৰহণ কৰিব লাগিব তেওঁ। পিতৃদেৱ মোগল্যৰ শৰীৰৰ ৰন্ধ্ৰই ৰন্ধ্ৰই বিষ। দেহা পৰি আহিছে তেওঁৰ। হয়তো অতিশীঘ্ৰেই ৰাজ্য শাসনৰ ভাৰ তেওঁৰ ওপৰলৈ আহিব। সেই দায়িত্বৰ আগতেই 'শ্বিনব্যু'ৰ বাবে কাৰাল্যচাৰিৰ শাৰনাথ বৌদ্ধ বিহাৰলৈ আহিছে তেওঁ ভিক্ষুৰ দীক্ষা গ্ৰহণ কৰিবলৈ। কাৰাল্যচাৰিৰ শাৰনাথ বৌদ্ধ বিহাৰ অৰণ্যৰ মাজত অৱস্থিত এক বিহাৰ আৰু তিনি মাহৰ 'বাছা'ৰ বাবে ইয়াতকৈ উপযুক্ত স্থান হয়তো একোৱেই হ'ব নোৱাৰে। জনশ্ৰুতিমতে শ্ৰীলংকাৰ পৰা মহাৰাজ অশোকৰ পুত্ৰ ৰাজকুমাৰ মহেন্দ্ৰ এই ঠাইলৈ আহিছিল আৰু সাধনাত বহিছিল। এতিয়া সাধনা টিলাৰ ওপৰত বৃহৎ এক এলেকাজুৰি বিশাল বিশাল বৃক্ষৰ ছায়াত এই শাৰনাথ বৌদ্ধ বিহাৰ। ৰাজকুমাৰ শুভল্য সিংহাসনত বহাৰ আগয়ে আহাৰৰ পৰা ভাদলৈকে তিনি মাহৰ 'বাছা' বা বৰ্ষাৰ সময়ত ল'বলগীয়া দীক্ষাৰ বাবে পঠিয়াওঁতে তেওঁৰ মাতৃয়ে মূৰত হাত ফুৰাই কৈছিল— বৌদ্ধ ভিক্ষু হোৱাটো বৰ পুণ্যৰ কাম সোণ। পিতৃ-পিতামহৰ সকলো পাপ নাশ কৰাৰ ইয়াতকৈ উত্তম উপায় আৰু নাই। শ্বিনব্যুৰ সময়ত যেতিয়া মুণ্ডন কৰা যায়, খহি যোৱা প্ৰতিডাল কেশে তোমাৰ পিতৃ-পিতামহক নিব্বাণৰ দিশলৈ আগুৱাই লৈ যায়। মনপূতি বৌদ্ধ-দৰ্শনৰ কথাবোৰ শিকিবা।

— মোৰ পিতৃ-পিতামহে কৰা ৰক্তচ্ছেদৰ বাবে মই বৌদ্ধ সন্ন্যাসী হ'ম। চিৰজীৱনৰ বাবে সন্ন্যাসী হ'লেহে সকলোৰে পাপ মই ধুই নিব পাৰিম।

সংঘৰাজ আৰ্যজ্যোতি ভিক্ষুৰ আগত আঁঠু লৈ ৰাজকুমাৰ শুভল্যাই কৈ উঠিছিল। সংঘৰাজ চিন্তিত হৈছিল। ৰাজপুত্ৰক সন্ন্যাসলৈ পঠিওৱাৰ পক্ষপাতী নাছিল তেওঁ। দেশ চলোৱাৰ দায়িত্ব আছে এই কিশোৰৰ।

— মই মৈত্ৰেয় হ'ম সংঘৰাজ। উপাসক হোৱাৰ ইচ্ছা মোৰ নাই।

— উপাসক হৈয়ো জ্ঞান আৰু অভিজ্ঞান দুয়োটাকে পাব পাৰি ৰাজপুত্ৰ। মৈত্ৰেয় অৰ্থাৎ আমাৰ থেৰাবাদ বৌদ্ধমতৰ ভৱিষ্যৎ বুদ্ধ হোৱাৰ সপোন সকলোৱে নেদেখাই ভাল। জীৱনৰ উদ্দেশ্য নিব্বাণপ্ৰাপ্তি আৰু অষ্টাংগ মাৰ্গৰ যোগেদি সামান্য উপাসকেও নিব্বাণ লাভ কৰিব পাৰে।

সেই শুভল্যাই ৰাজপাটত বহি মোগলৰ লগত সন্ধি কৰি শুভল খান গ্ৰহণ কৰি এবছৰ ৰাজ্যভাৰ চলালে আৰু ১৭১৪ চনত সকলো ত্যাগ কৰি সন্ন্যাস গ্ৰহণ কৰি গভীৰ অৰণ্যলৈ গুচি গ'ল। ইয়াৰ পাচত ৰাজা শুভল খানৰ আৰু কোনো সম্ভেদ পোৱা নগ'ল।

দেশ আৰু জাতিৰ এনেকুৱা এক সন্ধিক্ষণত ৰাজা নলিনাক্ষ ৰায়ে শুভল খানৰ দৰে আঁতৰি যোৱাৰ কথা মনলৈ আনিব পৰা নাই। হয়তো স্নেহ চাক্‌মা আৰু ইন্দ্ৰমণি চাক্‌মাৰ নিচিনা দুজন কোমল বয়সীয়া ল'ৰাৰ ওপৰত দেশ ৰক্ষাৰ গুৰুভাৰ জাপি কিংকৰ্তব্যবিমূঢ় হৈ ক্ষণ গণি থকা তেওঁৰ শুভল খানৰ দৰে নিব্বাণৰ সন্ধানত প্ৰকৃতিৰ বুকুলৈ গুচি যোৱাৰ সাহসকণো হোৱা নাই। অভিজ্ঞান অৰ্থাৎ বৌদ্ধ সন্ন্যাসীয়ে কঠোৰ সাধনাৰ ফলত লাভ কৰা দৈৱিক ক্ষমতাখিনি পোৱা হ'লে তেওঁ হয়তো এই মুহূৰ্তত সেই শক্তিৰে ছট্টগ্ৰাম পাৰ্বত্য এলেকাৰ মাটিত ভাৰতৰ পতাকা উঠোৱা কাম সম্পূৰ্ণ কৰিলেহেঁতেন। কিন্তু না তেওঁ এজন অভিজ্ঞান থকা অৰহান্ত হ'ব পাৰিলে, না তেওঁ এজন প্ৰকৃত ৰাজা হোৱাত সফলকাম হ'ল। চৌদিশে তেওঁক যেন আবৃত কৰি ৰাখিছে কিছুমান ব্যৰ্থতা আৰু তাৰ পৰা সৃষ্ট হতাশাই।

ইতিহাসৰ চৰিত্ৰবোৰে তেওঁৰ চকুৰ আগত দ্ৰুতগতিত অগা-দেৱা কৰা আৰম্ভ কৰিছে। সংকটৰ মুহূৰ্তত ধৈৰ্য হেৰুওৱা উচিত নহয় বুলি দিয়া ৰাজশিক্ষা তেওঁ মনৰ পৰা দলিয়াই পেলোৱা নাই বাবেই হয়তো তেওঁৰ মন কেতিয়াবা গৈছে অতীজলৈ, কেতিয়াবা আহিছে বৰ্তমানলৈ আৰু কেতিয়াবা অদূৰ ভৱিষ্যতলৈ ঢাপলি মেলিছে।

পলাশীৰ যুদ্ধ। ১৭৫৭ চন। মীৰ জাফৰৰ বৃহৎ বিশ্বাসঘাতকতাৰ বাবে নবাব চিৰাজুদদৌলা ব্ৰিটিছৰ হাতত শোচনীয়ভাৱে পৰাজিত হৈছিল। মীৰ জাফৰ হ'লগৈ বংগৰ শাসনকৰ্তা। কিন্তু বিশ্বাসঘাতকতাৰ কাহিনী তাতেই শেষ হৈ নগ'ল। ইয়াৰ পাচত আহিল মীৰ কাছিম— মীৰ জাফৰৰ জোঁৱায়েক যি ১৭৬০ চনত বংগৰ শাসনভাৰ গ্ৰহণ কৰি ব্ৰিটিছ গৱৰ্ণৰ জেনেৰেল ৰবাৰ্ট ক্লাইভৰ হাতত অৰ্পণ কৰিলে বৰ্ধমান, মিদনাপুৰ আৰু ছট্টগ্ৰাম জিলা। গোপনভাৱে। ব্ৰিটিছৰ আধিপত্য ছট্টগ্ৰাম জিলালৈ বিস্তৃত হোৱাৰ পাচত তেতিয়াৰ চাক্‌মা ৰাজা শেৰমস্ত খানে তাৎক্ষণিকভাৱে ব্ৰিটিছৰ হাতলৈ ছট্টগ্ৰামৰ ক্ষমতা হস্তান্তৰিত কৰিলে। অৱশ্যে এই ক্ষমতা হস্তান্তৰ আছিল অকল নামমাত্ৰ, সাংকেতিক

হস্তান্তৰ। ব্ৰিটিছক বছৰি ৯ মোন কপাহ দি তাৰ বিনিময়ত কাষৰ এলেকাৰ লগত মুক্ত বেহাৰ এক সাময়িক ব্যৱস্থা। ৯ মোন কপাহ! পূৰ্বৰ মোগলৰ লগত হোৱা চুক্তিতো ১২ মোনৰ দাবী আছিল। কৰ্পাছ মহলৰ ৰাজাৰ বাবে ইয়াতকৈ সুব্যৱস্থা আৰু কি হ'ব পাৰে? কৰ্পাছ মহল। সমতলৰ পৰা পাহাৰৰ চকুৰে মণিব পৰা চুড়ালৈকে শুভ্ৰ কপাহৰ এক বিস্তৃত সমদল। চাকমাইঁতৰ প্ৰিয় খেতি। এটা সময় আছিল যেতিয়া অন্য বিভিন্ন পাহাৰী জাতিৰ আক্ৰমণত অতিষ্ঠ হৈ আৰাকান পৰ্বতৰ পৰা সৰহসংখ্যক চাক্‌মাই পূবলৈ গতি কৰি ছট্টগ্ৰাম পাৰ্বত্য এলেকা পাইছিলগৈ তেতিয়া প্ৰকৃতিৰ পৰশতে গজি থকা কপাহৰ হালি-জালি থকা গছৰ নয়নাভিৰাম দৃশ্যই তেওঁলোকক আকৃষ্ট কৰিছিল। মাতা ধলেশ্বৰীৰ দান বুলি ভাবি লৈ সেই নিৰ্জন পাৰ্বত্যভূমিত শুভ্ৰকেশী বনাঞ্চলৰ মাজে মাজে নিজ গৃহভূমি স্থাপন কৰিছিল। তেতিয়াৰ পৰাই ধলেশ্বৰী আৰু কপাহ খেতিৰ মাজত এক যোগসূত্ৰ স্থাপন কৰিবলৈকে গংগাৰ অধিষ্ঠাত্ৰী দেৱী ধলেশ্বৰীক কপাহৰো গোঁসানী পাতি কপাহ খেতিৰ বতৰত ধুমধামেৰে ধলেশ্বৰীৰ পূজা পতাৰ নিয়ম প্ৰচলন কৰিছিল। এতিয়া কাপাহেৰে চাক্‌মা ৰাজাই সন্ধি স্থাপন কৰিলে দুই বৃহৎ শক্তি মোগল আৰু ব্ৰিটিছৰ লগত। ১৭৬৩ চনত ব্ৰিটিছ ইষ্ট ইণ্ডিয়া কোম্পানীৰ ছট্টগ্ৰাম কাউন্সিলৰ মুখ্য কাৰ্যবাহী হেনৰী ভেৰেলেষ্টে চাকমা ৰাজাৰ সাৰ্বভৌমত্ব 'ফেনী নদীৰ পৰা চাংগো নদীলৈকে, নিজামপুৰৰোডৰ পৰা কুকি ৰাজাৰ পাহাৰলৈকে' সমস্ত এলেকৰ ওপৰত স্বীকাৰ কৰি এখন অধিসূচনা জাৰি কৰিলে।

ৰাজা নলিনাক্ষ ৰায়ৰ মনলৈ আহিছে ৰণু খানৰ গৌৰৱময় সময়ৰ কথা। তেওঁৰ পিতৃ ভুবন মোহন ৰায়ে শিশু নলিনাক্ষক প্ৰায়েই কোলাত বহুৱাই ৰণু খানৰ কথা কৈছিল আৰু বৰ্ণনা কৰিছিল কালিন্দী ৰাণীৰ সময়ৰ বহুতো ঘটনা। ইতিহাসৰ দুটা উজ্জ্বল সময়। ৰাজা জান বক্স খান আৰু তেওঁৰ সেনাধ্যক্ষ ৰণু খান। ৰাজা নলিনাক্ষয়ো পুত্ৰ ত্ৰিদিৱক কাষত বহুৱাই কৈ গৈছিল পিতৃ-পিতামহৰ দিনৰ পৰা বাগৰি অহা গল্প গল্প লগা ইতিহাসৰ এই দুটা সময়ৰ কিছুমান সত্য কাহিনী।

ৰাজা জান বক্স খান আছিল কিছু পৰিমাণে আমোদপ্ৰিয়। তেওঁ দোতৰা বজাই ৰাজকাৰেঙৰ কাষৰ পুখুৰীৰ পাৰত আপোনমনে বহি জেনখুলি আৰু উভ'গীত গাইছিল। হয়তো তেওঁ নিজেও ৰচনা কৰিছিল তেনে বহুতো গীত।

তেওঁৰ ব্যক্তিগত জীৱন কেনে আছিল তাৰ ওপৰত বিশেষ সমল নাথাকিলেও এই কথা বুজিবলৈ কষ্ট নহয় যে তেওঁ আছিল এজন সংবেদনশীল, সৃষ্টিকৰ্মত জড়িত ব্যক্তি। সেউজ জগতৰ মাজত বহি তেওঁ জয়গান গাইছিল সৃষ্টিশীল প্ৰকৃতিৰ। কিন্তু তেওঁৰ সেই সময়ছোৱাক চাক্‌মা ইতিহাসৰ এক সোণালী যুগ বুলি আখ্যা দিয়া হয় তেওঁৰ সেনাধ্যক্ষ আৰু ভাতৃ সমৰবিদ ৰণু খানৰ বাবেহে। ৰণু খানে তেওঁৰ বিশাল সেনাবাহিনী লৈ প্ৰায়ে নামি গৈছিল ছট্টগ্ৰামৰ সমতল ভূমিলৈ আৰু তাৰ পৰা আদায় কৰিছিল বিভিন্ন কৰ-কাটল। ছট্টগ্ৰাম বন্দৰলৈ অহা আৰু ছট্টগ্ৰাম বন্দৰ এৰা প্ৰতিখন জাহাজে ৰণু খানক

এটা নিৰ্ধাৰিত হাৰত ধন-সোণ দিয়াটো আছিল এক অলিখিত আইন। এবাৰ দোভাগ নিশা ৰণু খানে তেওঁৰ সেনাবাহিনীক লগত লৈ ছট্টগ্ৰাম কাউন্সিলৰ সমস্ত এলেকা ঘেৰাও কৰি পেলালে। জেনেৰেল ভেৰেলেষ্টৰ বিশাল হাউলিৰ চৌহদৰ ভিতৰলৈ এজন দুজনকৈ চাক্‌মা সেনা সোমাই গছ কিছুমানৰ আঁৰত নিজৰ অৱস্থান গ্ৰহণ কৰিলেগৈ। ব্ৰিটিছ জেনেৰেলজনৰ ঘৰৰ বহা কোঠাৰ মুখত এখন লোহাৰ দুৱাৰ— 'জেনেৰেল দুৱাৰ খোলা।' ৰণু খানৰ চিঞৰত প্ৰায় অৰ্ধনগ্ন অৱস্থাত ওলাই অহা জেনেৰেল ভেৰেলেষ্টৰ এতিয়া অবাক হোৱাৰ পাল।

— কিয় মোক এনেকৈ টোপনিৰ পৰা উঠাইছা? তুমি নাজানা নেকি যে এই চৌহদৰ এটা চুকত আছে আমাৰ সেনা শিবিৰ। চিঞৰ-বাখৰ শুনিলে সিঁহত লৰৰি আহি তোমাক সমূলে ধ্বংস কৰি পেলাব।

— ভয় খুৱাইছা নেকি মোক? তোমাক ঘেৰি আছে মোৰ চিপাহীয়ে। সৌৱা, প্ৰতিজোপা গছৰ আঁৰে আঁৰে একোজনকৈ চিপাহী। আন্ধাৰৰ মাজে মাজে যুদ্ধ কৰাত পাকৈত সিহঁত। তথাপিও তোমাৰ মানুহক তুমি খবৰ দিব পাৰা। আমি অপেক্ষা কৰিম।

— কি লাগে তোমালোকক?

— একো নালাগে। আমিতো আমাৰে ঘৰতেই আছো। তোমালোককহে সুধিব খুজিছো কি লাগে তোমালোকক ইয়াত? কিহৰ কাৰণে ইমান দূৰ বাটকুৰি বাই ইয়ালৈ আহিছা?

**ৰণু খান আৰু জেনেৰেল ভেৰেলেষ্টৰ মাজৰ এই মাজনিশাৰ মুখামুখি আৰু কথোপকথন হয়তো এক ৰূপ কথাৰ কাহিনী, এক কাল্পনিক বিজয় গাথা। কিন্তু মানুহবোৰে সেই কাহিনী পাহাৰে-ভৈয়ামে প্ৰায় ডেৰশটা বছৰ ধৰি কৈ আছিল আৰু আজিও কৈ আছে। হয়তো সময়ে সময়ে তাত কিছু নতুন সমলৰো অৱতাৰণা ঘটাইছে আৰু চাকমা সমাজখন ৰণু খানক লৈ গৌৰৱত উথলি উঠিছে।**

[ ৯ ]

ইষ্ট ইণ্ডিয়া কোম্পানীৰ মুৰব্বী আৰু কোম্পানী অধিকৃত ভাৰতৰ বাবে নিযুক্ত গৱৰ্নৰ জেনেৰেল ৱাৰেন হেষ্টিংচ এই ঘটনাক লৈ চিন্তিত হৈ পৰিল। ছট্টগ্ৰামৰ ইংৰাজ শাসকৰ বাসভৱনত ৰণু খান নামৰ চাক্‌মা সেনাধ্যক্ষৰ অনধিকাৰ প্ৰৱেশ! কেনেকৈ সহ্য কৰে ব্ৰিটিছৰ নিচিনা এটা অহংকাৰী জাতিয়ে? পঠিওৱা হ'ল চিপাহীৰ বাইশতম বেটেলিয়নৰ কেপ্টেইন ইলেছকাৰক ৰণু খানৰ দৌৰাত্ম্য নিয়ন্ত্ৰণ কৰিবলৈ।

ছট্টগ্ৰাম পাৰ্বত্য এলেকাৰ সুউচ্চ ভূমিত ৰণু খান তেতিয়া ব্যস্ত আছিল চেগুন গছৰ পৰা কংদানাও বনোৱাৰ কামত। একো একোডাল বৃহৎ চেগুন গছ বগৰাই তাৰ গা গছ প্ৰখৰ ৰ'দত শুকুৱাই সেই একেডাল গছৰ পৰাই সাজি উলিওৱা হৈছিল যুদ্ধত ব্যৱহাৰ কৰিবলগীয়া একো একোখন কংদানাও। এটা সৰু সৈনিকৰ গোট বহিব পৰা কংদানাওৰ বাবে প্ৰয়োজন পুৰণি, অলপ বহল অৱয়বৰ চেগুন গছ। এজোপা গছৰ গা-গছৰ পৰা এখন নাও, অন্য গছৰ ব্যৱহাৰ সেইখন নাওৰ বাবে নিষিদ্ধ। চেগুন গছ কুঠাৰেৰে কাটি এঢলীয়া পাহাৰৰ গাৰে বগৰাই সমতল ভূমিলৈ লৈ যোৱা হৈছিল আৰু ৰখা হৈছিল কাঠেৰে বনোৱা একো একোটা সৰু চাংঘৰ আকৃতিৰ ঘৰৰ ভিতৰত। ছট্টগ্ৰামৰ সেই ওখ পাহাৰৰ মাজত আটাইতকৈ সহজলভ্য আছিল অবিৰত বৃষ্টিপাত আৰু কেতিয়াবা মুক্ত, ৰাঙলী ৰ'দ। চেগুন কাঠৰ কুণ্ডাবোৰ কাঠৰ ঘৰত বৰষুণৰ সেমেকা বতৰত সযত্নে ৰাখি ৰ'দৰ প্ৰখৰতাৰ সময়ত সেইবোৰক বাহিৰলৈ উলিয়াই শুকুৱাবলৈ চেষ্টা চলোৱা হয়। ৰণু খানে এই কংদানাও বনোৱাৰ সময়ত সদায়েই সূক্ষ্ম দৃষ্টি ৰাখে যাতে বিভিন্ন খৰস্ৰোতা পাহাৰী নদীবোৰত নৌযুদ্ধ চলোৱাৰ সময়ত ব্যৱহাৰ কৰা কাংদানাওৰ বাবে শুকান, পাতল কাঠ ব্যৱহাৰ কৰি ইয়াক যুদ্ধৰ বাবে উপযোগীকৈ বনোৱা হয়। কম বৃষ্টিৰ শীতৰ কালছোৱাতে একো একোখন গ্ৰামৰ সমূহীয়া শ্ৰমদানক কামত লগাই নাও বনোৱা কাম কৰোৱা হয়।

সেইদিনা ৰণু খান অকলে এটুকুৰা পৰিত্যক্ত জুম খেতি কৰা মাটিত উদাস মনেৰে বহি আছিল। কংদানাও বনোৱা কাম শেষ পৰ্যায় পাইছেগৈ। তেওঁৰ নৌ বাহিনীৰ বাবে বিশখন পাতল, সুগঠিত নাও। ইয়াৰ পাচতেই সমূহীয়া শ্ৰমদানেৰে হয়তো বেপাৰ-বাণিজ্যৰ বাবে বনোৱা হ'ব বগা নাও। বগা নাও বনোৱা কামক লৈ ৰণু খানে মূৰ ঘমাবলৈ নাযায়। সেয়া একোখন গ্ৰামৰ মুখ্য ব্যক্তি কাৰবাৰীৰ মূৰৰ কামোৰণি। কেইবাখন গ্ৰামৰ কেইবাজনো কাৰবাৰী লগ হৈ বগা নাও বনোৱা কামত গাঁৱৰ ডেকামানুহখিনিক লিপ্ত কৰাই ল'ব। অতীজৰে পৰা এনেকৈয়ে চলি আহিছে আৰু এতিয়াও চলিব। পৰিত্যক্ত জুম খেতিৰ সেই ৰানিয়া ভূমিত বহি থাকোতে তেওঁৰ বুকুত তল-ওপৰ কৰি আছে

কিছুমান তপত হুমুনিয়াহে। যেতিয়াই মন গৈছে ব্ৰিটিছ অধিকৃত ছট্টগ্ৰামৰ সমতল ভূমিলৈ তেওঁ নামি গৈছে। তেওঁৰ ঘোঁৰাৰ খুড়াৰ শব্দ শুনাৰ লগে লগে স্বইচ্ছাই সমতলৰ বেপাৰীয়ে তেওঁৰ হাতত তুলি দিছে প্ৰভূত অৰ্থ। ব্ৰিটিছেও তেওঁৰ লগত ফেপেৰি পতাৰ সাহসকণ গোটাব পৰা নাই। ছট্টগ্ৰামৰ ব্ৰিটিছ সেনাধ্যক্ষৰ বাসভৱনলৈ গৈ নিজৰ প্ৰভুত্ব জাহিৰ কৰাৰ পাচতো ব্ৰিটিছৰ ফালৰ পৰা প্ৰত্যাহ্বান জনোৱাৰ কোনো লক্ষণ এতিয়ালৈকে দেখোন চকুত পৰা নাই।

প্ৰত্যাহ্বান বিহীন জীৱন ৰণু খানে কামনা নকৰে। প্ৰত্যাহ্বান নোহোৱা জীৱন মৃত্যুৰ সমতুল্য। তেওঁৰ ভাতৃ চাক্‌মা ৰাজা জান বক্স খান গীত লিখা আৰু ছবি অঁকাক লৈ ব্যস্ত। কিন্তু তেওঁৰ যে অশান্ত হৃদয়, চঞ্চল চিত্ত! কলিকতাৰ পৰা তেওঁ আমদানি কৰাইছে যথেষ্টসংখ্যক বন্দুকৰ। তেওঁৰ ৰণুৱাহঁত ধনু-কাঁড় চলোৱাত অতিকে পাকৈত, বন্দুক চলোৱাতো সিদ্ধাহস্ত। ইছলাম ধৰ্ম গ্ৰহণ নকৰাকৈ মোগলৰ লগত নামমাত্ৰ মিত্ৰতা কৰা দিনৰে পৰা চাক্‌মা ৰাজা আৰু তেওঁৰ সভাসদসকলৰ দেহত একো একোটা পোছাকী মুছলমান নাম আৰি ল'লেও তেওঁলোক এতিয়াও বৌদ্ধ ধৰ্মত দীক্ষিত। হীনযান বৌদ্ধ ধৰ্মৰ সমান্তৰালভাৱে তেওঁলোকে মানি লৈছে অন্য বহুতো দেৱদেৱীক। অহিংসা মন্ত্ৰ আৰু বলি-প্ৰথা সমানেই চলে তেওঁলোকৰ সমাজত। ৰণু খানৰ বাবে যুদ্ধ শ্বাস-প্ৰশ্বাসৰ নিচিনাই জীয়াই থকাৰ এক আহিলা। তিনি মাহৰ 'বাছা'ৰ সময়ত এইবাৰো তেওঁ গৈছিল শ্বিনব্যুৰ কাৰণে। মুণ্ডন কৰাইছিল তেওঁ। কিন্তু একে সময়তে যুঁজৰ পোছাক পিন্ধি ৰণুৱা বাহিনী লৈ যুদ্ধত নামিবৰ বাবে উত্ৰাৱলো হৈ আছিল তেওঁ। পাচে এতিয়া যেন চাৰিওফালে এক হিম শীতল নীৰৱতা।

ৰানিয়া ভূমিত বহি থাকোতে তেওঁৰ কাষেদি পাৰ হৈ গৈছে এটা 'বৌ খোজ' শোভাযাত্ৰা। কোনোবা হ'বলগীয়া কইনাৰ ঘৰলৈ কইনা বিচাৰি যোৱা বৰযাত্ৰীৰ এই দলটোৰ মাজত ইমান উত্তেজনাৰ সমাহাৰ! হয়তো কইনাৰ ঘৰলৈ গৈ এই নাচি-বাগি যোৱা দলটোৱে আগবঢ়াব 'মদ পিলং' আৰু এখন নতুন সংসাৰৰ সূচনা হ'ব। জাগৰা মদ আগবঢ়াবলৈ সিহঁতৰ হাতে হাতে বাঁহৰ মদ-ভৰ্তি চুঙা। কিন্তু ইমানবোৰ আনন্দ-স্ফূৰ্তি, উত্তেজনাৰ মাজতো ৰণু খানৰ মনৰ উকা ভাবটো যোৱাগৈ নাই। বাৰে বাৰে মনত অগাদেৱা কৰি থকা এক বুজাব নোৱাৰা শূন্যতা। এইবাৰ ৰাজপ্ৰাসাদলৈ ঘূৰি গৈ তেওঁ চুমুলং পূজা আগবঢ়োৱাৰ এক মানসিক পৰিকল্পনা কৰি পেলালে। হয়তো দেৱতা চুমুলং আৰু চুমুলুঙৰ পত্নী দেৱী পৰমেশ্বৰীয়ে চকু মেলি চালে তেওঁ বিচৰা শত্ৰু নিধন যুদ্ধখন তেওঁৰ হাতৰ মুঠিলৈ আহিয়েই যায়! ৰাজপুৰুষ তেওঁ, বীৰৰ বংশধৰ। বগা চাহাবৰ লগত যুঁজাৰ মাদকতা তেওঁ উপভোগ কৰিবলৈ ভাল পায়। আগবঢ়াবলগীয়া চুমুলুং পূজাৰ প্ৰথম পদক্ষেপ হিচাপে এই ৰানিয়া ভূমিত বহি তেওঁ কপালেৰে ভূমি স্পৰ্শ কৰি চুমুলুং পত্নী ধৰাৰ দেৱী পৰমেশ্বৰীলৈ এক সশ্ৰদ্ধ সেৱা নিবেদন কৰিলে।

সেইখিনি সময়তে ঘটনাটো ঘটি গ'ল। 'বৌ খোজ' শোভাযাত্ৰাটো তেওঁৰ কাষেদি

পাৰ হোৱাৰ লগে লগেই তেওঁৰ চকুত পৰিল পাহাৰৰ হেলনীয়াখিনিত পশ্চিমৰ নীলা, পৰিষ্কাৰ আকাশখনৰ লগত নিজৰ অৱস্থান মিলাই ৰৈ আছে ৰাজপ্ৰাসাদৰ কটকী। চাৰিওফালে নিকা, এইমাত্ৰ অহা এজাক বৰষুণে ধুই নিয়া পৃথিৱী। বহু দূৰলৈ পাহাৰৰ শাৰী, দূৰৈত এখন পথাৰ যি নীলা আকাশৰ লগত মিলিত হৈছে এটা বিন্দুত। ৰাজকটকীৰ চৌদিশে আকাশৰ নীলা আৰু পথাৰৰ সেউজীয়া।

— এটা বেয়া খবৰ আছে।

উদং ৰানিয়া ভূমিত বহি থকা উদাস ৰণু খানৰ দেহা-মন এক অনামী উত্তেজনাই গ্ৰাস কৰি পেলাইছে।

— ভাঙি-পাতি কোৱা কি হৈছে!

— বগা চাহাবে আমাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিছে। কেপ্টেইন ইলেছকাৰ এক বৃহৎ সৈন্য-বাহিনী লৈ ৰঙামাটি অভিমুখে আহি আছে। ৰাজাই আপোনাক তৎক্ষণাৎ খবৰ দিবলৈ মোক পঠিয়াইছে।

ৰণু খান থিয় হৈছে। শ্বিলুম আৰু কানিৰ গাত কিছুমান ভিজা মাটিৰ গুড়ি লাগি থাকিলেও সেইবোৰ সৰু সৰু কথা লৈ তেওঁ এতিয়া পৰিশ্ৰান্ত নহয়। তেওঁ বিচাৰি থকা যুদ্ধৰ উন্মাদনা তেওঁ এতিয়া সমস্ত দেহতে অনুভৱ কৰিছে।

— আমি বান্দৰ-ঘোপলৈ যাম। ৰাজাক ক'বা যে তাত যাতে অলপ অশ্বাৰোহী সৈন্য মজুত ৰাখে। আমি চাংগোনদীৰে উজাই গৈ তাত ওলামগৈ। কিন্তু বান্দৰ ঘোপত সৈন্য মজুত ৰখাৰ বাতৰি যাতে শত্ৰুৰ কাণত নপৰে তাৰ বাবে যথাসম্ভৱ গোপনীয়তাও ৰাখিব লাগিব। গতিকে এই বাতৰি অকল ৰাজাৰ কাণতে দিবাগৈ। চাবা যাতে ৰাজাবাৰীৰ অন্তৰ্ভাগত সেই সময়ত ৰাজাৰ ওচৰত কোনো অন্য মানুহ নাথাকে।

ৰণু খানৰ ক্ৰোধৰ লগত কটকী পৰিচিত। যুদ্ধৰ এই পৰিকল্পনা অতি গোপনীয়তাৰে কৰাৰ নিৰ্দেশ ৰাজাৰ কাণত অকলশৰীয়া অৱস্থাত থাকোতেহে পেলাব লাগিব। সেনাধ্যক্ষ আৰু মহাবীৰ ৰণু খানৰ আদেশক অমান্য কৰা মানে মূৰ কটা যোৱা।

এখন এখনকৈ কংদানাও সাজু কৰা হৈছে। কংদানাওৰ সমদলটোৰ পাচে পাচে কেইবাখনো বগা নাও। এখন কাংদানাৱত চাৰিজনকৈ ৰণুৱা আৰু বগা নাৱত ফল-মূল, খাদ্য-সামগ্ৰীৰ লগত অন্য বহুতো লোক। এখন ডাঙৰ যুঁজ হ'ব।' সকলোৱে ফুচফুচাই কৈছে। ৰণু খানৰ গহীন মুখলৈ চাই কোনো প্ৰশ্ন উঠোৱাৰ সাহস কাৰো হোৱা নাই যদিও সকলোৱে বুজি উঠিছে যে ইমানদিনে হৈ থকা লাপি-লুপা যুদ্ধৰলেখীয়া এখন যুঁজৰ প্ৰস্তুতি এয়া নহয়। কোনোবা বৃহৎ শত্ৰুক বগৰোৱাৰ পৰিকল্পনা প্ৰতিটো কামতে ফুটি উঠিছে। বগা চাহাবৰ বাদে অন্য কোনো শত্ৰুৰ কথা কাৰো মনলৈ অৱশ্যে অহা নাই। যোৱাৰ আগে আগে উপস্থিত হ'লহি দৈন্নক ৰণুৱাৰ অন্য এটা দল, সকলোৰে কান্ধত একো একোখন ধনু, কিছুমানৰ কান্ধত ওলমোৱা আছে বন্দুক, কঁকালৰ খোচনাত খাৰ-বাৰুদৰ এটাকৈ টোপোলা, ধনু থকাবোৰৰ খোচনাত তূণ। দৈন্নকহঁত চাকমাসকলৰে

জ্ঞাতি-ভাই যদিও বহুদিন আগেয়েই আৰাকানৰ পাৰ্বত্য ভূমিত বিচ্ছিন্নতা ঘটাৰ পাচত দৈন্নকইঁতে চাক্‌মাবিলাকৰ ৰীতি-নীতি পৰিহাৰ কৰি আয়ত্ত কৰিলে মানহঁতৰ স্বভাৱগত কৌশল। যথাৰেৰে বাৰুদ বনোৱাৰ কামত দৈন্নকবোৰ পাৰ্গত আৰু চাক্‌মাবোৰৰ লগত বহুতো কথা এতিয়া নিমিলিলেও ক'ৰবাত হয়তো জাতিগত আনুগত্যও আহি যায়। ৰণু খানে যুদ্ধত কৌশলী দৈন্নকইঁতৰ লগত পুনৰ এক যোগসূত্ৰ স্থাপন কৰিছে আৰু 'ধৰ্মকুদুম' সম্বোধনেৰে বহুদিনৰ আগেয়েই আৰাকানৰ বুকুত এৰি থৈ অহা তেওঁলোকৰেই একাংশৰ লগত নতুন এক সহৃদয়তা গঢ়ি তুলিছে। কংদানাও বনোৱাৰ কামত জড়িত বহুতো চুবুৰীয়া গ্ৰামৰ কাৰবাৰী আৰু সেই কাৰবাৰীবোৰৰ তলত থকা শ শ গ্ৰামবাসীৰ লগতে দৈন্নকৰ দল এটাও ৰণু খানৰ আহ্বানক্ৰমে বৰ্তমান ইয়াত মজুত। আজি সিহঁতকো ধনু-কাঁড়, বন্দুক-বাৰুদেৰে সজ্জিত হৈ ওলাই অহা দেখি বাকীবোৰ চাক্‌মা ৰণুৱা উল্লাসিত। সকলোৰে দেহত যুদ্ধৰ বাবে প্ৰস্তুত কৰা সজংগ্য কানি। দৈন্নক ভাইহঁতৰ বাবেও সজংগ্য কানি দাঁতি-কাষৰীয়া গ্ৰামৰ পৰা যোগান ধৰা হৈছে। সজংগ্য কানিৰ বাবে বাছি উলিওৱা শেন চৰাইৰ ফুলৰ এই আৰ্হিত যাদুৰ পৰশ আছে বুলি জনবিশ্বাস প্ৰচলিত। একো একোজন যোদ্ধাক সজংগ্য কানিত জিলিকি থকা উৰন্ত শেন চৰাইৰ জাকে সংকটৰ সময়ত নিৰাপত্তাৰ ছাঁ দি থাকে বুলি প্ৰতিগৰাকী পত্নীয়ে বিশ্বাস কৰে। গভীৰ ভক্তিৰে তাঁতশালত বৈ উলিওৱা এই কাপোৰ নাৰীৰ ভক্তি আৰু প্ৰেমৰ ফলশ্ৰুতি।

অবিবাহিত ৰণু খানৰ গাত জিলিকি থকা সজংগ্য কানিতো ফুটি উঠিছে চুবুৰীয়া কোনোৰ গ্ৰামৰ কোনো নাৰীৰ মৰম আৰু আস্থাৰ প্ৰতিচ্ছবি। এক ভাইৰ বাবে এগৰাকী ভগ্নীৰ চেনেহৰ চানেকি।

কংদানাওবোৰ চাংগো নদীৰ কোবাল ভটিয়নি সোঁতত এৰি দিয়া হ'ল। তাত উপস্থিত থকা গ্ৰামবাসীয়ে সমস্বৰে চিঞৰি উঠিল হয়ি! ই-ই-হু-হু। আনন্দৰ এয়া ধ্বনি। কংদানাওবোৰ এখন এখনকৈ সেই খৰস্ৰোতা পানীৰ মাজে মাজে আগবাঢ়িল। বগা নাগওবোৰে পাচে পাচে ধীৰ গতিৰে অনুসৰণ কৰিলে কংদানাওবোৰক। ঠিক সেইখিনি সময়তে এজোপা গছত ডাঙৰকৈ মুখখন মেলি উশাহ লৈ থকা শেন চৰাই এটাৰ মুখৰ অন্তৰ্ভাগলৈ এজোপা গছৰ ডাঙৰ বিন্ধা বুলি ভুল কৰি টোকোৰা চৰাই এটা খুউব জোৰেৰে উৰি গৈ সোমাই পৰিল। শেন চৰাইটোৱে ভয়তে চিঞৰি উঠাত টোকোৰায়ো সেই চিঞৰত আগ-পাচ নুগুণি শেনৰ মুখৰ ভিতৰৰ পৰা পুনৰ ওলাই ভিৰাই লৰ মাৰিলে। ধীৰে ধীৰে আগবঢ়া মধ্যভাগৰ ছৈ দিয়া কংদা নাওখনৰ পৰা ৰণু খানৰ চকু নদীৰ পাৰৰ শিমলু জোপাত ঘটা ঘটনাটো নপৰাকৈ নাথাকিল। চাক্‌মাইঁতৰ বিশ্বাসমতে যাত্ৰাৰ সময়ত শেন চৰাইৰ চিঞৰে জয়যাত্ৰাৰ শুভ ইংগিত কৰে। অভাৱনীয়ভাৱে ঘটা এই ঘটনাটোৱে ৰণু খানৰ মনত প্ৰত্যয় জন্মাইছে যে ব্ৰিটিছ বাহিনীৰ লগত তেওঁৰ দলৰ জয় অনিবাৰ্য। নদীৰ পাৰৰ মানুহবোৰৰ বিজয় ধ্বনি অৱধাৰিত ৰূপত বাজিয়েই আছে। ৰণলৈ ওলোৱা সিহঁতৰ সেনাধ্যক্ষৰ গৌৰৱ-ৰক্ষাক লৈ সিহঁতো উদ্বিগ্ন।

দুদিন নদীৰ বুকুৰে ভটিয়াই গৈ এই যোদ্ধাৰ দলটো বান্দৰ ঘোপ ওলালগৈ। তাতে তান্যবীৰ ফিৰ্‌টি হ্ৰদত গভীৰ নিশা চোপ লৈ থকা দলটোৰ নেতৃত্বত থাকিল এপলক চকুৰ টিপ নপৰাকৈ হাতত এযোৰ ধনু-কাঁড়, তূণত বিষ লৈ ৰণু খান। সকলোকে কোৱা হৈছে ইলেছকাৰ নামৰ এজন অতি পাকৈত সেনাধ্যক্ষৰ নেতৃত্বত ব্ৰিটিছৰ বাইশতম চিপাহী দল ৰঙামাটি অভিমুখে আহি আছে সদম্ভে। বান্দৰ ঘোপ ৰঙামাটিৰ পৰা কেইমাইলমান দূৰৈত, ছট্টগ্ৰাম বন্দৰ আৰু ৰঙামাটিৰ পথত এক সমতল ভূমি, এখন কম জনবসতিপূৰ্ণ চাক্‌মা গাঁও। তান্যবীৰ ফিৰ্‌টি বান্দৰ ঘোপৰ পূব দিশৰ এক বৃহৎ আকৃতিৰ জলাশয়। চাংগো নদী পশ্চিম দিশেদি বৈ গৈ অলপ আঁতৰত কৰ্ণফুলি নদীত লগ লাগিছেগৈ। তান্যবীৰ ফিৰ্‌টি হ্ৰদৰ লগত জড়িত হৈ আছে চাক্‌মা লোকবিশ্বাসত যুগ যুগ ধৰি চলি অহা এটা প্ৰেম কাহিনী। তান্যবীৰ এজনী অতি সুন্দৰী যুৱতী যি পুংচান নামৰ বান্দৰ ঘোপৰে এজন যুৱকৰ লগত জুম খেতিৰ সময়ত গভীৰ প্ৰেমত আসক্ত হ'ল। কিন্তু তান্যবীৰৰ পিতৃ-মাতৃয়ে দুখীয়া পুংচানলৈ ছোৱালী বিয়া নিদি গাঁৱৰ অতি ধনী বয়স্ক মানুহ এজনৰ লগত বিয়া বন্দৱস্ত কৰি পেলালে আৰু সামাজিক প্ৰথামতেই এদিন বিয়াখন হৈয়ো গ'ল। পাচে তান্যবীৰৰ মনটো আবদ্ধ হৈ থাকিল পুংচানৰ গভীৰ প্ৰেমৰ মাজত। তাই তাইৰ স্বামীৰ ওচৰত নিজকে সমৰ্পণ কৰিবলৈ ৰাজী নহ'ল।

— মোৰ মনটো বেলেগ এজনত অৰ্পিত। মনবিহীন দেহা এটা বিচাৰি মোৰ ওচৰলৈ আপুনি নাহিব। তান্যবীৰৰ স্বৰ কঠোৰ। তাই আগৰ দৰেই জুম খেতিলৈ যায় আৰু আগৰ দৰেই ৰঙালাওৰ গুৰি খুঁচৰে, আঞ্জাৰ বাবে ৰঙালাও গছৰ আগ কাটে। কিন্তু তাইৰ দুচকুৰে অবিৰতভাৱে বৈ থাকে চকুপানীৰ বন্যা। পূৰ্বৰ প্ৰেমিক পুংচানৰ প্ৰতি থকা প্ৰেমে তাইক সদা কৰি ৰাখে শোকাৰ্ত। তাইৰ দুখ সহ্য কৰিব নোৱাৰি গাঁওখনৰ পূবফালে বৈ থকা চাংগো নদীয়ে এদিন হঠাতে গতি সলাই পশ্চিমফাললৈ গুচি গ'ল আৰু পূব দিশত সৃষ্টি হ'ল এক সুগভীৰ জলাশয়। তান্যবীৰেও এদিন দুখৰ বোজা সহিব নোৱাৰি সেই হ্ৰদত জঁপিয়াই আত্মহত্যা কৰিলে।

সেই তান্যবীৰ ফিৰ্‌টি হ্ৰদতে আজি ৰণু খান উপস্থিত। হ্ৰদৰ চৌদিশে ৰাজা জান বক্স খানে ৰঙামাটিৰ পৰা পঠিওৱা এটা বৃহৎ অশ্বাৰোহীৰ দল। হ্ৰদৰ উত্তৰ কোণত আহমেদ খানৰ পৰা আগেয়েই হস্তগত কৰা আৰু এতিয়াও সক্ৰিয় হৈ থকা কালু খান আৰু ফাটেহ খান নামৰ বৰতোপ দুটা গছৰ পাতেৰে ঢাকি চকুত নপৰাকৈ সষ্টম কৰি ৰখা হৈছে। অশ্বাৰোহীৰ দলটোও আন্ধাৰৰ মাজত গা লুকাই সাজু হৈ আছে।

হঠাৎ ৰণু খানৰ মুখেৰে এটা সুহুৰি ওলাল আৰু চিএৱৰি চিএৱৰি তেওঁ গাবলৈ ধৰিলে—

তান্যবি জুম্মাত যায়,
সুগুৰি ডাডি টানেৰ গায়।
পূৰণ কথা হৰিদত তুলি

গুজুৰি গুজুৰি কানেৰ গায়।

নৃত্য-গীতত মুঠেও ৰাপ নোহোৱা ৰণু খানৰ এই পৰিবৰ্তনত সকলোবোৰ আচৰিত। অৱশ্যে তেওঁৰ লগত একেখন কংদা নাৱত থকা সৈনিকৰ বাদে বাকীবোৰৰ কাণত সেই গীতৰ সুৰ আৰু কলি একোৱেই পৰাগৈ নাই। কিন্তু সকলোৱে বুজিছে শত্ৰু সমাগত আৰু তেওঁলোকৰ সেনাধ্যক্ষই তাৰ ইংগিত দিছে। কোনো কোনো অভিযানৰ সময়ত তেওঁ কেতিয়াবা একতাৰা বজোৱাৰো কাহিনী শুনা যায়। অদ্ভুত, আশ্চৰ্যময় এই সেনাপতি। শত্ৰু সন্মুখলৈ আহিলেই একতাৰা, শিংগা, হেংগাৰং এই সকলোবোৰ দলিয়াই এই একেজন মানুহেই হেলাৰঙে সকলোকে কচু কটা দিয়াত লাগি যায়। কেতিয়াবা বন্দুকৰ নলেদি বাগৰে জুইৰ ফিৰিঙতি, কেতিয়াবা একো একোডাল বৰ্শাই যোদ্ধাক ধৰাশায়ী কৰি সমস্ত শত্ৰুপক্ষক ভাৰাক্ৰান্ত কৰি তোলে।

# [১০]

শুকান পাতত কিছুমান খৰখৰনিৰ শব্দ শুনা গ'ল। যোৱা কিছুদিন বান্দৰ ঘোপত বৰষুণৰ চিন-মোকাম নাই। ৰ'দৰ চোকটোও যেন আগতকৈ প্ৰখৰ। তান্যবীৰ ফিৰ্‌টি হ্ৰদৰ পানীও আজি বৰ নিশ্চল। এনে ঘোপমৰা আঁউসীৰ ৰাতি দেহ-জুৰুৱা বতাহ এজাকৰ বাবে সকলোৱেই বাট চায়।

পাতৰ খৰখৰনিৰ এই কৰ্কশ শব্দৰ লগে লগে ৰণু খানৰ কংদানাও প্ৰচণ্ড গতিত জলাশয়ৰ উত্তৰ দিশলৈ আগুৱাই গ'ল। বাকীবোৰক হাতৰ ঠাৰেৰে তেওঁ একে স্থানতে অপৰিবৰ্তনীয় হৈ থকাৰ ইংগিত দিলে। জলাশয়ৰ উত্তৰ দিশত ছিটাগং বন্দৰৰ পৰা গাঁওখনলৈ সোমোৱাৰ লুংলুঙীয়া প্ৰৱেশ পথ, অলপ এঢলীয়া, ওখোৰা-মোখোৰা। ঘোঁৰাৰ খুৰাৰ শব্দ চিনোতে ৰণু খানৰ ভুল হোৱা নাই। তেওঁৰ হাতৰ বৰ্শাডালে তীব্ৰ বেগত গৈ প্ৰথম ঘোঁৰাটোৰ দেহত আঘাত হানিলেগৈ আৰু ঘোঁৰাটো বাগৰি পৰিল। তাৰ লগে লগেই চাৰিওফালে যেন সৃষ্টি হ'ল এক খেলিমেলি, এক অসহ্য হাহাকাৰৰ। ঘোঁৰাৰ হি-হিয়নি, চিপাহীবোৰৰ বন্দুকৰ পৰা নিৰ্গত গুলী আৰু সেই গুলী খাই আঘাতপ্ৰাপ্ত হোৱা ঘোঁৰা আৰু মানুহৰ চিঞৰ-বাখৰৰ মাজত তান্যবীৰ ফিৰ্‌টি হ্ৰদৰ পৰা ধাৰাষাৰে বৰ্ষণ হৈছে বিষযুক্ত কাঁড়, ধাৰাল বৰ্শা আৰু বৰটোপৰ গুলী। কেপ্টেইন ইলেছকাৰ ঘোঁৰাৰে সৈতে পদপথৰ পৰা এঢলীয়া তলৰ অৰণ্য ভূমিলৈ তীব্ৰ বেগত বাগৰি পৰিছে। ক'ৰ পৰা ইমানবোৰ অস্ত্ৰ-শস্ত্ৰৰ তেওঁৰ বাহিনীৰ ওপৰত বৰ্ষণ হ'ল তাক তেওঁ ধৰিব পৰা নাই। তলৰ এটুকুৰা সমতল ভূমিত তেওঁ চিৎভোলোঙা খাই পৰিলগৈ আৰু তেওঁৰ পৰা অলপ আঁতৰতে তেওঁৰেই মৰমৰ আৰু তেওঁৰ বহুতো অভিযানৰ সহচৰ আৰৱ দেশীয় ঘোঁৰাটোও কৰ্ফাল খাই পৰি হি-হিয়াই, হি-হিয়াই কাতৰ মাতেৰে মাতি কিছু সময়ৰ পাচত নীৰৱ হৈ পৰিল। হয়তো সি সচেতনতা হেৰুৱাইছে। ইমানখিনিৰ মাজতো ইলেছকাৰৰ বোধশক্তি অক্ষত আছে আৰু অক্ষুণ্ণ আছে বিষ-কোপেৰে জৰ্জৰিত দেহাটোৰ অযুত শক্তি। বহু কষ্ট কৰি এটা সময়ত তেওঁ থিয় হৈছে আৰু খোৰাই খোৰাই তেওঁৰ মৰমৰ ঘোঁৰা জেমচৰ ওচৰলৈ গৈছে। জেমচৰ দেহৰ দুই স্থানত গুলীৰ চিন, অলপ তলত এডাল বৰ্শা এতিয়াও লাগি তাৰ পৰা ধাৰাষাৰে বৈছে তেজৰ নৈ। তেওঁৰ ভৰিৰ শব্দ শুনি ঘোঁৰাটোৱে এবাৰ চকুমেলি চাইছে। সেই চকুত অসহায় যন্ত্ৰণাৰ স্পষ্ট চিন। ইলেছকাৰে তাৰ মূৰত আলফুলেৰে হাত ফুৰাইছে— 'তই মোক ক্ষমা কৰি দিবি মোৰ ভাই। তোক তোৰ এই অসহ্য যন্ত্ৰণাৰ পৰা মুক্তি দিবলৈকে এই কাম মই কৰিবলগীয়াত পৰিল।' কান্ধত এতিয়াও ওলমি থকা বন্দুকটোত গুলী এটা ভৰাই তেওঁ জেমচৰ মূৰৰ সোঁমাজলৈ লক্ষ্য কৰি গুলী চলালে। নিপুণ সৈনিক তেওঁ, লক্ষ্যভ্ৰষ্ট কেতিয়াও নহয়। জেমচৰ দেহাত সামান্য এক কঁপনি আৰু তাৰ পাচতে নিশ্চলতা।

কিছু আঁতৰৰ পৰা এজোপা গছৰ আঁৰ লৈ ৰণু খানে ইলেছকাৰক লক্ষ্য কৰি আছিল। লেঙেৰিয়াই লেঙেৰিয়াই খোজকঢ়া বগা চাহাবৰ হাতত থকা বন্দকটো আঁতৰাই পঠিওৱাৰ এয়াই সোণালী সুযোগ। তেওঁ হাতৰ ধনুত গুণ টানিলে। বৰ সাৱধানে কামটো কৰিব লাগিব। জীৱিত আৰু সুস্থ অৱস্থাত বিচাৰে তেওঁ এইজন ব্ৰিটিছ সেনাপতিক। ব্ৰিটিছ সেনাপতিক পণবন্দী! কি মজা! প্ৰচণ্ড বেগেৰে যোৱা কাঁড়পাতে সঠিক স্থানতেই আঘাত হানিলে আৰু ইলেছকাৰৰ হাতৰ পৰা বন্দুকটো ওলাই মৃদু শব্দ এটা কৰি তলত পৰিলগৈ। ইলেছকাৰে হাউলি গৈ বন্দুকটো তুলিবলৈ চেষ্টা কৰাৰ আগেয়েই ৰণু খান ঠিক সেইখিনি ঠাইতেই হাজিৰ হৈ মানুহজনক দুহাতেৰে জপটিয়াই ধৰিলে। আঘাতপ্ৰাপ্ত মানুহজনৰ দেহত তেতিয়ালৈ হয়তো শক্তি টুটি আহিছিল। তেওঁৰ আত্মসমৰ্পণত অসহায়তাৰ বাদে অন্য কোনো চালিকা শক্তি নাছিল আৰু সেয়ে সংঘৰ্ষৰ অৱকাশ একেবাৰেই নাছিল বুলি ক'লেও চাগে সত্যৰ অপলাপ কৰা নহ'ব।

এজন দুৰ্ধৰ্ষ ব্ৰিটিছ সেনাপতিক এটা পাহাৰী জনগোষ্ঠীৰ সেনাধ্যক্ষই পণবন্দী কৰি এক অখ্যাত, দুৰ্গম, গোপন স্থানলৈ লৈ গৈ ব্ৰিটিছক প্ৰত্যাহ্বান জনোৱাৰ পাচতো ব্ৰিটিছসকল নীৰৱ হৈ থকাটো ইতিহাসৰ এক বুজিব নোৱাৰা সাঁথৰ। কিন্তু সেইখিনি সময়ত ইষ্ট ইণ্ডিয়া কোম্পানীৰ মুখ্যালয় ফোৰ্ট উইলিয়ামত কোম্পানীৰ মুৰব্বীসকলৰ কেইবালানিও মিটিং বহিছিল। ছট্টগ্ৰাম পাৰ্বত্য এলেকাৰ অন্তৰ্ভাগলৈ গৈ ৰণু খানৰ নিচিনা ইমান সাহসী আৰু নিপুণ সেনাধ্যক্ষৰ লগত যুঁজ কৰিবলৈ গৈ ইলেছকাৰৰ জীৱন বিপদাপন্ন কৰাৰ নিচিনা আত্মহননকাৰী কাৰ্য কৰাৰ বিপক্ষে কেইবাজনো বিচক্ষণ ব্ৰিটিছ যোদ্ধাই মাত মতাৰ পৰিপ্ৰেক্ষিতত ৰণু খানৰ লগত সন্ধি কৰাৰ সিদ্ধান্তই অৱশেষত গ্ৰহণ কৰা হ'ল। এই সন্ধি কৰাৰ বাবে পদক্ষেপ ল'বৰ বাবে দায়িত্ব দিয়া হ'ল সেই সময়ৰ ছট্টগ্ৰাম এলেকাৰ মুখ্য শাসক হিচাপে যোগদান কৰা আৰউইন চাহাবক। ৰণু খানে দাবী তুলিলে যিকোনো সন্ধি বা মিত্ৰতাৰ বাবে ব্ৰিটিছে তেওঁক আমন্ত্ৰণ কৰিব লাগিব ফোৰ্ট উইলিয়ামলৈ আৰু তেওঁৰ লগত কথা পাতিব লাগিব খোদ বৰলাট চাহাবে। ১৭৮৪ চনত লৰ্ড ৱাৰেন হেষ্টিংচৰ লগত ৰণু খান আলোচনাত বহিল। আলোচনাত মুখ্য অংশগ্ৰহণ কৰিলে আৰউইনে। কেপ্টেইন ইলেছকাৰক ঘূৰাই দিয়াৰ সিদ্ধান্ত লোৱা হ'ল আৰু চাক্‌মা ৰাজাৰ সাৰ্বভৌমত্ব ছিটাগং পাৰ্বত্য এলেকাত স্বীকাৰ কৰি লোৱা হ'ল। চাক্‌মা ৰাজাৰ লগত হোৱা এই সন্ধি ব্ৰিটিছ ভাৰতৰ এক আশ্চৰ্যকৰ ঘটনা। কোনো ভাৰতীয় জনগোষ্ঠীৰ লগত ইয়াৰ আগতে বা ইয়াৰ পাচতো ফোৰ্ট উইলিয়ামত বহি ইংৰাজে এনেধৰণে আলোচনা কৰাৰ নজিৰ আমাৰ ইতিহাসে লিপিবদ্ধ কৰা নাই।

সেই ঘটনাৰ কথা পাচৰ প্ৰতিজন চাক্‌মা ৰাজকুমাৰক ৰূপকথাৰ কাহিনীৰ ৰূপত বেলেগ বেলেগ আৰ্হিত প্ৰতিজন ঘৰুৱা শিক্ষকে কৈ গৈছিল। প্ৰত্যেক পিতৃয়েও অগ্ৰজ হিচাপে পুত্ৰৰ মানসিকতাত ৰোপণ কৰিছিল ৰণু খানৰ শৌৰ্যৰ কাহিনী আৰু ফোৰ্ট উইলিয়ামত বহি কৰা আলোচনাৰ কিয়দাংশও ভিন্ন ভিন্ন ৰূপত উপস্থাপন কৰা হৈছিল। নলিনাক্ষ ৰায়ৰ পিতৃয়ে কৈ গৈছিল কেনেকৈ ৰণু খানে ঘোঁৰাবাগীত গৈ ফোৰ্ট উইলিয়ামৰ

দুৱাৰমুখ পাইছিলগৈ আৰু দাবী তুলিছিল যে লৰ্ড হেষ্টিংচ আহি তেওঁৰ আলহীক তাৰ পৰা আদৰি নিয়কহি। তেওঁক মাতি অনা হৈছে আৰু উপযুক্ত সন্মান নেদেখুৱালে ফোৰ্ট উইলিয়ামৰ দুৱাৰমুখৰ পৰাই তেওঁ উভতি যাবগৈ বুলি ভাবুকি প্ৰদৰ্শন কৰাত হেনো অহংকাৰী বৰলাট চাহাব বৰ বিমোৰত পৰিছিল। এটা সৰু জনগোষ্ঠীৰ এজন নেতা যাৰ হাতত বন্দী হৈ আছে এজন ব্ৰিটিছ সেনাধ্যক্ষ। ব্ৰিটিছ ভাৰতৰ প্ৰতিনিধি যি টিপু চুলতানৰ নিচিনা নেতা আৰু মাৰাঠাৰ নিচিনা সামৰিক শক্তিক পৰাভূত কৰিছিল, তেওঁ এজন সামান্য ৰাজা তথা সেনাধ্যক্ষৰ মইমতালিক কিয় সহ্য কৰিলে সি এতিয়াও ব্যাখ্যাতীত।

আজি চাক্‌মা ৰাজা নলিনাক্ষ ৰায়ৰ ৰাজ্য কাৰোবাৰ খেয়ালখুচিমতে অপাত্ৰৰ হাতত তুলি দিয়া হৈছে আৰু তেওঁ এজন নীৰব, অসহায় সাক্ষী হৈ বহি আছে। কোনেও তেওঁক এই কথা সোধাৰ প্ৰয়োজন অনুভৱ কৰা নাই যে এই গোটেই ভাগ-বাটোৱাৰাৰ বিষয়টোত তেওঁৰ উপলব্ধি কেনেধৰণৰ। মাউণ্টবেটেন, নেহৰু, জিন্না সকলোৰেই দৃষ্টিত তেওঁ এক অস্তিত্বহীন অস্তিত্ব। ইতিহাসে তেওঁক কেতিয়াবা মনত ৰাখিবনে? মনত ৰাখিলেও তেওঁৰ পুতৌলগা অৱস্থিতিক উপহাস কৰাৰ হয়তো এক স্পৃহা জাগিব। চাক্‌মা জনমানসত তেওঁ ৰৈ যাব উপেক্ষা কৰাৰ যোগ্য এক ব্যক্তিত্ব হিচাপে। হয়তো মানুহে ক'ব ৰণু খানৰ বংশত এজন এনে ৰাজাৰ আৱিৰ্ভাৱ ঘটিছিল যি দেশৰ সংকটৰ মুহূৰ্তত ধৃতৰাষ্ট্ৰৰ দৰে উদাসীন নিস্পৃহতাৰে নিজকে অন্ধ কৰি ৰাখিছিল। অকল কিয় ৰণু খানৰ কথাই ক'ব? হয়তো স্মৰণ কৰিব তেজস্বিনী ৰাণী কালিন্দীকো আৰু তেনে এক সম্মোহনী ব্যক্তিত্বৰ অধিকাৰিণী মহিলাৰ উত্তৰসূৰী হিচাপেও তেওঁক সকলোৱে উপহাস কৰিব।

কালিন্দী ৰাণী! ধৰম বক্স খানৰ মৃত্যু ঘটাৰ পাচত তেওঁ সুন্দৰী পত্নী কালিন্দী ৰাণীক ব্ৰিটিছে চাক্‌মা ৰাণী বুলি মানি ল'লে। তেওঁ সিংহাসনত বহাৰ কিছুদিনৰ পাচতেই ভাৰতজুৰি আৰম্ভ হ'ল চিপাহী বিদ্ৰোহ। প্ৰথম অৱস্থাত ভাৰতীয় ৰজা-ৰাণী আৰু ভাৰতীয় চিপাহীয়ে ব্ৰিটিছৰ বিৰুদ্ধে যুঁজত জয়লাভ কৰিছিল যদিও পাচত ভাগ্যৰ চকৰি ঘূৰিল ভাৰতীয়ৰ বিৰুদ্ধে। ঘটনাবোৰৰ পৰিক্ৰমা কালিন্দী ৰাণীৰ কাণত পৰোতে বেছি সময়ৰ প্ৰয়োজন হোৱা নাছিল। ছট্টগ্ৰাম বন্দৰত তেওঁৰ চোৰাংচোৱাই পিয়াপি দি ফুৰিছিল আৰু মীৰাট, কানপুৰ, দিল্লী আৰু অৱধৰ কাহিনীবোৰ তেওঁ ঘৰত বহিয়েই শুনিছিল। ব্ৰিটিছৰ ওপৰত খং বা প্ৰতিশোধৰ চিন্তা পুহি ৰখাৰ কোনো প্ৰয়োজন কালিন্দী ৰাণীৰ হোৱা নাছিল। স্বামীৰ মৃত্যুৰ পাচত সিংহাসনত বহোতে কোনো প্ৰতিবন্ধকতাৰ সৃষ্টি নকৰা ব্ৰিটিছৰ ওচৰত হয়তো তেওঁ কিছু পৰিমাণে কৃতজ্ঞহে আছিল। ইতিমধ্যে তেওঁৰ প্ৰাসাদত সমস্যাৰ সৃষ্টি কৰিছিল হৰিশ্চন্দ্ৰ দেৱানে। সুন্দৰী, বিধৱা ৰাণীৰ ওপৰত হয়তো চকু পৰিছিল হৰিশ্চন্দ্ৰৰ। হয়তো প্ৰথমতে শাসনৰ অ-আ-ক-খ বুজি নোপোৱা ৰাণীয়ে হৰিশ্চন্দ্ৰৰ পৰা ৰাজনীতি আৰু শাসনৰ মূলমন্ত্ৰ শিকোতে তেওঁ ভাবি লৈছিল যে এদিন আঁকৰী ৰাণীৰ হৃদয় জয় কৰি তেওঁ চাক্‌মা শাসনৰ বাঘজৰীও হাতৰ মুঠিত ল'ব। ৰাণীৰ শাসনৰ প্ৰথম দুটা বছৰত ৰাজ্যখনৰ উঠিৰজা-বহিৰজা আছিল ৰাণীৰ মহামন্ত্ৰী হৰিশ্চন্দ্ৰ দেৱান। ধীৰে ধীৰে ৰাণীয়ে হৰিশ্চন্দ্ৰৰ হাতৰ পৰা ক্ষমতা আঁতৰাই তেওঁক অপ্ৰয়োজনীয় কৰি তুলিলে আৰু ৰাণীৰ সকলো কৰুণাৰ

কেন্দ্ৰবিন্দু হৈ বহিল ভূপতি দেৱান। ৰাণীতকৈ বয়সত সৰু, দীপ্তিমান এক যুৱক যাৰ পাচফালে এটা যুৱ দল। হৰিশ্চন্দ্ৰৰ প্ৰতিদ্বন্দ্বী এক দল। এদিন নিশা হৰিশ্চন্দ্ৰই তেওঁৰ দলৰ সহায়ত ৰাণীক হত্যা কৰাৰ ষড়যন্ত্ৰ চলালে। ডাঁৱৰ বাতৰি ডাঁৱেৰে লৈ থকা কালিন্দী ৰাণীয়ে নিজৰ শয়ন কক্ষৰ পৰা চাংগো নদীলৈ নিৰ্মাণ কৰি উলিওৱা গোপন সুৰংগ পথেৰে সেই নিশাই পলাই গ'ল। লগত লৈ গ'ল তেওঁৰ বিশ্বস্ত সহচৰ আৰু হয়তো প্ৰেমিক ভূপতি দেৱানক। ইয়াৰ পাচত হৰিশ্চন্দ্ৰ দেৱানে আগবঢ়ালে চুমুলুং পূজা আৰু সেই পূজাত ৰাণীক সহযোগিতা আগবঢ়োৱা যুৱ দলৰ তেজেৰে পূজাথলী ৰাঙলী হ'ল।

ইয়াৰ পাচৰ ঘটনাৰাজি সম্পৰ্কে ইতিহাস নিমাত। কালিন্দী ৰাণীয়ে কেনেকৈ পুনৰ দুগুণ পৰাক্ৰমেৰে ঘূৰি আহি ৰাজপ্ৰাসাদৰ সকলো শত্ৰুক পৰাভূত কৰি চাক্‌মা সিংহাসনৰ বাঘজৰী পুনৰ ধৰিলে সেই সম্পৰ্কে কিছুমান অস্পষ্ট ছবি অ'ত-ত'ত পোৱা যায়। কিন্তু ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ সময়ছোৱাত কালিন্দী ৰাণীয়ে ব্ৰিটিছৰ লগত হাত মিলোৱাত হৰিশ্চন্দ্ৰৰ এই বিদ্ৰোহ বা ষড়যন্ত্ৰৰ বিশেষ ভূমিকা আছে বুলি ভবাৰ থল আছে। ৰাণীৰ প্ৰত্যাৱৰ্তনৰ পাচত হৰিশ্চন্দ্ৰ দেৱান গভীৰ অৰণ্যৰ মাজলৈ পলাই গৈছিল। চিপাহী বিদ্ৰোহীৰ সময়ছোৱাত পৰাজিত বহু চিপাহী উত্তৰ-পূৰ্বাঞ্চলৰ গিৰিখাতেৰে ব্ৰহ্মদেশ হৈ ছট্টগ্ৰাম পাৰ্বত্য এলেকাত আশ্ৰয় গ্ৰহণ কৰাত ব্ৰিটিছে ৰাণীৰ লগত আলোচনাত বহিল। ৰাণীয়ে এটা উমৈহতীয়া দল গঠন কৰি পলৰীয়া বিদ্ৰোহী চিপাহীবোৰক ধৰি দিয়াৰ ব্ৰিটিছ প্ৰস্তাৱত সানন্দেৰে সন্মতি প্ৰদান কৰিলে। আচলতে বিশ্বাসঘাতক, ষড়যন্ত্ৰকাৰী হৰিশ্চন্দ্ৰ দেৱানক ধৰি শাস্তি বিহাৰ এয়েই আছিল ৰাণীৰ বাবে এক সুবৰ্ণ সুযোগ।

ইতিমধ্যে অন্য এটা বৰ উত্তেজনাপূৰ্ণ ঘটনাও সেই সময়ত ঘটি গ'ল। চিপাহী বিদ্ৰোহৰ এজন তাৰকা নানা চাহেৱ উত্তৰ ভাৰতৰ পৰা পলাই আহি উত্তৰ-পূবৰ কোনোবাখিনিত ৰহস্যজনকভাৱে নিখোজ হৈ গ'ল। কোনোবাই ক'লে ভাৰতৰ প্ৰথম স্বাধীনতা সংগ্ৰামৰ এইজন মহানায়কক নেপালত কোনোবা শত্ৰু শক্তিয়ে হত্যা কৰিলে। কোনোবাই ক'লে নহয় তেওঁ ছট্টগ্ৰামত লুকাই থাকোতে তাতেহে তেওঁক কোনোবাই মানুহ লগাই মৰালে। কিন্তু চাক্‌মাসকলৰ আগৰতাৰা শাস্ত্ৰত নাম্বদেৱ নামৰ এজন অতি বিদগ্ধ বৌদ্ধ পণ্ডিতৰ উল্লেখ পোৱাটোৱে বহুতকে নানা চাহেৱ নাম্বদেৱলৈ পৰিবৰ্তিত হোৱাৰ সম্পৰ্কে ভবাই তোলে। নাম্বদেৱ আছিল সাধনা টিলাত থকা শাৰনাথ অৰণ্য কুথীৰ মন্দিৰৰ মুখ্য উপাসক, বৌদ্ধ ধৰ্মৰ বিভিন্ন শাস্ত্ৰৰ ওপৰত তেওঁৰ আছিল প্ৰগাঢ় জ্ঞান। উপাসনা শক্তিৰ ফলত অভিজ্ঞান লাভ কৰি তেওঁ কিছুমান অসাধ্য সাধন কৰিব পাৰিছিল— শুকান বতৰৰ মাজত মেঘহীন আকাশৰ পৰা বিজুলীৰ ধাৰা পৃথিৱীলৈ নমাই আনি, বন্য সিংহক হঠাতে শান্ত কৰি এখুজি-দুখুজিকৈ আঁতৰাই পঠিয়াই, আক্ৰমণকাৰী দস্যুৰ কাঁড়ক স্তব্ধ কৰি তেওঁ সকলোকে আচৰিত কৰি তুলিছিল। ৰাজা নলিনাক্ষ ৰায়ৰ পিতৃয়ে পুত্ৰক কৈছিল যে আগৰতাৰা শাস্ত্ৰত উল্লিখিত নাম্বদেৱেই আছিল প্ৰবাদ পুৰুষ নানা চাহেৱ। যেতিয়া তেওঁ ছট্টগ্ৰামৰ পাৰ্বত্য এলেকালৈ আহিছিল, তেওঁৰ লগত আহিছিল এটা বৃহৎ অনুগামীৰ দল আৰু লগতে বিপুল পৰিমাণৰ ৰত্ন ভাণ্ডাৰ। ছট্টগ্ৰামৰ কোনো এক গভীৰ অৰণ্যৰ মাজত হেনো সেই ৰত্ন পুতি থোৱা হৈছিল। এবাৰ কালিন্দী ৰাণীয়ে নানা চাহেৱক হাবিৰ মাজত লগ পাইছিল আৰু ৰাণীয়ে

তেওঁক নিৰাপত্তাৰ অভয় দান কৰিছিল। যেতিয়া ব্ৰিটিছ আৰু চাকমাৰ সম্মিলিত শক্তিয়ে ছট্টগ্ৰাম পাৰ্বত্য এলেকাৰ ভিতৰত বিদ্ৰোহী পলৰীয়া চিপাহীৰ সন্ধানত যৌথ অভিযান চলাইছিল, তেতিয়া ৰাণীৰ আদেশ শিৰোধাৰ্য কৰি চাকমা সেনাপতিয়ে কৌশলেৰে নানা চাহেবৰ এলেকাক সেই অভিযানৰ পৰা আঁতৰাই ৰাখিছিল। ৰাণীৰ সেই কাৰ্যৰ কৃতজ্ঞতাৰ পুৰস্কাৰ স্বৰূপে নানা চাহেবে তেওঁৰ বিপুল ঐশ্বৰ্য ৰাণীক দান কৰিছিল বুলি প্ৰবাদ আছে। জীৱনৰ আগছোৱা যুঁজ-বাগৰত মত্ত থকা মানুহজনে হয়তো কিছু সময়ৰ পাচত, ছট্টগ্ৰাম পাৰ্বত্য এলেকাৰ সেউজ বনভূমিৰ মাজত, হিংসাৰ অসাৰতা উপলব্ধি কৰি বৌদ্ধ ধৰ্মত দীক্ষিত হৈ এজন প্ৰখ্যাত বৌদ্ধ সংঘৰাজত পৰিণত হৈছিল। আগৰতাৰা শাস্ত্ৰত লিপিবদ্ধ হৈ থকা নান্নদেৱৰ তেজোদ্দীপ্ত চেহেৰা, নীলা আয়ত চকু, ওখ নাক আদিয়ে তেওঁক আৰ্য-বংশোদ্ভৱ বুলি ভবাই তোলে। সেইখিনি সময়ৰ প্ৰচলিত আখ্যানবোৰে কালিন্দী ৰাণীৰ দেহত জিলিকি থকা বিভিন্ন অমূল্য মণি মৰকত, ৰাঙামাটিত নতুনকৈ নিৰ্মাণ কৰা প্ৰাসাদটোত খচিত মণিমুক্তা আদিৰ কথা বাৰে বাৰে উল্লেখ কৰিছে। ৰাণীৰ হাতলৈ ইমানবোৰ বৈভৱ আহিল ক'ৰপৰা? চাক্‌মা সমাজখন কৃষিজীৱী, বিনিময়-প্ৰথাৰে চলা এখন সাধাৰণ সমাজ। হয়তো নানা চাহেবে লগতে লৈ অহা ঐশ্বৰ্যৰে কালিন্দী ৰাণীৰ ভাণ্ডাৰ পৰিপূৰ্ণ হৈছিল। চিপাহী বিদ্ৰোহৰ পিচৰ বহুদিনলৈ নানা চাহেবৰ মণি-মুকুতাৰ সন্ধানত ব্ৰিটিছে আৰকান আৰু টেৰাইৰ বনাঞ্চলৰ অভ্যন্তৰত কেইবাবাৰো খননকাৰ্য চলাইছিল। কিন্তু নানা চাহেবে ৰহস্যজনকভাৱে হেৰাই যোৱাৰ নিচিনাকৈ তেওঁ কানপুৰৰ পৰা লৈ অহা মণি-মৰকতৰ অক্ষয় ভাণ্ডাৰো ক'ৰবাত হেৰাই গৈছিল। ৰাণীৰ সৈন্য দলে অন্য বহুতো ভাৰতীয় চিপাহীক ব্ৰিটিছৰ হাতত ধৰাই দিছিল আৰু ব্ৰিটিছে সেইবোৰক ছট্টগ্ৰাম বন্দৰত সকলোৰে দেখাকৈ নৃশংসভাৱে ফাঁচি দিছিল। সেই দুৰ্ভগীয়াইঁতৰ ভিতৰত আছিল হৰিশ্চন্দ্ৰ দেৱান। যেতিয়া হৰিশ্চন্দ্ৰ দেৱানৰ হতি-ভৰি-আঙুলি আদি এটা এটাকৈ কাটি দলিয়াই দিয়া হৈছিল আৰু মানুহটোৱে আৰ্তনাদত গগন ফালিছিল, এখন চকীত বহি থকা কালিন্দী ৰাণীয়ে হেনো সেই যন্ত্ৰণাৰ দৃশ্য নিৰুদ্বেগচিত্তে প্ৰত্যক্ষ কৰিছিল।

ৰাজা নলিনাক্ষ ৰায়ৰ ধাত্ৰীয়ে বহু দিনলৈ এই ঘটনাক সাধু কথাৰূপে শিশু নলিনাক্ষক শুনাইছিল। তেওঁ বৰ্ণনা কৰিছিল কেনেকৈ ৰাঙামাটিৰ ৰাজপ্ৰাসাদত ৰাজাৰ সাজ পিন্ধি হৰিশ্চন্দ্ৰ দেৱানৰ আত্মাই মাজৰাতি ঘূৰা-পকা কৰে আৰু কেনেকৈ তেওঁৰ হত্যাকাণ্ডৰ পুনৰাবৃত্তি ঘটে। সেইখিনি সময়তে আৱিৰ্ভাৱ ঘটে কালিন্দী ৰাণীৰ আত্মাৰো। হৰিশ্চন্দ্ৰ দেৱানৰ আৰ্তনাদৰ সময়ত ৰাণীৰ হাঁহিৰ খিলখিলনিৰ এই লোমহৰ্ষক বৰ্ণনাত শিশু নলিনাক্ষই আতংকিত হৈ ধাত্ৰীৰ বুকুত সোমাই টোপনিত ঢলি পৰিছিল। কালিন্দী ৰাণীৰ মৃত্যুৰ পাচত তেওঁৰ মৃতদেহ লৈ যোৱা 'ৰথ-টানা' সমদলৰ লগত তেওঁৰ প্ৰভূত ধন-সম্পত্তিও টোপোলা বান্ধি হেনো লৈ যোৱা হৈছিল। সেয়া আছিল মৃতকৰ শেষ ইচ্ছা। ৰাণীৰ মৈদামত সেইবোৰ তেওঁৰ শিৰৰ দিশত পশ্চিমফালে পুতি দিয়া হৈছিল আৰু পাচদিনা চাক্‌মা নিয়মমতে মৃতকৰ পদচিহ্ন বিচাৰি যোৱা দলে সেই বস্তুৰ টোপোলা ৰহস্যজনকভাৱে অন্তৰ্ধান হোৱাটো আৱিষ্কাৰ কৰি বিস্ময়াভিভূত হৈছিল।

## [১১]

কুঞ্জপুত্রত নিজৰ ঘৰৰ কামঘৰতে হঠাৎ যন্ত্ৰণাই উক দিয়াত ললিতাই মজিয়াত বাগৰি পৰি উচুপিবলৈ ধৰিলে। ভিতৰৰ গুডিলৈ ঘূৰি গৈ বিছনাত বাগৰ দিয়াৰ শক্তিকণো দেখোন নোহোৱা হৈ গ'ল। সুভদ্ৰা ভুঝিয়ে চাগে তাইৰ এই যন্ত্ৰণা আৰু উচুপনিৰ খবৰ পোৱা নাই। মাচাঙৰ ওপৰত নাডুং গুটি খেলি থকা শাক্যদেৱেহে পানী খাবলৈ কামঘৰলৈ দৌৰি আহোতে ললিতা কাক্কিক এনেদৰে মজিয়াত বাগৰি বাগৰি কান্দি থকা দেখি আচৰিত হৈ ভুৰুং কৰি বাহিৰলৈ পুনৰ দৌৰি ওলাই গৈ মাচাঙত থিয় হৈ কিবা ভাবি অন্যমনস্ক হৈ থকা মাকক আঁচলত টানি দিলেগৈ।

— কি হ'ল? আকৌ কি লগা হ'ল তোক?— মাকৰ মাতত আজি খঙৰ স্পষ্ট চিন। নহ'বনে? এইকেইদিন এই নতুন ঠাইখনত সি মাকক কমখন হাৰাশাস্তি কৰা নাইনে? ললিতা কাক্কিৰ কিবা অসুখৰ কাৰণে সিহঁত নিজৰ কৌখালি গ্ৰামৰ পৰা বহুদূৰ বাটকুৰি বাই আহি স্নেহ কাক্কাৰ ঘৰ কুঞ্জপুত্ৰলৈ আহিছে। স্নেহ কাক্কা হেনো বহু দূৰলৈ যাবলগীয়াত পৰিল। অকলশৰীয়া, ৰুগীয়া ললিতা কাক্কিক চোৱাচিতা কৰিবলৈ দেউতাকে মাকলৈ বতৰা পঠিয়াইছে আৰু সিহঁত দুয়োটা আহি কুঞ্জপুত্ৰ নামৰ স্নেহ কাক্কাৰ গ্ৰামখন পাইছে। নতুন ঠাই। সুবিধা পালেই দুষ্ট শাক্যদেৱে ঘৰৰ পৰা ওলাই জুম খেতি বা ৰাণিয়াৰ মাজে মাজে দৌৰে। কেতিয়াবা পিধ্যা-পুলাঙত ধুনীয়াকৈ ভৰাই থোৱা পিধ্যা উলিয়াই এখন-দুখনকৈ খাই গোটেইবোৰ আধ্যা কৰি পেলায়। ললিতা কাক্কিয়ে বনোৱা চাউলৰ পিধ্যাৰ সোৱাদেই বেলেগ। যোৱা নিশা তেওঁ বহু সময়লৈকে টেকেলিৰ মুখত কাপোৰৰ টোপোলাত চাউলৰ গুড়ি বান্ধি তাত জাগাৰা গুড় মিলাই ভাপত সিজাই পিধ্যা বনাইছিল। পুৱাই উঠি হাতত সাৰে ভৰিত সাৰে শাক্যদেৱে কামঘৰলৈ গৈ পিধ্যা-পুলাঙত ভৰাই থোৱা পিধ্যা বহুকেইখন তপাতপ খাই পেলালে। শেষৰখন খাই থাকোতে মাক আহি পাচফালৰ পৰা তাক গবা মাৰি ধৰি দুটা কাণতলীয়া চৰ শোধাই দিয়াতো পাচে সি নিশ্চুপ হৈয়েই ৰ'ল। পিধ্যা চুৰিৰ দোষত দোষী সি। তাৰ পাচত ললিতা কাক্কিৰ কি দুখ! ইচ্, সুভদ্ৰা ভুঝিয়ে এই অকণমানি ল'ৰাটোক ইমানকৈ মাৰ-পিট কৰিব লাগেনে? পিধ্যাখিনিতো খাই শেষ কৰিবলৈকে বনোৱা হৈছিল! আৰু এই ফুলকুমলীয়া ল'ৰাটোৰ পিট্‌পিটাই ঘূৰি ফুৰোতে ভোক লগাটো স্বাভাৱিক। বাল-গোপালেও জানো ভোকতে লৱণু চুৰি কৰি খোৱা নাছিল? কিন্তু নাই, তাৰ মাকৰ সেইবোৰ ব্যাখ্যা শুনাৰ ধৈৰ্য নাই।

ললিতা কাক্কিৰ অসুখৰ বতৰা দিবলৈ মাকক চাদৰৰ আঁচলত ধৰি টানোতে মাকৰ চকুত তেতিয়াও খঙৰ দৃষ্টি। 'মা, কাক্কিৰ বেমাৰ হৈছে, ভুতে পোৱাৰ নিচিনাকৈ কান্দোনত গছৰ পাত সৰুৱাইছে।' মাকে তাৰ কথা শুনিবলৈ যেন বিচৰা নাই। এইবাৰ ললিতাৰ

উচুপনিৰ শব্দ সুভদ্ৰাৰ কাণত পৰিল। তেওঁ দৌৰি গৈ মজিয়াত বহি থকা ললিতাক দুহাতেৰে ধৰি তুলি আনিলে আৰু ভিতৰৰ গুড়িৰ বিছনাত নি শুৱাই দিলেগৈ— ভেইব', ভয় নকৰিবা। সময় আহি গৈছে। মই এতিয়াই পাডু-ওঝাক মাতি আনিম।

পাডু-ওঝাক মাতিবলৈ শাক্যদেৱকে পঠিওৱা হ'ল। সি প্ৰথমতে জাম্বৰস্তৰ নিচিনা জাপ দুটামান মাৰি গ্ৰামৰ উত্তৰ দিশলৈ দৌৰ মাৰিলে। কপাহ খেতিৰ মাজত এটা চাংঘৰৰ লেখীয়া ঘৰ, আকাৰত বৰ বিশাল নহয়। তলৰ খালী ঠাইৰ ওপৰৰ চাংঘৰলৈ যাবলৈ এডাল ওখ ছাংগু। শাক্যদেৱৰ ৰ'বলৈ সময় নাই। মাকৰ নিৰ্দেশ। ছাংগুৰে সন্মুখৰ মাচাং পালেগৈ। মাচাংত থিয় হৈ থকা পাদু-ওঝাৰ মূৰত শুকুলা চুলি, কোটৰত চকু, শীৰ্ণ হাত। শাক্যদেৱৰ ভাব হৈছে যে সি ভূতুনী এজনীৰ সন্মুখত হাজিৰ হৈছেহি। ইমান নিমাওমাও পৰিবেশত এইজনীয়ে যদি এতিয়া তাৰ হাড়-মূৰবোৰ মুচৰি পেলায়? কি কৰিব সি? তাৰ ভয়ত বিতত মুখলৈ চাই মানুহজনীয়ে ধপাত-তামোলেৰে ক'লা কৰি পেলোৱা আধা ভঙা দাঁতকেইটা উলিয়াই ঢেকঢেকাই হাঁহিছে— 'তোৰ কাক্কিৰ কেঁচুৱা হ'বৰ হ'ল নেকি? ব'ল। মই জানিছিলোৱেই আজি বা কালিৰ ভিতৰত তই মোক নিবলৈ আহিবি বুলি।' একোৱেই ক'বলগা হোৱা নাই তাৰ। ভূতুনীজনীয়ে কথাবোৰ জানেই।

পাডু-ওঝা গৌৰী এইখন গ্ৰামলৈ বৈবাহিক সূত্ৰে বহু বছৰৰ আগেয়েই আহিছিল। তেওঁৰ শাহুৱে এইখন গ্ৰামত বেজালি বিদ্যাৰে যথেষ্ট নাম আৰ্জিছিল। লগতে তালিক শাস্ত্ৰৰ ওপৰতো মানুহগৰাকীৰ আছিল অগাধ জ্ঞান। বিয়াৰ পাচত কোমল বয়সীয়া বোৱাৰীয়েকক তেওঁ এইবোৰৰ ওপৰত বহুতো কথা শিকাইছিল। ল'ৰা-পোৱালি এটা নোহোৱাৰ দুখত যেতিয়া পাদু-ওঝাৰ স্বামীয়ে এগৰাকী বিধৱা মহিলাক দ্বিতীয় ঘৈণীয়েক হিচাপে গ্ৰহণ কৰিলে, সেই 'সুদিন'ৰ লগত সহবাস কৰাৰ বেদনাতে মানুহগৰাকীয়ে শাহুৱে শিকোৱা বিদ্যাৰে গাঁওখনৰ বেমাৰ-আজাৰত এপালি-দুপালি ঔষধ দিয়া কাম আৰম্ভ কৰি ঘৰৰ পৰা আঁতৰি থকাৰ এক সুন্দৰ ব্যৱস্থা গ্ৰহণ কৰিলে। ইতিমধ্যে তেওঁৰ শাহুৰ মৃত্যু ঘটিছিল। সেইখিনি সময়তে এদিন গৌৰীৰ সুদিনৰ প্ৰসৱ-যন্ত্ৰণা আৰম্ভ হ'ল। গাঁওখনৰ সেই সময়ৰ পাদু-ওঝাৰ সেইদিনা ভীষণ অসুখ। গৌৰীয়ে এটা নকৰিবলগীয়া কাম সেই নিশা কৰি পেলালে। যাক লৈ তেওঁৰ দুখৰ অন্ত নাছিল, যাৰ আহিবলগীয়া সন্তানে তেওঁৰেই বন্ধ্যাত্বক উপহাস কৰাৰ সম্ভাৱনা আছিল, সেই সতিনীৰ সন্তান জন্মত তালিক-শাস্ত্ৰৰ পৰা লাভ কৰা জ্ঞানেৰে তেওঁৱেই সহায়তা কৰিলে। সৰিয়হ তেলৰ চাকিৰ ধূসৰ পোহৰত 'সুদিন'ৰ স্ফীত পেটত ক'লা ৰঙৰ হালধিৰ ৰস লগাই লাহে লাহে চক্ৰাকাৰে ঘূৰাই মালিচ কৰাৰ ফলত প্ৰসৱ-যন্ত্ৰণাৰ তীব্ৰতা বিশেষ উপলব্ধি নকৰাকৈয়ে মানুহজনীয়ে এটা ল'ৰা সন্তানৰ জন্ম দিলে। নাড়ী কাটিবলৈ ব্যৱহাৰ কৰিলে কামঘৰত লাগি থকা বাঁহৰ ধাৰাল কটাৰী। কান্দি কান্দি ব্যাকুল হৈ থকা কণমানি কেঁচুৱাটোৰ জিভাত তালিক শাস্ত্ৰৰ মতে মৌ আৰু পাতলীয়া আদা ৰসৰ মিশ্ৰণ লগাই দিয়াত তাৰো কান্দোন বন্ধ হৈ পৰিল। কিন্তু তাৰ পাচতেই আৰম্ভ হ'ল দুৰ্দিনৰ অন্য এক অধ্যায়।

গৌৰীৰ আশা হৈছিল যে গাভৰু দ্বিতীয় ঘৈণীৰ প্ৰেমত মত্ত হৈ থকা তেওঁৰ গিৰিয়েকে এটা ল'ৰা সন্তান পৰিয়াললৈ অনাত সহায় কৰা বাবে হয়তো গৌৰীৰ প্ৰতি সদয় হ'ব, হয়তো তাইৰ বয়সে ভাটি দিয়া দেহাটোও কেতিয়াবা মৰমৰ স্পৰ্শেৰে বুলাই দিব। কিন্তু কথাবোৰ ভবা ধৰণেৰে নহ'ল। তাইৰ প্ৰতি নিক্ষেপ কৰা গিৰিয়েকৰ কেটেৰা-জেঙেৰাবোৰ কমক চাৰি বাঢ়িলহে। এজনী আদহীয়া কুৰূপা তিৰোতা তাই এতিয়া মানুহটোৰ দৃষ্টিত।

সেই সময়তে গৌৰীয়ে এটা অদ্ভুত ধৰণৰ কাম কৰিলে। গ্ৰাম-পঞ্চায়তত গ্ৰাম-কাৰবাৰীৰ আগত থিয় হৈ তাই অভিযোগ তুলিলে যে তাইৰ স্বামীয়ে দুয়োগৰাকী মহিলাক সমদৃষ্টিৰে চোৱা নাই। তৰুণী ভাৰ্যাৰ প্ৰতি তেওঁ অত্যন্ত সদয় আৰু ডাঙৰগৰাকী সন্মুখীন হয় সদায় কটু ব্যৱহাৰৰ। চাক্‌মা সামাজিক প্ৰথা অনুসৰি এনে পৰিস্থিতিত 'সুৰকাগোজ' বা এক পৃথক বাসস্থানত স্বামীৰ খৰচত তেওঁক থকা-খোৱাৰ বন্দবস্ত কৰি দিব লাগে। গ্ৰাম-পঞ্চায়তত থকা কাৰবাৰীৰ আদালতে তাইৰ প্ৰাৰ্থনা একে কোবেই নামঞ্জুৰ কৰিলে। ইমান সাহস? এনেধৰণৰ সামাজিক প্ৰথা চাক্‌মা সমাজত আছে যদিও আজিলৈকে কোনো নাৰীয়ে তেনেধৰণৰ প্ৰথা নিজৰ ক্ষেত্ৰত প্ৰযোজ্য কৰোৱাৰ দাবী তোলা নাই। নাচোৰবান্দা মানুহজনী এইবাৰ গ'ল ৰাজ আদালতলৈ। তাত প্ৰথমতে তালুকদাৰৰ আদালত, তাৰ পাচত বিচাৰ আৰু সদৌ শেষত দেৱানৰ আদালত। ৰাজাবাবীৰ দেৱানৰ আদালতে কেইবাটাও শুনানিৰ অন্তত তাইৰ দাবী মানি ল'লে। সাক্ষী হিচাপে অন্য দুগৰাকী মহিলাই গৌৰীৰ কষ্টৰ চাক্ষুষ অভিজ্ঞতা বৰ্ণনা কৰিলে। আদালতে ক'লে যে সামাজিক নিয়ম আছে যেতিয়া ন্যায়-প্ৰাৰ্থী গৌৰীৰ ক্ষেত্ৰত সেই নিয়ম খাটিবই। তাইৰ স্বামীক 'সুৰকাগোজ'ৰ বন্দবস্ত কৰিবলৈ নিৰ্দেশ দিয়া হ'ল। তেওঁ প্ৰতিবাদ কৰিলেও ৰাজ আদালতৰ নিৰ্দেশ মানি নিজৰ ঘৰৰ পৰা অলপ নিলগত বাঁহেৰে এটা চাংঘৰ নিৰ্মাণ কৰি তাত গৌৰীক থাকিবলৈ দিলে। ৰাজ আদেশত অনিচ্ছা সত্ত্বেও তাইৰ খোৱা-বোৱাৰ ব্যয়ো তেওঁ বহন কৰিবলগীয়া হ'ল। সেই ঘটনাই গৌৰীক কিছুদিনৰ বাবে মানুহৰ চকুৰ কুটা দাঁতৰ শাল কৰি তুলিলেও তাইৰ সাহসক প্ৰশংসা কৰা লোকৰো অভাৱ নহ'ল। তদুপৰি আগৰগৰাকী পাদু ওঝাৰ মৃত্যুৰ পাচত গৌৰীয়ে গাঁওখনৰ সকলোৰে প্ৰসৱত সহায় কৰাৰ লগতে বেমাৰ-আজাৰৰ ক্ষেত্ৰতো বৈদ্যালি-পুথিৰ মতে ঔষধ আদি দিবলৈ ধৰিলে। এতিয়া গৌৰী এগৰাকী বৃদ্ধা পাদু-ওঝা, তথাপি নিপুণ তেওঁৰ হাত। অতীতক লৈ এতিয়া ব্যতিব্যস্ত নহ'লেও সৰু গাঁওখনৰ মানুহখিনিয়ে কেতিয়াবা অৱসৰৰ মুহূৰ্তত কেনেকৈ গৌৰীয়ে ৰঙামাটিলৈ গৈ গোচৰ তুলিছিল তাৰ ওপৰত অতিৰঞ্জিত বৰ্ণনা কিছুমান দাঙি ধৰে। নিজৰ বিষয়ত পাচে গৌৰী একেবাৰে নিশ্চুপ। সকলো কাম নিয়াৰিকৈ কৰি যায়। স্বামীৰ পুৰণা ঘৰৰ ফালে স্বাভিমানী মহিলাগৰাকীয়ে মূৰ তুলিও চোৱা নাই। আজি শাক্যদেৱ তেওঁৰ আগত হাজিৰ হোৱাৰ লগে লগেই তেওঁ বুজি উঠিল কিহৰ কাৰণে এই ওঁঠ চেপিলে গাখীৰ ওলোৱা ল'ৰাটো তেওঁৰ মাচাঙত উপস্থিত হৈছেহি। আচলতে যোৱা নিশাৰ পৰাই তেওঁ এই আহ্বানৰ

বাবে সাজু হৈ আছিলেই। স্নেহ আঁতৰি যোৱাৰ পৰা ঘৰ চপাহি নাই। বহু দূৰৰ পৰা অন্য এগৰাকী সম্পৰ্কীয় মাইকী মানুহ এই সৰু ল'ৰাটোৰ সৈতে আহি স্নেহৰ ঘৈণীয়েকৰ চোৰাচিতাৰ বাবে সিহঁতৰ ঘৰতে থকাৰ খবৰটো তেওঁ পাইছে। স্নেহ যাবৰ পৰত তেওঁক বাৰে বাৰে কৈ গৈছিল গা-ভাৰী মানুহজনীৰ খবৰ ৰাখিবলৈ। খুৰীয়েক ঢুকোৱাৰ পাচত আচলতে ওচৰতে স্নেহৰ নিজৰ বুলি ক'ব পৰা কোনো আত্মীয়-কুটুম্বও নাই। দেশৰ কামত সেই বলিয়া মানুহটো বাৰে বাৰে ৰঙামাটি, চট্টগ্ৰাম আৰু হয়তো সাগৰেৰে বহু দূৰলৈ যাবলগীয়া হয়। পাদু-ওঝা গৌৰীৰ স্নেহ আৰু স্নেহৰ ঘৈণীয়েকলৈ মৰমো উপজিছে। সেয়ে হয়তো কিছুদিন আগেয়ে ফেনী নদীৰ পাৰত গা-ভাৰী মানুহজনীৰ কাৰণে গাঁৱৰ মানুহখিনিৰ লগত একেলগ হৈ এবিধ পূজা আগবঢ়াইছিল। এইবিধ পূজাৰ মন্ত্ৰ জটিল, নিয়মবোৰ উজু নহয়। তথাপি গৌৰীয়ে ললিতাৰ কাৰণেই এইবিধ পূজা কৰিবলৈ আগবাঢ়ি আহিছিল। দুটামান ডেকা ল'ৰাই উছাহেৰে নদীৰ পাৰত পাদু-ওঝাৰ কথামতে এটা জুপুৰি ঘৰ বনোৱাৰ পাচত গৌৰীয়ে মন্ত্ৰ মাতি এটা মাটিৰ টেকেলি তাত বহুৱাই দিছিল। টেকেলিৰ ডিঙিত বন্ধা হৈছিল এডাল মন্ত্ৰপূত বগা সূতা আৰু এই সূতাৰ ইটো মূৰে জুপুৰিৰ দুৱাৰমুখ স্পৰ্শ কৰিছিল। ললিতাক তাইৰ মূৰেৰে টেকেলিটোত সাতবাৰ খুন্দিয়াবলৈ কোৱা হৈছিল। এতিয়া মাক আৰু হ'বলগীয়া কেঁচুৱাটো দুষ্ট মানুহৰ বেয়া দৃষ্টিৰ কবলৰ পৰা মুক্ত। ইয়াৰ পাচত এটা ডাঙৰ গাহৰি মাৰি সমূহীয়াভাৱে পতা আগিদা ভোজত সকলো লোকৰে ভীষণ স্ফূৰ্তি। আচলতে স্নেহ চাক্‌মা গাঁওখনৰ পৰা আঁতৰি যাবলগীয়া হোৱাৰ পাচত ললিতাৰ ভাল-বেয়াক লৈ সকলো পৰিশ্ৰান্ত। ৰাজাৰ নিৰ্দেশত, দেশৰ কামত দিহিঙে-দিপাঙে ঘূৰি থকা মানুহটোৰ ঘৈণীয়েক গাঁৱৰ সমূহীয়া পুত্ৰ-বধু, ডেকা ল'ৰাহঁতৰ আদৰৰ ললিতা ভুঝি। আজিও হয়তো ললিতাৰ যন্ত্ৰণাৰ বাতৰি কাণত পৰাৰ লগে লগে স্নেহৰ ঘৰলৈ গাঁৱৰ মানুহৰ সোঁত ব'ব।

শাক্যদেৱৰ লগে লগে পাদু-ওঝা খৰখোজেৰে ললিতাৰ ওচৰলৈ বুলি ঢাপলি মেলিলে। ঘৰ পায়েই গুড়িৰ ভিতৰত পাটীত পৰি কান্দোনত গছৰ পাত সৰোৱা মানুহজনীক তেওঁ সৰিয়হৰ তেলৰ এটা মালিচ দিলে। ধঁতুৰা গছৰ পাতেৰেও স্ফীত পেটটো মোহাৰি মুখেৰে কিবাকিবিবোৰ বিৰ্‌বিৰাই দিয়াত ললিতাৰ ফোঁপনি উঠি থকা দেহাটো স্থিৰ হৈ পৰিল। এটা কলহত অলপ গৰম পানী লৈ তাৰ ভাপ মানুহজনীৰ মূৰৰ ওপৰৰ পৰা ভৰিলৈকে কেইবাবাৰো লম্বাকাৰে দিওঁতেও পাদু ওঝাৰ মন্ত্ৰৰ বিৰ্‌বিৰণি স্তব্ধ হোৱা নাই। এটা সময়ত এটা কেঁচুৱাৰ কান্দোনৰ শব্দই সমগ্ৰ ঘৰটো ভেদি গ'ল! বাহিৰত গোটখোৱা মানুহবোৰে উলাহতে চিঞৰি উঠিল— হৈ য়া য়া...। পাদু-ওঝা গৌৰীয়ে বাহিৰলৈ ওলাই গৈ মানুহখিনিৰ আগত সগৰ্বে ঘোষণা কৰিলে— পুয়া... ল'ৰা। আকৌ এক উল্লাসৰ শব্দ। সেই শব্দৰ ধ্বনি মাৰ নৌযাওঁতেই পাদু-ওঝা মানুহখিনিৰ আগেদি প্ৰায় দপ্‌দপাই ওলাই যোৱাৰ নিচিনাকৈ মাচাঙলৈ ওলাই আহিল। পাদু-ওঝাৰ গৌৰৱৰ কাৰণো নোহোৱা নহয়। যোৱা কেইটামান বছৰত মানুহগৰাকীৰ হাতত দেখোন

ছোৱালীতকৈ ল'ৰা-পোৱালিৰ জন্মই অধিক হৈছে। লক্ষী মাইৰ কৰুণা তেওঁৰ হাতত লাগি আছে বুলি মানুহবোৰে কোৱা-কুই কৰিলে ভাল লাগে তেওঁৰ। সন্তোষতে মানুহবোৰে কেতিয়াবা ৰূপৰ মুদ্ৰা একোটাও তেওঁৰ হাতত তুলি দিয়ে। ছট্টগ্ৰাম বন্দৰত কপাহ বেছি পোৱা ধন। তাৰোপৰি কুকুৰা এটাতো সকলোৱেই দিয়ে। আৰু দিয়ে মাহটোৰ বাবে চাউলৰ যোগাৰ।

নোদোকা কেঁচুৱাটো লৈ এতিয়া চিন্তাৰ কোনো কাৰণ নাই। মাকৰ বুকুত চপ্‌চপীয়া গাখীৰ। অনাই-বনাই ঘূৰি ফুৰিবলগীয়া হোৱা বাপেকটোক লৈহে মানুহবোৰৰ কিছুদিনৰ পৰা চিন্তা হৈছে। বিশেষকৈ ডেকা ল'ৰাবোৰৰ। সেইবোৰ চিন্তা পাদু-ওঝাৰ বোধগম্য নহয়। কিনো ইমান কাম ওলাইছে যে এনেহেন তিৰোতা এজনী ঘৰত এৰি মানুহটো এইদৰে দিহিঙে-দিপাঙে তলৌ তলৌকৈ ঘূৰি ফুৰিবলগীয়া অৱস্থা এটাত পৰিছে?

হাত-ভৰি ধুই পাদু-ওঝা যাবলৈ ওলাল। এতিয়াও বাট দেখুৱাবলৈ কৌখালি গ্ৰামৰ পোৱালি ল'ৰাটো হাজিৰ হৈছেহি। গৌৰীৰ হাঁহিও উঠিছে। তেনেই অকণমানি ল'ৰা; ইফালে তেওঁৰ বাট দেখুৱাওঁতা। তেওঁ হয়তো আকৌ কিছুদিনৰ পাচত আহিব লাগিব কুজুপানী পূজাৰ বাবে। মাকক কেঁচুৱাৰে সৈতে ফেনী নদীৰ পাৰলৈ নি সেই পানীৰ মন্ত্ৰপূত শুদ্ধিৰে মাক আৰু কেঁচুৱাৰ ওপৰত ছটিয়াই দি সিহঁতক দুষ্ট দৃষ্টিৰ পৰা ৰক্ষা কৰাৰ পূজাভাগতো তেৱেঁই কৰিব লাগিব। কুজুপানী পূজাৰ পাচত গ্ৰামৰ সকলোৱে ৰৈ থকা ভোজৰ কথাও আছেই।

ললিতাৰ চুবুৰীয়া মানুহবোৰে এতিয়াৰ পৰা কুজুপানী পূজাৰ আগলৈকে ভাতমোজা আনি তাইক খুৱাব। পোৱাতী মাক তাই। সুস্বাদু খাদ্যৰ প্ৰয়োজন। গৰ্ভ-কুদুম আৰু চুবুৰীয়াই এই সময়ত এৰা নিদিয়ে তাইক। ওচৰৰ ঘৰৰ পৰা ইতিমধ্যে ভাত আৰু সিজোৱা মাছৰ এক টোপোলা খাদ্য পঠিওৱা হৈছেই। সুভদ্ৰা ভুঝিয়ে এখন বাঁহৰ থালত খাদ্যখিনি সুন্দৰকৈ সজাই তাইৰ ওচৰলৈ অনাৰ প্ৰস্তুতি চলাইছে। খৰিচাৰ গোন্ধত ঠাইখিনি আমোলমোলাই উঠিছে। আঃ কি অপূৰ্ব গোন্ধ। ওচৰত পাতল বগা কাপোৰেৰে মেৰিয়াই থোৱা তাইৰ এই দেৱশিশুটি টোপনিত নিমগ্ন। অলপ পাচতে সি হয়তো তাৰ মুখখন জোকাৰি তাইৰ বুকুৰ মাজলৈ অহাৰ প্ৰচেষ্টা চলাব। মাচাঙত কিছুমান শব্দৰ পয়োভৰ, বহুতো মাতৰ গুণগুণনি। তাই বুজিছে মাচাঙৰ ওপৰতে এটা মাটিৰ চৌকা বনোৱাৰ বাবে গাঁৱৰ কোনোবা মানুহ হাতে-কামে লাগি পৰিছে। মাকৰ গাখীৰ মুখত দিয়াৰ আগেয়ে কেঁচুৱাক মাটিৰ চৌকাত সেকি শুদ্ধিকৰণৰ প্ৰক্ৰিয়া আৰম্ভ কৰাৰ প্ৰস্তুতি। প্ৰত্যেক বাপেকৰ সন্তানৰ লগত এয়া প্ৰথম কাম। সেকাৰ পাচতেহে কেঁচুৱাটোৰ পৰিয়ালত অন্তৰ্ভুক্তিৰ প্ৰথম কামফেৰা হ'ব। আৰু তাৰ পাচতহে মাকৰ গাখীৰ পান কৰাৰ অধিকাৰ সি লাভ কৰিব। হাঁহি উঠিছে ললিতাৰ। তাইৰ গৰ্ভস্থিত সন্তানে জুইৰ মাজেদি আহিহে তাইৰ কোলাত, বুকুত পুনৰ স্থিতি লাভ কৰাৰ এই প্ৰক্ৰিয়াক তাইৰ আজি নতুন ধৰণেৰে চোৱাৰ ইচ্ছা জাগিছে। গাঁৱলীয়া, সাধাৰণ ছোৱালী তাই। গিৰিয়েকৰ নিচিনা গুণ আৰু জ্ঞানৰ পয়োভৰ তাইৰ নাই। সমাজৰ বহুতো নিয়মক

নতুন ধৰণেৰে চোৱাৰ গিৰিয়েকৰ যি মনোবৃত্তি সেয়াও তাইৰ ঢুকি পোৱা পৃথিৱীখনৰ বাহিৰত। কিন্তু আজি দেহৰ সকলো বেদনা শাম কটাৰ পাচত তাই অনুভৱ কৰিছে যে তাইৰ মনৰ বেদনাৰ উপশমৰ কোনো উপায় এই মুহূৰ্তত তাইৰ হাতত নাই। তাইৰ পেটৰ·পৰা ওলোৱা সন্তানৰ জুইৰ মাজতেই জন্ম। তাৰ পৃথক শুদ্ধিৰ প্ৰয়োজন হয়তো নাই। চৌদিশে হেনো জুয়েই লাগিছে, দাউদাউকৈ। তাৰ পিতৃৰ ভাৰত যাত্ৰাৰ কথা তাইৰ কাণত পৰিছে। ক'লৈ গৈছে, কিয় গৈছে তাক বুজাৰ শক্তিকণ তাইৰ নাথাকিলেও আজি এই শুদ্ধি প্ৰক্ৰিয়াত মানুহজন নথকা আৰু তেওঁৰ ঠাইত অন্য মানুহে নদীৰ পাৰৰ মাটি আনি চৌকা বনাবলৈ লোৱা কামটোত এটা অগ্নি-পৰীক্ষাৰেই উমান পাইছে।

# [১২]

ছৈ দিয়া গৰু গাড়ীখন আহি ফেনী নদীৰ ঘাটত ৰ'লহি। বাটত মাজে মাজে গৰুকেইটাক ঘাঁহ খুওৱা, পানী দিয়া কামৰ লগতে আৰোহীকেইজনকো খোৱাবস্তু দিবৰ বাবে গৰু গাড়ীখন অ'ত-ত'ত ৰখাই আহিছিল। কোনো মানুহে বৌদ্ধ ভিক্ষুৰ দলটো দেখি কোনোধৰণৰ কৌতূহল অনুভৱ কৰা নাছিল। কাৰণ সেইটো এলেকাত বৌদ্ধ ভিক্ষুৰ আহ-যাহ এটা অতি সাধাৰণ, ভাবিব নলগীয়া ঘটনা। দুই-একে তেওঁলোকৰ ফালে চাই মূৰ দোঁৱাইছিল, কোনোৱে হাতত দুই-এটা ফল-মূল গুঁজি আঁতৰি গৈছিল। শ্ৰদ্ধা আৰু দান বৌদ্ধ সংস্কৃতিৰ এক অবিচ্ছেদ্য অংগ। মানুহবোৰৰ মুখ পাচে গোমা, অসাধাৰণভাৱে গহীন। পাকিস্তানী সৈন্য আহি পতাকা উৰোৱাৰ বাতৰি ৰঙামাটিৰ দাঁতি কাষৰীয়া এলেকাত ইতিমধ্যে জুইৰ দৰে বিয়পি পৰিছে। সকলোৱে বুজি উঠিছে যে সাংঘাতিক কিবা এটা হোৱাৰ পথলৈ সিহঁতৰ বৰ্তমানবোৰ আগবাঢ়িছে।

ফেনী নদীৰ ঘাটৰ অন্যদিনাৰ দৰে সেইদিনাও বহুতো মানুহ। বহুকেইখন নাও ঘাটত যাত্ৰী লৈ যাত্ৰাৰ বাবে সাজু। কেইখনমান ডিংগিনাও ইতিমধ্যে নদীৰ বুকুলৈ ঢাপলি মেলিছেই। স্নেহহঁতৰ গোটটোৱে ডিংগিনাও এখনৰে সন্ধানত আছে। ওপৰখন আবৃত এনে এখন বৃহৎ নাৱে এটা ডাঙৰ জাকৰ মাজত সিহঁতৰ পৰিচয় একেবাৰে লুকাই পেলাব। অৱশ্যে এতিয়ালৈকে কোনো সন্ধানী দৃষ্টিৰ আৱৰ্তলৈ সিহঁত অহা নাই বুলি গিৰীশ দেৱানে ভবা কথাটোৰ লগত দ্বিমত হোৱাৰ কোনো কাৰণ স্নেহ আৰু ইন্দ্ৰমণি চাক্‌মাই বিচাৰি পোৱা নাই। গিৰীশ দেৱানৰ নজৰ বৰ প্ৰখৰ, বহু দূৰলৈ বিস্তৃত, দেহত পীতৰঙী ছিৱাৰ বস্ত্ৰই তেওঁৰ মুখত বৌদ্ধ ভিক্ষুৰ সাম্যতা এতিয়াও আনি দিব পৰা নাই। পিটপিটাই চাই থকা চকু দুটা দেখিলে বুজিব পাৰি তেওঁৰ মনত বহুতো সংশয়ৰ সমাহাৰ। নিব্বাণৰ বাবে পণ লোৱা এজনৰ মুখমণ্ডল এয়া নহয়। কিন্তু স্নেহ আৰু ইন্দ্ৰমণিৰ অভিনয়ৰ প্ৰখৰ দক্ষতা। হয়তো সংকটৰ এই সন্ধিক্ষণত তেওঁলোকে বুজি উঠিছে যে অভ্যন্তৰ আৰু বাহ্যিকতাৰ মাজত তেওঁলোকে এখন সুউচ্চ প্ৰাচীৰ গঢ়ি তুলিব লাগিব। বহুদিনৰ বাবে।

এখন ডিংগিনাও আহি ঘাটত ৰখাৰ লগে লগে দৌৰি দৌৰি গৈ দলটো নাৱত উঠিলেগৈ। গোমা আকাশৰ পৰা এটোপাল দুটোপাল বৰষুণ পৃথিৱীলৈ নামি আহিছে আৰু ডিংগিনাৱৰ ওপৰৰ কাঠৰ পাতল আৱৰণত প্ৰচণ্ড শক্তিৰে খুন্দা মাৰিছে। কিছু সময়ৰ পাচত বৰষুণৰ টোপালবোৰৰ তীব্ৰতা হয়তো আৰু বাঢ়িব আৰু উত্তাল পানীৰ মাজেৰে ঢলং-পলংকৈ আগবঢ়া বৃহৎ নাওখনক জোকাৰি পেলাব। কিন্তু বৰষুণ আৰু তীব্ৰ গতিৰে যোৱা শীৰ্ণ নদীবোৰ ছট্টগ্ৰাম পাৰ্বত্য এলেকাৰ বুকুত কুঁচিমুচিকৈ সোমাই

পৰা একো একোটা অভিন্ন অস্তিত্ব। ইতিমধ্যে ডিংগিনাৱত বহুতো মানুহ আহি গোট খাইছে। সকলোৰে গন্তব্যস্থান একেটাই। ৰামগড়।

ৰামগড়। স্নেহই নামটো বাৰে বাৰে মনলৈ আনিছে। অযোধ্যাত ৰাজ শাসন স্থাপন কৰাৰ পাচত ৰামচন্দ্ৰই অশ্বমেধ যজ্ঞ পাতিছিল আৰু সেই অশ্বমেধ যজ্ঞৰ শুক্লাৰঙী অশ্ব ৰামগড়লৈকে আহি হেনো আৰ্যগোষ্ঠীৰ অস্তিত্ব আৰু প্ৰভুত্ব সেই এলেকালৈকে সাব্যস্ত কৰিছিল। বুঢ়ীমাকে শেতেলিত কোৱা সাধুকথা। আজি ৰামগড় অতিক্ৰম কৰি ভাৰতৰ মূল ভূমিখণ্ডলৈ যোৱাৰ প্ৰচেষ্টা চলাবলৈ ওলাওঁতে স্নেহৰ বুঢ়ীমাকৰ সেই বুকুৰ উম, শেতেলিৰ উত্তাপ, সাধুকথাৰ মজালৈ মনত পৰিছে। ক'ৰবাত এক প্ৰচণ্ড খঙেও উকমুকাই উঠিছে। কাৰ ওপৰত এয়া খং? দিল্লীৰ নতুন শাসক চক্ৰৰ ওপৰত নে সুদূৰ ইংলেণ্ডৰ পৰা অহা এটা বিদেশী শাসকগোষ্ঠীৰ ওপৰত? হয়তো এটা শান্তিপ্ৰিয়, স্বাধীনচিতীয়া নিৰীহ পাহাৰী জাতিৰ লগত অদৃষ্টই খেলা এই জটিল খেলখনৰ ওপৰতেই তেওঁৰ সকলো ক্ৰোধ উজাৰি দিয়াৰ ইচ্ছা জাগিছে।

গিৰীশ দেৱানৰ চকু সকলো ফালেই গৈছে। মূৰত বাঁহৰ জাপি লৈ বৰষুণক ৰুধিবলৈ ওলোৱা মানুহবোৰৰ কোনেও তেওঁলোকৰ ওপৰত চকু দিয়া নাই। সকলোৰে উদভ্ৰান্ত দৃষ্টি ধীৰে ধীৰে আঁতৰি যোৱা তটৰেখা বা এক অনিৰ্দিষ্ট লক্ষ্যস্থানলৈ ঢাপলি মেলিছে।

ৰামগড় পাওঁতে হয়তো বেলিয়ে ভাটি দিব আৰু ধূলি উৰুৱাই উৰুৱাই আগবঢ়া ম'হ এজাকৰ পাচে পাচে সিহঁতেও নিজ নিজ ঘৰলৈ বুলি ওভতনি যাত্ৰা আৰম্ভ কৰিব। কিন্তু গিৰীশ দেৱানৰ তদাৰকতাত যোৱা এই দলটোৰ যাত্ৰাৰ বিৰতি নাই। কিছুমান অনিশ্চয়তাক খামুচি ধৰি সিহঁত পৰ্বত, ভৈয়ামৰ মাজে মাজে গৈ থাকিব, গৈ থাকিব।

ৰামগড় পোৱাৰ পাচতেই সাৱধান হোৱাৰ সময় আহিব। পাকিস্তানী চোৰাংচোৱাই চাগে ইতিমধ্যে তাত বাহৰ পাতিছেই। ৰামগড়ত সিহঁতৰ নিৰাপত্তাৰ বাটত আহিবলগীয়া ভাবুকিবোৰক প্ৰতিহত কৰাৰ বাবে গিৰীশ দেৱান সন্ত্ৰস্ত হৈ পৰিছে আৰু কিছুমান মানসিক প্ৰস্তুতি আৰম্ভ কৰিছে। ফেনী নদীৰ ঘাটৰ পৰা ৰামগড়ৰ বিজয় নদীৰ ঘাটলৈ যাওঁতে এক সুদীৰ্ঘ পৰিক্ৰমা অতিক্ৰম কৰিব লাগিব। ৰামগড়ৰ পৰা কামখানা। তাতেই অন্ত পৰিব এই নৌকা যাত্ৰা আৰু আৰম্ভ হ'ব পদপথৰ অন্য এক ভয়ংকৰ যাত্ৰা। সেই বিপদসংকুল পথত অৱশ্যে পাকিস্তানী সৈন্য বা চোৰাংচোৱা নাই। আছে বন্য জন্তু আৰু কিছুমান আসুৰিক লোক যি নিজৰ বাসস্থানৰ ওচৰে-পাঁজৰে অন্যৰ যাতায়াতক সহজভাৱে গ্ৰহণ কৰিবলৈ প্ৰস্তুত নহয়।

নাওখনত এটা কেঁচুৱাই হঠাৎ চিঞৰি চিঞৰি কান্দিবলৈ আৰম্ভ কৰিলে। কান্দোনৰ শব্দ অনুসৰণ কৰি স্নেহৰ চকু গ'ল খাদীৰ তলেৰে কেঁচুৱাৰ মুখখন সুমুৱাই স্তনপান কৰাবলৈ চেষ্টা কৰা সলজ মুখৰ কোমল বয়সীয়া তিৰোতাজনীলৈ। হাত-ভৰি আচাৰি আচাৰি এটা সময়ত মাকৰ স্তন মুখত লৈ ক্ষান্ত হৈ পৰা কেঁচুৱাটোৰ সৰু দেহটো নিজৰ বুকুৰ মাজলৈ টানি মাকে নদীৰ মাজলৈ এটা শূন্য দৃষ্টি নিক্ষেপ কৰিছে। মানুহজনীক

দেখি স্নেহৰ মনলৈ আহিছে স্ফীত পেটেৰে তেওঁক বিদায় জনাবলৈ ঘৰৰ বাহিৰলৈ ওলাই অহা ললিতালৈ। কেনে বা আছে তেওঁৰ ললিতা? চোৱা নাছিল তেওঁ ঘূৰি সেইখন কৰুণ মুখলৈ। বিদায়ৰ যন্ত্ৰণা বুকুত লোৱাৰ ইচ্ছা হয়তো তেওঁৰ জগাও নাছিল। কিন্তু আজি এই সংকটৰ মুহূৰ্তত ললিতাৰ মমতাময়ী মূৰ্তিৰ কাষলৈ দৌৰি যোৱাৰ প্ৰচণ্ড এক বাসনা জাগিছে। এয়া পলোৱাৰ বাসনা নহয়, হয়তো আশ্ৰয় বিচৰাৰ এক সহজাত প্ৰবৃত্তি। তেওঁৰ সন্তানো পৃথিৱীলৈ অহাৰ পথত। পিতৃ হোৱাৰ খবৰে গা-মন দোলাই তোলাৰ কোনো সম্ভাৱনাই এতিয়া তেওঁৰ এইখন জগতত নাই। তেওঁ এতিয়া যিটো বৰ্তমানত বিচৰণ কৰি ফুৰিছে তাত আছে সংকট আৰু অনিশ্চয়তাৰ এক বৃহৎ ছায়া।

নাওখন আহি ৰামগড়ৰ ঘাটত লাগিছেহি। ঘাটত বহুতো মানুহৰ হেঁচা-ঠেলা। বেলিৰ পশ্চাদমুখী গতিৰ এই সময়ছোৱাত বেপাৰী মানুহবোৰ নিজ নিজ গ্ৰামলৈ প্ৰত্যাবৰ্তন কৰে। ৰামগড়ৰ পদপথ পাৰ হৈ যাব পাৰিলেই স্নেহ চাকমাহঁতৰ দলটো পাকিস্তানী চোৰাংচোৱাৰ হাতৰ পৰা ওলাই যোৱাৰ সম্ভাৱনা প্ৰকট। সাৱধান হোৱাৰ সময় সমাগত। গিৰীশ দেৱানৰ হাত বাৰে বাৰে ছিৱাৰ বস্ত্ৰৰ আঁৰত লুকাই থকা তৰোৱাল আৰু বন্দুকলৈ গৈছে।

*** *** ***

আগৰতলা এখন সৰু চহৰ। তাৰে এটা দিশত, মন্দিৰৰ পৰা নাতিদূৰৈত, তেওঁলোকৰ সেই পঁজাঘৰ। ইয়াৰ ত্ৰিপুৰী ৰাইজে তেওঁলোকক সহানুভূতিৰেই চাইছে। আচলতে সীমন্তৰ সিটো দিশৰ পৰা ব্যাপক হাৰত বহুতো লোক আহি আছে। নিৰাপত্তাহীনতাত ভুগি ঘৰ-বাৰী সৰ্বস্ব এৰি অহা এইসকলৰ ভাষা বঙালী আৰু ধৰ্ম হিন্দু। ধৰ্মৰ ভিত্তিত নতুনকৈ গঢ় লোৱা দেশ এখনৰ প্ৰতি ভীতি ওপজাতো অতি স্বাভাৱিক। বাটত তেনেধৰণৰ হেজাৰজনৰ লগত বাৰ্তালাপ কৰি আহি থাকোতে স্নেহৰ মনত ভাব হৈছিল যে সকলো হেৰাই যাবলৈ ওলোৱা এইবোৰ মুহূৰ্তত তেওঁ অকলশৰীয়া নহয়। চাক্‌মাসকলৰ সৈতে একে বেদনাৰ অংশীদাৰ হোৱা আৰু শত সহস্ৰ লোক আছে। ত্ৰিপুৰীসকল হঠাৎ এইধৰণৰ বিপুল প্ৰব্ৰজনক লৈ পৰিশ্ৰান্ত হ'লেও কেনেধৰণেৰে এনে এক সংকটৰ লগত মোকাবিলা কৰিব লাগে তাক যেন ঠিক ধৰিব পৰা নাই। দেৱ বৰ্মন ৰাজ পৰিয়ালৰ সংস্কৃতি ইতিমধ্যে কলিকতাৰ বংগ সংস্কৃতিৰ লগত একাকাৰ হৈ পৰিছে। ত্ৰিপুৰী উচ্চ পৰিয়ালবোৰৰ ল'ৰা-ছোৱালীয়ে কলিকতাত শিক্ষা গ্ৰহণ কৰাটো এক অলিখিত নিয়ম। কলিকতাৰ ব্ৰাহ্ম সমাজী পৰিয়ালৰ লগত তেনে ল'ৰা-ছোৱালীৰ বিবাহো এক গতানুগতিক নিয়ম। আচলতে চাক্‌মাসকলৰ ৰাজ পৰিয়ালো বংগ সংস্কৃতিৰ লগত বৈবাহিক বা শৈক্ষিক সূত্ৰে ওতপোতভাৱে জড়িত। সেয়ে হয়তো এই প্ৰব্ৰজনে ত্ৰিপুৰাৰ উচ্চ সমাজখনক বিচলিত কৰি তোলা নাই আৰু স্নেহ চাক্‌মা আৰু ইন্দ্ৰমণি চাক্‌মাৰ বাবেও ত্ৰিপুৰী উচ্চ সমাজ আৰু বংগভাষী প্ৰব্ৰজনকাৰীৰ এই মিলনক সহজভাৱে গ্ৰহণ কৰাটো উজু হৈ পৰিছে।

প্ৰথমতেই আহি দুয়োজন কিছুদিন জিৰণি লোৱাৰ কথা। সম্পূৰ্ণ পাঁচটা দিন অগম্য পথেৰে তেওঁলোক বাট কুৰি বাই আহি এইখিনি ওলাইছেহি। অহাৰ পথত ধানকুটি গিৰিখাত্তত কাষৰ পাহাৰৰ পৰা নামি অহা জাক এৰা দঁতাল হাতী এটাই গিৰীশ দেৱানৰ দলৰ দুজনক শুঁৰেৰে তুলি নিজৰ প্ৰকাণ্ড ভৰিৰ তলত গুড়ি কৰি পেলাইছিল। এয়া আছিল তেওঁলোকৰ এই সৰু দলটোৰ কাৰণে অপূৰণীয় ক্ষতি। দ্বিতীয় সংকটটো আহিছিল যেতিয়া গভীৰ নিশা এদিন দিৰিবাম নদীৰ দাঁতিত শুই থাকোতে তেওঁলোকক ঘেৰাও কৰি ধৰিছিল হাতত যাঠি-জোং লোৱা এটা পাহাৰী মানুহৰ দলে। তেওঁলোকৰ টোপনি ভাগি গৈছিল কিছুমান অবুজ শব্দৰ কোলাহলত। স্নেহই মানুহখিনিৰ সাজ-পোছাক দেখিয়েই বুজি উঠিছিল যে পাহাৰৰ সেইটো অংশত বসবাস কৰা সেয়া আৰৰহঁতৰে এটা উপজাতি। প্ৰচণ্ড হিংস্ৰতা সিহঁতৰ সংস্কৃতি আৰু মৃত্যুদণ্ড সিহঁতৰ দৈনন্দিন জীৱনৰ এক অংশ। এনে এক পৰিস্থিতিত সেই নিশা ঠক্‌ঠক্‌কৈ কঁপি থকা বাকীকেইজনৰ অৱস্থালৈ চাই স্নেহই এটা শেষ চেষ্টা চলোৱাৰ বাবে মন স্থিৰ কৰি পেলালে। তেওঁ সেই মুহূৰ্তত বুদ্ধদেৱলৈ অন্তৰ উজাৰি আগবঢ়োৱা প্ৰাৰ্থনাৰে সহায় ভিক্ষা কৰিছিল। অত্যন্ত নীৰৱ ভাষাৰে কিন্তু অতি সৰৱ ভক্তিৰে আগবঢ়োৱা প্ৰাৰ্থনাখিনিৰ পাচতেই কিয় জানো তেওঁৰ মন শান্ত হৈ পৰিল, দূৰ হৈ গ'ল সমস্ত সংশয়। তেওঁ ধীৰে ধীৰে বহা ঠাইৰ পৰা থিয় হ'ল আৰু সিহঁতৰ দলপতি যেন লগা এজনৰ ওচৰলৈ গৈ নিজৰ কামিজ খিলুমৰ খোলিয়াত থোৱা সোণ-ৰূপৰ মুদ্ৰা উলিয়াই হাতৰ তলুৱাত থ'লে। জোনৰ পোহৰত মুদ্ৰাকেইটা জিলিকি উঠিল। ৰাজা নলিনাক্ষ ৰায়ে স্নেহৰ হাতত তুলি দিয়া এই অৰ্থ। দিল্লীলৈ যোৱাৰ বাবে এই মুদ্ৰাই আছিল যথেষ্ট। কিন্তু জীৱন আগত, বাকীবোৰ পাচত। কিমান আশা লৈ তেওঁলোক আহিছে দিল্লীৰ দৰবাৰত নিজৰ কাকুতি শুনাবলৈ আৰু আজি যদি এই মানুহকেইটাৰ হাতত জীৱনেই শেষ হৈ যায়, তেনেহ'লে চৰ্দাৰ পেটেল আৰু পণ্ডিত নেহৰুৰ ওচৰত চাক্‌মাসকলৰ চকুপানী কঢ়িয়াই নিবলৈ থাকিব কোন? সোণৰ মুদ্ৰা দেখি লোভী দলপতিৰ চকুকেইটা তিৰবিৰাই উঠিল। চিলাই থাপ মৰাদি সি স্নেহৰ হাতৰ পৰা মুদ্ৰাকেইটা থপিয়াই লৈ গ'ল আৰু পাচমুহূৰ্ততে চাক্‌মাৰ দলটোক হাতৰ পঘাৰে একেলগে বান্ধি পেলালে।

স্নেহই সেই সময়ছোৱাত স্মৰণ কৰি আছিল বুদ্ধদেৱৰ শান্ত সমাহিত ৰূপক আৰু তেওঁৰ অন্তৰ্ভাগক এক প্ৰশান্তিয়ে আৱৰি পেলাইছিল। ইন্দ্ৰমণি চাক্‌মাৰ মুখখন ভয়ত শুকাই টেমি যেন হৈ পৰিছিল। স্নেহৰ ওচৰত গাত গা লগাই থিয় হৈ আছিল গিৰীশ দেৱান। তেওঁৰ কাষত বাকীকেইজন ধনুৰ্ধৰ। কাৰো হাত-ভৰি লৰোৱাৰ সাহস হোৱা নাই। ইমান বিশাল এক দলৰ সন্মুখত ফেপেৰি পতাৰ মনোবৃত্তিৰ প্ৰকাশো মূৰ্খতাৰ পৰিচায়ক। কিন্তু স্নেহই জানিছিল সেই মুহূৰ্তত কি পদক্ষেপে তেওঁলোকৰ সন্মুখত দেখা দিয়া সংকটক আঁতৰাই পঠিয়াব পাৰিব।

বৰ ক্ষিপ্ৰ গতিত তেওঁৰ হাত গৈছিল গিৰীশ দেৱানৰ ছিৰাৰ বস্ত্ৰৰ আঁৰত থকা

আগ্নেয়াস্ত্ৰলৈ। কোনোদিন বন্দুক চলাই নোপোৱা মানুহজনে শূন্যলৈ লক্ষ্য কৰি ট্ৰিগাৰ টিপিছিল। অগ্নি-স্ফুলিংগৰ এই উত্তাল দৌৰ প্ৰত্যক্ষ কৰি ফিৰিংছিটিকা দিছিল গোটেই দলটো। গিৰীশ দেৱানৰ লগত থকা কাঁড়ীহঁতৰ তেতিয়াহে চাগে হুঁচ আহিছিল আৰু সিহঁতৰ দুজনমানে বন্দুক উলিয়াই কেইজাঁইমান গুলী ফুটাই তাৰ পৰা খৰখোজেৰে প্ৰস্থান কৰিছিল।

বৌদ্ধধৰ্মী হ'লেও স্নেহ চাক্‌মা ধৰ্মীয় অনুষ্ঠানবোৰৰ পৰা দূৰৈত আছিল। তেওঁ ধৰ্মক মানিছিল, কিন্তু তেওঁ ধৰ্মান্ধ নাছিল। কিন্তু সেইদিনা সেইখিনি মুহূৰ্তত তেওঁৰ হৃদয়লৈ যেন বুদ্ধদেৱ নামি আহিছিল আৰু তেওঁক সাহসৰ ইন্ধন যোগাইছিল। নহ'লে এনে এক সৌম্যতাৰে ভৰা সাহসে সেই জয়াল হাবিৰ মাজত, এক শীৰ্ণকায়া নদীৰ তীৰত সেইনিশা তেওঁক বুৰাই পেলোৱাৰ অনুভূতিক এতিয়া কিয় এক অপ্ৰাকৃতিক ঘটনা যেন বোধ হয়? জীৱন হয়তো এক বিচিত্ৰ অস্তিত্ব। ই ঘনে ঘনে নিজৰ খেয়ালখুচিমতে ৰূপ সলায়। নহ'লেনো চৰকুম পোৱাৰ আগে আগে অন্য এক অন্ধকাৰ নিশা এগৰাকী সুন্দৰী নাৰীৰ আৱিৰ্ভাৱ আৰু তেনে এক বিজুলীগতিৰে সেইগৰাকী মানুহৰ অদৃশ্য হোৱাৰ দৃশ্যই স্নেহ চাক্‌মাৰ নিচিনা এজন শিক্ষিত, অন্ধবিশ্বাসক পেংলাই কৰিবলৈ উদ্যত হোৱা ব্যক্তিক কিছু সময়ৰ বাবে হ'লেও কোনোবা অশৰীৰীৰ উপস্থিতি সম্পৰ্কে ভবাই তোলাটো আশ্চৰ্যময় নহয়নে? সেই নিশাও আছিল এটা গভীৰ অন্ধকাৰেৰে ভৰা নিশা, তাৰ মাজতে জিপ্‌জিপ্ বৰষুণ। পিছল মাটি খুপি খুপি স্নেহ, ইন্দ্ৰমণি, গিৰীশ দেৱান আৰু বাকীবোৰ আগবাঢ়িছিল। ভাৰতৰ মাটিত ভৰি থোৱাৰ পাচতো হাতীৰ গচকত প্ৰাণ হেৰুওৱা তেওঁলোকৰ সতীৰ্থসকলৰ দুখত সকলোৰে মনবোৰ গোমা হৈ আছিল। সন্মুখতো পৰি আছে এক অস্থিৰ সুদীৰ্ঘ পৰিক্ৰমা। তেতিয়াই আহি থিয় হৈছিল সেইগৰাকী নাৰী সিহঁতৰ ঠিক সন্মুখভাগত।

— মোৰ হাতত ধৰা। নিজৰ বগা, লিহিৰি আঙুলিৰে ভৰা হাত এখন গিৰীশ দেৱানৰ ফালে আগুৱাই দিছিল। গিৰীশ দেৱান ভয়ত বিতত হৈ এখুজি-দুখুজিকৈ পিচুৱাই আহিছিল। এগৰাকী অচিনাকী নাৰী। সৌন্দৰ্যৰে ভৰা। জিভাৰ আগত সলসলীয়া চাক্‌মা ভাষা।

— মোলৈ ভয় নকৰিবা। মই তোমালোকৰ ক্ষতি নকৰো। বাট দেখুৱাইহে লৈ যাম।

সেই হাবিৰ মাজে মাজে গছৰ জয়াল পয়োভৰক অনায়াসে হাতেৰে আঁতৰাই দলটোৰ বাবে মানুহগৰাকীয়ে বাট দেখুৱাই লৈ গৈছিল। যেতিয়া অলপ দূৰৈত ঘৰৰ ইকৰাৰ বেৰ ফালি ওলাই অহা টিমিক-ঢামাক চাকিৰ পোহৰে মানুহৰ অৱস্থিতিৰ কথা ঘোষণা কৰিছিল, সেইখিনিতে হঠাতে মানুহগৰাকী যেন বতাহৰ লগত মিলি পৰিল। ধন্যবাদৰ নিমিত্তে মাত্ৰও সুবিধা নিদি এনেধৰণে অদৃশ্য হৈ পৰা সমগোত্ৰীয় এই সুন্দৰী যুৱতী নাৰীৰ সন্ধানত স্নেহ আৰু ইন্দ্ৰমণিয়ে অনুসন্ধিৎসু দৃষ্টিৰে চৌদিশে চাই পঠিয়ালে। গিৰীশ দেৱান যেন থক্‌থক্‌কৈ কঁপিছে। সদায় মুখত সাহস নতুবা নিৰ্বিকাৰতাৰ প্ৰলেপ সানিবলৈ

প্ৰচেষ্টা চলোৱা গিৰীশ দেৱানৰ ফালে চাই স্নেহৰ হাঁহি উঠিছে।

মাজনিশা যেতিয়া গাঁৱৰ এঘৰ মানুহৰ দুৱাৰত দলটোৱে টোকৰ মাৰিছিল, গৃহস্থই দুৱাৰ খুলি আচৰিত হৈ সুধিছিল— কোনফালৰ পৰা আহিল? ত্ৰিপুৰী ভাষা বুজিবলৈ সমৰ্থ হোৱা স্নেহই পশ্চিমলৈ আঙুলিয়াই দিলে। এইবাৰ যেন মানুহজনৰ আচৰিত হোৱাৰ পাল।

— সেইফালেতো সন্ধিয়া অহা ভয়ংকৰ ধুমুহাজাকে বহুতো গছ খহাই পথ সম্পূৰ্ণৰূপে বন্ধ কৰি পেলাইছিল। কেইবাটাও শ তাত এতিয়াও পৰি আছে। বহু ঠাইত মাটি খহি গৰা আৰু দ হৈ পৰিছে। আপোনালোক যে বাচি আহিল!...

সেই ঘৰৰ পাচ মজিয়াত এখন চাদৰ পাৰি শুই পৰাৰ পৰত গিৰীশ দেৱানে স্নেহৰ কাণৰ ওচৰত ফুচফুচাই উঠিল— ৰাজবাৰীৰ একেবাৰে ভিতৰত এটা কোঠাত কালিন্দী ৰাণীৰ মুখৰ এখন তৈলচিত্ৰ আছে। আজি আমাক বাট দেখুৱাই অহা মানুহগৰাকীৰ মুখখন সেই তৈলচিত্ৰৰ লগত হুবহু একে।

স্নেহই গাটো মজিয়াৰ ওপৰত সম্পূৰ্ণৰূপে পেলাই দি ওপৰমুৱাকৈ চকু মুদি নিৰলস ভংগিত অস্পষ্ট মাতেৰে নিজক কোৱাৰ নিচিনাকৈ কৈ উঠিল— এইখন বৃহৎ পৃথিৱীত দুজন মানুহৰ মুখ মিলি পৰাটো একো আশ্চৰ্যজনক ঘটনা নহয়।

# [১৩]

আগৰতলা পোৱাৰ পাচত গিৰীশ দেৱান যাবলৈ ওলাল। বিদায় পৰত সকলোৰে চকুত চকুপানী। এটা সৰু গোটে এনেদৰে কেইবাটাও দিনজুৰি শত প্ৰতিকূলতাকো নেওচি পৰ্বত, পাহাৰ, হাবি-জংঘলৰ মাজেদি আহি থাকোতে গোটটোৰ সদস্যবোৰৰ মাজত গঢ়ি উঠিছিল ভাষাৰে প্ৰকাশ কৰিব নোৱাৰা একধৰণৰ আত্মীয়তা। এতিয়া নানাধৰণৰ বিপদক সন্মুখত ৰাখি গিৰীশ দেৱান নিজৰ ধনুৰ্ধৰৰ দলটো লৈ ওভতনি যাত্ৰা কৰিবলৈ ওলাইছে। দুজনক থৈ যাব চাক্‌মাসকলৰ ভৱিষ্যতৰ খাতিৰত। দুজনক বনৰীয়া হাতীৰ আক্ৰমণত ইতিমধ্যে হেৰুৱালে সেই একেটা স্বাৰ্থতেই। অন্ততঃ কথাবোৰ গিৰীশ দেৱানে তেনেদৰেই ভাবি সান্ত্বনা লভিবলৈ শিকিছে।

স্নেহ চাক্‌মা আৰু ইন্দ্ৰমণি চাক্‌মাৰ হাতত এতিয়া ফুটাকড়ি এটাও নাই। সোণৰ মুদ্ৰাখিনি আবৰইঁতে লৈ যোৱাৰ পাচত কপৰ্দকহীন হৈ দিল্লী যাত্ৰাৰ সাহস গোটাব পৰা নাই। এতিয়াও পৰি আছে এক সুদীৰ্ঘ পথ। পদপথেৰে আগৰতলাৰ পৰা কুমাৰঘাট হৈ মনুৰে আহি শিলচৰ ওলোৱাৰ পাচত তাৰ পৰা ৰে'লপথেৰে গুৱাহাটী ওলোৱাৰ পৰিকল্পনা। গুৱাহাটীৰ পৰা দিল্লীলৈও কম দূৰ নহয়। স্নেহৰ মনত এতিয়া এক বুদ্ধি খেলাইছে। কেতিয়াবা স্নেহ চাক্‌মাৰ এই কণমানি মূৰটোত একোটাকৈ অভিনৱ বুদ্ধিয়ে আহি দোলা দিয়েহি। বুদ্ধিটোৰ কথা শুনি ইন্দ্ৰমণিৰ আজি তেনে এটা ভাবেই হৈছে। মহাৰাণী বেনিতা ৰয়ৰ অতি ঘনিষ্ঠ ত্ৰিপুৰাৰ ৰাজা বীৰ বিক্ৰম কিশোৰ মাণিক্য দেৱবৰ্মন। ১৯৩৭ চনত শান্তি নিকেতনলৈ ৰাজা বীৰ বিক্ৰম সপৰিয়ালে আৰু পাৰিষদবৰ্গ সহিত কবি গুৰুক লগ পাবলৈ যাওঁতে ৰাণী বেনিতা ৰয় সেই দলটোৰ সদস্য হিচাপে গৈছিল। আচলতে এই দুয়োটা ৰাজ পৰিয়ালৰ যোগসূত্ৰ আছিল কবি-গুৰু আৰু বংগ সমাজৰ সাংস্কৃতিক কেন্দ্ৰ কলিকতা চহৰ। ৰাজা বীৰ বিক্ৰম কিশোৰৰ পত্নী মহাৰাণী কাঞ্চনপ্ৰভা দেৱী জন্মসূত্ৰে বঙালী আৰু কলিকতা চহৰৰে দুহিতা। বীৰ বিক্ৰমৰ ৰাণীৰ ওচৰলৈ সাহায্য বিচাৰি যাবলৈ ওলোৱা প্ৰস্তাৱটো স্নেহই ইন্দ্ৰমণিৰ আগত উলিয়াওঁতে ইন্দ্ৰমণিয়ে বুজি উঠিছে যে এইবাৰ ত্ৰাণকৰ্তীৰ ৰূপত বীৰ বিক্ৰমৰ ৰাণী থিয় হ'বই। ত্ৰিপুৰাৰ ৰাজ পৰিয়ালৰ হাতত অৰ্থৰ অভাৱ নাই আৰু অভাৱ নাই সদিচ্ছাৰ। ৰাজা বীৰ বিক্ৰম কিশোৰ জীয়াই থাকোতে তেওঁ আগৰতলাত কলেজ স্থাপনৰ বাবে দান কৰিছিল এটা আটকধুনীয়া ৰাজপ্ৰাসাদ য'ত ত্ৰিপুৰাৰ প্ৰথমখন কলেজ গঢ় লৈ উঠিছিল।

এতিয়া কণমানি ৰাজা কিৰীট দেৱবৰ্মনৰ অভিভাৱিকা ৰাণী হিচাপে তেওঁৰ মাতৃ কাঞ্চনপ্ৰভা দেৱী ৰাজ্যখনৰ সৰ্বময়ী কৰ্ত্ৰী। ইতিমধ্যে জাকে জাকে অহা বঙালী

শৰণাৰ্থীক ৰাজপৰিয়ালে সংস্থাপনৰ ব্যৱস্থা গ্ৰহণ কৰিলে। আচলতে ৰাণীৰ পৃষ্ঠপোষকতাত বঙালী শৰণাৰ্থীয়ে নিৰ্ভয়ে ত্ৰিপুৰাৰ চৌদিশে ছানি পেলাইছে আৰু ক্ৰমে ক্ৰমে সংখ্যালঘিষ্ঠ হ'বলৈ ওলোৱা ত্ৰিপুৰী জনজাতিয়ে প্ৰতিক্ৰিয়া প্ৰকাশ কৰাৰ সময় বা সুযোগ কোনোটোৱেই পোৱা নাই।

পানীৰ মাজত স্ফটিকৰ দৰে থিয় হৈ থকা শুভ্ৰ বৰ্ণীয়া নীড় মহলৰ ৰূপ দেখি অভিভূত হোৱাৰ সময়ো এতিয়া স্নেহ আৰু ইন্দ্ৰমণিৰ নাই। মাণিক্য ৰাজবংশৰ গৌৰৱৰ চূড়ান্ত স্তম্ভ নীড় মহলৰ প্ৰৱেশ পথলৈ যাবৰ অৰ্থে এখন ময়ূৰ-পংখী নৌকা সাজু হৈ আছে আৰু মহাৰাণীৰ আদেশ অনুসাৰে দুয়ো সেই নৌকাত উঠি তেওঁলোকৰ এই যাত্ৰা আৰম্ভ কৰি দিলে। ব'ঠাৰ চপ্ চপ্ শব্দয়ো এতিয়া তেওঁলোকক জোকাৰি তোলা নাই। নীড় মহল আগুৰি থকা সৰোবৰৰ বুকুৰ পৰা পাৰলৈ ভুমুকিয়ালে দেখিবলৈ পোৱা যায় ভূমিখণ্ডৰ অশান্ত অৱস্থা। বহু মানুহৰ গোজোং গোজোং যাত্ৰা। অনিশ্চিত কিছুমান পদ চালনা। ভাৰতৰ অন্য অংশৰ দৰেই ভাৰতৰ স্বাধীনতা আৰু বিভাজনে এই সীমান্ত ৰাজ্যখনকো জোকাৰি পেলাইছে। মৃত্যুৰ বহু আগেয়েই ১৯৪৫ চনত ভৱিষ্যৎ অনিশ্চয়তাৰ চিন্তা মনত ৰাখিয়েই বীৰ বিক্ৰম কিশোৰ মাণিক্যই দিল্লীলৈ মাউণ্টবেটেনৰ ওচৰলৈ কটকী পঠিয়াই ত্ৰিপুৰাক ভাৰতৰ অংগৰাজ্য হিচাপে গ্ৰহণ কৰাৰ প্ৰস্তাৱ পঠিয়াইছিল। এতিয়াও ত্ৰিপুৰা মাণিক্য বংশৰ অধীনত। কিন্তু অতি সোনকালেই হয়তো মহাৰাণীয়ে ত্ৰিপুৰাৰ সাৰ্বভৌমত্ব ভাৰতলৈ হস্তান্তৰ কৰিব।

নাওখন গৈ ৰাজমহলৰ প্ৰৱেশ পথৰ ছিৰিৰ ওচৰত বৈ দিলেহি। বগা মাৰ্বল পাথৰৰ ছিৰিত ভৰি থৈ এহাতেৰে খৰমযোৰ হাতত লৈ স্নেহ আৰু ইন্দ্ৰমণি কিছুদূৰ আগুৱাই গ'ল। সিংহদ্বাৰৰ সন্মুখত খৰমযোৰ দুয়োজনে ভৰিত সুমুৱাই ল'লে আৰু শ্বিলুম আৰু কানি দুয়োখনকে হাতেৰে মোহাৰি অলপ থানথিত লগাবলৈ প্ৰচেষ্টা চলালে। মহাৰাণী কাঞ্চন দেৱী এগৰাকী অভিজাত মহিলা আৰু তেওঁৰ আগত থিয় হোৱাৰ আগেয়ে দৰ্শনাৰ্থীকেইজনে অলপ পৰিপাটি চেহেৰাৰ হোৱাটো দৰকাৰ বুলি দুয়োজনে হয়তো মনতে গুণাগঁথাও কৰিলে। অৱশ্যে তেওঁলোকৰ মাজত তেতিয়ালৈকে কোনো শব্দৰে বিনিময় ঘটা নাই। কেতিয়াবা বাক্যবাণ অদৃশ্য হৈ থাকিলেও চিন্তা-তৰংগই একেটা পৰ্যায়তে কাম কৰে আৰু আশ্চৰ্যজনকভাৱে একেধৰণেৰে কামবোৰ হ'বলৈ ধৰে। এতিয়াও হয়তো তেনে কিবা এটাই ঘটি আছে। সৰ্বময় ৰঙা কাপোৰেৰে দেহাটো ঢকা চন্তৰী এজনে তেওঁলোক দুয়োকে বৈঠকখানালৈ লৈ গ'ল। বৈঠকখানাৰ ভিতৰখন চালে চকুৰোৱা। ইউৰোপৰ বিভিন্ন দেশৰ পৰা অনা তৈলচিত্ৰৰে বেৰবোৰ সুশোভিত। কাচ আৰু ব্ৰঞ্জেৰে নিৰ্মিত বিভিন্ন সজোৱা বস্তু। এটা স্বচ্ছ আয়নাৰ বাকচৰ ভিতৰত বহুৰঙী সৰু সৰু মাছ। ছাংগু আৰু ফেনী নদীৰ বুকুত তেনেধৰণৰ মাছৰ পয়োভৰ। স্নেহৰ হাঁহি উঠিছে। নদীত হাত ভৰালেই হাতৰ চলুত উঠি অহা এইবোৰ মাছক কিয় এটা বাকচৰ ভিতৰত আবদ্ধ কৰি এনেহেন

ৰাজমহলত দৃশ্যমান কৰি ৰখা হৈছে তাক বুজিবলৈ চেষ্টা কৰি হাঁহি উঠাই স্বাভাৱিক। দুজন কপৰ্দকহীন লোকে দেশৰ স্বাৰ্থত এনেদৰে ভিক্ষাৰ জোলোঙা লৈ ত্ৰিপুৰাৰ ৰাজমহলত উপস্থিত হোৱাটোও এটা হাস্যকৰ ঘটনা বুলিও এতিয়া স্নেহই ভাবিবলৈ লৈছে। ভাগ্য নিয়ন্তাই ক'ৰ পৰা ক'লৈ সিহঁতক দৌৰাইছে আৰু কি নতুন খেল তৰাৰ পৰিকল্পনা তৈয়াৰ কৰিছে সেয়া তেওঁলোকৰ কাৰো বিদিত নহয় আৰু এই মুহূৰ্তত তেনে কিছুমান কথা লৈ মূৰ ঘমোৱাৰ ইচ্ছাও দেখোন তেওঁৰ একেবাৰে হোৱা নাই।

ৰাজমাতা কেতিয়া আহি তেওঁলোকৰ সন্মুখত থিয় হ'লহি স্নেহই যেন তলকিবই নোৱাৰিলে। শুকুলা চুলিৰ, দেখিলেই শ্ৰদ্ধাত মূৰ দোঁৱাবলৈ মন যোৱা মহিলাগৰাকীক হঠাৎ চকুৰ আগত দেখি দুয়োজন জাঁপমাৰি থিয় হ'ল।

— বেনিতা ভালে আছেনে? বহুদিন দেখা নাই। এতিয়াতো আৰু দেখাৰ উপায়ো নাই।

মানুহগৰাকীয়ে তেওঁলোকৰ আগত এগৰাকী ৰাজমাতাৰ আচৰণ কৰিবলৈ ওলোৱা নাই। তেওঁলোক যে এতিয়া এখন চুবুৰীয়া ৰাজ্যৰ পৰা অহা অভ্যাগত। তেওঁৰ মৰমৰ ভতিজা বেনিতা ৰয়ৰ বতৰা কঢ়িয়াই তেওঁৰ ওচৰত আহি এই দুজন মানুহ উপস্থিত হৈছেহি।

— মহাৰাণীৰ মনৰ অৱস্থা ভাল নহয়। ৰাজা বাহাদুৰৰো বৰ দুখ। আমাৰ ঠাইখন পাকিস্তানক দি দিয়া হৈছে। আমি মানি ল'বলৈ বিচৰা নাই। আমি দুয়োজন আমাৰ ৰাজাৰ আদেশত দিল্লীলৈ যাবলৈ ওলাইছো।

ৰাজমাতাৰ চকু ঢুলঢুলীয়া হৈ পৰিছে। তেওঁৰ নিজৰ বাবেও সিংহাসন এৰি দিয়াৰ সময় সমাগত। পুত্ৰ নাবালক ৰাজা কিৰীট দেববৰ্মনৰ অভিষেক হোৱাৰ পাচতেই তেওঁ শাসনৰ বাঘজৰী ভাৰত চৰকাৰৰ হাতত এৰি দিব। অকল পুত্ৰৰ মহাৰাজ উপাধি প্ৰদানৰ সেই মুহূৰ্তলৈকে অপেক্ষা কৰাৰ বাবেই তেওঁ এই চামিলকৰণৰ কামত কিছু বিলম্ব ঘটোৱাৰ পক্ষপাতী। কিন্তু ছিটাগং পাৰ্বত্য এলেকাৰ সেই সুন্দৰ সেউজ আন্দোলিত ভূমিখণ্ড, ৰঙামাটিৰ চকু জুৰোৱা সেই ৰাজকাৰেং, আৰু সহজ-সৰল এই মানুহখিনিক তেওঁলোকৰ ইচ্ছাৰ বিৰুদ্ধে এনেদৰে পাকিস্তানৰ হাতত তুলি দিয়াৰ এনে এক দুষ্কাৰ্যৰ বাবে তেওঁৰ মন বেদনাৰে ভাৰাক্ৰান্ত হৈ পৰিছে।

— দিল্লীলৈ যাওঁতে বাটত কিছু অৰ্থৰ প্ৰয়োজন ৰাজমাতা। আমি আহি থাকোতে কোনোবা পাহাৰী জনজাতিয়ে আক্ৰমণ কৰি আমাৰ সকলোবোৰ সোণ-ৰূপ কাঢ়ি ল'লে। এতিয়া আমাৰ হাতত খোলাকটি এটাও নাই।

ইন্দ্ৰমণিয়ে কথা কোৱাৰ আওভাও একো নাজানে। ৰাজমাতাৰ আগত অন্য কথাৰ বিশেষ অৱতাৰণা নকৰাকৈ এনেকৈ হঠাৎ টকা-পইচাৰ কথা কোৱাত স্নেহ কিছু পৰিমাণে লজ্জিতও নোহোৱা নহয়। ৰাজপ্ৰাসাদত কথা কওঁতে, কোনো বিষয়ৰ ওপৰত আলোচনা আগবঢ়াওঁতে অলপ সতৰ্ক হোৱাটো প্ৰয়োজনীয়। তেওঁ নিজেও যথেষ্ট

স্পষ্টবাদী, শব্দ প্ৰয়োগৰ ক্ষেত্ৰত অলংকাৰৰ ব্যৱহাৰক তেওঁ বিশ্বাস নকৰে। কিন্তু এখন পৃথক ঠাইৰ মহাৰাণীৰ আগত ইমান খোলাখুলিকৈ ভিক্ষাৰ জোলোঙা মেলি ধৰাত তেওঁৰ আপত্তি থকাটো স্বাভাৱিক।

অৱশ্যে ৰাজমাতা কাঞ্চনপ্ৰভা দেৱীয়ে বৰ সহজভাৱেই গোটেই বিষয়টো গ্ৰহণ কৰিছে।

— বেনিতা আৰু নলিনাক্ষৰ দেশৰ আলহীক মই বিমুখ কৰিব নোৱাৰো। আনহাতে ত্ৰিপুৰাৰ ৰাজকোষৰ ধনো মই অন্য এখন ঠাইৰ মানুহৰ বাবে ব্যৱহাৰ কৰিব নোৱোৰো। সেয়া অধিকাৰ মোক দিয়া হোৱা নাই। কিন্তু মাতা ত্ৰিপুৰা সুন্দৰীৰ কৃপাত মোৰ অলপ সাঁচতীয়া ধন আছে।

এগৰাকী বঙালী ভদ্ৰ মহিলাই পিন্ধাৰ নিচিনাকৈ আঁচলটো বুকুৰ পৃষ্ঠভাগলৈ আনি পিন্ধা চিক্কৰ শাৰীখনৰ খোচনাৰ পৰা তেওঁ কেইবাটাও সোণৰ মুদ্ৰা উলিয়ালে আৰু স্নেহক ওচৰলৈ মাতি আনি হাতত গুঁজি দিলে। সমানে ক্ষিপ্ৰতাৰে তেওঁৰ হাতৰ পৰা শকত সোণৰ বালা এডাল উলিয়াই ইন্দ্ৰমণিক ক'লে— লোৱা। মই ভাবো এইখিনিৰে তোমালোকৰ যাত্ৰাপথৰ খৰচখিনি ওলাই যাব। ভাল কাম এটাত ওলাইছা। অলপ কষ্ট হোৱাটো স্বাভাৱিক। চেষ্টা কৰি যাবা। কিন্তু তোমালোকৰ ঠাইখিনিৰ এখন নিজস্ব ভাগ্য আছে। সেই ভাগ্যয়েহে তোমালোকৰ কৰ্মৰ ফল নিৰূপণ কৰিব।

ৰাজমাতা তেওঁলোকৰ সন্মুখত এখন মণি-মুক্তাখচিত চকীত ভাগৰুৱা, অলসভাৱে বহি পৰিল। তেওঁৰ সুন্দৰ, সোণালী বৰণৰ দেহাটো ক'লা লোহাৰ সেইখন চকীৰ তুলনাত চিক্‌মিক্‌কৈ যেন জিলিকি উঠিছে। এক স্বৰ্গীয় সৌন্দৰ্যৰ গৰাকী এই ৰাজমাতা। বয়সেও গৰকি ম্লান কৰিব নোৱাৰা সৌন্দৰ্য। এই সৌন্দৰ্যৰ প্ৰেমতেই মত্ত হৈ হয়তো ৰাজা বীৰ বিক্ৰম কিশোৰ মাণিক্যই কলিকতাৰ পৰা কাঞ্চনপ্ৰভাক এদিন আগৰতলালৈ লৈ আহিছিল ৰাজমহিষীৰূপে।

সৌন্দৰ্যৰ লগত গাম্ভীৰ্য আৰু অনুকম্পাৰ সমাহাৰে সেই সৌন্দৰ্যক এতিয়া এক স্বৰ্গীয় পৰ্যায়লৈ লৈ গৈছে।

স্নেহ চাক্‌মা আৰু ইন্দ্ৰমণি চাক্‌মা দুয়োজনে শ্ৰদ্ধা আৰু কৃতজ্ঞতাত মূৰ দোঁৱাবলৈ লওঁতেই বৈঠকখানাৰ অন্য এখন কাচৰ দুৱাৰেদি সোমাই আহিল এজন ব্যক্তি। ৰাজমাতাই কোনো আনুষ্ঠানিকতা নেদেখুৱাকৈ তেওঁক দেখি সাধাৰণভাৱেই কাষৰ চকী এখনলৈ বহিবলৈ আঙুলিয়াই দেখুৱালে। তেওঁ বহি লোৱাৰ পাচত সেই একে স্বাভাৱিক ভংগিত ৰাজমাতাই স্নেহ আৰু ইন্দ্ৰমণিৰ মুখলৈ চাই কৈছিল— শৰৎ চন্দ্ৰ বসু। কলিকতাৰ। সুভাষ চন্দ্ৰ বসুৰ ডাঙৰ ককায়েক আৰু মোৰ মামা।

শৰৎ চন্দ্ৰ বসু। শ্যামাপ্ৰসাদ মুখাৰ্জীয়ে ভিক্টোৰিয়া মেম'ৰিয়েল হলৰ সন্মুখৰ সেউজ বাগিচাত বহি বাৰে বাৰে উল্লেখ কৰা সেইজন বিখ্যাত ব্যক্তি যি এক অখণ্ডিত সাৰ্বভৌম বংগৰ সপোন দেখিছিল! হয়তো বিভাজনৰ ৰাজনীতিত অতিষ্ঠ হৈয়েই

আৰু চুহৰাৱৰ্দিৰ নিচিনা নেতাৰ ছল-চাতুৰী নুবুজিয়েই তেওঁ তেনে নেতাৰ লগত হাত মিলাই দেখিছিল এক উদ্ভুত সপোন। কিন্তু এইধৰণৰ এক ধাৰণা বাস্তৱায়িত হোৱাৰ পূৰ্বেই তাৰ বিৰুদ্ধে গঢ় লৈ উঠিছিল প্ৰবল জনমত। কিন্তু আজি এই মুহূৰ্তত স্নেহৰ মনত এনে এটা ভাবে গা কৰি উঠিছে যে এখন অখণ্ডিত বংগ হোৱাহেঁতেনো হয়তো চাক্‌মা ভূমিখণ্ডৰ স্বাৰ্থ সুৰক্ষিত হ'লহেঁতেন। আজি যে ভাৰত আৰু গান্ধীৰ কংগ্ৰেছ তেওঁলোকৰ প্ৰতি সম্পূৰ্ণ উদাসী আৰু পাকিস্তানে নিজ হাতোৰাৰে সিহঁতক চেপি ধৰিবলৈ উদ্যত।

ৰাণী কাঞ্চনপ্ৰভাৰ লগত সুভাষ বসুৰ পৰিয়ালৰ এই পাৰিবাৰিক সম্পৰ্কও তেওঁলোকৰ বাবে এটা নতুন খবৰ। সেয়ে হয়তো ত্ৰিপুৰাৰ সীমাৰেখা গৰকি দলে দলে অহা হিন্দু বঙালী প্ৰব্ৰজনকাৰীসকলৰ প্ৰতি ৰাজমাতা প্ৰয়োজনতকৈ অধিক সহানুভূতিশীল। অতি শীঘ্ৰেই এনে প্ৰব্ৰজনৰ ফলত ত্ৰিপুৰাৰ আদিম জনজাতিসকল সংখ্যালঘুত পৰিণত হ'বলৈ ওলোৱাটোৱেও তেওঁক বিচলিত কৰি তোলা নাই। কেতিয়াবা ভূমিৰ মৰমতকৈও অন্য কিছুমান কাৰকৰ আকৰ্ষণ তীব্ৰতৰ হয়।

ইতিমধ্যে শৰৎ চন্দ্ৰ বসুৰ লগত ৰাজমাতাৰ এক নিভৃত আলাপ চলি আছে। হয়তো চাক্‌মাসকলৰ সমস্যা সম্পৰ্কেও ৰাজমাতা আৰু বংগ সমাজজীৱনৰ এইজনা পুৰুধা ব্যক্তিৰ আলোচনা-বিলোচনা চলিছে। কিমানবোৰ ঘটনা হৈ আছে দেশ দুখনৰ জন্মলগ্নৰ এইখিনি সময়ত। যেন চৌপাশে এক বৃহৎ ভুঁইকঁপৰ জোকাৰণি।

হঠাতে শৰৎ চন্দ্ৰ বসুৱে তেওঁৰ কামিজৰ কাষ-পকেটৰ পৰা কিছু ধন উলিয়ালে আৰু স্নেহৰ হাতত বলপূৰ্বকভাৱে গুঁজি দিলে— এয়া মোৰ পৰা অকণমান সহায়। মাত্ৰ পাঁচশ টকা। আপোনালোকৰ সংগ্ৰামৰ এজন সৰু অংশীদাৰ হ'বলৈ বিচাৰিছো। মোক নিৰাশ নকৰিব।

পাঁচশ টকা! বহু ধন। স্নেহৰ মুখৰ পৰা ধন্যবাদৰ ভাষা যেন ক'ৰবাত হেৰাই গৈছে। কেতিয়াবা নীৰৱতাৰ পৰাও কৃতজ্ঞতা নিগৰি নিগৰি বয়।

# [১৪]

যোৱা ত্ৰিশটা দিন স্নেহই এই বৃহৎ ঘৰটোলৈ আহিছে। একেৰাহে ত্ৰিশটা দিন একেটা গন্তব্য স্থললৈ অহাৰ এই আমনিদায়ক প্ৰচেষ্টাৰ বাবে কাক জগৰীয়া কৰিব তাক তেওঁ ভাবি পোৱা নাই। স্বাধীন ভাৰতৰ মহানায়ক, তৃতীয় বিশ্ব এখনৰ নেতা হ'বলৈ ওলোৱা জৱাহৰলাল নেহৰুৰ তেওঁৰ নিচিনা এজন অখ্যাত মানুহৰ বাবে সময় নোলোৱাটোৱেই অতি স্বাভাৱিক। ভগ্নপ্ৰায় এখন দেশক সামৰি-সুতৰি লোৱাৰ লগতে এখন ভৱিষ্যৎ বিশ্বৰো কল্পদৃষ্টিক লৈ বিভোৰ হোৱা এইজন বিশ্বনেতাৰ বাবে ছিটাগং পাৰ্বত্য এলেকাৰ কিছুমান অনামী মানুহৰ আশা-আকাংক্ষাৰ ছবিখনৰ প্ৰাসংগিকতা কোনখিনিত?

চৰ্দাৰ পেটেলেহে তেওঁক ইয়ালৈ পঠিয়াইছে। তেওঁলোকৰ সমস্যাৰ প্ৰতি লৌহ মানৱ সদায় সদয়, সহায়ৰ বাবে তেওঁ সম্পূৰ্ণৰূপে প্ৰস্তুত, কিন্তু স্বীকৃত ভাৰতৰ সীমাৰ বাহিৰৰ ঠাই এখনক নিজৰ আয়ত্তলৈ আনিবলৈ প্ৰধানমন্ত্ৰীৰ সম্মতিৰ প্ৰয়োজন।

— আমাক সৈন্যৰ দৰকাৰ নাই। অস্ত্ৰ-শস্ত্ৰ লাগে আৰু লাগে ভাৰত চৰকাৰৰ পৃষ্ঠপোষকতা।

— মোৰ একো সমস্যা নাই। কিন্তু মই এজন প্ৰধানমন্ত্ৰীৰ অধীনত কাম কৰা নাই জানো? তেওঁৰ অনুমতিৰ অবিহনে এনেকুৱা এটা স্পৰ্শকাতৰ বিষয়ত হাত লগোৱাৰ অধিকাৰ মোক দিয়া হোৱা নাই।

স্নেহই উপলব্ধি কৰে যে বৰ্তমান জুনাগড় আক্ৰমণ কৰি স্বাধীন ভাৰতত চামিল কৰাৰ এটা জটিল প্ৰচেষ্টাত চৰ্দাৰ ব্যস্ত। এই প্ৰস্তাৱত প্ৰধানমন্ত্ৰীৰ প্ৰত্যক্ষ সম্মতি আদায় কৰিব পৰা নাই যদিও নিজ জন্ম ৰাজ্য গুজৰাটৰ ভূমিৰ লগত সংলগ্ন জুনাগড়ক প্ৰধানমন্ত্ৰীৰ অনুমোদন অবিহনেও আক্ৰমণ কৰি বলপূৰ্বক ভাৰত তথা গুজৰাটৰ লগত লগ লগোৱাৰ কাম কৰিবলৈ স্বাধীন ভাৰতৰ গৃহমন্ত্ৰী হিচাপে তেওঁ বদ্ধপৰিকৰ। তেনে এক পৰিস্থিতিত পূবফালৰ দিশতো প্ৰধানমন্ত্ৰীৰ ইচ্ছাৰ বিৰুদ্ধে অন্য এক অভিযান চলোৱাৰ কামত হাত দিয়াটো এক প্ৰকাৰ অসম্ভৱ। মানুহজনৰ নিষ্ঠা আৰু সীমাবদ্ধতা— এই দুয়োটাই স্নেহই অনুধাৱন কৰিব পাৰে। প্ৰধানমন্ত্ৰীৰ সম্মতি আদায়ৰ দায়িত্ব লৈ স্নেহ আৰু ইন্দ্ৰমণি দুয়োজন তিনমূৰ্তি ভৱনলৈ যোৱা ত্ৰিশটা দিনেই তাঁতবাটি কাঢ়িছে। হাউজ খাচৰ ওচৰত এটা সৰু কোঠা ভাড়া লৈ থকাৰ পাচত প্ৰতিদিনে পুৱাই আৰম্ভ হয় এই লগ ধৰিবলৈ যোৱাৰ গতানুগতিক পৰ্ব। অৱশ্যে গতানুগতিক বুলি কোৱাটোও কিমানদূৰ শুদ্ধ তাৰ ওপৰতো তেওঁলোক দুয়োজনৰে সন্দেহৰ অৱকাশ আছে। যোৱাকালিৰ কথাই ধৰা যাওক। মাথায়ে তেওঁলোকক সোমাবলৈ দিবলৈ বিচাৰিছিলেই। তেনেতে আৰম্ভ হ'ল চিঞৰ-বাখৰৰ কিছুমান শব্দ। এগৰাকী মধ্য বয়সীয়া শাওঁ বৰণীয়া মহিলা খৰখেদাকৈ

প্ৰধানমন্ত্ৰী নেহৰুৰ কোঠাৰ পৰা ওলাই যোৱাৰ পাচত সমানেই ব্যস্ততাৰে পাচে পাচে লৰা-ঢপৰাকৈ ওলাই গৈছিল নেহৰু-দুহিতা ইন্দিৰা গান্ধী। মাথায়ে দুষ্টালিৰ হাঁহি এটা মাৰি কৈ উঠিল— এতিয়া গৈ লাভ নাই। এই ওলাই যোৱা মহিলাগৰাকী পদ্মজা নাইডু, সৰোজিনী নাইডুৰ জীয়েক আৰু আমাৰ প্ৰধানমন্ত্ৰীৰ অতি বিশিষ্ট বন্ধু। সময়-অসময়ৰ কথা নাই, প্ৰধানমন্ত্ৰীৰ ঘৰত আহি হাজিৰ হয়হি। ইন্দিৰাই এই বন্ধুত্বক সহ্য নকৰে। কোন জীয়েকেনো বাপেকৰ এই জাতীয় কাৰ্য ভাল পাব কওকচোন। আজি বাপেকৰ কাৰ্যালয় কক্ষত পদ্মজাক দেখি ইন্দিৰাৰ হুলস্থূল আৰম্ভ হৈ গ'ল। দেখা নাই সেয়া কেনেকৈ খেদি নিছে? এতিয়া নেহৰুজীৰ মূৰ একেবাৰে গৰম। এতিয়া দেখা কৰিলে আপোনালোককে তেওঁ শিশুপাল খেদা দিয়াটো খাটাং।

এম অ' মাথাই নেহৰুৰ বিশ্বস্ত সহচৰ আৰু ব্যক্তিগত সচিব। প্ৰভূত ক্ষমতাৰ অধিকাৰী এই ব্যক্তিৰ কুৰূপ চেহেৰাৰ লগত অহংকাৰৰ এক অদ্ভুত মিশ্ৰণ। তথাপিও যোৱা কেইটামান দিনত মানুহজনৰ লগত স্নেহ চাক্‌মাৰ এক বিশেষ ধৰণৰ বন্ধুত্বই গা কৰি উঠিছে। সেয়ে হয়তো নেহৰুৰ জীৱনৰ এই গোপন অধ্যায়ৰ ভাগ দিবলৈ গৈ কিয় নেহৰুৰ ওচৰলৈ চাক্‌মাসকলৰ ভৱিষ্যতৰ নিচিনা ইমান গভীৰ স্পৰ্শকাতৰ বিষয় এটা নিয়াটো এই মুহূৰ্তত উচিত নহ'ব তাৰ হয়তো ব্যাখ্যা আগবঢ়াবলৈ গৈছে।

আজি আহি তিনমূৰ্তি ভৱনৰ দুৱাৰমুখত উপস্থিত হোৱাৰ পাচতেই তেওঁলোকক ভিতৰলৈ আহিবলৈ দিয়া হ'ল।দ্বাৰৰক্ষীয়েও যোৱা কিছুদিনৰ পৰা তেওঁলোক দুজনক দেখি পৰিচিত বুলিয়েই গণ্য কৰিবলৈ লৈছে। সন্মুখৰ ফুলনিডৰাত ইন্দিৰাই লাহে লাহে খোজকাঢ়ি আছে, কাষত তেওঁৰ শিশু পুত্ৰ আৰু কোলাত অন্য এটি শিশু। স্নেহ আৰু ইন্দ্ৰমণিক দেখি হঠাৎ তেওঁ আগবাঢ়ি আহিল। পাচে পাচে দৌৰা ভংগিত তেওঁৰ পুত্ৰ।

— যোৱা কিছুদিন আপোনালোক দুজনক মই দেখি আছো। কি কামত আহিছে? আপোনালোক ক'ব?

স্নেহই ভঙা ভঙা হিন্দীত কথাখিনি এফালৰ পৰা কৈ গ'ল। মাজে মাজে দুই এক বঙালী শব্দ। তেওঁ আশ্বাসৰ সুৰত ক'লে— বঙালীতেই কওক। মই বুজি পাওঁ আৰু ক'বও পাৰো। কিছুদিন মই ব'লপুৰত আছিলো আৰু কবি গুৰুৰ অধীনত পঢ়িছিলো।

বগা-ৰঙা, ক্ষীণাংগী, পৰীৰ নিচিনা চেহেৰাৰ এই কোমল বয়সীয়া মহিলাগৰাকীৰ মুখত সহানুভূতিৰ স্পষ্ট চিন। যোৱা কেইবাটাও দিনত এইখন বাগিচাৰ ওচৰতে মানুহগৰাকীৰ লগত তেওঁলোকৰ ভেটাভেটি হৈছে আৰু চকুত চকু মিলাই দুয়োটা পক্ষ দুফালে আঁতৰি গৈছে। সোণ-ৰূপৰ চামুচ মুখত লৈ জন্মগ্ৰহণ কৰা ধনীৰ দুলালী তেওঁ। ভাৰত স্বাধীন হোৱাৰ কিছুদিন আগৰ পৰাই বাপেকক ৰাজহুৱা কামত সহায় কৰিবলৈ হেনো বাপেকৰ লগতে আছেহি। শুনা কথা। সেইবোৰ কথা লৈ মূৰ ঘমোৱাৰ সময় স্নেহ আৰু ইন্দ্ৰমণি চাক্‌মা দুয়োৰে নাই। তথাপি এইজনী মানুহ আজি নিজে আগবাঢ়ি আহি সিহঁতৰ সমস্যাত অংশগ্ৰহণ কৰিবলৈ ওলোৱা দেখি তেওঁলোক আচৰিত নোহোৱাও

নহয়। এই তিনমূৰ্তি ভৱন প্ৰাংগণত কোনোবাই অখ্যাত এটুকুৰা ঠাইৰ অনামী কিছুমান মানুহৰ কথা কাণ পাতি শুনাটোৱেই কিছু পৰিমাণে আশ্চৰ্যকৰ। সেইকণ কৰুণাৰ বাবে দুয়োজন মানুহ মানুহগৰাকীৰ ওচৰত কৃতজ্ঞও হৈছে। কাৰোবাক মন খুলি ক'ব পাৰিলে মনটো পাতলো লাগে।

হঠাতে সিহঁতক আচৰিত কৰি মানুহগৰাকীয়ে এটা প্ৰস্তাৱ আগবঢ়ালে— ব'লক, আপোনালোকক মই পাপাৰ ওচৰলৈ লৈ যাওঁ। আগে আগে ইন্দিৰা গান্ধী, পাচে পাচে ইন্দ্ৰমণি আৰু স্নেহ চাকমা। ইন্দিৰাৰ কোলাত তেওঁৰ শিশু পুত্ৰ টোপনিত ঢলি পৰিছে, ইটো পুত্ৰই মাকৰ শাৰীৰ আঁচলত ধৰি মাকৰ লগে লগে আগবাঢ়িছে। মাথাইৰ কোঠাত প্ৰৱেশ কৰি ইন্দিৰাই ক'লে— এওঁলোক প্ৰধানমন্ত্ৰীক লগ পাবলৈ প্ৰতিদিনেই আহিছে। ইমান দূৰৈৰ পৰা আহিছে। পাপাই কিয় লগ ধৰিবলৈ দিয়া নাই তাক মই বুজিব পৰা নাই। আজি মানে এতিয়াই এখেতসকলক ভিতৰলৈ সোমাবলৈ দিয়ক। ময়ো লগতে যাম।

মাথায়ে মূৰ জোকাৰিছে— নহয় ইন্দু। এতিয়া নহয়। এতিয়া ভিতৰত কাশ্মীৰৰ মহাৰজা হৰিসিং বহি আছে। তুমিতো জানাই তোমাৰ পাপাই হৰিসিঙক দুই চকু পাৰি দেখিব নোৱাৰে। হৰিসিঙক লগ পোৱাৰ পাচত সদায় কিছু সময়লৈ তেওঁৰ মূৰ গৰম হৈ ৰয়। কিয় যে মানুহটোক ইমান দেখিব নোৱাৰে তাক ধৰাই টান। কিন্তু শেখ আব্দুল্লাক পালে তেওঁৰ উলাহে নধৰা হয়।

ইন্দিৰাই অন্যমনস্কভাৱে কথাবোৰ শুনিছে— আজি এখেতসকলে প্ৰধানমন্ত্ৰীক লগ ধৰিবই লাগিব। মই লগত থাকিম।

এনেতে হৰিসিং ভিতৰৰ পৰা ওলাই আহিল। চকুমুখৰ ভাবালেশৰ পৰাই অনুমান কৰিব পাৰি যে তেওঁ অপমানিত অনুভৱ কৰি কোঠাৰ পৰা ওলাই আহিছে। ওলাই আহোতে তেওঁ হাঁহো-নাহাঁহোকৈ ইন্দিৰাৰ ফালে চাই হাঁহিছে আৰু মাথাইৰ ফালে এবাৰো নোচোৱাকৈ প্ৰায় কোঁ-কোৱাই বাহিৰলৈ গুচি গৈছে। মানুহজনৰ এই বিপৰ্যস্ত অৱস্থাটো মাথায়ে যেন উপৰ্যুপৰি উপভোগ কৰিছে। তেওঁৰ কৃষ্ণ ক'লা মুখখনৰ মাজত জকজকাই জিলিকি উঠিছে বগা দুপাৰি দাঁত।

— মই কৈছিলো নহয় নেহৰুজীৰ লগত এওঁৰ এখুন্দা লাগিব। এতিয়া পাচে এওঁলোকক ভিতৰলৈ পঠিওৱা ভাল নহ'ব।

— নহয় এওঁলোকে আজি পি এমক লগ পাবই লাগিব।

দুৱাৰ ঠেলি ইন্দিৰা ভিতৰলৈ সোমাই গ'ল আৰু পাচমুহূৰ্ততে ওলাই আহি তেওঁলোকক ভিতৰলৈ যোৱাৰ কথা ক'লেহি।

— কিন্তু ইন্দু, হৰিসিঙক লগ পোৱাৰ পাচত যাকেই লগ পায় তাকেই নেহৰুজীয়ে গালি পাৰিবলৈ ধৰে। উৰহৰ খং ভগা কঠত জৰাৰ নিচিনা কথা। এতিয়া গ'লে এওঁলোকৰ কাম নোহোৱাতো প্ৰায় খাটাং।

— মই যাম এওঁলোকৰ লগত। মই পাপাক বুজাই ক'ম। নিশকতীয়া ছোৱালীজনীয়ে

যথেষ্ট শক্তি প্ৰয়োগ কৰি কথাখিনি কৈছে। ঠিক সেইখিনি মুহূৰ্ততে তেওঁৰ কোলাৰ কেঁচুৱাটোৱে পেঁ পেঁকৈ কান্দি উঠিল। উস্ ৰাম কি এক চিঞৰ! ইন্দিৰাৰ মুখত বিৰক্তিৰ এক অভিব্যক্তিও ফুটি উঠিছে।

— বেয়া নাপাব। মই আপোনালোকৰ লগত থাকিব নোৱাৰিম। ই কান্দিবলৈ আৰম্ভ কৰিছে। হয়তো ভোক লাগিছে।

স্নেহ চাক্‌মা আৰু ইন্দ্ৰমণি প্ৰধানমন্ত্ৰীৰ সুবিশাল কক্ষত প্ৰৱেশ কৰিলে। জৱাহৰলাল নেহৰুৰ মুখত স্নেহ চাক্‌মাৰ প্ৰতি পৰিচিতৰ কোনো অভিব্যক্তি জিলিকি উঠা নাই। প্ৰধানমন্ত্ৰী হোৱাৰ পূৰ্বে স্নেহই নেহৰুক ছিটাগঙৰ ভৱিষ্যৎ সম্পৰ্কত দুবাৰকৈ সাক্ষাৎ কৰিছিল আৰু তেতিয়া তেওঁ সহানুভূতিশীল হৈয়েই স্নেহৰ লগত কথা-বতৰা পাতিছিল। কিন্তু আজিৰ এইজন যেন এজন বেলেগ নেহৰু। বহিবলৈ দি ৰুক্ষ মাতেৰে তেওঁ কৈ উঠিল— কি লাগে?

নেহৰুৰ চকুৱে কোঠাটোৰ সকলো দিশ চেলেকি গৈছে। ফুলদানি, কোঠাৰ বেৰত আৰি থোৱা তৈলচিত্ৰ ওপৰৰ চালত ঘূৰি থকা পাংখা। হয়তো সন্মুখত বহি থকা দুজন নিমাখিত মানুহৰ লগত চকু মিলোৱাৰ কোনো ইচ্ছা বৰ্তমান নাই।

— আমি ১৫ আগষ্টৰ পুৱা ভাৰতৰ পতাকা ৰঙামাটিত উঠাইছিলো। কিন্তু দুদিন পাচত পাকিস্তানীবোৰ আহি সেই পতাকা নমাই ভাঙি-ছিঙি চূৰমাৰ কৰি পেলালে। এতিয়া আমি আহিছো আপোনাৰ পৰা সহায় ভিক্ষা কৰিবলৈ। অস্ত্ৰ-শস্ত্ৰ পালে আমি চাক্‌মাসকলে পাকিস্তানী সৈন্যহঁতক আমাৰ মাটিৰ পৰা খেদাই পঠিয়াম। আমি সকলোৱেই ভাৰতৰ লগত থাকিবলৈ বিচাৰো।

পণ্ডিত নেহৰু যেন ক্ৰোধত ফাটিহে পৰিব। বৰ নাটকীয় ভংগিত তেওঁ বহা চকীৰ পৰা জাঁপ মাৰি থিয় হ'ল আৰু চিঞৰি উঠিল— কি কৈছা? পাকিস্তানৰ সৈতে যুঁজ কৰিবলৈ মই তোমালোকক বন্দুক-বাৰুদৰ যোগান ধৰিম? এইবিলাক যুক্তিবিহীন কাৰ্যৰে মই ভাৰতখনক আকৌ বিদেশী শাসনৰ তললৈ আনিবলৈ সুচল কৰি দিম বুলি ভাবিছা কি সাহসত?

বাহিৰলৈ ওলাই আহোতে আকৌ দাঁত নিকটাই হাঁহিছে মাথায়ে— একো কোৱা নাই, কিন্তু 'মই কোৱা নাছিলো জানো?' জাতীয় এক ভংগি মুখত সুস্পষ্ট। চৌহদৰ বাগিচাৰ মাজত সেই পৰীৰ সন্ধানত স্নেহই চকু ফুৰালে। নাই, মানুহগৰাকীৰ দেখাদেখি নাই। ছেঃ! কোলাৰ কেঁচুৱাটোৱে ঠিক সেইটো মুহূৰ্তত সাৰ পাই নুঠা হ'লে হয়তো কথাবোৰ বেলেগ ধৰণেৰে ঘটিলেহেঁতেন। তেওঁৰ মনত পৰিছে ত্ৰিপুৰাৰ ৰাজমাতা কাঞ্চনপ্ৰভা দেৱীৰ বাক্যশাৰী— 'তোমালোকৰ ঠাইখনৰ এখন নিজস্ব ভাগ্য আছে।' হয়, অদৃষ্টই যেনেদৰে ইয়াৰ হাত ছিটাগঙৰ দিশত প্ৰসাৰিত কৰিব সেই একেটা ছন্দ অৰু লয়তহে ঠাইখনৰ ইতিহাসে পট পৰিবৰ্তন কৰিব। হয়তো ই এক দুৰ্ঘটনা। কিন্তু তাৰো ব্যাখ্যা আগবঢ়াব লাগিব।

— এবাৰ শেষ চেষ্টা। বাপুৰ তাত। ইন্দ্ৰমণিয়ে কৈ উঠিছে। কেতিয়াবা স্নেহই উদ্যম হেৰুৱালে, ইন্দ্ৰমণিয়ে সম্পূৰ্ণ এক বিপৰীত ভূমিকা গ্ৰহণ কৰে। যেতিয়া কোনোফালে আশাৰ কোনো সুৰুঙাই নাই, তেনেস্থলত অন্য এখন দুৱাৰত টোকৰ মৰাত ক্ষতি কি? মৃত্যুৱে স্থিৰ দৃষ্টিৰে সিহঁতলৈ ট টকৈ চাই আছে। সিহঁতক গ্ৰহণ কৰাৰ কি এক মৰ্মান্তিক আকুলতা মৃত্যুৰ এনে কালান্তক দৃষ্টিত!

ৰাজঘাটৰ ওচৰৰ এটা কুটীৰসদৃশ ঘৰত বাপু বৰ্তমান আশ্ৰয়ৰত। স্বাধীনতাৰ পাচত তেওঁ প্ৰায় নীৰৱেই আছে। পুৱা তেওঁৰ প্ৰাৰ্থনা সভাত অলেখ মানুহৰ সমাগম হয় আৰু তাতেই ক্ষীণ স্বৰেৰে তেওঁ তেওঁৰ অন্তৰত আন্দোলিত হৈ থকা বেদনাৰ আভাস দিয়ে।

তেওঁলোক গৈ ওলাওঁতে দেখা পালে যে বাপুক ঘেৰি বহুতো মানুহ। তেওঁ ৰামধুন গাই আছে। আপাদমস্তক, কাষত মীৰাবেন আৰু মহাদেৱ দেশাই। লক্ষজনৰ তেজৰ ওপৰত প্ৰতিষ্ঠিত এনে এক স্বাধীনতাক লৈ তেওঁ মুঠেও সুখী নহয়। অলপ আগেয়ে হেনো চৰ্দাৰ পেটেল আৰু প্ৰধানমন্ত্ৰী দুয়ো বাপুৰ আমন্ত্ৰণক্ৰমে তালৈ আহিছিল আৰু দুয়োজনে হাত মিলাই দেশখনৰ কাৰণে কাম কৰিব বুলি বাপুক কথা দিছিল। চৰ্দাৰ পেটেল আৰু নেহৰুৰ মাজত প্ৰচণ্ড হাৰত আৰম্ভ হৈছে এক শীতল যুদ্ধ। লৌহ মানৱৰ বহু সিদ্ধান্তক লৈ সন্তুষ্ট নহয় পণ্ডিতজী। ইফালে শেখ আব্দুল্লাক মূৰত ইমান উঠাই দিয়াটোৰ ঘোৰ বিৰোধিতা কৰিছে চৰ্দাৰ পেটেলে। তেওঁ বিশ্বাস কৰে যে এখন সুস্থিৰ কাশ্মীৰৰ ভৱিষ্যতৰ বাবে মহাৰজা হৰিসিঙক যিকোনো কাশ্মীৰৰ সূত্ৰৰ অংশীদাৰ কৰাটো অতি প্ৰয়োজনীয়। নেহৰুৱে বাৰে বাৰে অপদস্থ কৰা বাবেই মাজে মাজে হৰিসিঙে পাকিস্তানলৈ যোৱাৰ কথা ভাবে যদিও তেওঁৰ বিবেকে তেনে এক গৰ্হিত কামত বাধা দিয়ে সেয়ে। আজি কিছুদিনৰ পৰা তেওঁ এখন স্বাধীন কাশ্মীৰ ৰাষ্ট্ৰৰ কথা ক'বলৈ লৈছে। চৰ্দাৰ পেটেলে হৰিসিঙক কৈছে যে স্বাধীন কাশ্মীৰ ৰাষ্ট্ৰৰ কোনো কথাই তেওঁ শুনিবলৈ প্ৰস্তুত নহয়। কিন্তু সীমান্তৰ সিফালৰ পৰা অহা পাকিস্তানী আক্ৰমণৰ প্ৰত্যুত্তৰ দিবলৈও চৰ্দাৰে স্বকীয়ভাৱে প্ৰস্তুতি চলাইছে। প্ৰধানমন্ত্ৰীয়ে বাৰে বাৰে হৰিসিঙক দুৰ্ব্যৱহাৰ কৰা, চৰ্দাৰৰ কাশ্মীৰ ৰক্ষাৰ নিজস্ব প্ৰস্তুতি আৰু তদুপৰি জুনাগড়ৰ ক্ষেত্ৰতো চৰ্দাৰে প্ৰধানমন্ত্ৰীক এৰাই চলি কাম কৰিবলৈ যোৱা আদিয়ে দুয়োজনৰে সম্পৰ্ক কৰি তুলিছে তিক্ততাপূৰ্ণ। চৰ্দাৰ পেটেলে এনে এটা সময়তে আনকি পদত্যাগৰ পৰিকল্পনাও কৰিছিল। কিন্তু স্বাধীনোত্তৰ ভাৰতৰ এই কুমলীয়া কালছোৱাত চৰ্দাৰ পেটেলৰ উপস্থিতিৰ প্ৰয়োজনীয়তা উপলব্ধি কৰি বাপুৱে দুয়োকে মাতি পঠিয়াই দুয়োৰে মাজত এক প্ৰকাৰ বুজাবুজিৰ সৃষ্টি কৰিবলৈ চেষ্টা চলালে। অলপ আগেয়ে বাপুজীৰ ওচৰৰ পৰা মিত্ৰতাৰ আশ্বাস দি নেহৰু আৰু পেটেল আঁতৰি যোৱাটোক লৈ ৰাজধানীৰ আকাশ-বতাহ মুখৰ।

ৰামধুন গোৱা শেষ হোৱাৰ পাচত মীৰাবেনে গান্ধীজীৰ হাতত তুলি দিলেহি এটা মাটিৰ গিলাচত অলপ সুমথিৰাৰ ৰস। সেইখিনি ধীৰে ধীৰে পি খাই শেষ কৰাৰ লগে লগেই বগুৱা বাই স্নেহ চাক্‌মা গান্ধীজীৰ ওচৰ পালেহি। নিজ পৰিচয় দিয়াৰ পাচত

এখন ভাবলেশহীন মুখে তেওঁক সম্ভাষণ জনালে। জৱাহৰলাল নেহৰুৰ কোঠাত সম্মুখীন হোৱা ককৰ্থনাতকৈও এই নিৰ্বিকাৰতা যেন আৰু অধিক বিষাদময়। স্নেহই তেওঁলোকৰ সমস্যাখিনি বুজাই ক'বলৈ বিচাৰি যাওঁতে কোনো সহানুভূতিৰ ভাষা জাতিৰ পিতাৰ মুখমণ্ডলত পঢ়িবলৈ সক্ষম হোৱা নাই। স্নেহৰ মনত পৰিছে ১৫ আগষ্টৰ পুৱা ভাৰতৰ পতাকা উত্তোলন কৰাক লৈ ৰঙামাটিৰ হাইড চাহাবৰ বাসভৱনৰ সম্মুখৰ সেই উন্মুক্ত পথাৰত দহ হেজাৰ সমবেত চাক্‌মা ৰাইজৰ অভূতপূৰ্ব উত্তেজনাৰ খণ্ডচিত্ৰ কিছুমান। নাৰী, পুৰুষ, শিশু নিৰ্বিশেষে ওৰেটো নিশা পদযাত্ৰা কৰি আহি গোট খাইছিলহি ভাৰতৰ অংশ হোৱাৰ সপোনত। আজি এয়া স্বাধীন ভাৰতৰ কোটি কোটি মানুহৰ আৰাধ্য বাপুৰ মুখত এক নিৰ্মোহ দৃষ্টি। সেই দৃষ্টি যেন ৰঙামাটিৰ অগণন জনতাৰ উচ্ছ্বাসৰদ্বাৰা সংক্ৰামিত নহ'বলৈ বদ্ধ পৰিকৰ। মুখেৰে হা-না, তু-তা জাতীয় এটাও শব্দ বাহিৰ নকৰাকৈ হঠাৎ বাপু থিয় হ'ল আৰু যথেষ্ট ক্ষিপ্ৰতাৰে দুগৰাকী আশ্ৰম ভগ্নীৰ কান্ধত ভৰ দি সেই স্থানৰ পৰা আঁতৰি গ'ল।

স্নেহৰ চৰ্দাৰ পেটেলৰ ওচৰলৈ যোৱাৰ আৰু ইচ্ছা হোৱা নাই। স্বাধীন ভাৰতৰ দুজনকৈ বিশ্ববন্দিত জননেতাৰ ওচৰত প্ৰত্যাখিত হোৱাৰ পাচত চৰ্দাৰ পেটেলে যে সহায়ৰ হাত আগবঢ়াব নোৱাৰে সেয়া খাটাং। কিন্তু চৰ্দাৰৰ শুভ ইচ্ছাৰ ওপৰত তেওঁৰ তিলমাত্ৰও সন্দেহ ওপজা নাই। এতিয়া হয়তো চাক্‌মা ভূমিখণ্ডলৈ ঘৰমুখী যাত্ৰা আৰম্ভ কৰাৰ সময় সমাগত। তেওঁলোকৰ মুখলৈ আশাৰে চাই বৈ থকা মানুহবোৰক গৈ ব্যৰ্থতাৰ বাণী শুনোৱাৰ আগতে ৰাষ্ট্ৰসংঘলৈ এখন আবেদন পঠিওৱাৰ বাবে মন স্থিৰ কৰি পেলালে আৰু গধূলি কেৰাচিন তেলৰ চাকিৰ টিমিক-টামাক পোহৰত দহটা পৃষ্ঠাৰ এখন আবেদন ইংৰাজীতে প্ৰস্তুত কৰি পেলালে।

পাচদিনা পুৱাতে তেওঁলোকৰ এক কুঠৰীৰ সেই চাপৰ যোগমৰা ঘৰটোৰ দুৱাৰত কাৰোবাৰ মৃদু টোকৰ। দুৱাৰমুখত অপূৰ্বধন বন্দোপাধ্যায়। শ্যামাপ্ৰাসাদ মুখাৰ্জীয়ে চাক্‌মা সমাজৰ আধাৰত প্ৰতিবেদন প্ৰস্তুত কৰি ৰেডক্লিফ আয়োগত যুক্তি দৰ্শোৱাত স্নেহ চাক্‌মাক সহায় কৰিবৰ বাবে প্ৰেৰণ কৰা উকীল অপূৰ্বধনৰ লগত স্নেহৰ এক বিশেষধৰণৰ আত্মীয়তাই গা কৰি উঠিছিল। এতিয়া কলিকতীয়া অপূৰ্বধনক এই দিল্লী মহানগৰীৰ হাউজ খাচৰ এটা অনামী গলিত সিহঁতৰ এইকেইদিনৰ আশ্ৰয়থলীৰ সম্মুখত থিয় হৈ থকা দেখি তেওঁলোক দুয়ো সচকিত হৈ উঠিছে।

— মোক এইবাৰ শৰৎ চন্দ্ৰ বসুৱে পঠিয়াইছে। আগৰতলাৰ ৰাজপ্ৰাসাদৰ পৰা অহা এটা খবৰ আপোনালোকক দিয়াবলৈ। আপোনালোক দুয়ো ৰঙামাটিলৈ ঘূৰি গ'লে পাকিস্তানী সৈন্যই আপোনালোকক গ্ৰেপ্তাৰ কৰাটো খাটাং। তেনে এক গ্ৰেপ্তাৰৰ পাচত জীৱনৰ নিশ্চয়তাও কোনেও দিব নোৱাৰে। সেয়ে ৰাজমাতাই আপোনালোক দুয়োকে আগৰতলাত বৈ যাবৰ বাবে অনুৰোধ জনাইছে।

অপূৰ্বধন বন্দোপাধ্যায়ে লেথাৰি নিছিগাকৈ কথাবোৰ ৰাজকটকীয়ে কোৱাৰ ভংগিত

কৈ যোৱা দেখি বিষাদৰ মুহূৰ্ততো স্নেহৰ হাঁহি উঠিছে। তেওঁ বুজিছে ৰঙামাটিৰ পৰা বাগৰি অহা সঁচা খবৰ। দেশৰ মাটিত ভৰি থোৱাৰ কোনো অৱকাশেই হয়তো আৰু নোলাব। মৰিবলৈ তেৰোঁ নিবিচাৰে। জীৱন থকালৈকে চাক্‌মাসকলৰ অধিকাৰৰ নিমিত্তে যুঁজ চলাই থকাৰ মন তেওঁৰ। দুখৰ পৰাই হয়তো তেওঁ ইয়াৰ বাবে এঘড়ী যুঁজি চাব।

— ল'ৰা-পোৱালিটোৰ সৈতে আপোনাৰ পত্নীকো আগৰতলালৈ অনাৰ ব্যৱস্থাও হৈ গৈছে। ল'ৰা-পোৱালি? তেওঁ যেন বহুতো কথাই পাহৰি পেলাইছিল।

মুখখন দুহাতেৰে ঢাকি স্নেহ চাক্‌মাই হুকহুকাই কান্দি পেলাইছে।

# [১৫]

শাক্যদেৱৰ আনন্দ আৰু উত্তেজনাৰ যেন অন্তই নপৰিব। আজি ফুলবিঝুৰ দিনা তাক বিঝুফুল আনিবলৈ পাচোতে মাকে তাক বুকুত সুমুৱাই সাবটি ধৰি বহু সময় কান্দিলে। আগতে হাবিৰ মাজৰ পৰা বিঝুফুল আনিবলৈ মাক নিজেই যায়। আজি পুৱাৰে পৰাই মাকৰ মন অসম্ভৱ ধৰণেৰে মলিন। সৰু হ'লেও যোৱাটো বছৰৰ ভিতৰতে বহুতো কথা সি বুজিব পৰা হৈ পৰিছে, মাকৰ ধূসৰ মুখৰ ভিতৰত কুৰুকি কুৰুকি খাই থকা দুখবোৰৰ ভাষাও সি পঢ়িব পৰা হৈ উঠিছে। দেউতাক ৰঙামাটিত, ঘৰলৈ যে কেতিয়াবাকৈ উভতিব পাৰিব তাৰ আশা হেনো মুঠেও নাই। কোনোবা পাকিস্তানী বোলা বস্তু এটাই পালেই বোলে গৰকি গৰকি মাৰিব। সেই বস্তুটো ৰঙামাটিৰ ফালে হেনো পিয়াপি দি ফুৰিছে আৰু কেতিয়াকৈ এইফালে ওলায়হি তাৰো বোলে কেনো ভাৰসা নাই। ওলালেই মানুহবোৰ মহতিয়াই নিয়াটো খাটাং। ইফালে ললিতা কাক্কিক এদিন গধূলি সময়ত মনে মনে কোনেও নেদেখাকৈ পঠিয়াই দিয়াৰ পাচত মাকৰ এতিয়া লগ-সংগ বুলিবলৈ তেনেকৈ কোনো মানুহেই নাই। ললিতা কাক্কিৰ কণমানি কেঁচুৱাটোৰ কথা মনত পৰিলে শাক্যদেৱৰো দেখোন মনটো বিষাদেৰে ভৰি পৰে। নোদোকা নোদোকা হাত-ভৰিবোৰ নচুৱাই সি খলখলাই হাঁহে, মুখত আং-বাং জাতীয় কিছুমান অস্পষ্ট, অৰ্থহীন শব্দ। কিন্তু শাক্যদেৱক দেখিলে তাৰ হাঁহিৰ মাত্ৰা আৰু বৃদ্ধি পাই যায়; তাৰ অকণমানি হাত দুখনেৰে শাক্যদেৱৰ চুলি, গাল-মুখ সকলোবোৰতে সি খামোচ মাৰি ধৰিবলৈ বিচাৰে।

এতিয়া হেনো কাক্কি আৰু কেঁচুৱাটো বহুদূৰলৈ আঁতৰি গ'লগৈ। সিহঁতক শাক্যদেৱে কেতিয়াও লগ নাপাবও পাৰে। মাকে তেনেকৈ ক'লেও শাক্যদেৱে এই কথাটো মানি লোৱা নাই। সি নাও বাই গৈ সিহঁতক সেই দূৰৰ ঠাইখনতো লগ পাবলৈ ইতিমধ্যে মন স্থিৰ কৰি পেলাইছে। মাকক অৱশ্যে তাৰ পৰিকল্পনাৰ কথা ক'বলৈ ইচ্ছা কৰা নাই। বেচেৰী মাকে সি এনেকৈ যাব বুলি ক'লে ভয় খোৱাটো স্বাভাৱিক। বৰ সাহসী আছিল তাৰ এইজনী মাক। ঘোপমৰা অন্ধকাৰতো হাবিৰ মাজলৈ গৈ খৰি লুৱা, তাৰ বাবে নৰাবগৰী পৰা জাতীয় কাম মাকে ভূত-প্ৰেতলৈ ভয় নকৰি অকলেই কৰিছিল। কিন্তু আজি কিছুদিনৰ পৰাহে এই পাকিস্তানী বোলা বস্তুটোলৈ মাকৰ এক অহৈতুক ভয় সোমাইছে।

আজি পুৱা তাক বিঝুফুল আনিবলৈ যাবলৈ কওঁতে তাৰ মনটোক এক অনামী উত্তেজনাই দোলা দি উঠিছে। মাকৰ চকু-মুখলৈ চাই আজি কিছুদিনৰ পৰা সি পতিয়ন গৈছিল যে এইবাৰ সিহঁতৰ ঘৰত বিঝু উৎসৱ নোহোৱাতো একপ্ৰকাৰ নিশ্চিত। মাকে পিধ্যা বনোৱাৰো একো প্ৰস্তুতি চলোৱা তাৰ চকুত পৰা নাছিল। কিন্তু আজি পুৱাই তামোল-পাণকেইযোৰমান উলিয়াই ধুই-মেলি যতনাই থোৱাৰ লগতে মাটিৰ চাকিবোৰে

চাফ-চিকুণ কৰি বাহিৰত সজাই থোৱাৰ লগে লগে সি বুজি উঠিছে যে ফুলবিঝুৰ কামখিনি আৰম্ভ হৈছেই।

হাদিৰ মাজলৈ দৌৰ মাৰোতেই সি কোনখিনি ঠাইত বিঝুফুল ফুলিব পাৰে তাৰ এক মানসিক ধাৰণা কৰি পেলালে। আজি কিছুদিন আগেয়ে জামু বুটলিবলৈ যাওঁতে সি দেখিছিল বকুলজোপাৰ গাত ওলমি জিলিকি থকা এথোপা বিঝুফুল। কিয় জানো তেনে এথোপা ফুল ছিঙি মাকৰ খোপাত দুপাহমান গুঁজি দিয়াৰ এক অদম্য ইচ্ছাই সেই মুহূৰ্তত তাৰ ভিতৰত গা কৰি উঠিছিল। কিন্তু মাকৰ গালি খোৱাৰ ভয়ত সেই ইচ্ছাক সি সিমানতে বিসৰ্জন দি নাকে-মুখে ক'লা ক'লা জামুবোৰ গুঁজিয়েই ঘৰলৈ ঘূৰি আহিছিল। আজি কোনোফালে নোচোৱাকৈ সি দৌৰি দৌৰি ঠিক সেইখিনি ঠাইতেই ওলালগৈ। এতিয়াও জকমকাই ফুলি আছে সেইপাহ ফুল। এইখিনি ঠাইলৈ সাধাৰণতে শাক্যদেৱৰ নিচিনা দুষ্ট ল'ৰা দুটামানৰ বাদে বাকীবোৰৰ আহ-যাহ নাই। এইজোপা জামুৰ অৱস্থিতি সম্পৰ্কেও তাৰ নিচিনা বাঘৰ আগ তেল খোৱা কেইটামানহে অৱগত। ইমান ওখ এইজোপা গছত নতুনকৈ ফল লাগিবলৈ লৈছে। ঠাইখিনিত হাবিডৰা পোহৰৰ সুৰুঙা নৰখাকৈ গভীৰ বাবেই চাগে তাত জুমখেতি কৰা কোনো পৰিকল্পনা এতিয়ালৈকে গাঁওখনে হাতত লোৱা নাই। এনেকুৱা গভীৰ অৰণ্যত বকুল গছ আৰু ফুল ইমান পৰিস্ফুট হৈ ফুলি উঠাটো চাগে এক অসাধাৰণ ঘটনা আৰু তাৰ গাত আউজি বগা বৰণীয়া বিঝুফুলখিনি জিলিকি উঠাটোও এক দৈৱিক কাৰ্য যেন কেতিয়াবা শাক্যদেৱৰ নিচিনা ফুকলীয়া ল'ৰা এটাৰ ভাব হয়।

বকুলজোপাৰ শীৰ্ণ গাটোৱে সি বগুৱা বাই উঠি গ'ল। বিঝুফুলখিনি সি আয়াসতে ছিঙি পেলালে। অৱশ্যে গোটেইখিনি আঁজুৰি-পিজুৰি ছিঙি পেলোৱাতকৈ ধীৰে ধীৰে এপাহ এপাহকৈ অতি মনোযোগেৰে সি ফুলখিনি ছিঙিলে। গ্ৰামৰ অন্যবোৰ মানুহৰো কামত লাগিব এই বনৰীয়া ফুলখিনি। কামবোৰ হোৱাৰ পাচত সেই একে সুস্থিৰতাৰে সি তললৈ নামি আহিল আৰু ফুলখিনি তলৰ ঠেঙুলি এডালত ওলোমাই ৰাখিলে। এতিয়া তাৰ চকু গ'ল জামুগছজোপালৈ। ডাল ভৰি ভৰি জামু লাগিছে। তলসৰা জামু কোনে খায়? সি অতি বেগেৰে গছজোপা বগাই প্ৰায় মধ্যভাগ পালেগৈ। বেঙুনীয়া, ৰসাল জামু ছিঙিছে আৰু খাইছে। সময়বোৰ যে কেনেকৈ উৰি যায় আৰু কিয় উৰি যায়? পুৱাৰ কমলাৰঙীয়া বেলিটো যে কিছুসময়ৰ পাচত মূৰৰ ওপৰ পাবহি। সি বহি থকা ঠাইৰ পৰা পাহাৰৰ তল অংশ বৰ স্পষ্টকৈ দেখা যায়। সিহঁতৰ গাঁওখনৰ তলত কিছু আঁতৰত কোঁৱাপাচা গ্ৰাম। তাৰ ঘৰবোৰ ইয়াৰ পৰা ৰিণিকি ৰিণিকি চকুত পৰে আৰু তাৰ লগতে জিলিকে মূৰত বাঁহৰ জাপি পৰিধান কৰি জুমখেতিত লাগি পৰা কোঁৱাপাচা গ্ৰামৰ গ্ৰামবাসীসকলৰ লৰচৰ কৰি থকা ক্ষুদ্ৰ অৱয়ব। কিন্তু আজি ফুলবিঝুৰ দিনা এটাও মানুহ চকুত পৰা নাই কিয়? আৰে, বুদ্ধ মন্দিৰটোত দেখোন দাও দাওকৈ জুই জ্বলিছে আৰু সৌৱা, গাত জলফাই ৰঙৰ কাপোৰ পিন্ধি হাতত বন্দুক লৈ দেখোন

এজাক মানুহ। সিহঁতৰ দুটামান জাপি পিন্ধা গাঁৱৰ মানুহ কেইটামানৰ পাচে পাচে দৌৰিছে আৰু মানুহকেইটাক বগৰাই পেলাইছে। গছ-গছনি, ঘৰে ঢাকি পেলোৱা বাবে পৰি যোৱা মানুহকেইটাৰ কি হৈছে শাক্যদেৱে ইয়াৰ পৰা মনিব পৰা নাই। তাৰ ভয় লাগিছে। এক ভীষণ ভয়। সি বুজি উঠিছে যে কোঁৱাপাচা গ্ৰামাত সাংঘাতিক কিবা এটা ঘটিবলৈ লৈছে। গাঁওখনৰ বিভিন্ন অংশৰ পৰা কুণ্ডলি পকাই উঠি অহা ধোঁৱাখিনিত চকু থৈ সি প্ৰচণ্ড বেগেৰে চুঁচৰি অহাদি তললৈ নামি আহিল আৰু ফুলৰ থোপাটো হাতত লৈ ঘৰলৈ বুলি ভিৰাই লৰ মাৰিলে।

মাচাঙৰ সন্মুখত মাক বৈ আছে। চকুত ক্ৰোধৰ দৃষ্টি। সি ওচৰ চাপোতেই মাকৰ প্ৰচণ্ড চৰ এটা তাৰ গালত পৰিল। সি কিন্তু কন্দা নাই। মাক আচৰিত হৈছে। এনেকুৱা এটা চৰৰ পাচতো পুতেকৰ কোনো প্ৰতিক্ৰিয়া নাই। আগতে দেখোন সামান্য এটা খকৰা-মুকুটিতে কান্দোনত সি গছৰ পাত সৰুৱাইছিল।

— মা, কোঁৱাপাচা গ্ৰামত পাকিস্তানী... চাৰিওফালে জুই। ইয়াৰ পাচত কথাবোৰ চাৰিওফালে বিয়পি পৰিছিল। 'সুভদ্ৰা ভুঁঝিৰ পুঅ'ই নিজ চকুৰে দেখিছে... পাকিস্তানীবোৰে কোঁৱাপাচাত পিয়াপি দি ফুৰিছে।' সেই নিশা বৌদ্ধ-কাণ্ডত জ্বলি উঠা নাছিল চাকিৰ জলমলনি। যদিও পুৱাই ঠাগুৰে মাটিৰ চাকিবোৰ সৰিয়হ তেলেৰে পূৰ্ণ কৰি ঠায়ে ঠায়ে সজাই ৰাখিছিল, গধূলি পৰত ঠাগুৰ দাতাসৰ্গৰ ওচৰলৈ গ্ৰামৰ মুখিয়াল মানুহবোৰ আহি ফুচফুচাই চাকি নজ্বলোৱাৰ বাবে কাকুতি কৰিছিল। সকলোৰে চকুত ভয়াৰ্ত দৃষ্টি... 'সিহঁতে দেখিলে আমাকো শুদাই নেৰিব।'

শাক্যদেৱে মাকৰ হাতত তুলি দিয়া বিঝুফুলৰ থোপাৰ পৰা কেইপাহমান ছিঙি মাকে তামোলৰ থোক এটাৰ লগত অৰণ্য দেৱতাৰ উদ্দেশে আগবঢ়াই সেৱা এটা কৰা সময়তো মাকৰ মুখত ভয় আৰু অৱসাদৰ স্পষ্ট চিন জিলিকি উঠিছিল। শাক্যদেৱৰ মাকৰ সাহসৰ ওপৰত এক অনন্য আস্থা আছে। দেউতাকৰ অবৰ্তমানত আজি অতদিন মাকেই সকলোখিনি চম্ভালি থকাৰ লগতে তাক বুকুৰ মাজত সুমুৱাই অভয়বাণী শুনাই আহিছে। তাৰ দেউতাক কামিনী মোহন দেৱান পাকিস্তানীহঁতৰ চকুত হেনো এক ভীষণ শত্ৰু। সিহঁতৰ ঘৰলৈ পিতাকক বিচাৰি যিকোনো মুহূৰ্ত্তে পাকিস্তানীহঁত আহি ওলাবহি পাৰে আৰু থান-বান কৰি পেলাব পাৰে সযতনে গঢ়ি তোলা সিহঁতৰ সৰু, সুশৃংখল ঘৰখন। কিন্তু তথাপিও মাকে তাক কেতিয়াও কোৱা নাই যে তাৰ পিতাকে কিবা ভুল কৰিছে। পিতাকৰ কথা কৈ থাকোতে তেওঁৰ চকুৰে-মুখে ফুটি উঠে এক স্বৰ্গীয় আনন্দৰ জ্যোতি। সৰু ল'ৰা হ'লেও শাক্যদেৱৰ বাবে সেই গৌৰৱৰ অকথিত ভাষা বুজাত অসুবিধা নহয়। কিন্তু আজি সেইজনী মানুহৰ মুখত শংকাৰ কিছু ধূসৰ ছবি। 'তই অ'ত-ত'ত অনাই-বনাই নুফুৰিবি। সিহঁতবোৰ আহিলে তোৰ বাবক বিচাৰি আমাৰ ঘৰলৈ অহাটো খাটাং। সেইমখা হেনো বৰ নিষ্ঠুৰ। কাটি-মাৰি বুন্দামাৰ কৰে। সিহঁত এইফালে অহা যেন দেখিলেই তই পিচবাটেৰে হাবিৰ মাজলৈ পলাই যাবি...' নাই মাকক এৰি সি ক'লৈকো অকলে পলাই

নাযায়। মাকক লগত লৈহে যাব। পিতাকৰ অবৰ্তমানত মাকৰ প্ৰতি তাৰ দায়িত্ববোধ আজিকালি অধিক ধৰণেৰে বাঢ়ি গৈছে।

ফুলবিঝুৰ পিচদিনা মূলবিঝুৰ পুৱাই মাকৰ লগত সি শোৱাপাটী এৰি চাংগু নদীত গা ধুবলৈ ঢাপলি মেলিলে। গ্ৰামৰ সকলো মানুহ চাংগু নদীৰ বুকুত। নদীখন গ্ৰামৰ পশ্চিম দিশত আৰু পূবফালে পাহাৰৰ এঢলীয়া ভাজত কোঁৱাপাচা গ্ৰাম। হয়তো চাংগু নদীখন কোঁৱাপাচাৰ বিপৰীত দিশত অৱস্থিত বাবেই মানুহবোৰে ইমান ব্যাপক হাৰত এটা নিৰাপত্তাৰ উমত মজি নদীৰ বুকুত এই ধলপুৱাতে উমলিবলৈ ওলাইছে। তাৰ পাচতেই হয়তো ঘৰলৈ ঘূৰি গৈ পিধ্যা, লাডু আদি খাবগৈ। মাইকী মানুহবোৰ এটা দিশত আৰু মতা মানুহবোৰ তেওঁলোকৰ পৰা কিছু দূৰৈত। নদীৰ পানীত তিতি যোৱা খাদী আৰু পিননবোৰ সলাবলৈ মাইকী মানুহবোৰে নদীৰ পাৰৰ জাৰণিডৰালৈ সোমাই গ'লেও কোনেও সেইফালে চকু দিয়া নাই। সকলোৱেই জুম বান্ধি কথা পাতিছে। শাক্যদেৱে কাণ পাতি কথাবোৰ শুনিবলৈ চেষ্টা কৰোতেও কোনেও তাৰ ফালে কোনো বিশেষ ধ্যান দিয়া নাই। ... আজি গ্ৰামৰ ৰাস্তাত কীৰ্তন গোৱা দল ঘূৰি ফুৰাৰ কোনো দৰকাৰ নাই। তেনে গানৰ শব্দ সিহঁতৰ কাণত পৰক আৰু এইফালে খেদামাৰি আহক। নালাগে... নাই, আজি কোনো গান-নাচ নকৰাই ভাল। নাচ-গানত মজি থকাৰ মাজত কোনোবা ডেকা ল'ৰাই পাহৰি বেং মাৰক, লাগিব লেঠা। ৰেঙৰ চিএৰ বহু দূৰলৈ যায়।....

শাক্যদেৱৰ মনটো মৰহি গৈছে। এইবাৰ সিয়ো তাৰ টেংটেঙীয়া মাতটোৰে নাচনীহঁতক জোকাবলৈ বেং মাৰিব বুলি বহুদিনৰ পৰাই এটা পৰিকল্পনা কৰিয়েই থৈছিল। কিন্তু এই পাকিস্তানীহঁতৰ উৎপাতত তাৰো মুদা মৰিল। যোৱা বছৰ দৈৱকী বেহভেইৰ বিঝু নাচ দেখি টাক বজাই বজাই উত্তেজিত হৈ থকা কৰুণা দাহদাই টাক্ দূৰলৈ দলিয়াই দি যিটো জোৰত বেং মাৰি দিছিল যে উপস্থিত মানুহে কাণত হাত দিবলৈ বাধ্য হৈছিল। কোনোৱে ধেমালিৰ সুৰেৰে কৈছিল— এইটোক কোনোবা অশৰীৰীয়ে লম্ভিছে। অন্য এটাই কৈ উঠিছিল— নহয় অ', প্ৰেম-ৰোগে পাইছে। সকলোৱে খিলখিলনি হাঁহি। শাক্যদেৱেও হাত চাপৰি বজাই বজাই কোনো কথাৰ আওভাও নোপোৱা সত্ত্বেও হাঁহিত বাগৰি পৰিছিল।

কিন্তু এটা বছৰৰ ব্যৱধানত কিবোৰ যে হৈ গ'ল। তাৰ বাব ৰঙামাটিৰ ৰাজাবাৰীত কাম কৰিলেও মাহেকে-পষেকে কেতিয়াবা আহিছিল আৰু গ্ৰামৰ মানুহৰ লগত বহি কথাৰ বকলা মেলিছিল। লগত প্ৰায়েই আহিছিল স্নেই কাক্কা। মানুহবোৰে সম্মোহিত হৈ বাব আৰু কাক্কাৰ কথাবোৰ শুনিছিল। কিন্তু এতিয়া দুয়োজন মানুহ শূন্যত যেন মিলিত হৈ পৰিল। তাৰ বাবক দেখা নোপোৱাকৈ থকাৰ কিমান দিন যে পাৰ হৈ গ'ল। আজি চৈত্ৰৰ শেষ দিন, কাইলৈৰ পৰা আহিব বৈশাখ। যোৱা শ্ৰাৱণৰ পৰা তাৰ বাবৰ লগত দেখাদেখি হোৱা নাই। লাহে লাহে এই দেখাদেখি নোহোৱাটোৱে এটা বছৰত ভৰি দিবহি আৰু তাৰ বাব হয়তো তাক পাহৰিয়েই যাবগৈ। সি জানো তাৰ বাবক পাহৰিব পাৰিব? নোৱাৰে, প্ৰতিটো ক্ষণতে বাবৰ মুখখন চকুৰ আগত অগা-দেৱা কৰে আৰু কাণত ভাহে

সেই গুৰু-গম্ভীৰ মাতটো। যোৱাবাৰ বিঝুৰ সময়ত বাব কিছুদিনৰ কাৰণে আহিছিল আৰু মূলবিঝুৰ দিনা ৰাস্তাত কীৰ্তন গাই গাই তেওঁ ঘূৰি ফুৰিছিল। ত্ৰিপিটক আৰু আগৰতাৰা শাস্ত্ৰৰ পৰা কিছুমান মন্ত্ৰও তেওঁ গধূলি সময়ত আওৰাইছিল।

চাংগু নদীত গা ধোৱা হোৱাৰ পাচত শাক্যদেৱ আৰু মাকৰ ঘৰলৈ বুলি ওভতনি যাত্ৰা আৰম্ভ হ'ল। হঠাৎ জানো মাকৰ কি হ'ল? বৌদ্ধ কাঙত সোমোৱাৰ এই প্ৰস্তাৱত শাক্যদৱ আচৰিত হৈছে। বিঝুৰ সময়ত অতি বুঢ়া বা খোৰা-বেঙাবোৰেহে কাঙত সোমাই চুপে-চাপে থাকি বুদ্ধ মূৰ্তিৰ ওচৰত পূজা কৰি থকা শাক্যদেৱৰ চকুত পৰে। মাকে কয় যে বুঢ়া-মেথাবোৰে হেনো কিবা অষ্টাংগমাৰ্গ মানিবলৈ এই তিনিটা দিনত চেষ্টা চলায়। তেনে অৱস্থাতে যোৱাবাৰ নন্দী আজু মৰি থকাত গ্ৰামৰ মানুহবোৰৰ কি স্ফূৰ্তি! নন্দী আজুৰ কাৰণে হেনো স্বৰ্গৰ দুৱাৰ খুলি ভগৱান বৈ আছিল। বিঝুৰ মাজত কাঙত অষ্টাংগমাৰ্গ মানি পূজা কৰি থাকোতে যদি কাৰোবাৰ মৃত্যু হয়, তেনে লোক সৰগৰ অতিথি হোৱাটো খাটাং।

কাঙত আজি পুৰা বহুতো মানুহ। সকলো ধ্যানত মগ্ন। মেকেলী নানুৱে আগৰতাৰা মেলি কিবাকিবিবোৰ বিৰবিৰাই আছে। মেকেলী নানুৱেও হেনো এনেকৈ বিঝুৰ মাজতে কাঙৰ ভিতৰতে মৰিবলৈ বিচাৰিছে। নানুৱে জাবৰৰ দৰে হৈ পৰা চুলিবোৰ অলপ ওখলৈ তুলি এটা খোপা বান্ধিছে। তেওঁৰ আঁক-বাক হৈ থকা ছালখন চুই চোৱাৰ ইচ্ছা এটা মাজে মাজে শাক্যদেৱৰ জাগে। কিন্তু সি জানে যে এনে মুহূৰ্তত নানুক চুই মেলি দিগদাৰ কৰিলে মাকে তাক সুদাই নেৰে। সিহঁতক দেখি ঠাগুৰ দাতাসৰ্গ সিহঁতৰ দিশলৈ আগুৱাই আহিল— 'পাকিস্তানীবোৰ হেনো কোঁৱাপাচা পালেহি। দাতাসৰ্গৰ মাতত ফুচফুচনি— 'কামিনীক বিচাৰি এইখিনিও ওলাবহি পাৰে। ল'ৰা-পোৱালিটো লৈ সাৱধানে থাকিবা। তাক চকুৰ আঁতৰ হ'বলৈ নিদিবা। সিহঁতবোৰ আহি পালে এই পোৱালিকণক লৈ হাবিৰ মাজলৈ পলাই যোৱাই ভাল হ'ব। কোঁৱাপাচাৰ পৰা অহা খবৰমতে মতা-মাইকী কাকো এৰা নাই। যাকেই পাইছে তাকেই কোবাইছে দুই একক মাৰিও পেলাইছে...।'

মাকে তাৰ হাতখন আৰু অধিক জোৰেৰে খামুচি ধৰিছে। বুদ্ধমূৰ্তিৰ সন্মুখত বহি চকু মুদি ধ্যান কৰাৰ পৰতো আজি মাকৰ হাতৰ মুঠি শিথিল হোৱা নাই। সোণালী বৰণৰ বুদ্ধমূৰ্তিৰ পৰা আজি একধৰণৰ বিশেষ আভা নিৰ্গত হৈছে। সৰিয়হ তেলত জ্বলি থকা এক প্ৰকাণ্ড ৰূপালী চাকিৰ পোহৰৰ বাদে অন্য পোহৰৰ অস্তিত্ব নথকা এনে এক ৰুদ্ধ কোঠাত বুদ্ধদেৱৰ মূৰ্তিটোৰ পৰা অগনিসদৃশ কোনো পোহৰৰ কণা বাহিৰ হৈ সকলোকে আৱৰি ধৰাৰ দৰে এক ভাব মাজে মাজে শাক্যদেৱৰ আগেয়েও হয়। কিন্তু আজি যে মূৰ্তিটো অতিকৈ জিলিকি উঠিছে আৰু তাৰ লগে লগে তাৰ মনলৈ এক সাহসৰ আগমনো ঘটিছে। পাকিস্তানীহঁতলৈ ভয় নকৰে সি। মাকক ৰক্ষা কৰিব, গ্ৰামৰ মানুহক বচাব সি। মাকৰ ধ্যানমগ্ন চেহেৰালৈ চাইছে সি। ইমান ধুনীয়া তাৰ মাকজনী, ইমান পবিত্ৰ। বুদ্ধদেৱৰ গাৰ সোণালী বৰণৰ লগত মাকৰ ছালৰ ৰঙৰ এক অদ্ভুদ

সমিলমিল ঘটিছে। সেয়া ভগবান আৰু এয়া লক্ষীমা। সি তাৰ মুখখন মাকৰ বুকুৰ মাজত সুমুৱাই দিয়াৰ লগে লগে মাক যেন উচপ খাই উঠিছে। কিন্তু আজি মাকে তাক খং কৰাৰ পৰিবৰ্তে বুকুত সুমুৱাই লৈ হেঁচা মাৰি ধৰিছে। তাৰ মূৰৰ ওপৰত মাকৰ চকুপানীৰ অবিৰত ধাৰা।

এবোজামান শংকা বুকুত বান্ধিয়েই শাক্যদেৱৰ মাক গোচ্যপাচ্য বিঝুৰ দিনা পুৱা উঠি কামত লাগিল। আজি সিহঁতৰ ঘৰত উপৰিপুৰুষক পিণ্ড দিবৰ বাবে গুটিভাত আগবঢ়োৱা হ'ব। ঘৰৰ চাৰিওফালে ঘটি থকা অপায়-অমংগলবোৰ দূৰ কৰাৰ কাৰণেই হয়তো অন্য বহুতো মানুহৰ ঘৰৰ দৰে সিহঁতৰ তাতো মাকে বুৰাপাৰা পূজা দিবলৈ ওলাইছে। অলপ পাচতে ল'ৰি আৰু লোথক আহি উপস্থিত হ'বহি। পূজাখন আৰম্ভ কৰাৰ আগে আগে ফোপাই-জোপাই লোথক উপস্থিত হ'লহি। ল'ৰিৰ লগত লাচনি-পাচনি কৰিবলৈ লোথক আহিব আহিব বুলি বাট চাই থাকি অৱশেষত ল'ৰি ভিথালু চাক্‌মাৰ খণ্ডে মূৰৰ চুলিৰ আগ পাইছিলগৈ। ভৰ দুপৰীয়া আকৌ বৌদ্ধ কাণ্ডত বুদ্ধ পূজাত ভাগ ল'বলৈ যোৱাৰ সময় আহি পাবলৈও বেছি সময় নাই। খিয়াং বনাই বুদ্ধদেৱৰ সন্মুখত দিবলৈ সকলো পৰিয়ালৰ মানুহেই আজিৰ দিনটোত কাণ্ডলৈ যাবলৈ বিচাৰে। বুৰাপাৰা পূজাভাগ থাপি-থুপি কৰি দি ঘৰলৈ ঘূৰি গৈ আলু-কচু-মঙহ পুৰি খিয়াং বনোৱাৰ কামত লাগি পৰিব লাগিব। লোথক মকৰ চাক্‌মাক এজাউৰি গালি শুনাম বুলি মুখ মেলিব খোজোতেই হঠাৎ ভিথালুৰ ভাব এটা হ'ল যে কিবা এটা কাৰণত মকৰ চাক্‌মা ঠক্‌ঠক্‌কৈ কঁপি আছে।

— কি হ'ল তোৰ? কিয় এনেকৈ বেঙেমূতা গৰুৰ দৰে কঁপিছ?

— পাকিস্তানী... এইফালে পাহাৰ বগাই বগাই দল এটা আহি আছে। মানুহবোৰ সব পলাইছে। দাতাসগহঁই সুভদ্ৰা ভুঝিক কথাটো ক'বলৈ পঠিয়াইছে। ভুঝি আৰু শাক্যক বহুদূৰলৈ পলাই যাবলৈ কৈছে। দক্ষিণৰ ফালৰ হাবিডৰাই লুকাই থাকিবলৈ ভাল হ'ব বুলি দাতাসগহঁই কৈ পঠিয়াইছে। ইয়াৰ পাচৰ কথাবোৰ শাক্যদেৱৰ স্পষ্টকৈ মনত নাই। মাকে তাক হাতত ধৰি চোঁচোৰাই নিয়াৰ নিচিনাকৈ নি দক্ষিণৰ সেই জয়াল হাবিখনৰ মাজলৈ সুমুৱাই দিয়াৰ আগতে সি মাকক 'মেকেলী নানু কেনেকৈ পলাব?' বুলি প্ৰশ্ন এটা তোলাৰ সময়তে মাকে তাৰ গালত কাণতলীয়া চৰ এটা মাৰি দিয়াৰ কথা ছেগাচোৰোগাকৈ মনত পৰিলও তাৰ পাচৰ ঘটনাবোৰ এতিয়া ধূসৰ হৈ পৰিছে।

# [১৬]

স্নেহ চাক্‌মাই কথাবোৰ মন দি শুনি গ'লেও তেওঁ চকুত এক হেৰোৱাৰ দৃষ্টিয়ে খেলা কৰিছে। তেওঁৰ সন্মুখত থিয় হৈ আছে এইজন ডেকা মানুহ, শাক্যদেৱ দেৱান, যাৰ গালত টোকৰ মাৰি তেওঁ প্ৰায়েই জোকোৱাৰ ভংগিত কৈ উঠিছিল— অয়ি পুআ, তুই কি গৰৰ?— ঐ ল'ৰা, তই কি কৰি আছ? আৰু উত্তৰ দিবলৈ সময় নোহোৱা দুষ্ট অকণমানি ল'ৰাটোৱে বুজা-নুবুজাৰ মাজৰ এক অদ্ভুত হাঁহি মাৰি সেইখিনিৰ পৰা অদৃশ্য হৈ পৰিছিল। সুভদ্ৰা ভুঝিৰ এই ল'ৰাটোক লৈ চিন্তাৰ অন্ত নাছিল— এই দুষ্ট ল'ৰাটোক লৈ মই কি কৰিম তাক ধৰিব পৰা নাই। ইমান শিকাইছো, বুজাইছো, কিন্তু নাই, উৎপাতৰ পৰা ৰক্ষা পোৱা নাই। অকণমানো যদি থিৰেৰে থাকিলেহেঁতেন। মানুহে কয়— 'বাপ চা, পুত চা'— যেনে বাপেক, তেনে পুতেক। কিন্তু আমাৰ বাপেকজন হ'ল ধীৰ-স্থিৰ, ধাৰ্মিক মানুহ আৰু পুতেক হ'ল 'চিগুন মৰিচ'— বিহ জলকীয়া। কিন্তু এই মুহূৰ্তত তেওঁৰ সন্মুখত থিয় হৈ আছে অজস্ৰ চিন্তাৰ ভৰত দো খাই থকা চাক্‌মা জাতিৰ ভৱিষ্যত। নিজেই এখন মহাৰণ কৰি কৰি এতিয়া শুই পৰাৰ সময় উপস্থিত হওঁতেই এতিয়া তেওঁৰ ওচৰত হাজিৰ হৈছেহি অন্য এক সেনাপতি শাক্যদেৱ। ইতিমধ্যে বহুখিনি ঘটি গৈছে তেওঁৰ জন্মভূমি ছট্টগ্ৰাম পাৰ্বত্য এলেকাত আৰু সেইবোৰৰ চাক্ষুষ বিৱৰণ শাক্যদেৱৰ মুখৰ পৰা শুনি তেওঁৰ দুচকু চকুলোৰে ভৰি উঠিছে। ৰাষ্ট্ৰসংঘই আয়োজন কৰা স্বাধীনতা প্ৰয়াসী জাতিসত্তাৰ আমষ্টাৰডাম সন্মিলনত সত্তৰ বছৰীয়া স্নেহ চাক্‌মাই চাক্‌মাসকলৰ অধিকাৰক লৈ উদাত্ত কণ্ঠেৰে প্ৰতিবাদৰ ধ্বনি তুলিছিল। ইতিহাসৰ দলিলৰ নিচিনাকৈ তেওঁৰ মুখেৰে নিগৰিছিল ভূলুণ্ঠিত এটা জাতিৰ ওপৰত হোৱা সীমাহীন নিষ্পেষণৰ অন্তহীন কাহিনী। সেইবোৰ কাহিনীৰে আজি পুনৰাবৃত্তি ঘটিছে তেওঁৰ পুত্ৰসম শাক্যদেৱ বৰ্ণিত ঘটনাৰাজিত। শৈশৱ, কৈশোৰ, যৌৱন সকলোখিনিকে কাঢ়ি নিয়া কল্পলোকৰ জঘন্য কাহিনী কাহিনী লগা সেইবোৰ সত্য ঘটনাৰাজি শাক্যদেৱৰ মুখত শুনি ক'ৰবাত উহ্য হৈ থকা প্ৰচণ্ড শোকবোৰ আজি উঠলি উঠি তেওঁৰ বৃদ্ধ দেহাটো যেন জোকাৰি পেলাইছে।

শাক্যদেৱৰ পিতৃ আৰু তেওঁৰ জ্যেষ্ঠ ভাতৃসদৃশ কামিনী মোহন দেৱান ৰহস্যজনকভাৱে ৰঙামাটিৰ পৰা অন্তৰ্ধান হোৱাৰ বতৰা তেওঁৰ কাণত পৰিছিল। তেনেকৈ এদিন খবৰ পাইছিল সুভদ্ৰা ভুঝিৰ মৃত্যুৰ বতৰা। দাওদাওকৈ জ্বলি থকা একুৰা জুইৰ পৰা কোনোবাই উলিয়াই আনিছিল পুৰি এঙাৰ হোৱা এজনী মানুহৰ দেহাৱশেষ। ললিতাই খবৰটো পাই আগৰতলাত হিয়া ঢাকুৰি কান্দিছিল। স্নেহৰ মুখৰ পৰা হঠাৎ ওলাই আহিছিল— কিয় জীয়াই আছো মই?

ললিতাই তেওঁৰ মুখত সোপা দি কৈ উঠিছিল— 'নক'ব তেনেকৈ, মোৰে শপত। আপুনি শতায়ু হওক আৰু আমাৰ জাতিৰ কাৰণে যুঁজক।' সেইষাৰ বাক্যই তেওঁৰ মনত জগাই তুলিছিল এক অদম্য সাহসৰ। দুগুণ উৎসাহেৰে আৰম্ভ কৰিছিল চাকমা সংগ্ৰামৰ গুৰি ব'ঠা ধৰাৰ অন্য এক দুৰ্জেয় প্ৰচেষ্টাৰ।

তেনে এক সময়তে কাপটাই বান্ধ নিৰ্মাণ কৰাৰ বাবে পাকিস্তান চৰকাৰে সিদ্ধান্ত গ্ৰহণ কৰাৰ খবৰ আহিছিল। এয়া আছিল এক ভয়ংকৰ দুঃসংবাদ। কৰ্ণফুলি নদীৰ বুকুত সাজিবলগীয়া এক বান্ধৰ প্ৰথম পৰিকল্পনা আছিল ১৯০৫ চনত ব্ৰিটিছ চৰকাৰৰ। কিন্তু বংগ-ভংগৰ ফলশ্ৰুতিস্বৰূপে হোৱা আন্দোলন, প্ৰথম মহাসমৰ, দ্বিতীয় মহাসমৰ আদিয়ে এই পৰিকল্পনাক বাস্তৱায়িত কৰাত হেঙাৰ স্বৰূপে থিয় হৈছিল। কিন্তু পাকিস্তান চৰকাৰে এই কাম হাতত ল'লে ১৯৫৭ চনত আৰু বান্ধ সম্পূৰ্ণ হ'ল ১৯৬৩ চনত।

শাক্যদেৱৰ নিজ মুখৰ পৰা আজি বৰা-পটাংগৰ কথাখিনি শুনি স্নেহৰ ভাব হৈছে যে তেওঁ আচলতে সুদূৰ পৰাহত বহি একেবাৰেই অনুধাৱন কৰিব পৰা নাছিল সেই গভীৰ সংকটৰ ভয়াৱহতা।

অনাথ কিশোৰ শাক্যদেৱে এদিন জানিব পাৰিলে যে কৰ্ণফুলি নদীত এটা বান্ধ দিয়া হ'ব যাৰ পৰা উজ্বলিব সমগ্ৰ পূৰ্ব-পাকিস্তান। কিন্তু এই বান্ধে কৰ্ণফুলিৰ উপৰিও ফেনী, চাংগু আদিৰ পাৰত থকা শতাধিক গ্ৰামত উচ্ছল জলধাৰাৰ যোগেদি এক মহা-প্লাৱনৰ সৃষ্টি কৰি হয়তো চিৰকালৰ বাবে নিশ্চিহ্ন কৰি পেলাব। ধ্বংস হৈ যাব কোৱাপাঁচা, কৌখালি দামোদৰ চেৰা, চাবুতলী আদি তাৰ শৈশৱৰ বিচৰণভূমি। এদিন সি দৌৰি আহিল ৰঙামাটিৰ সি পঢ়ি থকা মহাবিদ্যালয়ৰ পৰা কৌখালিলৈ। উদ্দেশ্য আছিল তাৰ গ্ৰামবাসীৰ লগত একেলগে এনে এক সংকটৰ মুখামুখি হোৱা।

এনে এটা সময়তে পাকিস্তান চৰকাৰৰ শক্তি উপদেষ্টা জুলফিকৰ খান আমেৰিকাৰ USAIDৰ মুখ্য পৃষ্ঠপোষক জেৰেমি ৱাশ্বিংটনৰ সৈতে আহি কৌখালি গ্ৰামত উপস্থিত হ'লহি। ইতিমধ্যে এই বান্ধৰ ফলত নিশ্চিহ্ন হ'বলগীয়া প্ৰায়বিলাক গ্ৰাম ঘূৰি-পকি এই বান্ধৰ ফলত আহিবলগীয়া শুভফলৰ কথা মানুহবিলাকক বুজোৱাৰ এক পৰিকল্পনা হাতত লৈয়েই তেওঁলোক সেইখিনি পাইছিলহি। কথা-বতৰাৰ সময়ছোৱাত শাক্যদেৱে বুজি উঠিছিল যে জুলফিকৰ খান বা তেওঁৰ চৰকাৰ আমেৰিকাৰ এই অনুদান দিয়া সংস্থাৰ দ্বাৰা পৰিচালিত হৈয়েই এনে এক ভাব বিনিময়ৰ ভেঁকোভাওনা কৰিবলৈ তাত হাজিৰ হৈছেহি। ইতিমধ্যে গ্ৰহণ কৰা সিদ্ধান্ত এটাৰ ওপৰত ভাব-বিনিময়ৰ অৱকাশ কোনখিনিত? জুলফিকৰ খানৰ মুখত এক বিৰক্তিপূৰ্ণ অভিব্যক্তিৰ চাপ। তেওঁলোকৰ যুক্তিবোৰ গোটেইবোৰ ভুক্তভোগী মানুহৰ ওপৰত জাপি দিয়াৰ মনোবৃত্তি একেবাৰে সু-স্পষ্ট। জেৰেমি ৱাশ্বিংটনৰ চাক্‌মাসকলৰ জীৱন-ধাৰণৰ ওপৰত কোনোধৰণৰ স্পষ্ট ধাৰণা নাই। তেওঁ ধৰিয়েই লৈছে যে চাক্‌মা জাতিটো স্বভাৱগতভাৱে অঘৰী। তেওঁলোকৰ কোনো সুনিৰ্দিষ্ট থকা ঠাই নাই। গতিকে কৰ্ণফুলি

নদীৰ ওপৰত সাজিবলগীয়া কাপটাই বান্ধে বহুতো গাঁও উটুৱাই নিলেও সিয়ে চাক্‌মাসকলৰ জীৱনৰ ওপৰত বৰ বিশেষ প্ৰভাৱ পেলাবলৈ সক্ষম নহয়। ৰঙামাটি মহাবিদ্যালয়ৰ ইতিহাসৰ ছাত্ৰ শাক্যদেৱে তেওঁলোকৰ আগত নিজ ভূমিখণ্ড হেৰুওৱাৰ পাচত ই চাক্‌মাসকলৰ মনস্তত্বৰ ওপৰত পেলাবলগীয়া বিৰূপ প্ৰভাৱৰ কথা বুজাবলৈ চেষ্টা কৰাৰ পাচতো দেখিছিল যে জুলফিকৰ খান এনেধৰণৰ কোনো কথা শুনিবলৈ বা হৃদয়ংগম কৰিবলৈ প্ৰস্তুত নহয় আৰু জেৰেমি ৱাশ্বিংটনো তেওঁৰ বদ্ধমূল ধাৰণাৰ পৰা আঁতৰি অহা নাই।

— আমেৰিকান চাহাবৰ ব্যৱসায়িক স্বাৰ্থ। তাত তোমাৰ-মোৰ কষ্ট অনুধাৱন কৰাৰ ইচ্ছা ক'ত? কিমান বৃহৎ এক প্ৰকল্প! আমেৰিকাৰ চৰকাৰী ধনেৰে সিহঁতৰ নিজৰ কোম্পানী কিছুমানক ব্যৱসায়িক সুবিধা কৰি দিয়াৰ এনে প্ৰচেষ্টাত চাক্‌মাৰ নিচিনা এটা পাহাৰী জাতিৰ চিন্তা কৰে কোনে? বগা চাহাবৰ স্বৰূপ মোৰ আৰু বুজিবলৈ বাকী নাই শাক্য। মাউণ্টবেটেনক দেখিলো, ৰেডক্লিফক দেখিলো আৰু দেখিলো সিহঁতৰ সুৰত সুৰ মিলোৱা নেহৰুহঁতক।

স্নেহ চাক্‌মাৰ খংবোৰ উজাই আহিছে। বুকুৰ ভিতৰত চেপি চেপি ৰখা সকলো ক্ষোভ যেন এতিয়াই তেওঁৰ ক্ষুদ্ৰ অৱয়ব ফালি ওলাই আহিব! শাক্যদেৱৰ মুখ বা দেহত খঙৰ বহিৰ্প্ৰকাশ ঘটা নাই।

ঃ ৰেড ইণ্ডিয়ানবোৰক সমূলঞ্চে ধ্বংস কৰিয়েই আজিৰ আমেৰিকানৰ পূৰ্বজসকলে তাত তেওঁলোকৰ সভ্যতাৰ ভেটি গঢ়িছিল। ময়ো জানো, তেনে এক জাতিৰ বাবে চাক্‌মাৰ নিচিনা এটা সৰু জাতিৰ অস্তিত্ব বা ভালপোৱা-বেয়া পোৱাৰ কোনো অৰ্থ নাই। সেই সময়ত তেওঁলোকৰ উদ্দেশ্যই আছিল পাকিস্তানৰ মাটিত খোপনি পুতি ভাৰতীয় উপ-মহাদেশত নিজৰ অৱস্থিতি সাব্যস্ত কৰা। কিন্তু তাৰ ওপৰতো সেই কাপটাই প্ৰকল্পৰ লগত জড়িত মানুহখিনিক পাকিস্তান চৰকাৰৰ ফালৰ পৰা এনে এটা ভুল ধাৰণা দিবলৈ চেষ্টা কৰা হৈছিল যে আমাৰ চাক্‌মাবোৰৰ কোনো স্থায়ী ঘৰ নাই, গৰু-ম'হ, লাম-লাকতু বান্ধি আমি এঠাইৰ পৰা আন ঠাইলৈ ঘূৰি ফুৰো, ক'ৰবাত সুবিধাজনক ঠাই এখন দেখিলে কিছুদিনৰ বাবে আমি বহি যাওঁ আৰু আকৌ আমাৰ পদযাত্ৰা এটা সৰু সময়ৰ ব্যৱধানত আৰম্ভ হৈ যায়। সেয়ে আপাত দৃষ্টিত হ'লেও কোনোধৰণৰ দোষী ভাবত ভোগাৰ সুৰুঙা এই চাহাবহঁতৰ বাবে পাকিস্তান চৰকাৰে ৰখা নাছিল।

যথেষ্ট সংযমেৰে সৈতে শাক্যদেৱে কথাখিনি কৈ গৈছে। এই সংযম হয়তো সি তাৰ পিতৃ কামিনীমোহনৰ পৰাই লাভ কৰিছে। এখন যুদ্ধভূমিত সৌশৰীৰে উপস্থিত থাকি পৰাজয় বৰণ নিশ্চিত বুলি জনা এইখন ৰণ যে সি যুঁজিয়েই আছে, অক্লান্ত ভাবেৰে, অবিৰাম গতিৰে। পুত্ৰসদৃশ এই মানুহটোৰ প্ৰতি স্নেহৰ মনত এক শ্ৰদ্ধাৰ ভাব উদ্ৰেক হৈছে।

একো যুক্তিয়েই নামানি যেতিয়া পাকিস্তান চৰকাৰে আমাক ক'লে যে তোমালোকে

এই ঠাই এৰিব লাগিব আৰু তোমালোকৰ কাৰণে আমি বিকল্প ঠাইৰ যোগান ধৰিম, আমি এদিন সকলোৱে টালি-টোপোলা বান্ধি সেইবোৰ ঠাইলৈ যাবলৈ সাজু হ'লো। আমাক কোৱা হৈছিল যে যি ঠাইলৈ আমি স্থানান্তৰ কৰিম, সেই ঠাই হ'ব সুৰক্ষিত। আমি যেতিয়া গৈ আছিলো, আমাৰ সন্মুখত পথ-নিৰ্দেশক হিচাপে আছিল পাকিস্তান সৈনিকৰ এটা সৰু দল। দিন-ৰাতিৰ বিৰতি নোহোৱাকৈ আমিবোৰ কেৱল গৈ আছিলো। বাটত আমাৰ গ্ৰামৰে দামৰু কাক্কাৰ নৱীয়াত পৰা শিশু-পুত্ৰৰ মৃত্যু ঘটিছিল। লৰালৰিকৈ মৃত পুত্ৰক পুতি দলটোৰ লগত আহিবলৈ বাধ্য কৰোৱা হৈছিল দামৰু কাক্কা আৰু তেওঁৰ পৰিবাৰক। কিন্তু অলপ দূৰ অহাৰ পাচত দামৰু কাক্কা আৰু কাঞ্চন কাক্কিয়ে চাংগু নদীত জঁপিয়াই আত্মহত্যা কৰিছিল। কি এক নিদাৰুণ সুদীৰ্ঘ যাত্ৰা আছিল সেয়া। অকল আমিয়েই যে ভুক্তভোগী আছিলো এনে নহয় স্নেহ কাক্কা। আমি প্ৰায়েই অন্য গ্ৰামৰ পৰা অহা হেজাৰ হেজাৰ অন্য পদব্ৰজকাৰীক লগ পাইছিলো। সকলোৰে যন্ত্ৰণাৰে পিষ্ট হোৱা একো একোখন মুখ। থকা ঠাই হেৰুৱাই জীৱনৰ তাড়নাত অন্য ঠাইলৈ ঢাপলি মেলিবলৈ বাধ্য কৰোৱা এনে একোটা অস্তিত্বহীন অস্তিত্ব।

শাক্যদেৱৰ মুখত এতিয়াও এটা গহীন ভাবৰ অভিব্যক্তি ফুটি উঠিছে। শাক্যৰ চকু-মুখত উত্তেজনাৰ চিহ্ন বিচাৰি উলিওৱাটো দুৰূহ।

কি দুখৰ কথা আছিল জানে স্নেহ কাক্কা! আমাৰ হাতত আমি লগত লৈ যোৱা খাদ্য সম্ভাৰ শেষ হৈ আহিছিল আৰু সৰু ল'ৰা-ছোৱালীয়ে খোৱা বস্তুৰ কাৰণে হাহাকাৰ কৰি থাকোতেই পাকিস্তানী সৈনিকৰ দলে নিজ টোপোলাৰ পৰা ৰুটী-মাংস-ফলমূল উলিয়াই সোপাসোপে গলাধঃকৰণ কৰিছিল। এটা নিৰ্দিষ্ট দূৰত্ব অতিক্ৰম কৰাৰ পাচত আগৰ সৈনিকৰ গোটৰ ঠাইত নতুন গোট আহিছিল আৰু তাৰ লগে লগে আহিছিল সিহঁতৰ বাবে সতেজ খাদ্যৰ টোপোলা। ভোক-পিয়াহত আমাৰ মাজৰ বহুতো লোক বেমাৰত পৰিছিল। তথাপি অন্তহীন হিচাপে চলি আছিল এই যাত্ৰা।

স্নেহৰ দুচকুৰে চকুলোৰ ধাৰা বাগৰি আহিছে। এই বয়সে ভাটি দিয়া অৱস্থাটো চাগে সঁচাকৈয়ে মানসিকভাৱে এক দুখৰ অৱস্থা। সামান্য বেদনায়েই যেন সকলোকে গৰকি পেলাবলৈ উদ্যত হয়। হেজাৰ-বিজাৰ চাকমা নৰ-নাৰী স্ব-বাসস্থান এৰি কাৰোবাৰ হেঁচাত হয়তো ভাবুকিত ক'ৰবালৈ, এক অনিশ্চিত ভৱিষ্যতলৈ এনেদৰে গতি কৰাৰ চিত্ৰই তেওঁৰ মনত বেদনাৰ হেন্দোলনি তোলাতো অতিকৈ স্বাভাৱিক। তেওঁ যেন এই মুহূৰ্তত সকলোখিনি স্বচক্ষে প্ৰত্যক্ষ কৰিছে। কিন্তু শাক্যদেৱ অবিচলিত। স্থিতপ্ৰজ্ঞৰ প্ৰতিমূৰ্তি।

আমাক কোৱা হৈছিল যে কাচালং আৰু চাংগু নদীৰ ওপৰৰ অংশত আমাক সংস্থাপন কৰা হ'ব। আচলতে আমেৰিকানবোৰক তেনে কিছুমান ঠাই দেখুৱাই বুজনি দিয়া হৈছিল যে আমাৰ জীৱন সুনিশ্চিত কৰাৰ বাবে আমাৰ বাবে নিৰাপদ স্থানৰ ব্যৱস্থা কৰা হৈছে। কিন্তু আমাক প্ৰকৃততে ক'লৈ লৈ গৈছিল জানেনে স্নেহ কাক্কা?

ভগাইচা কাচালং উপত্যকাৰ একেবাৰে নিম্ন অংশত এখন বৃহৎ অৰণ্য চাফা কৰি লাংডু, বৰকাল আৰু ভগাইচাৰিত আমাক এৰি থৈ অহা হৈছিল। কেইবালাখো মানুহ। গৃহহীন, হাতত একোৱেই নাই। তথাপি আশাৰে আমি পুনৰ ঘৰ বনাইছিলো। মোৰতো আপোন বুলিবলৈ কোনোৱেই নাছিল। কিন্তু তথাপি মই অকলশৰীয়া অনুভৱ কৰা নাছিলো। সকলোৱেই সকলোৰে দুখ-সুখ-শোকৰ সমভাগী। মতা মানুহখিনিয়ে জুমখেতিৰ বাবে হাতে-কামে লাগি গৈছিল আৰু মহিলাখিনিয়ে তাঁতশাল বহুৱাই কাপোৰ বোৱা, নতুনকৈ সাজি উলিওৱা ঘৰত জুহাল পতা আদি কামত ধৰিছিল। কিন্তু এদিন মাজনিশা প্ৰচণ্ড ধলত বান আহিল, ভীষণ শব্দেৰে আৰু আমাৰ ঘৰ-দুৱাৰ নিমিষতে উটুৱাই লৈ গ'ল। লগতে লৈ গ'ল নিদ্ৰামগ্ন বহুতো শিশু আৰু ডাঙৰক। প্ৰথমতে ভবা হৈছিল এয়া এক প্ৰলয়ংকৰী বানপানী। কিন্তু পাচত জনা গ'ল যে কাপটাই বান্ধ সম্পূৰ্ণ হোৱাৰ পাচত বাংলাদেশত জলবিদ্যুৎ উৎপন্ন কৰিবৰ বাবে বান্ধৰ পানী ওপৰৰ পৰা প্ৰচণ্ড বেগত এৰি দিয়া হৈছে। এটা নিশাৰ ভিতৰতে চাক্‌মাসকলৰ চল্লিশ শতাংশ খেতিমাটি চিৰদিনলৈ পানীৰ মাজত হেৰাই গ'ল আৰু নিশ্চিহ্ন হৈ গ'ল প্ৰায় পঞ্চাশ হেজাৰ লোক। এখন যুদ্ধতো একে সময়তে ইমানবোৰ মানুহৰ মৃত্যু ঘটে নে নঘটে মই নাজানো স্নেহ কাক্কা। কিন্তু প্ৰগতিৰ নামত, আমেৰিকা চৰকাৰৰ সহযোগিতাত, পাকিস্তানে জানি-বুজি তেওঁলোকে নিবিচৰা কিছুমান নিমাখিত মানুহক হত্যা কৰি পেলালে আৰু পৃথিৱীৰ কোনো ঠাইতে এই গণহত্যাৰ বিৰুদ্ধে কোনো আৰাও শুনা নগ'ল। দুবাৰকৈ আমি আমাৰ ঠাইৰ পৰা বিতাড়িত হ'লো।

ললিতা কাক্কি আহি তেওঁলোকৰ ওচৰত বহি পৰিছেহি। তেওঁৰ হাতত ধোঁৱা ওলোৱা দুকাপ চাহ। বৰ আথে-বেথে তেওঁ শাক্যদেৱৰ হাতত চাহকাপ তুলি দিছেহি।

কাক্কি, মই যে তোমাৰ পিধ্যা-পুলাঙৰ সকলো পিধ্যা খাই শেষ কৰি পেলাইছিলো মনত আছেনে? মাৰ যে ভাষণ খং উঠিছিল আৰু মোক পিটি গুৰুলা কৰিছিল?

কিয় পাহৰিম? কেনেকৈ পাহৰিম সেইবোৰ দিন? সুভদ্ৰা ভুঝিয়ে কিমান আতোলতোল কৰি মোক ৰাখিবলৈ বিচাৰিছিল। কিবা বিচাৰিলেই দৌৰি আহি হাতত তুলি দিছিলহি আৰু তই? অনবৰতে তইতো মোৰ ওচৰতেই আছিলি। পাদু ওঝা গৌৰীক তই পেন্দুকনা ল'ৰাটোৰে ঘৰৰ পৰা লৈ আনিছিলি আৰু মানৱ জন্মাৰ পাচত তই তাৰ কাষতেই দিন-ৰাতি একাকাৰ কৰি বহি আছিলি।

ললিতা কাক্কিৰ মুখত অৱসাদৰ সুস্পষ্ট চিন। চাৰিওফালে জলজল-পট্‌পট্‌কৈ জিলিকি থকা দাৰিদ্ৰ্যতকৈও হয়তো হেৰাই যোৱা এক অতীতে বাৰে বাৰে ভুমুকি মাৰি দুয়োজনকে ক্লান্ত কৰি তোলে, মানৱ, দীপকহঁতৰ বাবে তেনে এক গৃহভূমি হয়তো এক সাধুকথা। লাখ লাখ মানুহ কাপটাই বান্ধৰ পৰা সৃষ্ট বানপানীত গৃহহাৰা হৈ ভাৰতৰ বুকুলৈ পলাই অহাৰ সেই ভয়ংকৰ 'বৰা পড়াঙ'ৰ কাহিনী সিহঁতে শুনিছে, কিন্তু সেই মোক্ষম বেদনা অনুভৱ কৰিবলৈ হয়তো সিহঁত সক্ষম হোৱা নাই। কিন্তু ললিতা কাক্কি আৰু স্নেহ কাক্কা?

সেইখন সেউজ পৃথিৱীত তেওঁলোক দুয়ো উমলি-জামলি ডাঙৰ হৈছিল, এটা সহজ-সৰল, ধুনীয়া জীৱনৰ সপোন দেখিছিল আৰু এদিন সকলোবোৰ এটা সপোনৰ দৰে হেৰাই গৈছিল।

— ৰঙামাটিৰ ৰাজবাৰীও হেনো বানৰ পানীত ডুবি গ'ল? কি সুন্দৰ আছিল সেই কাঠ-বাঁহৰ ৰাজপ্ৰাসাদটো?

— ওঁ। পুৰণা ৰঙামাটি বৰ্তমান পানীৰ তলত। ৰাজা আৰু ৰাণীক ততাতৈয়াকৈ আঁতৰাই লৈ যোৱা হৈছিল। হয়তো তেওঁলোককো পানীত জীৱন্তে ডুবাই মাৰি পেলোৱাৰ পৰিকল্পনা আছিল। কিন্তু পাচত সেই কাৰ্যই ভাৰতৰ অন্য ৰাজ্যৰ ৰজা-মহাৰজাৰ দৃষ্টি আকৰ্ষণ কৰে বুলি ভয় খাই দুদিন আগতে সামান্য বস্তুসহ আঁতৰাই লৈ যোৱা হৈছিল। বৰ্তমান এখন বেলেগ ঠাইত ৰঙামাটি নগৰ স্থাপন কৰা হৈছে। চৰকাৰীভাৱে এটা চকুত নলগাবিধৰ ৰাজপ্ৰাসাদো সাজি উলিওৱা হৈছে। আপুনিতো জানেই, আগৰজন ৰজা নলিনাক্ষ ৰায়ৰ স্বাধীনতাৰ কিছুদিন পাচতেই হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ মৃত্যু ঘটিছিল। আচলতে দেশৰ মানুহৰ দুখ-দুৰ্দশা দেখি তেখেত ইমান হতাশগ্ৰস্ত হৈ পৰিছিল যে হয়তো ইয়েই তেওঁৰ মৃত্যুৰ কাৰক হৈ পৰিছিল।

এইবাৰ ললিতাৰ চকুত চকুপানী। হালি-জালি থকা লাস্যময়ী প্ৰকৃতিৰ বুকুৰ পৰা চৰম দাৰিদ্ৰ্যৰ মাজলৈ অহাৰ পাচতো ললিতাৰ কোনো ওজৰ-আপত্তি নাই। স্নেহৰ চাকৰিৰ নামত ঘৰতে এখন সৰু পঢ়াশালি। ল'ৰা পঢ়াই যিকেইটা পইচা পায় তাৰে পৰিয়ালৰ জোৰা মাৰিবলৈ নাটে। ললিতাই ভালদৰে জানে যে গিৰিয়েক যি কাম লৈ ব্যস্ত তাত এটা ধৰা-বন্ধা চৰকাৰী বা বেচৰকাৰী চাকৰি দেখদেখকৈ এক ভীষণ প্ৰতিবন্ধক হ'ব। সেয়ে তেনে এক কাম বাছি লোৱাৰ বাবে তেওঁ নিজে কোনোদিন মানুহজনৰ ওপৰত কোনোধৰণৰ হেঁচা প্ৰয়োগৰ পৰা বিৰত আছে। সেয়ে তেওঁ মুখত সদায় বিৰিঙাই থাকে আনন্দমিশ্ৰিত একপ্ৰকাৰৰ সঁচা-মিছা হাঁহি। কেতিয়াবা ল'ৰাহঁতৰ স্কুলৰ ফীজৰ নাটনি পৰিলে বা খাদ্যৰ বাবে আখলত খুদকণ এটাও নাথাকিলে তেওঁৰ কান্দিবলৈ ইচ্ছা যায়, কিন্তু তথাপি তেওঁ অবিন্যস্ত হোৱাৰ কোনো ৰূপেই প্ৰকাশ নকৰে। সকলোবোৰ যেন ঠিকেই চলি আছে, শৃংখলিত ৰূপত, আপত্তিৰ ক'তো যেন একো থল নাই। কিন্তু ৰঙামাটিৰ বানে ৰঙামাটিকে পানীৰ তললৈ লৈ যোৱা, মহাৰাণীক গৃহহীন কৰি অন্য এখন ঠাইলৈ ঠেৰু-নিছিগা মানুহৰ দৰে যাবলৈ বাধ্য কৰোৱা আদিয়ে তেওঁক হঠাতে বিধ্বস্ত কৰি তুলিছে। ৰাজাৰ দুখে তেওঁকো আজি স্পৰ্শ কৰিছে আৰু ৰাজা-ৰাণীৰ দুখৰ গইনা লৈ ইমান দিন তেওঁৰ অন্তৰত গোঁজ হৈ বহা দুখ বোলা দৈত্যই ওলাই অহাৰ সুবিধা পাইছে।

ৰাণী বেনিতা ৰয় বৰ সাহসী মহিলা। তেওঁ সাহসেৰেই পৰিস্থিতিৰ মোকাবিলা কৰিছিল। পাকিস্তান চৰকাৰে ক'লে— আপুনি ইচ্ছা কৰিলে কলিকতা বা দিল্লীলৈ যাব পাৰে নতুবা নতুনকৈ সংস্থাপিত ৰঙামাটিত সাধাৰণ মানুহৰ নিচিনাকৈ জীৱন-নিৰ্বাহ কৰিব পাৰে। ৰাণীয়ে ক'লে মই পলাই যাম কিয়? মই নিজৰ মানুহৰ মাজতেই থাকিম।

তেওঁ থাকি গ'ল আৰু সাংকেতিক অৰ্থত আমাক দূৰৈৰ পৰাই সাহস যোগাই গ'ল। ত্ৰিদিব ৰয় ৰজা হিচাপে সিংহাসনত বহিল। ৰজাৰ অভিষেকৰ দিনা ৰঙামাটিলৈ হেজাৰ-বিজাৰ চাক্‌মা প্ৰজা তেওঁক আশীৰ্বাদ দিবলৈ গৈছিল। তেওঁলোকৰ এই কাৰ্যত পাকিস্তান চৰকাৰৰ কোনো অনুমোদন নাছিল যদিও তেওঁলোকক ওভতাই পঠিওৱাৰ বা তেওঁলোকৰ ওপৰত জোৰ-জুলুম কৰাৰ সাহসো কৰিব পৰা নাছিল। চাক্‌মা ৰজাৰ ওপৰত হাত দিলে তাৰ প্ৰতিক্ৰিয়া যে সুদূৰপ্ৰসাৰী হ'ব সেয়া তেওঁলোকে অনুধাৱন কৰিব পাৰিছিল।

## [১৭]

শাক্যদেৱ গুচি যোৱাৰ পাচত স্নেহ আৰু ললিতাৰ মনত বহুতো ভাবৰ থৌকি-বাথৌ ঘটিছিল। দুয়োৰে পৰা অসহায় প্ৰত্যক্ষদৰ্শী হোৱাৰ দুখৰ লগতে কোনোদিন সেই মাটিত ভৰি থ'বলৈ নোপোৱাৰ বেদনাই দুয়োকো যেন বহু সময়ৰ বাবে ভাৰাক্ৰান্ত কৰি তুলিছিল। তাৰ মাজতে শাক্যদেৱৰ নিচিনা যুৱনেতাৰ নেৰানেপেৰা, অক্লান্ত প্ৰচেষ্টাক লক্ষ্য কৰি আশাৰ কিছুমান টুকুৰায়ো বহুতো হতাশাৰ মাজত কেতিয়াবা কেতিয়াবা ভুমুকি মাৰিছিল।

কাপটাই প্ৰকল্পৰ ফলত গৃহহাৰা হৈ প্ৰায় এক লাখ লোক পূব পাকিস্তানৰ সীমান্ত অতিক্ৰম কৰি ভাৰতত প্ৰৱেশ কৰিছিলহি। চাক্‌মা ইতিহাসৰ এই বেদনাদায়ক 'বৰা পড়াঙ'ৰ পৰৱৰ্তী কালত সৃষ্টি হৈছিল ভাৰতৰ এলেকাৰ ভিতৰত অন্য এক দুৰ্দিনৰ ইতিহাস। বৃহত্তৰ অসমৰ নেফা অঞ্চলত চাক্‌মাবিলাকৰ অনুপ্ৰৱেশৰ পাচত তাত বলিবলৈ লৈছিল চাক্‌মা অনুপ্ৰৱেশকাৰীৰ বিৰুদ্ধে ক্ষোভৰ বতাহ।

শাক্যদেৱ আহিছে এতিয়াৰ অৰুণাচল আৰু মিজোৰামত চাক্‌মাসকলৰ অধিকাৰৰ সপক্ষে মাত মাতিবলৈ আৰু সেই উদ্দেশ্যেৰেই আহোতে চাক্‌মা সংগ্ৰামৰ পিতামহ স্নেহ চাক্‌মাক লগ পাই গৈছে। স্নেহ চাক্‌মাৰ দুই ঘোলা চকুত লাহে লাহে নামি আহিছে একোখন বগা চামনি, মুখত বহুতো ৰেখাচিত্ৰ, মূৰৰ চুলি সম্পূৰ্ণ ৰূপালী। দাৰিদ্ৰ্যই জৰ্জৰিত কৰি পেলাইছে তেওঁৰ চৌপাশৰ আবহাৱা, কিন্তু জয় পৰা নাই তেওঁৰ যুদ্ধ জয়ৰ বাসনা। পৃথিৱীৰ বিভিন্ন প্ৰান্তৰ মানৱ অধিকাৰৰ কৰ্মীৰ লগত তেওঁ গঢ়ি পেলাইছে এক যোগসূত্ৰ।

নিজৰ ভগা পঁজাৰ বাহিৰত থিয় হৈ পূবৰ দিশত অৱস্থিত অদৃশ্য মাতৃভূমিক দেখাৰ আশাত ঘোলা, চামনি পৰা চকুৰে বাৰে বাৰে দৃষ্টি নিক্ষেপ কৰি থকা চাক্‌মা সংগ্ৰামৰ গুৰি ধৰোতা এইজন মানুহৰ হাহাকাৰ শাক্যদেৱে অনুধাৱন কৰিবলৈ চেষ্টা কৰিছে। নিজ জননীৰ পৰা আঁতৰত থকাৰ এই যন্ত্ৰণা কিমান সুগভীৰ হ'ব পাৰে সেয়া বুজাত তেওঁৰ কষ্ট হোৱা নাই। সকলোখিনি তেওঁ নিজে হেৰুৱালেও ভৰিৰ তলত যে দেশৰ মাটি! সেয়া এক বুজাব নোৱাৰা প্ৰশান্তিৰ আকৰ! সেযে বৰা-পড়াঙৰ পাচতো দলে দলে দেশ এৰা লোকৰ লগত পদযাত্ৰাত চামিল হোৱাৰ পৰা তেওঁ বিৰত থাকিল। তেওঁ বৈ গ'ল ভগাইচাৰিৰ পৰা অলপ আঁতৰৰ দমনচেৰাত কেইটামান স্বাধীনতাপিয়াসী পৰিয়ালৰ লগত। তেওঁ দমনচেৰাৰ পৰিত্যক্ত এলেকাৰ নাম দি দিলে কৌখালি। পানীৰ তলত চিৰদিনৰ বাবে লুকাই পৰা শাক্যদেৱৰ মৰমৰ গ্ৰাম কৌখালিক জীয়াই তোলা হ'ল অন্য এক জনপ্ৰাণীহীন এলেকাত। নতুন মানুহ আহিল আৰু আহিল অ'ত-ত'ত জীয়াই থকা

জীৱ-জন্তু কিছুমান আৰু কিছুদিনৰ ব্যৱধানত লহপহকৈ বাঢ়ি আহিল সদ্য প্ৰসৱজাত কৌখালি। বৌদ্ধ কাণ্ড নিৰ্মিত হ'ল, জুমখেতি আৰম্ভ হ'ল, ঠায়ে ঠায়ে গঢ়ি উঠিল কাঠ-বাঁহৰ ঘৰ আৰু ঘৰৰ মাচাঙত দুষ্ট শিশুৱে আৰম্ভ কৰিলে নাডুংগুটি খেলা। শাক্যদেৱৰ নিজৰ ঘৰটো ঠিক কৌখালিগ্ৰামৰ ঘৰৰ আৰ্হিতেই বনাই উলিয়ালে। বহিবৰ বাবে সজাই উলিওৱা ছিংগাবাত এটা চুকত থ'লে এখন হেলনীয়া আৰামী চকী। কেতিয়াবা যদি অদৃশ্য হৈ পৰা দেউতাক আহি ওলায়হি, তেতিয়া হয়তো তেওঁ তাতেই বহি পৰিব। নৈৰাশ্যৰ মাজত কি এই অদ্ভুত আশা! আকৌ ৰান্ধিবৰ বাবে বনোৱা পিজাৰত জুহালৰ ব্যৱস্থা কৰোঁতেও মনত আশা জাগিছিল যে মাক কেতিয়াবাকৈ ঘূৰি আহিব আৰু তাৰবাবে জিভাৰ পানী পৰা কেবাং আৰু চিডল বনাই তাৰ মুখত আলফুলেৰে হাত ফুৰাই খুৱাবলৈ চেষ্টা চলাব। ঠিক শৈশৱত তাক চেনেহ কৰাৰ দৰেই। সি নিজ হাতেৰেই পুৰি এঙাৰ হোৱা মাকৰ শৰীৰটো পুতি থৈ আহিছিল। তথাপি ঘূৰাই পোৱাৰ এই অদ্ভুত সপোনটো এতিয়াও কিয় সি নিজৰ হৃদয়ত সংগোপনে সাঁচি ৰাখিছে, তাক সি নিজেই বুজিব নোৱাৰে।

আগচোতালত সি এদিন বহুৱাই পেলালে এখন তাঁতশাল। তাঁতশালৰ ঠিক কাষত বিক্ৰমপুড়ীমাৰ এক মাটিৰ মূৰ্তি। সি নিজ হাতেৰে নদীৰ কাষৰ আলতীয়া মাটি শুকুৱাই বনাই উলিওৱা এই বৃহৎ মূৰ্তি। শাক্যদেৱ যেতিয়া সৰু আছিল, আজৰি পৰত মাক সদায় বহিছিল তাঁতশালত। কেতিয়াবা পুৱা শুই উঠোঁতেই সি শুনিবলৈ পায় বিয়াৱঙৰ খট্‌খট্ শব্দ। তাঁতশালৰ কাষত থকা বিক্ৰমপুড়ীমাৰ বৃহৎ মূৰ্তিৰ সন্মুখত পুৱাৰ পৰাই জ্বলি আছিল মাটিৰ এক চাকি। তাঁতশালৰ দেৱী বিক্ৰমপুড়ীমাৰ চাগে' শাক্যদেৱৰ মাকৰ ওপৰত বৰ্ষিত হৈছিল আশীৰ্বাদৰ অবিৰত ধাৰা। মাকৰ হাতৰ পৰশত পিনন, খাদী, খাবাং, শ্বিলুং, হাট্টাবাৰ আদি বিভিন্ন ৰঙেৰে উজ্বলি উঠিছিল। ঘৰৰ চৌহদত মাকে আলফুলে প্ৰতিপালন কৰি ৰুইছিল কাৰ্‌মা, জাৰুল আদি গছ য'ৰ পাত আৰু ছালৰ পৰা বিভিন্ন ৰং উলিয়াই সূতাত লগাইছিল।

সি বনোৱা বিক্ৰমপুড়ীমাৰ মুখৰ লগত তাৰ মাকৰ মুখৰ এক অদ্ভুত সাদৃশ্য! ক'ব নোৱাৰাকৈয়ে তাৰ হাতৰ পৰা নিগৰি আহিছিল মাকৰ ধুনীয়া মুখৰ প্ৰতিচ্ছবি আৰু খোদিত হৈছিল দেৱীৰ মুখত। মাৰ মূৰ্তিৰ আগত চাকি জ্বলাওঁতেও হেৰাই যোৱা তাৰ মাকৰ মুখখন বাৰে বাৰে স্মৃতিপটলৈ আঁজুৰি আনিছিল। গ্ৰামৰ মানুহবোৰে তিৰোতাবিহীন ঘৰখনত এখন তাঁতশালৰ উপস্থিতিক সহজে গ্ৰহণ কৰিব নোৱাৰি উৎসুকতাৰে তালৈ চাইছিল। কিন্তু শাক্যদেৱৰ ব্যক্তিত্বৰ গভীৰতাৰ কাৰণে চাগে' মানুহবোৰে নানা প্ৰশ্ন তুলিব খুজিও সাহস গোটাব নোৱাৰি নিশ্চুপ হৈ পৰিছিল।

তেনে এটা দিনতে যেতিয়া সি নতুনকৈ পাতি উলিওৱা কৌখালি গ্ৰামৰ ঠন ধৰি উঠা ৰূপ চাই বিভোৰ হৈ মাচাঙত থিয় হৈ আছিল তাৰ সন্মুখত আহি থিয় হৈছিলহি এজনী মৰমলগা ছোৱালী। তাই দেখাত সাধাৰণ অৰ্থত সুন্দৰী নাছিল, এটা জুমৰ মাজত থাকিলে চকুত পৰিবলগীয়া কোনো বিশেষত্ব নাছিল। বাঁহৰ ছাংগুৰে বগাই

কেতিয়াবা তাই আহি তাৰ সমগ্র ভাবত আউল লগাই তাৰ সন্মুখত থিয় দিলেহি সেই মুহূৰ্তৰ কথা মনলৈ আনিব খুজিও সি কেতিয়াবা ভাগৰি পৰে।

ঃ কি ভাবি আছা?— অচিনাকি ছোৱালীজনীৰ পোনপটীয়া প্রশ্ন।

ঃ জুম খেতিত লগাৰ কথা ভাবিছো।

ঃ ভাবিবলৈ কিটো আছে। হাতে-কামে লাগি যোৱাই ভাল। চাৰিওফালে ইমান হাবি-জংঘল। দুঠাইমানত আমাৰ চুবুৰিৰ মানুহবোৰে খেতিৰ বাবে ঠাই উলিয়াইছেই। তুমি মানুহটো বৰ এলেহুৱা নেকি?

এইবাৰ তাৰ খং উঠাৰ পাল। কিন্তু কিয় জানো এই খাৰাংখাচকৈ কথা কৈ থকা ছোৱালীজনীক খং কৰাৰ তাৰ মুঠেও ইচ্ছা জগা নাই। সি কিবা এটা আমেজ অনুভৱ কৰিছে। সৰুৰে পৰাই ছটফটাই হাবিয়ে-বননিয়ে অনাই-বনাই সি ঘূৰি ফুৰিছিল যদিও তাৰ লগ-সংগ বুলিবলৈ তেনেকৈ কোনো নাছিল। কেতিয়াবা কাম্বৰাৰ লগত নাডুং-গুটি খেলিছিল, কেতিয়াবা লুকা-চুৰি। কিন্তু বেছিভাগ সমনীয়াকে বৰ অপৰিপক্ক যেন তাৰ লাগিছিল। সেয়ে হয়তো শৈশৱ আৰু কৈশোৰৰ সময়খিনিত সি অকলে অকলেই ঘূৰি ফুৰিছিল আৰু নিজৰ দৃষ্টিৰে বিভিন্ন গছ-লতা, তৰু-তৃণ, পক্ষীৰ লগত সি বিভিন্নসুৰী নিভৃত আলাপত ব্যস্ত হৈ পৰিছিল। কোনেও তাৰ এই নিঃসংগতাৰ আবেষ্টনী ভেদি, অনুপ্রৱেশ কৰাৰ চেষ্টাও চলোৱা নাছিল। নতুন কৌখালি গ্রামখন পাতোতে সি নেতৃত্ব প্রদান কৰাৰ পাচত এতিয়া ইয়াৰ সমাজখনৰ মুৰব্বী বুলি একপ্রকাৰে মানি ল'লেও তাক নেতাৰ এক সুকীয়া আসনত বহুৱাই থৈ বাকীবোৰৰ পৰা নিলগত থকাৰ তাৰ প্রচেষ্টাত অৰিহণাহে যোগাইছে। তাৰ জীৱনলৈ সিহঁতে ভুমুকিয়াই চায়, কিন্তু দুৰ্ভেদ্য প্রাচীৰ লংঘন কৰি অন্তৰ্ভাগলৈ যোৱাৰ প্রচেষ্টা কেতিয়াও নচলায়। কিন্তু সেই অলিখিত নিয়ম উলংঘা কৰি আজি উপস্থিত হৈছেহি এই প্রাণচঞ্চলা ছোৱালীজনী। সঁচা অৰ্থত ধুনীয়া বুলি ক'ব নোৱাৰা কিন্তু ভাল লাগিবলৈ মন যোৱা এজনী গাভৰু ছোৱালী।

ঃ তোমাৰ ঘৰত তাঁতত কোনে কাপোৰ বয়? এস্ এইখন কেনেধৰণৰ তাঁতশাল? বউ-কাড়ি, লেহলেবি, কুডুক-কাড়াক, তাম্মো বনস— সকলো আছে কিন্তু আলাম ক'ত? আলাম নোহোৱাকৈ ফুল বাছি উলিয়াবা কেনেকৈ? সূতা আদি থ'বলৈ এটা ভেৰাও বনাই থ'ব পৰা নাইনে? মই কাইলৈ আহিলে এটা ভেৰা বনাই লৈ আহিম। তাক কোনো কথা কোৱাৰ সুবিধা নিদিয়াকৈ ছোৱালীজনী বতাহৰ দৰে সেই ঠাইৰ পৰা প্রস্থান কৰিছে আৰু তলৰ হেলনীয়া সমতলভূমিত অদৃশ্য হোৱাৰ আগতে তাৰ কাণত পৰাকৈ চিঞৰি চিঞৰি কৈ উঠিছে— এইবাৰ বিঝুৰ সময়ত তোমাৰ শালতেই তোমাৰ কাৰণে কামিজ-শ্বিলুম বৈ উলিয়াম।

তাৰ পাচত প্রতি পুৱাতেই প্রভাৰ সৰব আগমন। তাই নিজমতে তাঁতত কাপোৰ বয়, তাৰ লগত জুমখেতিলৈ যায়, কেতিয়াবা নদীৰ পৰা পানী তুলি আনি কামঘৰত জমা থয় আৰু প্রায়েই পিজৰত সিহঁত দুটাৰ কাৰণে পুৱা-গধূলিৰ আহাৰ বনায়। কাপ্টাই

প্ৰকল্পৰ কাৰণে হোৱা বৃহৎ বানত তাই হেৰুৱাইছিল তাইৰ মাক-বাপেক, ভাই-ভনী সকলোৰে আৰু দূৰৈৰ সম্পৰ্কীয়বোৰৰ বেছিভাগেই ভাৰতলৈ গুচি গৈছিল বৰা পটাংগৰ সেই দুঃসহ সময়ছোৱাত। শাক্যদেৱৰ দৰে তাই বৈ গৈছিল নিজৰ ভূমিত, নিশ্চল ৰূপত। শাক্যদেৱে অনুভৱ কৰিবলৈ লৈছে একপ্ৰকাৰ সমমৰ্মিতা প্ৰভা নামৰ সাধাৰণ ৰূপৰ এজনী প্ৰাণচঞ্চলা ছোৱালীৰ সান্নিধ্যত।

হয়তো প্ৰভাৰ সঘন আগমন আৰু সিহঁত দুটাৰ মাজৰ এই মিলা-মিচাক সিহঁতৰ এই নতুন সমাজখনে বৰ সাধাৰণভাৱে গ্ৰহণ কৰিব পৰা নাছিল। এদিন গ্ৰামৰ কাৰবাৰীয়ে শাক্যদেৱক নিজগৃহলৈ মাতি পঠিয়ালে। কাৰবাৰীৰ এই মাজাঘৰটো বনোৱাত অন্য ডেকা ল'ৰাৰ লগত শাক্যদেৱেও দেহে-কেহে লাগি দিছিল। চালে চকুৰোৱা ছিংগাবাত কাৰবাৰীৰ ওচৰত বহি কৌখালিৰ বাবে জুমখেতিৰ পৰিকল্পনাৰ লগতে গাঁৱৰ মতা মানুহবোৰক গোটাই এটা ডাঙৰ কেৰাপ বনোৱাৰ কথাও সিহঁত দুটাই ঠিক কৰি পেলালে। শহা, কেটেলা-পহু আদি সৰু জন্তু ধৰিবলৈ সৰু কেৰাপ সকলো পৰিয়ালৰে ঘৰে ঘৰে থাকিলেও ডাঙৰ জন্তু ধৰিবলৈ কোনো ডাঙৰ সমূহীয়া কেৰাপ নথকাৰ কথা শাক্যদেৱে বহুদিনৰ পৰাই অনুভৱ কৰি আছিল। বিঝুৰ আগে আগে এইবাৰ এটা ডাঙৰ কেৰাপ বনাবই লাগিব। হয়তো প্ৰয়োজন হ'ব কিছু লোহাৰ। ছিটাবাং চহৰৰ পৰা সেইখিনি গোটাই লোৱাত বৰ বেছি অসুবিধাও নহ'ব। সি সৰু থাকোঁতে গ্ৰামৰ মানুহখিনিয়ে মিলি হাবিৰ মধ্যভাগত গাহৰি, ভালুক অহা-যোৱা কৰা বাটত কেৰাপ এটা থৈ আহি পাচদিনা পুৱা হাতত সাৰে, ভৰিত সাৰে কেৰাপ থোৱা ঠাইলৈ গৈ জুমি জুমি চোৱাৰ কথা এতিয়া কেতিয়াবা তাৰ মনলৈ আহে। এবাৰ কেৰাপত বন্দী হৈ পৰিছিল এজনী প্ৰকাণ্ড শৰ-পহু। মানুহবোৰক কি বন্য আনন্দ! কিন্তু গাভিনী পহুজনীক মুকলি কৰি দিবলৈ তাৰ দেউতাকে হুমকি দি উঠাত মানুহবোৰ আনন্দত একপ্ৰকাৰ যতি পৰিছিল। ভয়ত বিতত হোৱা শৰপহুজনীৰ চকুৰ পৰা নিগৰি অহা চকুপানীৰ ধল আৰু মুকলি কৰি দিয়াৰ পাচত কেৰাপৰ মুক্ত দুৱাৰেৰে ওলাই গৈ হাবিত মিলিত হৈ পৰাৰ সময়ত তাইৰ দৌৰৰ ছেওৰ কথাও কেতিয়াবা তাৰ মনলৈ আহে।

কাৰবাৰীৰ ছিংগাবাত সজাই থোৱা বাঁহৰ ফুলকটা বহা আসনত নিজৰ দেহাটো আয়াসেৰে পেলাই শাক্যদেৱে ভাৱিছে সি যেতিয়া প্ৰভাক বিয়া কৰাই আনিব, তেতিয়া সিয়ো এনে এটা ছিংগাবা বনাই পেলাব। আলহী-দুলহী আহিলে এনে এক সুদৃশ্য ছিংগাবাত বহুৱাই দোৱা-চুনি বা জাগাৰা মদ এলোটা আগবঢ়োৱাৰ এক মানসিক পৰিকল্পনা সি কৰিয়েই পেলালে। বিঝুৰ মাজ্জতেই শুভ কামফেৰা শেষ কৰি পেলাব লাগিব। এতিয়া পাচে জুমখেতিত লগাৰ সময়।

ঃ শাক্য তানপিয়া!

কাৰবাৰীৰ মাতত শাক্যৰ চিন্তাৰ আঁত হেৰাই গৈছে। খক্মক্কৈ টোপনিৰ আমেজৰ পৰা উঠি অহাৰ সুৰেৰে সি সুধি পেলাইছে— কি হ'ল কাৰবাৰী?

কাৰবাৰী অলপ সময় নিৰুত্তৰ হৈ আছে। কিয় জানো শাক্যৰ মনত এটা শংকাই হঠাৎ গা কৰি উঠিছে। গ্ৰামৰ এই মুখিয়ালজনে কিবা এটা অপ্ৰিয় কথা হয়তো ক'বলৈ যাব আৰু কেইটামান মুহূৰ্তৰ পাচতে আৰু সেই কথা প্ৰতিহত কৰিবলৈ সি মানসিক প্ৰস্তুতি চলাব লাগিব।

ঃ সেই ছোৱালীজনীৰ কথা ক'ব খুজিছো।

ঃ ছোৱালীজনী?

ঃ তোমাৰ লগত তাইৰ হলি-গলি অধিক হৈছে বুলি বু-বু-বা-বা হৈছে।

ঃ প্ৰভা? তাইক মই বিয়া কৰাম। মূলবিঝুৰ দিনাই তাইক ঘৰ সুমুৱাম। তোমাৰ ঘৰেই কইনা-ঘৰ হ'ব আৰু বৌ-খোজ শোভাযাত্ৰা পিধ্যা-পুলাং লৈ তোমাৰ ঘৰলৈকে যাব।

ঃ তুমি ধেমালি কৰা নাইতো শাক্য তানপিয়া?

ঃ নাই। মই ভাবি-চিন্তিয়েই কথা কৈছো।

ঃ কিন্তু তাই চাগে' কুমাৰী হৈ থকা নাই। তাই যিখন গ্ৰামত আছিল সেইখনলৈ এবাৰ পাকিস্তানী সেনাৰ দল এটা আহিছিল। তাইক হাবিৰ মাজত অকলে পাই কোনোবা এটাই বোলে অশুচি কৰিলে। প্ৰভাহঁতৰ ঘৰৰ ওচৰৰ এটা পৰিয়াল, সেই ইন্দ্ৰ চাক্‌মাহঁতৰ পৰিয়াল, সিহঁতে নিজ চকুৰে বোলে দেখিছিল। সেয়েই পৰিয়ালৰ মানুহবোৰে বৰা-পটাংগৰ সময়ত তাইক লগত নিনিলে।

ঃ যদি কথাটো হয়, তেনেহ'লে তাত তাইৰ দোষ কোনখিনিত? আমাৰ চাক্‌মা সমাজৰ কিমান ছোৱালী সিহঁতৰ হাতত নষ্ট হ'ল তাৰ লেখ-জোখ নাই। আমি সেইবিলাক নিৰপৰাধী ছোৱালীক যদি অশুচি বুলি ধৰো, তেনেহ'লে সেই পিশাচহঁতৰ হাতত প্ৰাণ হেৰুওৱা মানুহৰ আত্মাবোৰকো অশুচি বুলি ধৰিব লাগিব। মই তাইক বিয়া কৰামেই।

কাৰবাৰীৰ চকুৰ দৃষ্টিত তীক্ষ্ণতা নাই। এটা ভুল কথা ক'বলৈ গৈ হয়তো তেওঁ কিছু পৰিমাণে লজ্জিতও হৈছে। কিন্তু তেওঁ যে গ্ৰামৰ মুখিয়াল, কাৰবাৰী। সমূহীয়া মতৰ কথা তেওঁ মুখ ফুটাই ক'বই লাগিব। গ্ৰামৰ সামাজিক মতৰ বিৰুদ্ধে যোৱাৰ ক্ষমতা তেওঁৰ নাই।

কোনোবা ছোৱালীৰ কুমাৰীত্ব নোহোৱা হোৱাটো কুকিহঁত বা মানহঁতৰ কাৰণে একো কথাই নহয়। কিন্তু আমাৰ সমাজখনত এইবোৰ মানে বিয়াৰ আগতে কুমাৰীত্ব হেৰোৱা, জাৰজ সন্তান জন্ম দিয়া আদি একেবাৰে গ্ৰহণযোগ্য নহয়। কুমাৰীত্ব হেৰোৱা ছোৱালীক কোনো পৰিয়ালে বোৱাৰী বুলি আদৰি ল'বলৈ প্ৰস্তুত নহয়। তোমাৰ প্ৰতি আমাৰ সকলোৰে অসীম শ্ৰদ্ধা। কিন্তু তুমিয়েই যদি সমাজ-বিৰুদ্ধ কাম কৰিবলৈ যোৱা, আমি সকলোৱে বৰ দুখ পাম। সমাজৰ বান্ধোন সোপাচিলা হ'লে আমি ক'ত ৰ'মগৈ শাক্য তানপিয়া? তাকো এনেকুৱা এটা সন্ধিক্ষণত? পাকিস্তানীহঁত ৰখি আছে আমাক সিহঁতৰ হাতোৰাৰে চেপি ধ্বংস কৰি পেলাবলৈ।

ঃ এনেকুৱা এটা সময়তে আমি চকু-কাণ বন্ধ কৰি নিয়ম-নীতিলৈ চোৱাতকৈ কি যুক্তিসংগত, কি সত্য তালৈ চকু দিয়া উচিত। দুৱাৰমুখত শত্ৰু, উদ্যত হৈ আছে আমাক নিঃশেষ কৰি পেলাবলৈ। এতিয়া আমি ন্যায়ৰ পক্ষত থিয় হ'ব পাৰিব লাগিব। আপুনিয়েই কওক কাৰবাৰী, প্ৰভা সঁচাই দোষীনে? পাকিস্তানী অসুৰহঁতৰ ওচৰ চাপি তাই ক'বলৈ গৈছিল নেকি যে 'মোৰ গাত তোমালোক হাত লগোৱা'? আমাৰ ভিতৰৰ কোনোবাই তাইক সিহঁতৰ হাতৰ পৰা উদ্ধাৰৰ বাবে চেষ্টা চলাইছিল নেকি? আপুনি গ্ৰামৰ লোকৰ এখন মেল মাতক। মই সকলোৰে সন্মুখত এই প্ৰশ্নবোৰ তুলিম। এনেধৰণৰ অন্যায়মূলক ৰক্ষণশীলতাৰে আমি বাহিৰা শত্ৰুৰ অন্যায়ৰ বিৰুদ্ধে কি যুঁজিম?

কাৰবাৰী বিনয় চাক্‌মা মৌন হৈ আছে। তেৰোঁ বহুতো দুঃসময়ৰ জ্বলন্ত সাক্ষী হৈ থিয় হৈ আছে এটুকুৰা অচিন ভূমিত আৰু সেই অচিন ভূমিকেই ঘৰ বুলি সাবটি লৈছে। মানুহজনে বহুখিনি হেৰুৱাই পেলাইছে কাপ্‌টাই প্ৰকল্পৰ সেই বলিয়া বানত। উটি গৈছিল তেওঁৰ কণমানি ল'ৰা-ছোৱালীহাল আৰু বিছনাৰ শূন্য ঠাইত খেপিয়াই ৰাতি উচুপি উঠা তেওঁৰ মানুহজনীৰ মুখত ৰৈ গৈছিল ভয়াৰ্ত, আকুল দৃষ্টিৰ এক স্থায়ী প্ৰতিচ্ছবি। তথাপি সামাজিক কৰ্তব্য পালন কৰিবলৈ তেওঁ প্ৰস্তুতি চলাবই লাগিব। তেওঁৰ সন্মুখত থিয় হৈ থকা এই ডেকা ল'ৰাটোৰ যুক্তিৰ অকাট্যতা মানি ল'লেও গ্ৰামৰ মেলত যি সিদ্ধান্ত লোৱা যাব তাক পালন কৰিবলৈ তেওঁ বাধ্য। বিবেকক বন্ধকত থৈ হ'লেও গ্ৰামৰ সমূহীয়া সিদ্ধান্তৰ লগত চামিল হোৱাৰ বাবে কাৰবাৰী হিচাপে তেওঁ দায়বদ্ধ। চাক্‌মা সামাজিক নিয়মবোৰত শিথিলতাৰ অৱকাশ নাই বাবেই হয়তো ইমান দুঃসময়ৰ মাজতো গ্ৰামৰ মাজত প্ৰভা আৰু শাক্যদেৱৰ মিলামিচা মানুহখিনিয়ে গ্ৰহণ কৰিব পৰা নাই। বহু সমস্যাৰে ভাৰাক্ৰান্ত সমাজখনে এতিয়াও সমাজৰ আওকণীয়া নিয়মবোৰৰ শুধৰণিৰ প্ৰচেষ্টাত নামিবলৈ প্ৰস্তুত নহয়।

ঃ সমূহীয়া মেলৰ দিন এটা অতি সোনকালেই চাই-চিতি ঠিক কৰিম। বিষ্ণু আৰু সি পলুৱাই নিয়া ছোৱালীজনীৰ ওপৰতো মেলে বিচাৰ কৰিব।

ঃ মই বিষ্ণুৰ কাৰণেও মেলত মাত মাতিম।

ঃ গ্ৰামৰ এজন মানুহ হিচাপে তোমাক সেই অধিকাৰ দিয়া হ'ব।

কাৰবাৰীক বিদায় জনাই শাক্য কোবাকুবিকৈ ঘৰমুৱা হৈছে। এই মুহূৰ্তত প্ৰভাক লগ পোৱাটো বৰ জৰুৰী যেন শাক্যৰ অনুভৱ হৈছে।

# [১৮]

যোল্ল-আনি মেলৰ দিন সোমবাৰে ঠিক কৰাৰ খবৰ শাক্যৰ ওচৰলৈ অহাৰ পাচত সি বুজি উঠিছে যে প্ৰভাৰ আগত কথাবোৰ ভাঙি-পাতি কোৱাৰ সময় আহি পৰিছে। তাই কপাহতলিত জুম খেতিত ব্যস্ত। কিন্তু সময়ৰ অপচয় নকৰি কোৱাকুৰিকৈ জুমখেতিলৈ যোৱাৰ সময়ত তাৰ মনত বহুতো ভাবৰ খকা-খুন্দা। প্ৰভাৰ পৰা কথাবোৰ শুনিবলৈ যোৱাৰ সময়ত হয়তো তাৰো বুকুখন ক'ৰবাত বিষাই উঠিব। তাইৰ দেহত কোনোবা অসুৰ এটা জঁপিয়াই পৰাক লৈ তাৰ মনত যিমানখিনি উৎকণ্ঠাৰ সৃষ্টি হৈছে সেইখিনিক চালিজাৰি চাই সিয়ো বুজি উঠিছে যে সেয়া অকল তাইৰ বেদনাক লৈ হোৱা উৎকণ্ঠা নহয়, ক'ৰবাত অতীতৰ পৰা আহৰণ কৰা ক্ৰমাগত আওকলীয়া মূল্যবোধে তাকো গোপনে ভাবিবলৈ বাধ্য কৰাইছে যে সি ভালপোৱা মানুহজনী অসূৰ্যস্পৰ্শা হওক।

কপাহতলীৰ ঝুমখেতিত উপস্থিত হোৱা গাভৰুহঁতৰ হালি-জালি থকা দেহ আৰু সিহঁতৰ খিলখিলনি হাঁহিৰ সংমিশ্ৰণে শাক্যদেৱৰ অন্তৰ্ভাগত এক বিশেষধৰণৰ অনুভূতিৰ সৃষ্টি কৰিলে। সৌজনী প্ৰভা। কপাহৰ গুটি সিঁচি থকাৰ লগে লগে মাজে মাজে কঁকাল ঘূৰাই ঘূৰাই জুম নৃত্যতো তাই ভাগ লৈছে। জুম নৃত্যৰ ধীৰ গতিয়ে সিহঁতৰ উছাহ স্তিমিত কৰিব পৰা নাই। সিহঁত গোটেইকেইজনী ক্ষিপ্ৰ গতিত বিঝু নাচ নচা নাচনী। সেয়ে জুমৰ বিভিন্ন প্ৰক্ৰিয়া দেখুৱাই ধীৰ গতিত নাচিবলগীয়া জুম নৃত্যশৈলীৰ কথা পাহৰি বিঝু নাচৰ খৰ গতি কেতিয়াবা জুম নাচলৈ আনিবলৈ প্ৰচেষ্টা চলায়। আজিও কথা, কাম, হাঁহিৰ মাজত সেই একেই প্ৰচেষ্টা।

শাক্যদেৱক দেখি বাকীকেইজনীয়ে মুখ টিপি হাঁহিছে। সি চকুৰ ঠাৰেৰে প্ৰভাক ওচৰলৈ মাতিলে। এই ভৰ দুপৰীয়া জুমৰ গাভৰু জাকৰ মাজত হঠাৎ আহি উপস্থিত হোৱা শাক্যদেৱক দেখি তাই আশ্চৰ্যৰ যেন অন্তই নপৰিব। ইমানদিনে তাই তাৰ পাচে পাচে ঘূৰি ফুৰিছিল। আজি যেন শেনৰ এজাত। শাক্যদেৱে তাইৰ সন্ধানত আহি এই নিৰিদ্ধ ঠাইত হাজিৰ হৈছেহি। কিন্তু তাৰ চকু-মুখৰ প্ৰকাশভংগী দেখি তাই কিবা এটা বিপদৰ গোন্ধ পাইছে। একোৱেই যেন হোৱা নাই সেয়া দেখুৱাবলৈ গৈ সি এক অস্বাভাৱিক উৎসাহ প্ৰদৰ্শন কৰা দেখি তাই বুজি উঠিছে যে ক'ৰবাত কিবা এটা ঘটিছে। হয়তো কিবা এক অঘটনেই ঘটিবলৈ ওলাইছে।

ঃ এইবাৰ ভাল কপাহখেতি হ'ব। ভাল কপাহ হ'লে সূতাবোৰো ভাল হ'ব, আটিল হ'ব। তোমাৰ বাবে এইবাৰ ভাল লেচ্চাৰ কানি আৰু কামিজ শ্বিলুম বৈ উলিয়াব পাৰিম।

ঃ প্ৰভা, যোল্ল আনি মেলৰ খবৰ দিবলৈ এইখিনি পাইছোহি।

ঃ যোল্ল আনি মেল? আমাৰ কৌখালি গ্ৰামত? কিহৰ কাৰণে?

ঃ বিষ্ণু আৰু ছোৱালীজনীৰ....

তাৰ মুখৰ কথা কাঢ়ি লোৱাৰ দৰে লৈ তাই চিঞৰি উঠিল—

বিষ্ণু আৰু সুৱৰ্ণ? সিহঁত পলাই যোৱাৰ কাৰণে? সিহঁত কিয় যে পলাই গ'ল?

ঃ সিহঁত একে গুথ্বিৰ যে! দুয়োটা দুৰ্জ গোজা আৰু নানুক টুৱা গুথ্বিৰ মানুহ। আমাৰ চাক্‌মা সমাজে মানি নলয়। এই আওকলীয়া কথাবোৰ এৰিবৰ হ'ল। মই সিহঁতৰ হৈ কথা ক'ম।

ঃ এইবোৰ নলগা জেঙাত কিয় সোমাবলৈ ওলাইছা? আৰু এইবিলাক আমাৰ সমাজৰ নিয়ম। ভঙা-গঢ়া কৰিবলৈ আমিবোৰ কোন?

ঃ আমি নিয়ম ভঙা-গঢ়াৰ কামত লাগিবই লাগিব প্ৰভা। আমিয়েই যদি নিয়ম নাভাঙো, ভাঙিব কোনে? ভিতৰত ঘটি থকা অন্যায়ৰ প্ৰতিবাদ কৰিব নজনাবোৰে বাহিৰা শত্ৰুৰ বিৰুদ্ধে প্ৰতিবাদ কৰিব কি শক্তিৰ জোৰত?

ইতিমধ্যে লগৰ জাকটো এৰি সিহঁত দুটা বহুদূৰ আগুৱাই আহিছে। এইখিনিতে সিহঁতৰ প্ৰসংগও উলিওৱাৰ বাবে সি মন বান্ধি মুখ খুলিলে— আমাৰ কথাও যোল্ল-আনি মেলে আলোচনা কৰিব।

ঃ আমাৰ কথা? আমাৰ কথা আলোচনা কৰিবলৈ কিটো আছে?— চকলীয়া মুখত জিলিকি থকা নিৰ্জু চকুকেইটাত বহুতো প্ৰশ্নৰ সমাহাৰ।

ঃ নহয়, এই যে আমাৰ মিলা-মিচা ইয়াক আমাৰ সমাজখনে গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিছে।

ঃ আমাৰ মিলা-মিচা? তাতে কি হ'ল? আমি বন্ধুহে। মই কমলা, কৰুণা, সুৱৰ্ণ— ইহঁত সকলোৰে লগত বন্ধু। তাত যোল্ল-আনি মেল বহিবলগীয়া কিটো হ'ল?

ঃ গ্ৰামৰ মানুহবোৰে আমি বিয়া-বাৰু কৰোৱাতো বিচৰা নাই প্ৰভা।

ঃ বিয়া-বাৰু? কোনে ভাবিছে বিয়াৰ কথা?

প্ৰভাৰ মুখত বহুতো আশ্চৰ্য। তাত শঠতাৰ অৱকাশ শাক্যই বিচাৰি পোৱা নাই।

ঃ তুমি মোৰ তালৈ প্ৰতিদিনেই আহা। তুমি মোৰ তাঁতশালত বহি কাপোৰ বোৱাৰ সেই দৃশ্য নেদেখা মানুহ নাই। আমি একেলগে পিজৰত বহি চুমা গুড়িয়া, চিড়ল আৰু কেবাং বনোৱাৰ কথাও সকলোৰে কাণত পৰিছে। গতিকে তেনে এক হ'বলগীয়া সম্পৰ্কৰ কথা ভবাটো গ্ৰামৰ মানুহৰ কাৰণে স্বাভাৱিক। অইনৰ কথা কি ক'ম? মোৰ নিজৰেই মনত তেনে এক আশাই গা কৰি উঠিছে।

হঠাৎ তাই গতি বন্ধ কৰি নিশ্চল হৈ ৰৈছে। তাইৰ চকুত চকুপানীৰ বন্যা। সি তাইক সাবটি ধৰি কুঁচিমুচি বুকুত সুমুৱাই লৈছে।

ঃ মই বিয়াত বহিব নোৱাৰো। মই অশুচি। মোক পাকিস্তানী...

সি তাইৰ মুখত নিজৰ হাতেৰে এক নিভৃত আৱৰণ বনাই পেলাইছে— মই শুনিবলৈ বিচৰা নাই সেইবোৰ। হয়তো অন্য চাক্‌মা পুৰুষৰ দৰে ময়ো বিচাৰিছিলো মই নিজৰ

কৰিবলৈ ওলোৱা মানুহজনী অন্যৰ স্পৰ্শৰ পৰা আঁতৰত থাকক। কিমান ভণ্ডামি মোৰ! কিন্তু এতিয়া মই বুজি উঠিছো বৰ তৰল আছিল মোৰ সেই চিন্তা! আমাৰ বিয়াৰ বাটত আৰু কোনো হেঙাৰ আহিবলৈ নিদিওঁ বুলি মই বদ্ধপৰিকৰ।

ঃ মই বিয়াত নবহো। কোনো ওঝাই মোৰ বিয়াৰ পুৰোহিত হ'বলৈ মান্তি নহয়। চুমুলুং দেৱতাই মোৰ নিচিনা কুমাৰীত্ব হেৰুওৱা ছোৱালীৰ বিয়াৰ মন্ত্ৰ গ্ৰহণ নকৰে। কোনো মানুহে আমাৰ বিয়াৰ খনা-চিৰনি ভোজ খাবলৈ নাহে। তুমি জানানে, মোৰ নিচিনা এজনী লেতেৰী মানুহ মৰিলেও দাহ কাৰ্য কৰাটো নিষেধ। মোৰ বাবে কোনেও ৰাধা-ঘৰ সাজিবলৈ নাযায়। হয়তো মোৰ মৰাশ গছৰ তলত বান্ধি শগুণক খাবলৈ এৰি দিয়া হ'ব।

ঃ আমি বিয়াৰ কথা পাতিছো, মৰাৰ কথা নহয়।

ঃ কথাটো একেটাই।

ঃ মোক নিজৰ কৰি লোৱাত তোমাৰ যদি আপত্তি আছে মই জোৰ-জুলুম নকৰো প্ৰভা।

এইবাৰ প্ৰভাই চকু তুলি শাক্যদেৱলৈ চাইছে। কান্দি ওখহি পৰা চকুত এতিয়া চকুপানীৰ ঠাইত বহুতো দৃঢ়তা।

ঃ তুমি সাইলাখ চুমুলুং দেৱতা। যিকোনো ছোৱালীয়ে তোমাক পালে ধন্য মানিব। তোমাক ভাল লাগিছিল কাৰণেই ওচৰ চাপিছিলো। কিন্তু বিয়া কৰাবলৈ গৈ তোমাৰ নিচিনা মানুহ এটাক কলংকিত কৰাৰ কথা কেতিয়াও মনলৈ অনা নাছিলো আৰু এতিয়াও অনা নাই।

ঃ আমাৰ বিয়া হ'বই আৰু মেলত মই সকলোকে বুজাই-বঢ়াই লম।

যোল্ল-আনি মেলৰ দিনা যোল্লজন বৰমূৰীয়া লোক কাৰবাৰীৰ ঘৰৰ সন্মুখৰ চাহ্নাত আহি উপস্থিত হৈছেহি। কাৰবাৰীৰ পত্নীয়ে সকলোৰে হাতে হাতে একোটাকৈ জাগাৰা মদৰ পিয়লা তুলি দিলেহি। ইতিমধ্যে ঘাঁহৰ ওপৰত পাৰি দিয়া এখন বহুবৰ্ণী পাজাঘৰৰ ওপৰত মানুহবোৰ বহি পৰিছে। সকলোৰে মূৰত বিভিন্ন আৰ্হিৰে প্ৰস্তুত কৰা হাট্টাবৰ। ঘৰৰ মানুহজনীয়ে আথে-বেথে শালত বৈ উলিওৱা হাট্টাবৰৰ লগত লেচ্চাৰ কানি আৰু কামিজ খিলুমৰ দৃষ্টি আকৰ্ষণৰ কাৰণে যেন এক প্ৰতিযোগিতাহে বহিছে। আজি কাৰবাৰীৰ পত্নীৰ ব্যস্ততাৰ অন্ত নাই। জাগাৰা মদ দিয়াৰ পাচতে একো একোটা বেতেৰে বনোৱা পাণ-ভেৰাত সকলোৰে সন্মুখত তামোল-পাণ একোযোৰকৈ ৰাখি গ'লহি। তেওঁ এতিয়া আলু পুৰিবলৈ ভিতৰলৈ যাব আৰু মতা মানুহখিনিয়ে আলোচনাত বহিব।

কাৰবাৰীৰ ওচৰত যোল্ল-আনি মেলৰ মেলেকীহঁতৰ মুখামুখিকৈ শাক্যদেৱ বহি পৰিছে। পদকীয়া সি। নিজৰ কামৰ বাবে ব্যাখ্যা আগবঢ়াবলৈ আজি ইয়াত উপস্থিত হৈছেহি। কিন্তু কোনো অপকৰ্মৰ সংজ্ঞাৰে নিজৰ কৰ্মৰ বিশ্লেষণ কৰিবলৈ সি প্ৰস্তুত নহয়। অৱশ্যে প্ৰথমতেই কাৰবাৰী বিনয় চাকমাই আৰম্ভ কৰি দিলে বিষ্ণু আৰু সুবৰ্ণৰ কু-কৰ্মৰ খতিয়ানেৰে।

ঃ সিহঁত গৰ্ভ-কুদুম। কোনোমতেই সিহঁতৰ বিয়া হ'ব নোৱাৰে। দুয়োটা একে গুথ্বিৰ। এনে মিলন আমাৰ সমাজত স্বীকৃত নহয়। সেই গোটেইখিনি কথা সিহঁতক বুজাই-বঢ়াই কোৱাৰ পাচতো নামানি একেলগে ক'ৰবালৈ পলাই গৈ সিহঁতে ইমান ভীষণ অপৰাধত লিপ্ত হৈছে যে সিহঁতক চিৰকালৰ বাবে আমাৰ সমাজৰ পৰা বহিষ্কাৰ কৰাৰ বাদে অন্য বিকল্প আমাৰ হাতত মজুত নাই।

কাৰবাৰীয়ে কাকো একো কোৱাৰ সুবিধা নিদিয়াকৈ পোনকোবেই তেওঁৰ ৰায় দি দিয়াত যোল্ল-আনি মেলৰ মেলেকীহঁত বৰ সন্তুষ্ট হোৱা নাই বুলি সিহঁতৰ চকু-মুখত ফুটিয়েই উঠিছে। যিহেতু কাৰবাৰীয়ে প্ৰচলিত সামাজিক বিধিৰ উদ্ধৃতি দিয়েই তেওঁৰ কথাখিনি কৈ পেলালে, তেওঁক এতিয়া উভতি ধৰি কিবা এটা কোৱাৰ অৱকাশ এই মেলেকীহঁতৰ নাই। তথাপিও সমাজৰ বৰমূৰীয়া হিচাপে কিবা এটাতো ক'বই লাগিব। ইতিমধ্যে মেলৰ ৰেহ-ৰূপ চাবলৈ অন্য বহুতো লোক ওচৰ চাপিছেহি।

ঃ অপৰাধিনী ছোৱালীজনীৰ দেউতাক ক'ত? তেওঁক এনেই যাবলৈ দিয়াতো জানো উচিত? ছোৱালীজনীক উচিত মতে গঢ় দিয়াত মাক-বাপেকহাল অসফল হৈছে।

মেলেকীহঁতৰ মাজৰ কোনোবা এজনে বৰ কঠোৰ স্বৰত কৈ উঠিল।

ঃ সুবৰ্ণৰ দেউতাক ক'ত? থিয় হ'ব লাগে। এয়া সমজুৱাই সমস্বৰে জনোৱা দাবী।

শুদা মূৰটোত হাত এখন দি শিৰ নত কৰি এজন আদহীয়া মানুহ থিয় হৈছে। আগৰ চোপানগ্ৰামৰ। পাকিস্তানী সৈন্যই চোপানগ্ৰামৰ বৌদ্ধ কাঙত জুই দিওঁতে ভিতৰত পূজা দি থকা সুবৰ্ণক মাক জুইত পৰি ছাৰখাৰ হৈ গৈছিল। তাৰপাচত মানুহজন অনবৰতে দোৱা-চ্যুনি মদ পান কৰাতেই ব্যস্ত। এইখন গ্ৰামত আহি থিতাপি ল'লেও কোনো কাম যেনে— খেতি-বাতি বা চিকাৰ একোতেই তেওঁৰ মতি-গতি নাই। দাঁতত ধপাতৰ ক'লা দাগৰ পয়োভৰ। চকু ৰঙা।

ঃ তোমাৰ কন্যাৰ এই অপৰাধৰ বাবে 'লাজভৰ' দিব লাগিব।

ঃ ক'ৰ পৰা দিম? মোৰ ঘৰত থকা লাম-লাকটু যিবোৰ আছে সেইবোৰ খানা-তালাচ কৰি যদি কিবা আপোনালোকে পায় লৈ যাব পাৰে। মোৰ কোনো আপত্তি নাই। সোণ-ৰূপ, ধন-বান যিখিনি আছিল সেইখিনিতো চোপানগ্ৰামৰ ঘৰতে এৰি থৈ আহি পলাইছিলো। পাচত সেই মহা বানপানীত সেইবোৰ হেনো সব উটি গ'ল।

ঃ সিহঁতহাল ক'ত আছে তুমি জানানে?

ঃ কেনেকৈ জানিম? যাবনো ক'লৈ সিহঁত? ওচৰ-পাঁজৰে অন্য কোনোবা গ্ৰামতেই লুকাই থাকিব।

ঃ ইয়াৰ পৰা পাল্লান এজন পঠিয়াই দিলে কেনে হয় ৰাইজ?

কাৰবাৰীয়ে সমৰ্থনৰ কাৰণে জুম বন্ধা ৰাইজলৈ চালে। মানুহৰ মাজত গুণগুণনি। এটা সময়ত সেই গুণগুণনি ডাঙৰ হৈ হয়সূচক চিএৰ এটা শুনা গৈছে। সমস্বৰে দিয়া সমৰ্থন।

ঃ এজন পাল্লান কিয়, কেইবাজনো পাল্লান পঠিয়াই দিয়া উচিত। ধৰি-বান্ধি সিহঁতহালক লৈ আহিলে ইমান গৰ্হিত কামৰ উপযুক্ত শাস্তি দিব পৰা যাব। ছোৱালীক বাপেকক গতাই দি ল'ৰাটোলৈ বেলেক গুথ্বিৰ কোনোবা ছোৱালীক আনিব পৰা যাব। বেলেগ এজনী ধুনীয়া ছোৱালীক পৰিয়ালে পচন্দ কৰোঁতেই সৰিয়হ খেতিৰ জুমত এইজনী শাখিনীক লগ পাই গ'ল নহয়! তাই কিবা আহুদি কৰিলে।

ঃ মোৰ ছোৱালীয়ে আহুদি-চাহুদি সেইবোৰ একো নাজানে। আৰু তাইক ধৰি-বান্ধি লৈ আহিলে আবিয়ৈ ছোৱালী এজনীক গোটেই জীৱনটো কোনে চোৱা-চিতা কৰিব? সুৱৰ্ণৰ বাপেকৰ ধপাতে ক'লা কৰা দাঁতকেইটাৰ মাজেদি মদত দোবোল খোৱা জিভাৰে শব্দবোৰ চাগে' বৰ কষ্টেৰে ওলাইছে। কিন্তু তথাপি এইবাৰ মানুহজনৰ শব্দত অভাৱনীয়ভাৱে প্ৰচণ্ড শক্তিৰ প্ৰয়োগ ঘটিছে।

এইবাৰ শাক্য থিয় হৈছে। যোল্ল-আনি মেলৰ মেলেকীহঁতৰ ফালে মূৰ দোৱাই সি যথেষ্ট নম্ৰ সুৰত তাৰ কথাখিনি আৰম্ভ কৰিবলৈ ওলাইছে— ৰাইজ, এতিয়া বহুতো নিয়ম আমাৰ এৰিবৰ হ'ল। বিষ্ণু আৰু সুৱৰ্ণই পৰস্পৰে পৰস্পৰক ভাল পাইছে। এই সম্পৰ্ক কেনেকৈ গৰ্ভ-কুদুমৰ শাৰীত পৰিব পাৰে কওকচোন? সিহঁত হয়তো একেটা গুথ্বিৰ। কিন্তু তাৰ বাদে সিহঁতৰ মাজত অমিল কোনখিনিত? এনেধৰণৰ আওকলীয়া নিয়মবোৰ আমাৰ এৰিবৰ হোৱা নাইনে?

এইবাৰো মানুহবোৰৰ মাজত এটা গুণগুণনি আৰম্ভ হৈছে। প্ৰথমতে মৃদু স্বৰত আৰু ক্ৰমান্বয়ে শব্দৰ মাত্ৰা বাঢ়ি বাঢ়ি এক আৰাওত পৰিণত হৈছে— হ'ব নোৱাৰে। আমাৰ সাতাম-পুৰুষীয়া নিয়ম আমি এৰিব নোৱাৰো। নিয়ম ভঙাৰ কোনো নিয়ম নাই। আমাৰ যোল্ল-আনি মেলে ওচৰ-চুবুৰীয়া গ্ৰামৰ পঞ্চায়তৰ লগত যোগাযোগ কৰি সিহঁতক বিচাৰি উলিয়াব লাগে। বিভিন্ন চিএৰৰ মাজত কথাবোৰ স্পষ্টকৈয়ে শুনা গৈছে।

ইয়াৰ পাচত আচামী কক্ষত থিয় হ'ল শাক্যদেৱ। শাক্যদেৱৰ অপৰাধ— এজনী ধৰ্ষিতাৰ প্ৰেমত পৰি বিয়া পাতিবলৈ ওলোৱা। নাই, চাক্‌মা সমাজে তেনে এখন বিয়া মানি ল'বলৈ প্ৰস্তুত নহয়।

ঃ মই প্ৰভাক বিয়া কৰামেই। শাক্যদেৱৰ মাতত দৃঢ়তাৰ স্পষ্ট সুৰ। তাই দুশ্চৰিত্ৰা নহয়, অপৰাধীও নহয়। তাই লাঞ্ছিতা আৰু আমি অকৰ্মণ্য চাক্‌মা পুৰুষে তাইক সেই দগাবাজবোৰৰ পৰা উদ্ধাৰ কৰিব নোৱাৰি এতিয়া দ্বিতীয়বাৰৰ বাবে সেইজনী মানুহকে শাস্তি দিবলৈ ওলাইছো। আমাৰ নিচিনা কাপুৰুষবোৰহে শাস্তিৰ যোগ্য।

ঃ তেতিয়াহ'লে তুমি আমাৰ এই কৌখালি গ্ৰাম এৰিব লাগিব। এয়া কোনোবা এজন মেলেকীৰ বিচাৰ।

ঃ নহয়, গ্ৰাম এৰিব নালাগে। *অলপ 'লাজভৰ' আমাৰ যোল্ল-আনি মেলৰ বাবে দিলেই লেঠা শেষ। নহয়নে বাৰু? কাৰবাৰী বিনয় চাক্‌মাই এটা সমিলমিললৈ আহিবলৈ চেষ্টা চলাইছে।*

ঃ মই 'লাজভৰ' নিদিওঁ। কি দোষৰ বাবে মই 'লাজভৰ' দিবলৈ যাম?

কৌখালি গ্ৰাম এৰিবলৈ মোৰ অন্তৰ ভাগি যাব। তথাপি ৰাইজে বিচাৰিলে মই যাম।

ঃ শাক্যদেৱ কৌখালি গ্ৰাম এৰি যাব নোৱাৰে। তেওঁৰেই চেষ্টাত এখন এৰাবাৰীত আমাৰ এই ধুনীয়া গ্ৰামখন গঢ় লৈ উঠিছে। তেওঁ আমাৰ নেতা। তেওঁ গ'লে আমিবোৰো যাম।

শাক্যদেৱ আচৰিত হৈছে। এয়া সূৰ্য খিচা। একেবাৰে মাত-বোল নোহোৱা নিমাখিত ল'ৰাটোৰ মাতত আজি এক তীব্ৰ উত্তেজনা! বিভিন্ন বাক-বিতণ্ডা, তৰ্কৰ অন্তত সেইদিনাখন যোল্ল-আনি মেলৰ আধ্যা পৰিল অমীমাংসিত হিচাপে। হয়তো আকৌ কোনোবাদিনা মানুহবোৰ মিলিত হ'ব আৰু অৰ্ধ-সমাপ্ত আলোচনাখিনিক এক সৰ্বসন্মত সিদ্ধান্তলৈ আগুৱাই নিয়াৰ বাবে প্ৰচেষ্টা চলিব। কিন্তু এয়া প্ৰথমবাৰৰ বাবে কোনোবাই প্ৰচলিত নিয়মৰ বিৰুদ্ধে বৃদ্ধাংগুষ্ঠ উঠাইছে, নিয়মবোৰৰ বৈধতাৰ ওপৰতো প্ৰশ্ন উঠাইছে। হয়তো সমাজ ব্যৱস্থাত কিছুমান পৰিবৰ্তন আহি পৰাতো এতিয়া অৱশ্যম্ভাৱী।

মেলত তেনেই ফুকলীয়া সূৰ্য, নিৰ্মলহঁতৰ স্পষ্ট ভাষ্য শুনি শাক্যদেৱে কথাবোৰ তেনেধৰণে আশাব্যঞ্জক হিচাপেই ভাবিবলৈ লৈছে। ঘৰলৈ ওভতনি যাত্ৰাটো তাৰ মনত একধৰণৰ বিজয় যাত্ৰা যেনেই অনুভূত হৈছে। এই আশাৰ উকমুকনিবোৰৰ উদগীৰণ সদায় অতি প্ৰবল, ঠিক যেন এক অনিয়ন্ত্ৰিত বা-মাৰলী। তাৰ আঙুলিত ধৰি গভীৰ অৰণ্যৰ মাজেৰে বাট বুলাই লৈ গৈ এখন মুকলি পথাৰত ভাৰতৰ পতাকাৰ তলত থিয় কৰোৱা তাৰ দেউতাক, পাকিস্তানীহঁতৰ পৰা বচাবলৈ দৌৰাই দৌৰাই তাক লৈ গৈ জোপোহাৰ আঁৰত লুকুৱাই পেলোৱা তাৰ মাক, পূব দিশলৈ সতৃষ্ণ নয়নেৰে চাই থাকি জন্মভূমিৰ সপোনত মত্ত তাৰ স্নেহ কাক্কা— এই সকলোবোৰলৈ এনে কিছুমান বিশেষ মুহূৰ্তত তাৰ মনত পৰে। আৰু প্ৰভা! তাই যে তাৰ জীৱনলৈ কিছুমান সতেজ সময় আনিবলৈ অপেক্ষা কৰি আছে।

এই সপোনবোৰ আচলতে বৰ হৃদয়হীন! প্ৰভাৰ নিথৰ দেহটোলৈ চাই চাই সি তেনেদৰেই ধাৰণা এটা কৰি পেলাইছে। কেইটামান ক্ষণৰ ব্যৱধানতেই তাৰ আশাবোৰ এনেদৰে থানবান হ'ব লাগেনে? প্ৰভাৰ লগৰ কমলা, কৰুণাহঁতে তাক বুজাবলৈ চেষ্টা কৰিছে— আপুনি তাইৰ কাৰণে মেলত থিয় হোৱাটোক লৈ তাই বৰ দুখ পাইছিল। আপোনাৰ লাঞ্ছনাক লৈ তাই কান্দি কান্দি বলিয়া হোৱাদি হৈছিল। কৰুণা হয়তো অলপ বেছি আঁকৰী। তাইৰ মুখৰ পৰা চাগে' ক'ব নোৱাৰাকৈয়ে আচল সত্যটো ওলাই পৰিছিল— চুৱা হোৱা এই দেহাটো লৈ বিয়াত বহিবলৈ তাইৰ মন নাছিল। আপুনি কেতিয়াবা ঘিণ কৰিব বুলিও তাই ভয় খাই আছিল হ'ব পায়।

কি প্ৰয়োজন আছিল এইদৰে চিপজৰী লৈ ইমান ধুনীয়া জীৱন এটাৰ অৱসান ঘটাবলৈ? খং উঠিছে তাৰ, ভীষণ খং উঠিছে এই প্ৰভাজনীৰ ওপৰত। সি দেখা সপোনটোৰ মৃত্যু

ঘটোৱাৰ অধিকাৰ তাই ক'ব পৰা পালে? কিমান দিনৰ মূৰত যে সি এই সপোনটো দেখিছিল! আকাশৰ তৰাবোৰ তাৰ শুকান বুকুলৈ নামি অহাৰ এটা অদ্ভুত, আশ্চৰ্যময় সপোন!

ঃ দাহ কৰাৰ বাবে তাইৰ কোনো আত্মীয় নাই এইখন গ্ৰামত। তেনে এক পৰিস্থিতিত কিনো কৰিম? আমাৰ চাক্‌মাইতৰ নিয়মমতে শিমলু গছৰ ডালত বান্ধি শগুণে খাবলৈ এৰি দিয়াৰ বাদে আৰু গত্যন্তৰ নাই। কাৰবাৰীৰ মাতত হতাশাৰ এক প্ৰচণ্ড হেঁচা-ঠেলা।

ঃ নালাগে তাইক শিমলু গছত ওলোমাবলৈ। মই আছো নহয়। মই দাহ কৰিম। মোতকৈ অধিক আপোন মানুহ আৰু তাইৰ কোন আছে? নিজৰ মাতৰ দৃঢ়তাত শাক্যদেৱ নিজেই আচৰিত হৈছে।

# [১৯]

ঃ এজন মানুহ আপোনাক লগ পাবলৈ আহিছে।

সূৰ্য খিচাই বৰ উত্তেজিত স্বৰত, প্ৰায় ফোপাই ফোপাই মাচাঙত থিয় হৈ থকা শাক্যদেৱৰ কাণৰ কাষত কথাটো কৈছেহি। ইতিমধ্যে ছাংগুৰে বগাই বগাই মানুহটো আহি শাক্যৰ ওচৰেই পালেহি। চুটি, চাপৰ, শাওঁবৰণীয়া মানুহটোৰ চেহেৰাত অস্বাভাৱিকতা একো নাই।

ঃ মই মেজৰ জিয়াউৰ ৰহমান।

জিয়াউৰ ৰহমান? পাকিস্তানী সেনাৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰি ঢাকা বিশ্ববিদ্যালয় চৌহদত নিজ ৰেজিমেণ্টৰ পঞ্চম পাকিস্তানী সেনাৰ ওপৰত গুলী বৰ্ষণ কৰি ইতিমধ্যে পূব পাকিস্তানৰ স্বাধীনতা প্ৰিয় জনতাৰ মহানায়কত পৰিণত হোৱা জিয়াউৰ ৰহমান শাক্যদেৱৰ ঘৰত আহি উপস্থিত হোৱা কথাটোক লৈ আচৰিত হোৱাটোত অস্বাভাৱিকতা একো নাই।

শাক্যদেৱে আথে-বেথে বেতৰ টুল এখন পাৰি মেজৰ জিয়াউৰ ৰহমানক বহিবলৈ দিলে।

ঃ আপুনি ইয়াত কেনেকৈ?

ঃ ঢাকাৰ ঘটনাৰ পাচতে আমাৰ পিচত পশ্চিম পাকিস্তানী সৈন্য এনেকৈ লাগি পৰিল যে বেছিভাগ বাঙালী সামৰিক বিষয়া দিহিঙে-দিপাঙে পলাই ফুৰিছে। মই অৱশ্যে ছিটাগং পাৰ্বত্য এলেকালৈ আহি মুক্তি বাহিনী নামৰ এটা বাহিনী গঠন কৰাৰ কামত ব্যস্ত হৈ পৰিছো আৰু একে সময়তে বঙালী সামৰিক বিষয়া আৰু জোৱানসকলৰ লগত যোগাযোগ স্থাপন কৰিছো।

ঃ আপুনি কৌখালিলৈ কেতিয়া আহিল আৰু কেনেকৈ আহিল?

ঃ প্ৰথমতে ঢাকাৰ পৰা নদীপথেদি নাৱৰীয়া হিচাপে ছিটাগং বন্দৰ ওলালোহি। তাৰ পৰা ৰঙামাটি আৰু এতিয়া কৌখালি। ৰাণী বেনিতা ৰায়ক লগ পাওঁতে তেখেতে ক'লে আপোনাৰ কথা। ৰাজা ত্ৰিদিব ৰায়ক পশ্চিম পাকিস্তানৰ চৰকাৰে আৰ্জেণ্টিনাত পাকিস্তানৰ ৰাষ্ট্ৰদূত হিচাপে নিয়োগ কৰি তাতে ৰাখিছে। ৰাণীৰ দুশ্চিন্তাত তৎ নাই। আপোনাক খুউব মনত পেলাইছে।

ৰাণী বেনিতা ৰায়লৈ মনত পৰি শাক্যদেৱৰ বুকুৰ কোনোবাখিনি বিষাই উঠিল। শুকুলা চুলিৰ মাজত এখন মৰমলগা মুখ। শাক্যদেৱক পালেই গাল-মুখ মোহাৰি মৰম কৰি দিয়ে। ৰাণীৰ মৰমৰ কামিনীমোহনৰ ল'ৰা যে সি! ৰঙামাটিৰ ভিতৰতে এদিন অদৃশ্য হৈ যোৱা কামিনীমোহন! নলিনাক্ষ ৰায়ে নিজ প্ৰজাৰ দুৰ্দশা সহিব নোৱাৰি হতাশাত

ভুগি থাকোঁতে তেওঁক সকলো প্ৰকাৰ আশ্বাসৰ সুৰক্ষাৰে আবৰি আছিল সেইজন বিশাল ব্যক্তিত্বই। হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ ৰাজা নলিনাক্ষ ৰায় এদিন পৃথিৱীৰ পৰা আঁতৰি গ'ল আৰু ৰাঙ্গাবাৰীৰ সমস্ত কাম চমজি ল'লে কামিনীমোহনে। কিন্তু ভাৰতৰ পতাকা ছিটাগং পাৰ্বত্য এলেকাত উৰুৱাৰ নিচিনা অপৰাধত জড়িত কামিনীমোহনক পাকিস্তান চৰকাৰে ক্ষমা কৰে কি যুক্তিত? এদিন মানুহজন বতাহৰ লগত মিলি পৰিল আৰু ৰাণী বেনিতা ৰায়ে নিজ প্ৰাসাদতেই গৃহবন্দীৰ নিচিনা এটা অকলশৰীয়া অস্তিত্বক সাবটি ল'লে।

ঃ আমিও মুক্তি বাহিনীৰ লগত হাত মিলাইছো। এখন স্বাধীন বাংলাদেশৰ সপোন দেখা সকলোবোৰ মুক্তি বাহিনীত চামিল হৈছে। মুক্তি বাহিনীৰ যোদ্ধাসকলৰ প্ৰয়োজন হৈছে অস্ত্ৰ-শস্ত্ৰ চলোৱাৰ প্ৰশিক্ষণৰ আৰু আমি পাকিস্তান সামৰিক বাহিনীৰ পৰা আঁতৰি অহাবোৰে সেই প্ৰশিক্ষণ আগবঢ়াইছো। এই পাঞ্জাবী, সিন্ধীহঁতৰ আধিপত্য আমি মানি লওঁ কি যুক্তিত কওকচোন। বাঙালী এটা মহান জাতি, সভ্য জাতি। সিহঁতবোৰৰ কি সংস্কৃতি আছে? সিহঁতে কোনোবা বাঙালী মানুহক পাকিস্তানৰ প্ৰধানমন্ত্ৰী পাতিবলৈ যাবনে? কেতিয়াও নেপাতে।

জিয়াউৰ ৰহমানক এই মুহূৰ্তত এজন সামৰিক বিষয়াতকৈ কোনোবা ৰাজনৈতিক নেতা যেনহে অনুভূত হৈছে। চকুৱে মুখে বহুতো আবেগৰ জোৱাৰ ভাতা। এতিয়াই যেন এক জন-সমাবেশত এটা তেজস্বী বক্তৃতা দি এক জন-আন্দোলন গঢ়ি তুলিব। মানুহজনৰ আবেগে শাক্যদেৱকো চুই গৈছে। ক'ৰবাত যেন শাক্যদেৱৰ বুকুত উমি উমি জ্বলি থকা নোপোৱাৰ দুখবোৰ এইজন মানুহৰ দুখৰ লগত একীভূত হৈ পৰিছে।

ঃ আপোনালোকেও মুক্তি বাহিনীক সহায় সহযোগিতা আগবঢ়াব পাৰে। মুক্তি বাহিনীৰ নেতা মেৰাজ আহমেদেও আপোনাক লগ পোৱাৰ বিষয়ে গুণাগঁথা কৰি আছে। আমাৰ সকলোৰে উদ্দেশ্যতো একেটাই— পাকিস্তানৰ উৎপীড়নৰ পৰা ৰক্ষা পোৱা। এখন স্বাধীন বাংলাদেশত সকলোৰে স্বাৰ্থ সুৰক্ষিত হ'ব।

জিয়াউৰ ৰহমান শাক্যদেৱৰ ঘৰত আলহী হিচাপে কিছুদিন থাকিবলৈ ল'লে। চাৰিওফালৰ বিদ্ৰোহ দমনত ব্যস্ত পাকিস্তানী সৈন্যৰ ছিটাগং পাৰ্বত্য এলেকাত সোমাই পৰাৰ সময় আৰু সামৰ্থ্য দুয়োটাৰে অভাৱ ঘটিছিল। সেই সময়ছোৱাত সূৰ্য খিচা, বিষ্ণু চাক্‌মা, প্ৰবীণ চাক্‌মা, মানবেন্দ্ৰ লাৰ্মাকে আদি কৰি চাক্‌মা সমাজৰ বচা বচা শিক্ষিত নবীনসকলে জিয়াউৰ ৰহমানৰ লগত আলোচনাত মিলিত হৈছিল। মাজতে আহিছিল মেৰাজ আহমেদ। মৌলবীৰ ৰূপত অহা মেৰাজৰ ছদ্মৰূপ ইমান নিখুঁত আছিল যে টুপী, নকল দাড়ি এই সকলোবোৰ আঁতৰাই দিয়াৰ পাচতহে এখন বৃদ্ধ মুখৰ আঁৰৰ পৰা চফল ডেকা এই নেতাজন ওলাই পৰিছিল।

ঃ বংগবন্ধু শেখ মুজিবুৰ ৰহমানৰ নেতৃত্বত আমি যিখন স্বাধীন বাংলাদেশৰ সপোন দেখিছো তাৰ অংশীদাৰ আমাৰ চাক্‌মা ভাইহঁতো হ'ব। আমি আপোনালোকক স্বায়ত্তশাসনৰ সুবিধা আগবঢ়াম। আপোনালোকৰ সংস্কৃতি অক্ষুণ্ণ থাকিব ভৱিষ্যতৰ এই স্বাধীন

বাংলাদেশৰ হাতত।

মেৰাজ আহমেদ মিষ্টভাষী, মুখত এক মমতাৰ ছবি বিদ্যমান। প্ৰতিটো শব্দ তেওঁ চিন্তাৰে সৈতে কৈ যায়। কিন্তু তেওঁৰ লগত ছাঁৰ দৰে থকা মনচুৰ ৰহমানৰ চকুকেইটা বৰ ধূৰ্তৰ নিচিনাকৈ পিৰ্‌পিৰাই থাকে। কিয় জানো শাক্যদেৱৰ মনটো এই মানুহটো লগ পোৱাৰ পাচত বৰ ফৰকাল নহয়। কিছুমান মানুহৰ মুখত জিলিকি উঠে কদৰ্যতাৰ ৰূপ, অতি বিস্তৃত ৰূপত। জিয়াউৰ ৰহমানক শাক্যৰ ভাল লাগিছিল। সমাহিত এক ৰূপ। কিছু পৰিমাণে কোমলতাও বিদ্যমান। সেইকেইটা দিন ফেনীৰ পৰা পাহাৰীয়া মাছ ধৰি জিয়াউৰৰ কাৰণে চোতালত ধৰা জুইত সেকে আৰু নিমখ, জলকীয়া লগাই ক্ৰমে ক্ৰমে নামিবলৈ ধৰা শীতৰ বুকুত নিজকে এৰি দি অত্যন্ত এক মানসিক ক্লান্তি আৰু অৱসাদৰ মাজত তাকেই চোবাবলৈ আৰম্ভ কৰে। সমতলৰ খবৰবোৰ জিয়াউৰৰ কাণত প্ৰায় প্ৰতিদিনেই পৰেহি। মেৰাজৰ গোটৰ মানুহবোৰৰ সদায় অহা-যোৱা চলি আছে আৰু নতুন নতুন খবৰৰ টোপোলা সিহঁতে আহি শাক্যৰ মাচাঙৰ দৰবাৰত মেলি ধৰেহি। বংগবন্ধুৰ গ্ৰেপ্তাৰৰ খবৰ, বাংলাদেশৰ সীমামূৰীয়া ঠাইৰ পৰা ভাৰতলৈ চলা বিশাল প্ৰব্ৰজনৰ খবৰ, ইন্দিৰা গান্ধীৰ ইংলেণ্ড, কানাডা আদি ভ্ৰমণৰ বতৰা— সকলোৰে কিয়দাংশ সেই দৰবাৰৰ আলোচনালৈ উফৰি আহে।

সেইদিনা গধূলি এজাক পাতলীয়া বৰষুণ আহিছিল। আজি জিয়াউৰৰ দেহাত অলপ উত্তাপৰ চিহ্ন। এনে এটা শীতৰ বতৰত সমতলৰ মানুহৰ গাত কিছু অসুখ-অশান্তি দেখা দিয়াটো অতি স্বাভাৱিক। তথাপি উদ্বিগ্ন শাক্যদেৱে জিয়াউৰক গুডিৰ বেত আৰু কাঠেৰে বনোৱা বিছনাত শুৱাই নিজে পিজৰৰ জুইতে খোৱা বস্তু বনাবলৈ লাগি গ'ল। দুয়োটি কোঠাতে টিমিক-টামাককৈ জ্বলি আছে সৰিয়হ তেলেৰে জ্বলোৱা মাটিৰ চাকি। ইফালে মেৰাজ আহমেদৰো গাত তমোময় জ্বৰ। তালিক শাস্ত্ৰ চাই সূৰ্যই কিছু দৰব দিলেও মানুহটোৰ জ্বৰৰ উপশম ঘটাৰ কোনো লক্ষণ চকুত পৰা নাই। শাক্যই মেৰাজক বাৰে বাৰে কৈছিল তাৰ ঘৰতে থাকি আৰাম কৰিবলৈ। আচলতে জিয়াউৰ আৰু মেৰাজৰ মাজত চলা কথোপকথন আৰু যুক্তি-তৰ্কৰ অংশীদাৰ হ'বলৈ শাক্যই ভাল পায়। দুয়োজনৰে কথাত বহুতো জ্ঞানৰ সমাহাৰ। মনচুৰৰ লগত মেৰাজ আৰু জিয়াউৰ দুয়োজনে বহুতো কথাত সহমত নহয়। মনচুৰৰ মতে শেষ ফলাফলটো জৰুৰী, মাজৰ পথছোৱাত নৈতিকতা বা অনৈতিকতাৰ প্ৰশ্ন আহিব নোৱাৰে। বহু মানুহৰ হত্যাৰ যোগেদিয়েও যদি কোনো এটা বৃহৎ স্বাৰ্থ পূৰণ হয় তেনেহ'লে তেনে হত্যা গ্ৰহণযোগ্য। মেৰাজে তেনে এক দৃষ্টিভংগী গ্ৰহণ কৰিবলৈ মান্তি নহয়।

কিন্তু আজি কি জানো হ'ল! মেৰাজে মনচুৰ, সূৰ্য, তাৰিণী, মানবেন্দ্ৰহঁতৰ লগত জাউল-টংগিত থাকিম বুলি সিদ্ধান্ত লৈ পেলালে। ইমান জ্বৰৰ মাজত মুৰ্গীৰ সেকা মঙহৰ স্বাদ লৈ ডেকা ল'ৰাহঁতৰ লগত ডেকা-টংগিত থকাৰ মজাই হেনো সুকীয়া। গ্ৰামৰ এমূৰৰ এই জাউল-টংগিত অবিবাহিত ডেকাহঁত লগ হৈ হৈ-হাল্লা কৰি থাকিলেও

বাকীবোৰ গৃহস্থী পৰিয়াল অসুবিধাত নপৰে। প্ৰভাৰ আত্মহত্যাৰ পাচত জানি-বুজিয়েই শাক্যই তেনেবোৰ স্ফূৰ্তি-তামাচাৰ পৰা দূৰৈত অৱস্থান গ্ৰহণ কৰিছে। আগৰ পৰাই অলপ একলশৰীয়া মনোবৃত্তিৰ মানুহ সি। তদুপৰি এতিয়া ত্ৰিশৰ ওপৰত তাৰ বয়স। সূৰ্য, মানবেন্দ্ৰহঁতৰ তুলনাত নিজকে তাৰ প্ৰৌঢ় যেনেই কেতিয়াবা অনুভূত হয়। কৰক মেৰাজে স্ফূৰ্তি কৰক। ডেকাহঁতৰ লগত লগ লাগি মেৰাজৰ যদি অলপ আনন্দই লাগে, তেনে আনন্দক সিয়ো দূৰৈৰ পৰাই উপভোগ কৰিবলৈ বিচাৰে।

জিয়াউৰ টোপনিত লালকাল। শাক্যদেৰ ব্যস্ত পিজৰত খোৰা বনোৱাত। তেনেতে ঘৰৰ ওপৰলৈ বগাই অহা ছাংগোত কিছুমান শব্দ। শহাকণীয়া শাক্যদেৱে খুপি খুপি উঠি অহা পদশব্দক অনুসৰণ কৰি বুজি উঠিছে সেয়া কোনোবা পৰিচিত মানুহৰ সন্ত্ৰস্ত পদশব্দ। তেওঁ সন্তৰ্পণে দুৱাৰ খুলিলে। সন্মুখত কাঙত থকা ল'ৰাটো ক্যাং থাগা বিমল চাক্‌মা। কি হ'ল বিমল?

ঃ জাউল টংগিত বহুতো শব্দ।

ঃ ওঁ হ'বই। তাত বহুতো মানুহ গোট খাই আজি স্ফূৰ্তি কৰাৰ কথা।

ঃ নহয়। জুই, জাউল টংগিত জুই। আৰ্তনাদ।

কঁপি কঁপি ক্যাং থাগা বিমল চাক্‌মা ভিতৰলৈ সোমাই আহিল।

ঃ পানী খা।

সি কোটকোটাই লোটাৰ পৰা পানীখিনি পি পেলালে। সি কাম কৰা গ্ৰামৰ বুদ্ধ কাঙটোৰ ওচৰতে জাউল টংগি-ডেকা চাং। তাত থাকি ডেকাহঁতে ৰাতি জুমখেতিৰ পহৰা দিয়ে। বনৰীয়া হাতীৰ জাক আহিলে জুইৰে খেদে। তাতে ভোজভাত, নাচ-গান সকলো চলে। জেংখুলি গীত, উভ'গীত, টাক-ঢুলৰ শব্দ, বিঝু গীতৰ লহৰত চৌদিশ মুখৰিত হয়। কিন্তু আৰ্তনাদ? বিমলে কি কৈছে? কিবা ভুল কোৰা নাইতো?

ঃ কোনোবাই জাউল টংগি আক্ৰমণ কৰিছে।

ইতিমধ্যে গুদিত শুই থকা জিয়াউৰ ৰহমান উঠি আহিছে। তেওঁক একো কথা বুজাবলগীয়া হোৱা নাই। তেওঁ আশংকা কৰা মতেইতো কথাবোৰ ঘটিবলৈ লৈছে।

ঃ সিহঁতবোৰ এইখিনি ওলালেহি শাক্যভাই। এতিয়া আমাৰো পলোৱাৰ সময়।

সেই নিশা গভীৰ অৰণ্যৰ মাজত সিহঁত তিতি-বুৰি অপেক্ষা কৰি আছিল কিবা অচিন শব্দ সম্ভাৱলৈ। জীৱ-জন্তুৰ বিভিন্ন শব্দৰ মাজতো সেই শব্দটোৰ অচিনাকী নহৈ সিহঁতৰ কাণত আঘাত কৰাৰ পূৰ্ণ আশংকা। এটা সময়ত সেই ভয়ংকৰ ৰাতিটো পাৰ হৈ গ'ল আৰু পুৱাৰ পোহৰে সকলোখিনি বুৰাই পেলালে। জিয়াউৰে শাক্যৰ পিঠিত হাত থৈ কৈ উঠিল— ভাৰতলৈ হয়তো যাবগৈ লাগিব। তাৰ আগতে এটা কাম বৈ গৈছে আৰু এই কামত তোমাৰ সহায়ৰ মোৰ প্ৰয়োজন হ'ব। মোৰ ভাব হৈছে জাউল-টংগিত থকা আমাৰ ভাইহঁতৰ ইতিমধ্যে মৃত্যু ঘটিছে।

ইয়াৰ পাচৰ ঘটনাবোৰ বৰ দ্ৰুতগতিত ঘটি গৈছিল। সিহঁত লুকাই থকা ঠাইতে আহি

উপস্থিত হৈছিলহি মনচুৰ ৰহমান আৰু সূৰ্য খিচা। সূৰ্যৰ চকুৰে অবিৰত ধাৰাত বৈ আহিছে চকুপানীৰ বন্যা— সিহঁতে মাৰি পেলালে... মেৰাজ দাহদাৰ দেহত তমোময় জ্বৰ, কেঁকাই আছিল, ছাংগোৰে নামোতে পিছল খাই পৰি গ'ল... বুট জোতাৰে গৰকি গৰকি বেয়'নেটৰে খুঁচি... কি নৃশংস হত্যা... গাত শক্তি নাছিল... কিন্তু সিহঁতে মোক নেদেখিলে।

মনচুৰৰ চকুৰে যেন জুই নিগৰিছে— দেখা নাছিল নে দেখিও নেদেখাৰ ভাও জুৰিছিল?

জিয়াউৰ ৰহমানে মনচুৰৰ হাতখন লাহেকৈ স্পৰ্শ কৰিছে— এই মনচুৰ। এনেধৰণৰ কথা নক'বা। চাক্‌মা ভাইহঁতে আমাক বিপদৰ সময়ত আশ্ৰয় দিছে, আমাক এওঁলোকে কেতিয়াও বিশ্বাসঘাতকতা নকৰে।

ঃ সিহঁতে আমাক বিচাৰি এইখিনি ওলালহি কেনেকৈ? কেনেকৈ জানিলে যে আমি এইখিনি এলেকাতে আছো?

ঃ অনুমানৰ ভিত্তিত। সিহঁতৰ গুপ্তচৰো আছে নহয়। কিন্তু চাক্‌মা ভাইহঁত সেই গুপ্তচৰৰ দলত নাই। মোৰ সম্পূৰ্ণ বিশ্বাস আছে। জিয়াউৰ ৰহমানৰ মাতটো উত্তেজনাত কঁপিছে।

ঃ সিহঁত কৌখালিতে আছেনে কৌখালি এৰি অন্য ক'ৰবালৈ গৈছে।

অপ্ৰয়োজনীয় কথাবোৰ লৈ মূৰ ঘমোৱাৰ ইচ্ছা নকৰি আচল কথাটোলৈ শাক্য আহিবলৈ বিচাৰিছে। এনেবোৰ সময়ত অলপ সন্দেহ অতি স্বাভাৱিক।

ঃ নদীৰে গুচি যোৱা মই অৰ্জুন গছজোপাৰ ডালৰ পৰা দেখিবলৈ পাইছো। বহুকেইখন নাও। এতিয়া অন্য এলেকালৈ গৈছে যেন পাওঁ। গোটেইবোৰ হুৰহুৰাই আঁতৰি গৈছে।

সূৰ্যয়ো মনচুৰৰ সন্দেহ বা খণ্ডৰ প্ৰতি বিশেষ ধ্যান দিবলৈ বিচৰা নাই। কিন্তু মেৰাজৰ নৃশংস হত্যাও সি স্বাভাৱিকভাৱে গ্ৰহণ কৰিব পৰা নাই। এসময়ৰ মুক্তি ফৌজ আৰু এতিয়াৰ মুক্তি বাহিনীৰ অঘোষিত নেতা মেৰাজক শেষ কৰি পাকিস্তানী সেনাৰ দলটো চাগে' বৰ সন্তোষেৰে তাৰ পৰা আঁতৰি গৈছে।

হঠাতে জিয়াউৰ ৰহমানে হুক্‌হুকাই কান্দি উঠিল।

ঃ বৰ মৰমৰ আছিল সি মোৰ। মোৰ বহুতো কামৰ সহচৰ আছিল এই মেৰাজ। এনেকুৱা এটা সংকটৰ সময়ত সি মোক এনেকৈ অকলশৰীয়া কৰি এৰি যাব লাগেনে? ঠায়ে ঠায়ে সি পশ্চিম পাকিস্তানৰ নিষ্পেষণৰ বিৰুদ্ধে সংগ্ৰাম সমিতিবোৰ গঠন কৰিছিল। আচলতে আমাৰ এইখন সংগ্ৰামৰ আচল গুৰি ধৰোতা আছিল মেৰাজ।

ঃ সেই কাৰণেইতো কৈছো, মেৰাজ ইয়াত লুকাই থকাৰ খবৰ কোনোবাই সিহঁতক মনে মনে দি দিলে আৰু তাক খতম কৰি সিহঁতবোৰ আঁতৰি গ'লগৈ।

ঃ আৰে মনচুৰ। সেইবোৰ গুণাগঁথা কৰি লাভ নাই। আচল কথাটো হ'ল যে মনচুৰ মৰি থাকিল।

ঃ মোৰ বৰ ডাঙৰ কাম এটা বৈ গৈছে শাক্যভাই। আপুনি মোক সহায় কৰিব

লাগিব।

ঃ মই সদায়েই আছোঁহক কথাৰ লগত। আপুনি মোক কওক কি কৰিব লাগে। মই সহায়ৰ হাত নিশ্চিতভাৱে আগবঢ়াম।

মনচুৰৰ খংবোৰ চাগে' শাম কটা নাই। সি অলপ আঁতৰত গৈ থিয় হৈছে আৰু তাৰ খঙাল দৃষ্টিয়ে চাক্‌মাইঁতৰ গৃহভূমি চেলেকি গৈছে।

ঃ আজি মোৰ লগত আপুনি ওলাব লাগিব। অকল আপুনি। আপোনাৰ দেহত অৱশ্যে থাকিব আমাৰ দৰে পোছাক আৰু আমি দুয়ো গধূলি পৰত ছট্টগ্ৰাম অনাতাঁৰ কেন্দ্ৰত হাজিৰ হমগৈ। মই অনাতাঁৰ কেন্দ্ৰৰ পৰা স্বাধীন বাংলাদেশৰ জন্ম ঘোষণা কৰিম আৰু ক'ম যে পূব পাকিস্তানৰ সামৰিক বাহিনী পশ্চিম পাকিস্তানৰ পৰা মুক্ত। ইতিমধ্যে আমাৰ মানুহ ছট্টগ্ৰাম অনাতাঁৰ কেন্দ্ৰৰ চৌদিশে স্থান গ্ৰহণ কৰিছেই। এই ঘোষণা কৰাৰ পাচত পাকিস্তানী সেনাই মোক ধৰিবলৈ অনাতাঁৰ কেন্দ্ৰ ঘেৰাও কৰিব। তাৰ পৰা পলায়নত আপুনি মোক সহায় কৰিব লাগিব।

শীতৰ মাজতো দেহত এক বিশেষধৰণৰ উত্তাপ অনুভৱ কৰিছে শাক্যদেৱে। বহুতো অভাৱনীয় পৰিস্থিতিৰ সন্মুখীন হৈছিল সি, দেখিছিল বহুতো হত্যা, বহুতো মৃত্যু। তাৰ মৰমৰ মেৰাজক ইয়াৰ পৰা নাতিদূৰৈত কিছু সময়ৰ আগেয়ে নৃশংসভাৱে মাৰি পেলোৱা হৈছে। হয়তো এতিয়াও মেৰাজৰ শবদেহ আলাই-আথানি হৈ ক'ৰবাত মুকলিতে পৰি আছে আৰু কিছু সময়ৰ পাচতে সেই দৃশ্য তাৰ চকুৰ আগলৈ আহিব। অথচ এতিয়া সিহঁতে কৰি আছে কিছুমান অদ্ভুত, উত্তেজনাময় পৰিকল্পনাৰ। এনে যুদ্ধময় পৰিস্থিতিত, অস্তিত্বৰ সংকট আহি উপস্থিত হোৱা সময়খিনিত এই জাতীয় পৰিকল্পনাৰ, এনেধৰণৰ পাগলামিৰ হয়তো কিছু অৰ্থ আছে।

মনচুৰ ৰহমান সিহঁতৰ লগত সেইদিনা ছট্টগ্ৰামলৈ আহিবলৈ প্ৰস্তুত নহয়।

ঃ মই নাযাওঁ— তাৰ স্পষ্ট উত্তৰ।

ঃ কিয়? তোমাৰ ভয় লাগিছে?— জিয়াউৰৰ প্ৰশ্ন।

ঃ তুমি জীৱিত হিচাপে ঘূৰি আহিব নোৱাৰা বুলি মই নিশ্চিত। মোৰ এনেকৈ কুকুৰ-মেকুৰীৰ দৰে মৰিবলৈ মন নাই। মই তোমাৰ দৰে মূৰ্খ নহওঁ।

ঃ আমি খেলা এইখন খেলত জীৱন আৰু মৃত্যুৰ মাজৰ সীমাৰেখাডাল বৰ ধূসৰ। কোন মুহূৰ্তত ভৰি পিছল খাই সিটো দিশলৈ গুচি যায়, তাৰ কোনো পাত্তা নাই। দেখা নাই এই শাক্যভাইটোকো সাঙুৰি লৈছো আমাৰ লগত? বেচেৰা শাক্যভাই!

বেচেৰা ধ্যুৎ।

মনচুৰে বৰ জোৰেৰে দূৰলৈ এসোপামান থুই দলিয়াই পেলাইছে। মুখত ঘৃণাৰ এক ভীমকায় ৰূপ জিলিকি উঠিছে।

ঃ মেৰাজৰ ক'বৰ দিয়াৰ কামফেৰা কৰোগৈ। জন্তুৰ দৰে মৰিবলৈ এৰি দিলো যদিও অন্ততঃ এতিয়া মানুহৰ দৰে কবৰটোকে দিওঁগৈ।

ঃ ময়ো গৈ আছো মনচুৰ। মেৰাজক আমিও ভাল পাইছিলো।

জিলাউৰ ৰহমানে মনচুৰৰ খোজৰ লগত খোজ মিলাবলৈ চেষ্টা কৰি যেন ভাগৰি পৰিছে। দলটোৰ একেবাৰে শেষত শাক্যদেৱ। সিয়ো ক্লান্ত খোজেৰে খুপি খুপি আগবাঢ়িছে। সূৰ্য খিচা হাবিৰ মাজতে মূৰ তল কৰি বহি আছে। উঠাৰ শক্তি যেন তাৰ আৰু নাই।

# [২০]

ছিটাগঙৰ অনাতাঁৰ কেন্দ্ৰৰ সন্মুখত আহি শাক্যদেৱ উপস্থিত হৈছেহি। এই দুমহলীয়া ৰঙা ইটাৰ ঘৰটোৰ পৰাই সিহঁতৰ কাণত পৰিছিলহি চাক্মা গৃহভূমি পাকিস্তানৰ কবললৈ যোৱাৰ খবৰ। সি আছিল এটা সৰু ল'ৰা। কথাবোৰ সি একোৱেই বুজিব পৰা নাছিল। কিন্তু তাৰ পাচতেই পাকিস্তানী নামৰ ভয়ংকৰ বস্তু এটাৰ উপস্থিতিৰ আশংকাত সি মাকৰ বুকুত মূৰ গুঁজিহে প্ৰতি নিশা শুই পৰিছিল।

আজি তাৰ হাতত এখন কাগজ। চাক্মা উভ'গীত ৰেকৰ্ডিং কৰাৰ এক চুক্তিপত্ৰ। লগত এয়া শুৰাশ্বা বজোৱা সমতলৰ বাঙালী শিল্পী। আজিকালি বহুতো বাঙালী শিল্পীয়ে ঢুল, ধুধুক, একতাৰা, শুৰাশ্বা বজাবলৈ আৰম্ভ কৰিছে। প্ৰকাণ্ড লোহাৰ গে'টখনৰ নিৰীক্ষণ চকীৰ বহীৰ পাতত শাক্যদেৱে চহী কৰিছে— নৰেন্দ্ৰ চাক্মা, লগত কমল মিত্ৰ, ৰাজা কৰিম...। পাকিস্তানী সামৰিক বাহিনীৰ গাৰ্ড দুজনৰ মুখকেইখন ৰহস্যজনকভাৱে উদাসীন। বহুতো বিৰক্তিয়ে থুপ খোৱাৰ বাবে সিহঁতৰ শুকান মুখত যেন ঠেলা-হেঁচা লগাইছে।

প্ৰায় বাধাহীনভাৱেই সিহঁত অনাতাঁৰ কেন্দ্ৰটোৰ ভিতৰলৈ সোমাই আহিছে। সন্মুখৰ খোলা বাৰাণ্ডালৈ খৰখোজেৰে ওলাই আহিছে এগৰাকী ধুনীয়া যুৱতী। মুখখন গহীন, কৰ্মব্যস্ততাৰে ভাৰাক্ৰান্ত। সিহঁতৰ ওচৰলৈ আহি কৈ উঠিছে উভ'গীতৰ দল? সকলো সাজু কৰা হৈছে। সন্ধিয়া সময়ত। সাত বজাত। তাইৰ চকু জিয়াউৰ ৰহমানৰ ওপৰত। শাকাই বুজি উঠিছে যে ছোৱালীজনী সিহঁতৰ উদ্দেশ্য সম্পৰ্কে অৱগত। ইতিমধ্যে ইয়াৰ অন্তৰ্ভাগত মানুহ সষ্টম হৈ আছে এক বিশেষ কামৰ কাৰণে।

সিহঁত গৈ এটা কাৰ্পেট পৰা কোঠাত সোমাই পৰিলহি। দুটামান ঘূৰণীয়া, ৰজাদিনীয়া চেহেৰাৰ গাৰু ইফাল-সিফাল কৰি নীলা, সুবিস্তৃত কাৰ্পেটখনৰ ওপৰত পৰি আছে। গাৰুকেইটাৰ ওপৰৰ নীলা, কোমল, ৰেছম কাপোৰৰ একো একোটা আভৰণ। তাৰে এটাৰ ওপৰত হাত, গা পেলাই জিয়াউৰ ৰহমান বহি পৰিল আৰু হাতত লোৱা একতাৰা বজাবলৈ আৰম্ভ কৰিলে। 'আৰম্ভ কৰা।' শাক্যৰ ফালে চকু তুলি তেওঁ নিৰ্দেশ দিলে। কিবা এটাতো গাবই লাগিব। শীতৰ পুৱা প্ৰেমিকে প্ৰেমিকাৰ ৰূপ বৰ্ণনা কৰি গোৱা গীত এটা মনত পেলাই সিয়ো প্ৰাণঢালি গাবলৈ লাগিল। প্ৰভালৈ হয়তো তাৰ মনত পৰিছিল। আজিৰ দিনটো তাৰ জীৱনৰ শেষ দিনো হ'ব পাৰে, আক্ষেপ নাই তাৰ। চাৰিওফালে স্বাধীনতাৰ জয়গানৰ মাজত তাৰ সমাপ্তি ইমান দুখকৰ অভিজ্ঞতা নহ'ব বুলিয়েই বিশ্বাসত মত্ত সি। যি স্বাধীনতাৰ সপোন তাৰ পিতৃ, কাক্কাহঁতে দেখিছিল সেই স্বাধীনতাৰ সপোন দেখিছে তাৰ বাঙালী ভাইহঁতে। সেই স্বাধীনতাৰ মাজত সিহঁতলৈও হয়তো কিছু স্বাধীনতা নামি আহিব। বৌদ্ধ কাণ্ডত বহি উপাসনা কৰাৰ স্বাধীনতা, জুমখেতি

কৰি উভ'গীত গাই জীৱন-যাত্ৰা চলাই নিয়াৰ স্বাধীনতা, তাঁতশালত বহি ৰংচঙীয়া পিনন বোৱাৰ স্বাধীনতা, চুমুলুং-লক্ষীমাইক পূজা কৰি পৰিয়াললৈ সমৃদ্ধি কঢ়িয়াই অনোৱাৰ সপোন দেখাৰ স্বাধীনতা। জিয়াউৰহঁতে চাক্‌মাসকলক এইবাৰ ঠগিবলৈ নাযায়। সেই বিশ্বাসতেইতো সি আজি সিহঁতৰ সহচৰ হ'বলৈ ওলাইছে।

ঃ তোমাৰ মাত বৰ ভাল। খোলা সুৰ। জিয়াউৰৰ মুখত ইতিমধ্যে শাক্য 'আপুনি' গুচি 'তুমি' হৈ পৰিছে।

অথনি সন্মুখৰ বাৰাণ্ডাত দেখা ছোৱালীজনী পুনৰ ঘূৰি আহি হাতত এখন কাগজ তুলি দিছেহি। স্বাক্ষৰিত চুক্তিপত্ৰ। জিয়াউৰে কাগজখনৰ পাচডোখৰ বৰ মনোযোগেৰে চাই শাক্যৰ হাতত তুলি দিছে। ঘৰটোৰ অন্তৰ্ভাগৰ নক্সা। সিহঁতৰ ওলাই যাবলগীয়া পথো সেউজ চিএগাহীৰে তাত অংকিত কৰা হৈছে। ছোৱালীজনীয়ে মিচিকিয়া হাঁহিৰে সিহঁতক কিবা এটা বুজাইছে আৰু জিয়াউৰৰ নেতৃত্বত গোটেই দলটো থিয় হৈ ছোৱালীজনীৰ পাচে পাচে গৈছে।

ঃ ৰেকৰ্ডিং?

ছোৱালীজনীৰ কোনোবা সহকৰ্মী। তাইৰ মুখত সেই একে মিঠা হাঁহি। ঠিক তাই পিন্ধি থকা জলফাই বৰণীয়া তাঁত শাৰীখনৰ লগত মিলি পৰা এটা স্নিগ্ধ হাঁহি।

ঃ হাঁ। 'লাইভ' যাব।

এটা সু-সজ্জিত কোঠাৰ সন্মুখেৰে যাওঁতে ছোৱালীজনীয়ে জিয়াউৰলৈ চাইছে— আমাদের ডাইৰেক্টৰ। তাইৰ মুখত এক বেলেগধৰণৰ হাঁহিৰ খেলা— খুউব অনুশাসন মানে। কাঢ়া। চৰকাৰেৰ ভক্ত।

এতিয়া এয়া ৰেকৰ্ডিঙৰ কোঠা। বহু যন্ত্ৰ-পাতিৰ মাজত এটা সৰু, নিমজ কোঠা। ওপৰৰ বেৰত বহুতো ক্ষুদ্ৰ ক্ষুদ্ৰ ছিদ্ৰ। কাচৰ বেৰৰ সিটো পাৰে কেইবাজনো মানুহ তলমূৰ কৰি কিবাকিবি টিপাটিপি কৰাত ব্যস্ত। মাজে মাজে সিহঁতলৈ চাইছে। শাক্যই আপোন মনেৰে গানবোৰ গাই গৈছে। এপাকত ছোৱালীজনী সোমাই আহিল— ফাইনেল ৰেকৰ্ডিং। লাইভ যাব। তাই দুবাৰখন জপাই দিলে।

শাক্যই ভূতে পোৱা মানুহৰ দৰে চিএৰি চিএৰি উভ'গীত গাবলৈ লাগিল। লগত বাজনা সংগত কৰা দলটোৱো সমানেই উত্তেজনা। সম্পূৰ্ণভাৱে যেন সিহঁত গানটোৰ লগত মিলি পৰিছে। এবাৰ জিয়াউৰে হাতত ঠাৰেৰ শাক্যক গীতটো বন্ধ কৰিবলৈ নিৰ্দেশ দিছে আৰু নিজে শাক্যৰ ঠাইলৈ আহি মাইক্ৰ'ফোনটোৰ ওচৰলৈ মুখখন হলাই নিৰ্বিকাৰচিত্তে কৈ উঠিছে— ৰেডিঅ' বাংলাদেশ চট্টগ্ৰাম... আমি পূব পাকিস্তানৰ জনতাই এখন স্বাধীন বাংলাদেশ বিচাৰিছো আৰু আজিৰ এই দিনটোতেই মই জিয়াউৰ ৰহমান, চট্টগ্ৰাম ৰেজিমেণ্টৰ অধিনায়কে বাংলাদেশ নামৰ এক স্বাধীন ৰাষ্ট্ৰৰ জন্ম ঘোষণা কৰিছো। জয় বাংলাদেশ, আল্লাহ আকবৰ...। ৰেকৰ্ডিং কৰি থকা সিটো ফালে তধা লাগি ৰৈ আছে তিনিজন মানুহ, চকুত অপাৰ বিস্ময়।

তাৰপাচত নুমাই গৈছে বিজুলী-বাতি আৰু সমগ্ৰ ঠাইখিনি এক ঘনঘোৰ অন্ধকাৰত নিমজ্জিত হৈ পৰিছে। জিয়াউৰে শাক্যদেৱৰ হাত এখনত ধৰি প্ৰচণ্ড বেগেৰে আগুৱাই গৈছে। চাৰিওফালে এক নিস্তব্ধতা। তাৰ পাচত সাৰি-সুৰ নোহোৱাকৈ সিহঁতৰ এই ধুমুহাৰ গতিৰ পৰাও কিছুমান শব্দ নিৰ্গত হোৱা যেন অনুভৱ হৈছে। অকোৱা-পকোৱা ঘূৰ্ণীয়মান ৰাস্তা কিছুমানেৰে জিয়াউৰে শাক্যক উলিয়াই লৈ গৈছে। কিবা যেন পৰুৱাই পোৱা মানুহৰ এটা দল। গৈ আছে, অবিৰাম গতিত। শাক্যৰ চিন্তাশক্তি সম্পূৰ্ণ লোপ পাই যোৱা যেন নিজৰেই ভাব হৈছে। একো কথাকেই ভাবিবলৈ সি আজি বিচৰা নাই।

ছিৰিৰ তলৰ সৰু দুৱাৰখনৰ মুখত উপস্থিত হৈ জিয়াউৰে বাহিৰলৈ সন্তৰ্পণে জুমি চাইছে। বাহিৰৰ ৰাস্তাৰ বিজুলী-বাতিৰ পোহৰ এই বিল্ডিংটোৰ চৌহদত বিয়পি পৰিছে। চৌদিশে এডাল কাঁইটীয়া বেৰা, তাৰ  কাষত জবাফুলৰ গছৰ এটা ডাঠ শাৰী, মানুহৰ উপস্থিতিৰ কোনো উমঘাম নাই। জিয়াউৰক অনুসৰণ কৰি দলটো চুক এটালৈ আগবাঢ়িল। একেবাৰে চকুত নপৰা এখন সৰু গে'ট, খোলা। সিহঁত সেইফালে বাধাহীনভাৱে ওলাই দেখিলে দুখন আৰ্মি জীপ। জিয়াউৰক দেখি ড্ৰাইভাৰজনে প্ৰথমখন জীপৰ দৰ্জা খুলি পাচফালে তেওঁক বহুৱাই ল'লে। জিয়াউৰে শাক্যকো লগতে টানি লৈ কাষতে বহুৱালেগৈ। বাকীবোৰো এজন এজনকৈ দুয়োখন জীপৰ খালী ঠাইবোৰ অধিকাৰ কৰি বহি পৰিলগৈ। হঠাৎ সকলোৰে চকুত পৰিল কুঁচিমুচিকৈ ওলাই অহা কৰিম ৰাজা নামৰ খুৰাম্বা বজোৱা শিল্পীজনক। ফোপাই ফোপাই আহি শাক্যৰ কাষৰ ঠাইতে অকণমান জেগা উলিয়াই সিয়ো বহি পৰিল। তাৰপাচত অলপো পলম নকৰাকৈ দুয়োখন জীপে যাত্ৰা আৰম্ভ কৰিলে।

ঃ তাক খতম কৰি পেলালো। - কৰিম ৰাজাই বৰ অস্ফুট সুৰত কৈ উঠিল।

ঃ কাক?

ঃ সেই ডাইৰেক্টৰটোক। আব্দুল ৰাহিদ। বদমাছ চাল্লা।

জিয়াউৰ ৰহমান খণ্ডত যেন উতলি উঠিছে। তেওঁ কৰিম ৰাজাক গাত ধৰি শৰীৰৰ সমস্ত শক্তিৰে জোকাৰি দিলে।

ঃ সামৰিক বাহিনীৰ মানুহ আমি। ৰাস্তাৰ ভেৰোণীয়া গুণ্ডা নহয়। আব্দুল ৰাহিদ চৰকাৰী বিষয়া। চৰকাৰৰ প্ৰতি আনুগত্য দেখুওৱাৰ কাৰণেই তেওঁক মাৰি পেলালা? এনেকৈ কাম কৰিলে আমি আমাৰ মানুহকেই হেৰুৱাম আৰু সমৰ্থনো হেৰুৱাই পেলাম।

কৰিম ৰাজায়ো জিয়াউৰৰ হাতখন আঁজোৰ মাৰি নিজ দেহৰ পৰা আঁতৰাই পেলাইছে।

ঃ মই এইবিলাক নীতি-নিয়মত বিশ্বাস নকৰো। কোনোবাই যদি আমাৰ স্বাৰ্থৰ বিৰুদ্ধে কাম কৰিছে সি তাৰ মূল্য দিবই লাগিব।

তাৰ পাচৰ সময়খিনিত গোটেই দলটো ৰহস্যজনকভাৱে নিশ্চুপ হৈ পৰিছে। জীপগাড়ীখন অলিয়ে-গলিয়ে গৈ এটা সময়ত কৰ্ণফুলিৰ পাৰ পালেগৈ। ইখন জীপগাড়ী তেতিয়াও আহি পোৱাহি নাই। হয়তো বেলেগ ৰাস্তা লৈছে, হয়তো সাগৰৰ দিশলৈ

ঢাপলি মেলিছে। শাক্যই এইবোৰ পৰিকল্পনাৰ ভু-ভা নাপায়। সি জানে যে ছিটাগঙত সি জিয়াউৰৰ দায়িত্বত। কৰ্ণফুলিৰ পৰা ফেনীৰ বুকুলৈ অহাৰ লগে লগে সি জিয়াউৰৰ দায়িত্ব মূৰ পাতি ল'ব। কৰ্ণফুলিৰ পাৰত এখন নাও। সিহঁতৰ বাবেই সাজু কৰি ৰখা নাও। সিহঁত উঠাৰ পাচতেই নাওখন ততাতৈয়াকৈ চলিবলৈ আৰম্ভ কৰিলে। পাৰৰ জীপখনো নৰৈ সেই ঠাইৰ পৰা আঁতৰি যোৱা শাক্যৰ চকুত পৰিল। নাৱৰ ব'ঠাৰ শব্দ আৰু চলি যোৱা জীপখনৰ শব্দৰ মাজত ক'ৰবাত যেন বিসদৃশভাৱে অদ্ভুত এক সামঞ্জস্য! নাৱৰীয়াই নাকী সুৰেৰে এক গান জুৰিছে। ঘনঘোৰ অন্ধকাৰৰ মাজত, জোনাকী পৰুৱাই ছুটিয়াই দিয়া দুৰ্বল পোহৰৰ আৱেশত, ভয় আৰু উত্তেজনাৰ এই মিলন ক্ষেত্ৰত নাৱৰীয়াই কোনোবা চেলিমাক লৈ গোৱা এই সংগীতৰ আমেজ উপভোগ কৰিবলৈও দেখোন বেয়া লগা নাই। হঠাৎ জিয়াউৰৰ পকেটত থকা সৰু ৰেডিঅ'টো বাজি উঠিল— এয়া ৰেডিঅ' পাকিস্তান, চট্টগ্ৰাম। অলপ আগতে কোনোবা দুষ্কৃতিকাৰীয়ে আমাৰ অনাতাঁৰ কেন্দ্ৰ অধিগ্ৰহণ কৰি দেশবিৰোধী শ্ল'গান দিয়াৰ লগতে আমাৰ কেন্দ্ৰ সঞ্চালকক হত্যা কৰি থৈ যোৱাৰ পৰিপ্ৰেক্ষিতত চট্টগ্ৰামত কাৰ্ফিউ ঘোষণা কৰা হৈছে। ইতিমধ্যে এই দুষ্কাৰ্যত জড়িত কেইজনমান লোকক কৰায়ত্ত কৰা হৈছে। সামৰিক বাহিনীৰ এখন জীপত পলাই যোৱা লোককেইজনৰ স্বীকাৰোক্তিৰ ভিত্তিত আনটো দলক ধৰিবৰ বাবে সকলো সক্ষম হৈ পৰিছে...।

ঃ গান বন্ধ কৰা। নাৱত থকা সকলো পোহৰো তৎক্ষণাত নুমাই পেলোৱা। যিকোনো মুহূৰ্তত আমাৰ ওপৰত আক্ৰমণ চলিব পাৰে। জিয়াউৰ ৰহমানৰ সামৰিক মেজাজ যেন হঠাৎ উভতি আহিছে।

ব'ঠাৰ শব্দৰ বাহিৰে আৰু একো শব্দয়েই সিহঁতৰ কামত পৰা নাছিল। সকলো নিশ্চুপ। কৰ্ণফুলিৰ পৰা নাওখন গৈ ফেনীৰ সোঁতত উটিবলৈ আৰম্ভ কৰিছে। অলপ পাচতেই সিহঁতৰ পদযাত্ৰা আৰম্ভ হ'ব। শাক্য পাহাৰৰ লোক। বাকীবোৰ পাহাৰীয়া ৰাস্তাত চলাত অভ্যস্ত। তথাপি এইবাৰ শাক্যই বাকীখিনিক বাট দেখুৱাই লৈ যাব লাগিব।

ঃ মই আজিয়েই ভাৰতলৈ গুচি যাম। হয়তো ত্ৰিপুৰালৈ যামগৈ। তোমাৰ মানুহে মোক অলপ আগবঢ়াই থৈ আহিব লাগিব।

এই কামৰ বাবে শাক্য মানসিকভাৱে প্ৰস্তুত হৈ আছিলেই। কিছুদিনৰ আগেয়ে ওচৰ-পাঁজৰৰ গ্ৰামৰ ডেকাল'ৰাৰ সৰু দল এটা সি এই কামৰ বাবে সাজু কৰি ৰাখিছিল। আচলতে সমতলৰ মুক্তি বাহিনী আৰু ভাৰতীয় সীমান্তৰ সিটো দিশে গঠন হোৱা মৈত্ৰী বাহিনীৰ লগত সুৰ মিলাই গঢ়ি তোলা হৈছিল এটা ডেকা ল'ৰাৰ দল ছিটাগং পাৰ্বত্য এলেকাত। মাজে মাজে ত্ৰিপুৰা আৰু মিজোৰামৰ সীমান্তইদি সৰু সৰু গোট একোটা আহি সিহঁতক যুঁজ এখনৰ বাবে সাজু হ'বলৈ কৈ যায়। অস্ত্ৰ শিক্ষা দিবলৈও বিচাৰে সিহঁতবোৰে। ক'ৰবাত হয়তো অস্ত্ৰ শিক্ষাৰ ব্যৱস্থা আৰম্ভ হৈছেও। কিন্তু শাক্যদেৱে ছিটাগং পাৰ্বত্য এলেকাৰ মধ্যভাগত এনেধৰণৰ অস্ত্ৰ প্ৰশিক্ষণৰ কোনো ছাউনী পাতিবলৈ দিয়া নাই। তাৰ দেউতাকে এটা সময়ত ছিটাগঙক ভাৰতৰ অধীনলৈ নিয়াৰ সপোন

দেখিছিল আৰু সেই সপোনৰ মায়াজালতে আবদ্ধ হৈ এদিন নিজৰ সকলোখিনি হেৰুৱাই পেলাইছিল। আগৰতলাৰ এচকুত বহি সেই সপোন স্নেহ কাক্কাই এতিয়াও দেখি থকাৰ চেষ্টা কৰিছে। কিন্তু শাক্যদেৱৰ কাৰণে তাৰ ভূমি এইখনেই আৰু অবাস্তৱ সপোন সি দেখিবলৈ নিবিচাৰে। বাংলাদেশ হ'ব তাৰো মাতৃভূমি আৰু তাতেই সি নিজৰ সংস্কৃতি আৰু অস্তিত্ব বজাই ৰাখি জীয়াই থকাৰ অন্য এক সুন্দৰ সপোন দেখিবলৈ লৈছে।

ঃ আগৰতলালৈ গ'লে স্নেহ চাক্মাৰ তাতে আপুনি থাকিব পাৰিব। মই তেওঁৰ তালৈ খবৰ পঠিয়াম।

স্নেহ চাক্মা কোন তাৰ ওপৰত জিয়াউৰে প্ৰশ্ন তোলা নাই। তেনে এজন মানুহৰ আগৰতলাত উপস্থিতি সম্পৰ্কে হয়তো তেওঁ ভালদৰেই জ্ঞাত আৰু শাক্যৰ প্ৰস্তাৱটো চাগে' তেওঁৰ মনঃপুতই হৈছে।

ঃ ময়ো যামগৈ। ধুধুক বজোৱা মানুহজন ক'লৈ যাবলৈ ওলাইছে শাক্যই সেয়া বুজিব পৰা নাই। ডিমাপুৰলৈ। আমাৰ দুয়োখন উৰা-জাহাজ আৰু হেলিকপ্টাৰ ইতিমধ্যে সেইখিনি পাইছেগৈ। ভাৰতৰ পৰা পাইলট আহি ছিটাগঙৰ পৰা সেই পাঞ্জাবী, সিন্ধীকেইটাৰ আগেদিয়েই উৰাজাহাজ আৰু হেলিকপ্টাৰ উৰুৱাই নিলে নহয়। মানুহজনৰ মুখত গৰ্বৰ স্পষ্ট আৰু ভ্ৰান্তিহীন চিহ্ন।

ঃ শুনক খণ্ডকাৰ। ডিমাপুৰলৈ গ'লে ফিজোৰ লগতো বুজা-পৰা কৰি ল'ব লাগিব। ডিমাপুৰত বিমানকোঠ জাতীয় কিবা আছেনে?

ঃ আছে। ইণ্ডিয়ান এয়াৰফ'ৰ্চৰ এয়াৰফিল্ড। কাম চলি যায়। ইণ্ডিয়ান এয়াৰফ'ৰ্চ আমাৰ পাচফালে আছে যেতিয়া চিন্তা নাই।

ঃ কথাটো হয়। আমি হয়তো আমাৰ দুখন জাহাজেৰে এইকেইদিনতে নৌ-সেনা বাহিনীও গঠন কৰি উলিয়াম। ভালে ভালে ওলাই যাব পাৰিলে মই মোৰ অধীনত z বাহিনী এটা গঢ়ি তুলিম। খালেদ মুশ্বাৰফে ঢাকাত ইতিমধ্যে এটা 'K' বাহিনী বনাই পেলাইছে, চাইফুল্লাৰ 'S' বাহিনীয়ে পূবত ধামাকা লগাইছে। মুঠৰ ওপৰত আমাৰ শত্ৰুপক্ষৰ ওপৰত আমি চৌদিশৰ পৰা ঘেৰি ধৰি আক্ৰমণ চলাব লাগিব।

ঃ মনচুৰকো আপোনাৰ লগত লৈ যাবনে? শাক্যই বিশেষ নভবাকৈ তোলা প্ৰশ্ন।

ঃ সি যাবলৈ প্ৰস্তুত থাকিলে যাব পাৰে। নহ'লে হয়তো সি বৈয়ো যাব পাৰে। মনচুৰৰ কথা বুজি পোৱা কঠিন। বৰ সন্দেহবাদী সি। অৱশ্যে বৰ কাৰ্যদক্ষও। লক্ষ্যভ্ৰষ্ট নহয় তাৰ গুলী।

জিয়াউৰ কিছুসময় নীৰৱ হৈ আছে। শাক্যৰ চকুৰ আগত মনচুৰ ৰহমানৰ তলবলাই থকা চকু দুটা বাৰে বাৰে ভাহি উঠিছে। অনাহক খঙত উতলা হোৱা দুটা চকু। জিয়াউৰ ৰহমানে ঠিকেই কৈছে। ক্ৰোধ আৰু সন্দেহৰ মাজৰ সীমাৰেখাডাল মাজে মাজে অতিক্ৰম কৰিবলৈ বিচৰা মনচুৰৰ কাৰ্যক্ষমতা সন্দেহাতীত। দেহত যেন হেজাৰ যুঁজাৰুৰ বল। সূৰ্যইতে নিজৰ ভাইৰ দৰে মৰম কৰা মেৰাজক শত্ৰুৰ হাতত শোধাই দিয়াৰ নিচিনা

অপকৰ্ম কৰিবলৈ যাব বুলি ভবাটোও এক বিকৃত মস্তিষ্কৰ পৰিচায়ক। কিন্তু তেনে এটা অদ্ভুত কথাকেই মনচুৰে ভাবিবলৈ লৈছে সম্পূৰ্ণ দ্বিধাহীনভাৱে।

ঃ কৰিম ৰাজা, তুমি আজিযে সেই মানুহজনক মাৰি পেলালা, সেয়া বৰ ভুল কাৰ্য কৰিলা। আমাৰ নিজৰ মানুহৰ তেজ বোৱাবলৈতো আমি এই বিদ্ৰোহ কৰা নাই। নিজৰ ভিতৰতে এনেকৈ মৰামৰি-কটাকটি হ'বলৈ ল'লে... জিয়াউৰ ৰহমানৰ মুখত মলিনতাৰ ছাপ। কৰিম ৰাজাৰ মুখখনো আন্ধাৰ আৰু শীতৰ মাজত ঘৰ্মাক্ত হৈ জিলিকি উঠিছে। ইমান অন্ধকাৰৰ মাজত জিয়াউৰৰ মুখখন দৃষ্টিগোচৰ হোৱা নাই যদিও তেওঁৰ মাতৰ সুৰেই বহন কৰিছে সেই মুহূৰ্তত তেওঁৰ মুখত ফুটি উঠা বিষাদৰ চিত্ৰ। কৰিম ৰাজাই নিজৰ কামৰ যুক্তিযুক্ততাৰ সমৰ্থনত এতিয়া একো ক'বলৈ যোৱা নাই। এটা সময়ত আৰম্ভ হৈছে তেওঁলোকৰ স্থল যাত্ৰা। এইবাৰ সকলোৰে আগত শাক্যদেৱ। গভীৰ অৰণ্যৰ মাজৰ থিয় ওখ গৰাৰ ৰাস্তাৰে যাওঁতে শাক্যৰ আত্মপ্ৰত্যয় ক্ৰমান্বয়ে বাঢ়ি আহিছে। এয়া যে তাৰ নিজৰ মাটি। মাটিৰ এই সেমেকা, কেঁচা গোন্ধটোৰ মোহতেই সি 'বড়া-পটাংগ'ৰ সময়ৰ সেই বিভীষিকাময় মুহূৰ্তবোৰকো খামুচি ধৰি ৰৈ গৈছে ইয়াতেই।

হঠাৎ কিছু আঁতৰত শুনা গৈছে এটা খচমচনিৰ শব্দ। শুকান পাতৰ ওপৰেদি এনে শব্দৰ গতিক হয়তো আৰু অধিক প্ৰবল শুনা গ'লহেঁতেন, কিন্তু বৰষুণ পৰি পৰি তিতি থকা মাটি আৰু পাতৰ এই সংমিশ্ৰণৰ ওপৰত শব্দৰ প্ৰাবল্য ইমান কৰ্ণগোচৰ হোৱা নাই। কিন্তু ই বোধগম্যতাৰ পৰিসৰৰ পৰা সাৰিও যোৱা নাই। গোটেইকেইজন চকুৰ পচাৰতে একো একোজপো চেগুন গছৰ গাৰ আঁৰত লুকাই পৰিছেগৈ। ঠিক একো একোটা সুদক্ষ চিকাৰীৰ দৰে। গোটেইকেইজনৰে হাত নিজ নিজ বন্দুকৰ ট্ৰিগাৰৰ ওপৰত। শাক্যৰ হাতত বন্দুক নাথাকিলেও সি ভয় খোৱা নাই। হঠাতে সি শব্দবিহীনভাৱে বগুৱা বাই গছ এজোপাৰ ওপৰত উঠি মূৰ লৰাই চৌদিশে চাই পঠিয়াইছে। আন্ধাৰত জিলিকিছে দুটা চকু, গছত আৰু দুটা, তাৰ পাচত হয়তো আৰু...।

বনৰীয়া হাতীৰ এটা দল। ইয়াৰ পৰা আৰাকান হৈ আসামলৈ যাবলৈ ওলোৱা পৰিব্ৰাজক হাতীৰ এক বৃহৎ গোট। সি চকু মুদি দিছে। ধীৰে ধীৰে আগবাঢ়ি অহা দলটোৰ ওপৰত যদি কোনোবা এটাই গুলী চলাই দিয়ে... আৰু ভাবিবলৈ মন যোৱা নাই তাৰ। কেৱল পাত-বন খচকি আগবাঢ়ি যোৱা পদশব্দ, অনৰ্গল গতিত তাৰ কাণত বাজি উঠিছে আৰু এটা সময়ত সেই শব্দ স্তব্ধ হৈ পৰিছে। চকু মেলিছে সি। দলটোৰ কোনো চিন-মোকাম নাই। অলপ আগতে সিহঁতৰ বৃহৎ দেহত ঘঁহনি খাই আঁতৰলৈ দুলি যোৱা গছবোৰ পুনৰ নিজৰ ঠাইলৈ উভতি আহিছে আৰু স্বয়ংক্ৰিয়ভাৱে সৃষ্টি হোৱা পদপথটো নিজে নিজেই নিশ্চিহ্ন হৈ পৰিছে। ইতিমধ্যে লুকাই পৰা বন্দুকধাৰীকেইজন সি উঠি থকা গছৰ তলত সমবেত হৈছেহি। নামি আহোতেও শাক্যদেৱৰ বৰ বিশেষ কষ্ট হোৱা নাই।

ঃ মোৰ কি ভাব হৈছে জানা, মই ইহঁতকেইটাৰ পিঠিত উঠিয়েই দেখোন ভাৰতৰ

সীমান্ত পাবগৈ পাৰিলোহেঁতেন। জিয়াউৰে গহীনাই কৈ উঠিছে।

ঃ বনৰীয়া দঁতালৰ ভৰিৰ পিহনত যদি ইয়াতেই ছহিদ হ'বৰ ইচ্ছা আছে তেনেহ'লে চেষ্টা এটা চলাই চাব পৰা যায়। শাক্যৰ গম্ভীৰ স্বৰৰ প্ৰত্যুত্তৰ।

আগে-পাচে কেৱল অনিশ্চয়তা আৰু সংকট। এনেকুৱা কিছুমান মুহূৰ্তত কিছুমান পাতলীয়া ধেমালিয়ে গহীন ক্ষণবোৰক কোমল কৰি তোলে।

ইয়াৰ পাচতেই হয়তো সিহঁতে কোনোবা এখন চাক্‌মা গাঁও পাব। এনেকুৱা সময়ত গাঁওবোৰৰ ডেকা ল'ৰাবোৰে জাউল-টংগিত একেলগ হৈ থাকি চাৰিওফালে শেনচকু ৰাখে। বৰ লৰালৰি কৰি সকলোকে সংগঠিত কৰা হৈছে এনেধৰণেৰেই এনেকুৱা এক সন্ধিক্ষণত। যোৱা কেইটামান দিনত লুকাই থকা মুক্তি বাহিনীৰ লোক বিচাৰি কেইবাখন চাক্‌মা গাঁৱত পাকিস্তানী বাহিনীয়ে আক্ৰমণ চলাইছে। সেয়ে এই নতুন ব্যৱস্থা।

গাঁওখনৰ মূৰ পালেই শাক্যদেৱে এটা দীঘলীয়া সুহুৰি মাৰিব আৰু জাউল-টংগিৰ পৰা কোনোবা ওলাই আহি পাচৰখন গ্ৰামলৈ জিয়াউৰহঁতক আগুৱাই নিব।

# [২১]

ঢাকা চহৰত জেনেৰেল নিয়াজীয়ে আত্মসমৰ্পণ কৰাৰ খবৰ কৌখালি গ্ৰামতো আহি সিহঁতৰ কাণত পৰিছিল। মূৰৰ ওপৰত উৰি ফুৰা বোমাৰু বিমান, সিহঁতৰ ভূমিৰ মাজেৰে অহা-যোৱা কৰা মুক্তিবাহিনী আৰু সামৰিক বাহিনীৰ পৰা বাংলাদেশৰ মুক্তিৰ সমৰ্থনত ওলাই অহা পূব পাকিস্তানী যুঁজাৰুৰ খদমদম অহা-যোৱাই সিহঁতৰ শান্ত-সমাহিত জীৱন যাত্ৰাত বহুখিনি প্ৰভাৱ পেলাইছিল। শাক্যদেৱে ছিটাগং পাৰ্বত্য এলেকাত সমতলৰ বাঙালীসকলৰ লগত পাৰ্বত্য ভূমিৰ সংযোগকাৰীৰ নেতৃত্ব বহন কৰিছিল। জিয়াউৰ ৰহমানৰ লগতে বাকীখিনি লোকৰো শাক্যৰ ওপৰত অসীম আস্থা আছিল বুলিয়েই আপাত দৃষ্টিত বোধগম্য হৈছিল।

সেইদিনাখন আছিল ঘোৰ অমাৱস্যাৰ এক নিশা। কৌখালিৰ জাউল-জঙত আয়োজিত হৈছিল এক বিশাল ভোজৰ। ওচৰ-পাঁজৰৰ কেইবাখনো গ্ৰামৰ ডেকা ল'ৰাবোৰ গোট খাইছিল এই ভোজ উপলক্ষে। অৱশ্যে উদ্দেশ্য আছিল চাক্‌মাসকলৰ ভৱিষ্যতৰ ওপৰত বিশদ আলোচনা। স্বাধীন বাংলাদেশৰ অংশ হিচাপে চাক্‌মাসকলে কি কি আশা কৰিব পাৰে তাৰ এক খচৰা প্ৰস্তুত কৰাই আছিল সিহঁতৰ মূল লক্ষ্য।

একুৰা জুইৰ চৌপাশে গোটেইবোৰ চক্ৰাকাৰে বহি পৰিছে। বাঁহৰ চুঙাত সকলোৰে হাতে হাতে জাগাৰা বা দোৱা-চ্যুনি মদ।

ঃ নন্দ চাক্‌মা মৰাৰ খবৰটো পাইছানে?

শাক্যৰ প্ৰশ্নত সকলোৱে মূৰ জোকাৰিছে। এনে খবৰ অতি সোনকালে চৌদিশে বিয়পি পৰাটোৱেই অতি স্বাভাৱিক। নন্দ অতি চোকা বুদ্ধিৰ ল'ৰা আছিল। জিভাৰ শক্তিও আছিল ক্ষুৰধাৰ। ঢাকাৰ পৰা আইনৰ ডিগ্ৰী লৈ ৰঙামাটিলৈ ঘূৰি আহিছিল। শাক্যই তাৰ মাজত দেখিবলৈ পাইছিল ভৱিষ্যৎ চাক্‌মা সমাজৰ এজন তীক্ষ্ণধী নেতা, স্নেহ চাক্‌মাৰ উত্তৰসূৰী।

ঃ ভাৰতীয় বোমাৰু বিমানে দুয়োখনকে পাকিস্তানী জাহাজ বুলি ভুল কৰি বংগোপসাগৰত বোমা পেলাই ধ্বংস কৰি পেলালে। ইমান বৃহৎ এখন যুদ্ধত এনেধৰণৰ ভুল হোৱাটো অতি স্বাভাৱিক। কোনখনত নন্দ আছিল সেয়া জনাৰ আমাৰ উপায় নাই। কিন্তু সি যে তালৈ গৈছিল সেয়া খাটাং।

শাক্যই সকলোৱে জনা কথাবোৰকে বাৰে বাৰে দোহাৰিছে। আচলতে মনত বৈ থকা বোজাটো পাতলোৱাৰ ইয়াতকৈ উৎকৃষ্ট পন্থা চাগে আৰু নাই। নন্দৰ মূৰত জানো কি পোক সোমাল যে সি কোনোবা এপাকত কোনোবা এডমিৰেল এজনৰ লগত লগ লাগি পাকিস্তানীহঁতৰ লগত নৌযুদ্ধত নমাৰ পৰিকল্পনা কৰাই পেলালে। ছিটাগং বন্দৰৰ

পৰা গৈ বংগোপসাগৰৰ কোনোবা এখন নৌ-জাহাজত সোমালগৈ। সেই দুখন জাহাজ আছিল পাকিস্তানৰ নৌ-সেনাৰ। কিন্তু হ'বলগীয়া স্বাধীন বাংলাদেশৰ নৌ-সেনাই বলপূৰ্বক অধিগ্ৰহণ কৰি তাক বাংলাদেশৰ নৌ-বাহিনীৰ অংশ বুলি ঘোষণা কৰিলে। নন্দ চাক্‌মা হ'ল তাৰে এখনত থকা এজন নৌ-সৈনিক। প্ৰশিক্ষণ হয়তো নাছিল, নাছিল কোনো কাৰিকৰী জ্ঞান। কিন্তু তাৰ পগলা মূৰত কিবা এটা সোমাল যেতিয়া সেয়া সি কৰিহে এৰিব।

তাৰ অপ্ৰত্যাশিত অকাল মৰণক মানি লোৱাটো সকলোৰে বাবে কঠিন হৈ উঠিছে। হাতে হাতে মদৰ চুঙা ল'লেও ক'ৰবাত যেন উল্লাসৰ লক্ষণীয়ভাৱে অভাৱ। তথাপি যুদ্ধখন শেষ হোৱাৰ পাচত লগ লগাৰ বাবে সকলোৱে হাবিয়াস কৰিছে আৰু পোৰা গাহৰি মাংসৰ লগত মদৰ সোৱাদ লৈ ভৱিষ্যৎ পন্থাৰ বাবে আলোচনা কৰিবলৈ আগবাঢ়োতে নন্দ চাক্‌মাৰ মৃত্যুৰ কাহিনী এক দুৰ্ঘটনা বুলি স্মৃতিৰ কবলৰ পৰা আঁতৰাবলৈ চেষ্টা কৰিছে।

ঃ আমি স্বাধীন বাংলাদেশত কি বিচাৰো সেয়া আমি নিজেই ক'ব লাগিব। ঢাকাত বংগবন্ধু মুজিবুৰ ৰহমানক লগ ধৰি আমাৰ দাবী সম্পৰ্কে তেওঁলোকক অৱগত কৰাব লাগিব।

ঃ আমাৰ নিজ এক শাসন ব্যৱস্থা, সুকীয়া সংস্কৃতি, আমাৰ নিজৰ ভূমি য'ত চলিব অকল জুমখেতি... ইংৰাজৰ দিনত যি ব্যৱস্থা আছিল তাক চলিলেই আমি সন্তুষ্ট। সূৰ্য খিচাই ধীৰে ধীৰে কথাখিনি কৈছে। বাকীবোৰৰ চাগে ক'বলগীয়া বৰ বিশেষ একো নাই। বহু ধুমুহাৰ মাজেৰে পাৰ হৈ গৈছে সিহঁতৰ শৈশৱ, কৈশোৰ আৰু যৌৱন। এতিয়া আগত শান্তিৰ সপোন দেখাৰ বাহিৰে আৰু অন্য একো আশাৰ সঁফুৰা সিহঁতৰ আকাংক্ষাৰ ভাণ্ডাৰত সঞ্চিত হৈ থকা নাই। সদায় ভাবি অহা শান্তি হয়তো এতিয়া সমাগত। সিহঁত সকলো নিশ্চুপ। কেতিয়াবা নীৰৱতাও হৈ পৰে শব্দেৰে মুখৰিত। এনে বাংময় নীৰৱতাত ডুব গৈ থাকোতেই হঠাৎ এটা বন্দুকৰ গুলীয়ে সূৰ্য খিচাৰ বুকু বিদীৰ্ণ কৰি পেলালে। অন্ধকাৰৰ মাজেৰে চৌপাশৰ গভীৰ হাবিৰ কোনো এক বিন্দুৰ পৰা তড়িৎ গতিত অহা এক গুলী। কিন্তু লক্ষ্য হয়তো সুস্থিৰ। নহ'লে গাত গা লগাই বহি থকা অন্য দুই-এটাক স্পৰ্শ নকৰাকৈ ঠিক সূৰ্য খিচাৰ বুকুৰ মধ্যভাগৰ প্ৰতি দৃষ্টি ৰাখি মাৰি দিয়া গুলীয়ে সূৰ্যক বগৰাই পেলোৱাটোৱে গুলী চলোৱাজনৰ অব্যৰ্থ লক্ষ্যৰ কথাকে বুজাই তুলিছে। বন্দুকৰ ট্ৰিগাৰত যেন কোনোবা যাদুকৰী হাতৰ পৰশ!

সকলোৱে মাজত হুৰা-দুৰা লাগি পৰিল। কোনোবা কেইটামান দৌৰি দৌৰি চাংগুৰে উঠি জাউল-টংগিৰ ভিতৰত সোমাই পৰিলগৈ। শাক্যই উঠি গৈ সূৰ্যক সাবটি ধৰিলে। তাৰ বুকুৰে তেজৰ ফোৱাৰা বৈছে। মুদা চকু, দেহত জীয়াই থকাৰ কোনো চিন-চাব নাই। কিয় জানো শাক্যৰ ভাব হৈছে যে তাকো কোনোবাই গুলীয়াই দিয়ক। সূৰ্যৰ নিথৰ দেহটো নিজৰ দুবাহুৰ মাজত সুমুৱাই জীয়াই থকাৰ সকলো স্পৃহা সি হেৰুৱাই পেলাইছে।

হাবিৰ মাজৰ পৰা আহিবলগীয়া গুলীৰ প্ৰতীক্ষাত ৰৈ থাকোতেই চকুত পৰিল ক'লা কাপোৰ পৰিহিত কেইটামান অৱয়ব তাৰ দিশলৈ আগুৱাই অহাৰ দৃশ্য। বৰ সন্তৰ্পণে আগবাঢ়িছে সিহঁত আৰু তাৰ ওচৰত আহি উপস্থিত হোৱাৰ পাচতেই কিছু সময়ৰ বাবে স্তব্ধ হৈ ৰৈ গৈছে। ভুল হোৱা নাই শাক্যৰ। দলটোৰ সন্মুখত মনচুৰ ৰহমান। শাক্যৰ চকুত চকু মিলাই কিছু ক্ষণ নীৰৱ হৈ থাকি মনচুৰ আৰু সিহঁতৰ দলটো দপদপাই জাউল-টংগিৰ ওপৰলৈ উঠি গৈছে। জাউল-টংগিৰ পৰা ভাহি আহিছে গুলীৰ শব্দ, মৃত্যুকাতৰ আৰ্তনাদ আৰু কিছুমান পৈশাচিক কিৰিলি।

মনচুৰ ৰহমান আৰু বাকী অসুৰকেইটা একেই দপ্‌দপনিৰে জাউল টংগিৰ পৰা নামি তলৰ মুকলি ঠাইত থিয় হ'লহি।

ঃ ক'লৈ গ'ল বাকীবোৰ?

ঃ পলাই গ'ল। ৰাতি এইখন হাবিৰ মাজত পলৰীয়াবোৰক বিচাৰি উলিওৱা সম্ভৱ নহ'ব। প্ৰয়োজনো নাই। যিকেইটাৰ কথা ভাবি আছিলো, সিহঁতক জাউল-টংগিতে পাই গ'লো।

মনচুৰৰ চকু মিলিত হৈছে ৰক্তাক্ত, নিথৰ সূৰ্য খিচাৰ দেহাটো সাবটি থিয় হৈ থকা শাক্যদেৱৰ চকুত। আসন্ন মৃত্যুৰ বাবে ইতিমধ্যে শাক্যদেৱে প্ৰস্তুতি চলাইছেই। আৰু হয়তো কেইটামান ক্ষণৰ পাচতেই মনচুৰৰ গুলীয়ে তাৰ বুকু বিদীৰ্ণ কৰি পেলাব। মনচুৰ শাক্যৰ ওচৰ চাপিছে। সি শাক্যৰ বাউসীত লাহেকৈ এটা টোকৰ মাৰিছে।

ঃ কি খবৰ ডেকাল'ৰা?

মৃত্যুক সন্মুখত লৈ ৰৈ থাকোতে মৃত্যু ভয় দেখোন উদ্ৰেক হোৱা নাই। হয়তো শংকাই জগাই তুলিছে একপ্ৰকাৰ নিস্পৃহতা।

ঃ কিয় পলম কৰিছা? কামটো কৰি পেলোৱা।

ঃ কি কাম?

ঃ কিয়? হত্যা কৰাৰ কাম!

মনচুৰে বন্দুকটো কান্ধলৈ উঠাই সূৰ্যৰ নিথৰ দেহটোলৈ ঘোপকৈ চাই পঠিয়ালে। তাৰ চকু দুটা খণ্ডত যেন সৰু হৈ পৰিছে।

ঃ ইয়াৰ বাবে... ইহঁতৰ বাবে... মেৰাজটো মৰি থাকিল।

ঃ সিহঁতক আমাৰ কোনেও খবৰ দিয়া নাছিল মনচুৰ। চাক্‌মা মানুহবোৰে বিশ্বাসঘাতকতাক কেতিয়াও প্ৰশ্ৰয় নিদিয়ে। সিহঁতবোৰ... পাকিস্তানীবোৰ... নিজে নিজেই এইখিনি ওলাইছিলহি। মনচুৰৰ দৃষ্টিৰ পৰা নিৰ্গত হোৱা ঘৃণাৰ পৰা সূৰ্যৰ মৃতদেহাটোকো ৰক্ষা কৰিবৰ বাবে শাক্যই তাক আৰু জোৰেৰে সাবটি ধৰিলে। ইমান ঘৃণা সূৰ্যৰ প্ৰাপ্য নহয়।

মনচুৰে শাক্যৰ পিনে এবাৰো নোচোৱাকৈ পুনৰ ওলোটা দিশলৈ দপ্‌দপাই আঁতৰি গৈ হাবিৰ মাজত নিজৰ সতীৰ্থহঁতৰ লগত অদৃশ্য হৈ পৰিল। ইয়াৰ পাচত বহুসময়লৈ

এক ভয়ংকৰ নীৰৱতা। শাক্যদেৱ শীতল ভূমিত বহি পৰিছে। তাৰ বুকুত সোমাই থকা সূৰ্যৰ দেহতো সেই সময়ত বহু শীতলতাৰ পয়োভৰ।

পাচদিনা সূৰ্য আৰু জাউল-জঞ্জিত পিশাচইঁতৰ হাতত প্ৰাণ হেৰুওৱা অন্য দহোটা ডেকাল'ৰাৰ মৃতদেহ ৰাধাঘৰত সুমুৱাই সৎকাৰৰ বাবে নিবলৈ ওলাওঁতে কৌখালিৰ লগতে ভূষণচাৰা, কেবাং, কুজ্জপুত্ৰ আদিৰ পৰা অহা শ শ গএগাৰ কান্দোনত গছৰ পাত সৰিছিল। আচলতে স্বাধীন বাংলাদেশত নিজৰ এক সুনিশ্চিত ভৱিষ্যতৰ সপোন দেখা এমুঠি মানুহৰ আজি যেন হঠাৎ স্বপ্নভংগ হৈছে। কেইটামান নিথৰ দেহাৰ সন্মুখত সিহঁতে দেখিবলৈ পাইছে এক ভয়ংকৰ ভৱিষ্যতৰ আগজাননী। একেবাৰে নিশ্চুপ হৈ আছে শাক্যদেৱ। সন্মুখত পায়ো একো হাত নিদিয়াকৈ সেইদিনাথন মনচুৰ কিয় আঁতৰি গ'ল সেয়া তাৰবাবে এতিয়াও এক সাঁথৰ হৈয়েই আছে। হয়তো মৃত্যুৰ এক লীলা-খেলা চকুৰ আগতে দেখুৱাই এক দীঘলীয়া মানসিক উৎপীড়নৰ বলি কৰিবলৈকে তাক তেনেকৈ অক্ষত অৱস্থাত এৰি থৈ গ'ল বুলি সি ভাবিবলৈ লৈছে। ৰথ টনা শোভাযাত্ৰাৰ সময়ত মানুহবোৰৰ চকুত চকুপানী। শ্মশানত সিহঁতৰ নশ্বৰ দেহবোৰত জুই লগাই দিওঁতে কান্দোনৰ ৰোল জ্যামিতিক হাৰত বৃদ্ধি পাই গ'ল।

কাইলৈ পুৱা আমি ইয়ালৈ আহিম।

মানৱেন্দ্ৰ লামাই শাক্যদেৱৰ কাণৰ ওচৰলৈ মুখখন নি কৈ উঠিল। জুইৰ ধোঁৱাই সমগ্ৰ ঠাইখিনি ছাটি ধৰাৰ সময়তেই মানৱেন্দ্ৰৰ বাক্যশাৰী কিবা এক পৰিকল্পনাৰ অংশ যেন হৈ শাক্যৰ কাণত বাজি উঠিছে। কাইলৈ পুৱা সকলো আত্মীয়-স্বজন, বন্ধুবৰ্গ সৎকাৰ কৰা ঠাইলৈ অহাটো ইমান স্বাভাৱিক যে তাকেই মানৱেন্দ্ৰই ইমান গোপনে, ফুচফুচাই কিয় ক'বলগীয়া হ'ল সেয়া শাক্যই অনুধাৱন কৰিব পৰা নাই। হয়তো সময়বোৰ, ঘটনাবোৰ ইমান অস্বাভাৱিক যে কোনো কথাই সাধাৰণভাৱে গ্ৰহণ কৰাটো কঠিন হৈ পৰাটোৱেই স্বাভাৱিক যেন অনুমেয় হৈ পৰিছে।

কাহিলি পুৱাই উঠি শ্মশানৰ ফালে যাওঁতে শাক্যৰ দুই চকু পূৰিছে। গোটেই নিশা শুব পৰা নাই সি। তাৰ খোজৰ লগত খোজ মিলাই আগবাঢ়ি যোৱা মানৱেন্দ্ৰ লামাৰো দুই চকু অসাধাৰণভাৱে ৰঙা, ঠিক পূব আকাশৰ কমলা বেলিটোৰ দৰে। কেৱল তাত নাই পুৱাৰ বেলিৰ দগমগনি। ধূসৰ হৈ পৰিছে দুয়োজনৰে মুখমণ্ডল। আত্মীয়-স্বজনো এজন-দুজনকৈ আহিবলৈ ধৰিছে।

ভালদৰে পোহৰ হোৱাৰ আগেয়ে প্ৰতিটো ৰাধাঘৰৰ ওচৰত মৃতকৰ কুটুমে হাড় বিচৰাত লাগি গ'ল। প্ৰতিজনৰে বাৰডালকৈ হাড়ৰ টুকুৰা বিচাৰি উলিওৱা হয়তো ইমান সহজ কাম নহয়। সৎকাৰ কৰাৰ পাচত কেতিয়াবা ওচৰাউচৰিকৈ থোৱা ৰাধাঘৰৰ মাজত হাড়, মঙহৰ পোৰা টুকুৰা সান-মিহলি হৈ পৰাও অতি সাধাৰণ ঘটনা। তথাপি মানুহবোৰে হাড়বোৰ গোটায় আৰু কাপোৰৰ ফটাকানিৰে সেইবোৰ বান্ধি পাচত ফেনী, কৰ্ণফুলি বা চাংগো নদীত পেলায়। মৃতকৰ ভৰিৰ খোজো মানুহবোৰে বিচাৰে। ভৰিৰ খোজ দেখিলে

কিছুমানে উল্লাসতে চিঞৰে। খোজকাঢ়ি আঁতৰি যোৱা আত্মাই নিৰ্বাণ লাভ কৰাৰ এয়া যে স্পষ্ট চিন! তথাগতই জানো কোৱা নাছিল পুনৰ্জন্মৰ পৰা মুক্তি লাভেই মানুহৰ জীৱনৰ চৰম উদ্দেশ্য? আজি অৱশ্যে কোনো কুটুমে ডেকাল'ৰাহঁতৰ খোজ বিচাৰিবলৈ যোৱা নাই। হয়তো মুখেৰে ফুটাই নক'লেও তেওঁলোকে বিচাৰিছে যে জীৱনটো আৰম্ভই নকৰা এই ল'ৰাহঁত পুনৰ জীৱনটোলৈ ঘূৰি আহক।

হাড় বিচাৰি টোপোলা কিছুমান বান্ধি লৈ লাহে লাহে আঁতৰি যোৱা মানুহৰ সমদলটোলৈ চাই মানবেন্দ্ৰ লাৰ্মাই খুব অস্ফুট স্বৰেৰে শাক্যৰ কাণৰ কাষত কৈ উঠিল— সিহঁতক ইমান সহায় কৰাৰ মূল্য এনেকৈহে দিলেনে? সিহঁত কোন তাৰ ওপৰত অনাহক প্ৰশ্ন তোলাৰ ইচ্ছা শাক্যৰ জগা নাই। তেনে এক প্ৰশ্ন তুলি কিছুসময় ক্ৰয় কৰাৰ অবান্তৰ প্ৰচেষ্টাৰ এই মুহূৰ্তত কোনো অৰ্থও সি বিচাৰি পোৱা নাই।

ঃ আমি এটা ৰাজনৈতিক দল খুলিম বুলি সিদ্ধান্ত লৈছো। কিন্তু তাৰ সৈতে সমান্তৰালভাৱে এটা সংগঠনো গঢ়ি তুলিম।

ঃ কেনেধৰণৰ সংগঠন মানৱ?

ঃ যুদ্ধ দিয়া সংগঠন। অস্ত্ৰ-শস্ত্ৰ লৈ যুঁজলৈ যোৱা সংগঠন!

ঃ স্বাধীন বাংলাদেশত এনেকৈ সশস্ত্ৰ সংগঠন এটা খোলাৰ প্ৰয়োজনীয়তা কিবা আছে জানো?

ঃ স্বাধীন বাংলাদেশত যদি নিৰস্ত্ৰ চাক্‌মা মানুহৰ হত্যাযজ্ঞ সংঘটিত হ'ব পাৰে তেনেহ'লে সশস্ত্ৰ সংগঠনৰো প্ৰয়োজনীয়তা থাকিব পাৰে।

ঃ আচলতে মনচুৰ ৰহমানৰ নিচিনা কেইজনমান উন্মাদ মানুহৰ কাৰণেই আমি সকলো আশা ত্যাগ কৰিব লাগিব বুলি মই নিজকে পতিয়ন নিয়াব পৰা নাই মানৱ। এইখন দেশে এতিয়াও এটা পূৰ্ণাংগ ৰূপ ধাৰণ কৰা নাই। তাৰবাবে প্ৰয়োজন হ'ব সময়ৰ। যুদ্ধখন শেষ হৈছেহে মাথোন। অলপ খেলিমেলি অহাটো স্বাভাবিক।

ঃ মই আগতেও আশাবাদী নাছিলো শাক্য দাহদা। তোমাৰ মা-বাবাক যিয়ে হত্যা কৰিছিল সি পশ্চিম পাকিস্তানৰ পৰা কোনোবা পাঞ্জাবী বা বেলচুী চিপাহী নাছিল। সি পূব পাকিস্তান বা এতিয়াৰ বাংলাদেশৰ মাটিত গজা হত্যাকাৰীয়েই আছিল। দেশ এখনৰ নাম সলনি হ'লেই তাৰ মানুহৰ স্বৰূপ সলনি হ'ব বুলি বিশ্বাস কৰাটো মূৰ্খামিৰ বাদে অন্য একো নহয়।

ঃ ৰাজাবাৰীৰ পৰা ৰাজমাতা বেনিতা ৰয়ে আমাক মাতিছে। ৰাজমাতাৰ হৈ আমি বংগবন্ধু মুজিবুৰ ৰহমানৰ ওচৰলৈ হয়তো আমাৰ অনুৰোধ লৈ যাব লাগিব। মুজিবুৰ ৰহমানে আমাক কি কয় তাক শুনাৰ পাচতহে এই সশস্ত্ৰ সংগঠন আদি খোলাৰ কথা পাচৰ পৰ্যায়ত ভবাটো ভাল হ'ব।

সিহঁত দুয়োটা কথা পাতি পাতি মানুহৰ জুমৰ পৰা কিছু ফালৰি কাটি আহি হাবিৰ মাজে মাজে লুংলুঙীয়া বাটেৰে পোনাই কাঞ্চৰ দিশত গৈ থাকিল। সাদিনৰ পাচত সমূহীয়া

শ্ৰাদ্ধখনৰ বাবে সকলো ব্যৱস্থা কৰাৰ দায়িত্ব এতিয়া সিহঁতৰ হাতত। চুবুৰীয়া গ্ৰামৰ যিমানকেইটা ডেকাল'ৰা যোৱা নিশাৰ হিংসাৰ বলি হ'ল সকলোকে সৎকাৰ কৰা হ'ল এই কৌখালি গ্ৰামৰ ভূমিত। এতিয়া শ্ৰাদ্ধও পতা হ'ব কৌখালি গ্ৰামতে। চাক্মা ভূমিশিশুৰ বাবে কৌখালি গ্ৰামেই আজি হৈ পৰিছে অঘোষিত প্ৰাণকেন্দ্ৰ। এই নতুন হিংসাৰ বলি হৈ মানুহবোৰে কৌখালিৰ ডেকাচামলৈ সাহস আৰু প্ৰত্যয়ৰ আশাত মূৰ তুলি চাইছে।

মানবেন্দ্ৰ লাৰ্মাই তাৰ প্ৰত্যুত্তৰস্বৰূপে গঢ়ি তুলিবলৈ বিচাৰিছে এক সশস্ত্ৰ বাহিনী। হিংসাক হিংসাৰে ধ্বংস কৰাৰ পৰিকল্পনা। এনে পৰিকল্পনাত নতুনত্ব একো নাই। সৃষ্টিৰ সময়ৰে পৰা চলি থকা এক অবিৰত প্ৰক্ৰিয়া।

ঃ মই ইতিমধ্যে আমি গঢ়িবলগীয়া বাহিনীটোৰ নামো ঠিক কৰি পেলাইছো। শাক্যৰ ভাব যেন পঢ়িব পাৰিলেই মানবেন্দ্ৰই কথাখিনি কৈ উঠিছে।

ঃ শান্তি বাহিনী।

এতিয়া শাক্যৰ চক্ খোৱাৰ পাল।

ঃ মুক্তি বাহিনী নাম লৈ সিহঁত আহি আমাক মাৰিলে। শান্তি বাহিনী নাম লৈ আমি সিহঁতক মাৰিম। নামত শান্তি, কামত অশান্তি।

ঃ এটা কথা ভাবি চাইছানে মানৱ? এবাৰ যদি বাঘৰ পিঠিত উঠা, তাৰ পৰা নামিব খুজিলেও তুমি নামিব নোৱাৰিবা। হাতত অস্ত্ৰ লাগিলে সি এৰা নিদিব আৰু যি কামৰ কাৰণে অস্ত্ৰ ল'বলৈ বিচাৰিছা, সেই লক্ষ্যও এদিন খেলিমেলিৰ চাকনৈয়াত হেৰাই যাব।

ঃ এজন গান্ধীৰ বাবে ভাৰতবৰ্ষ দুভাগ হ'ল আৰু আমাৰ নিচিনা দুৰ্ভগীয়াবোৰ হাৰাশাস্তিৰ সন্মুখীন হ'ল। সেই গান্ধীবাদী সংলাপ আৰু মোৰ শুনিবলৈ মন নাই।

ঃ চতুৰ ইংৰাজহঁতে অকল গান্ধী থকা বাবেহে ভাৰতক দুটা ভাগ কৰিয়েই এৰিলে। হাতত অস্ত্ৰ লোৱা দলৰ লগত স্বাধীনতাৰ বাবে মোকাবিলা কৰিবলগীয়া হোৱাহেঁতেন সিহঁতে ভাৰতবৰ্ষখনক সহস্ৰটা ভাগত ভাগ কৰি পেলালেহেঁতেন। মই স্বীকাৰ কৰো যে গান্ধীয়ে আমাৰ কথা একেবাৰেই নাভাবিলে। মোৰ বাব আৰু স্নেহ কাক্কাই গান্ধীৰ নাম শুনিবলৈকে নিবিচাৰে। তেওঁলোকে বিশ্বাস কৰে যে সেই সময়ৰ সংকটৰ মুহূৰ্তত গান্ধীয়ে চকুমুদা কুলিৰ নিচিনা ভাও নিদিয়াহেঁতেন ছিটাগং পাৰ্বত্য এলেকা পাকিস্তানৰ হাতত নপৰিলেহেঁতেন। মই অৱশ্যে কথাবোৰ তেনেদৰে ভাবিবলৈ বিচৰা নাই। ইমান বৃহৎ এখন দেশৰ ইমানবোৰ সমস্যাৰ মাজত গান্ধীজীৰ নিচিনা এজন নেতাৰ কাৰণে ছিটাগঙৰ কথা লৈ মূৰ ঘমোৱাৰ সময় ক'ত? দ্বিতীয়তে পাকিস্তানৰ ওপৰত তেওঁৰ হয়তো পূৰামাত্ৰাই আস্থা আছিল।

ঃ ঠিক তোমাৰ এই বাংলাদেশ নামৰ ব্যৱস্থাটোৰ ওপৰত ভাৰসা থকাৰ নিচিনাকৈ শাক্যদেৱৰ প্ৰতি মানবেন্দ্ৰই কটাক্ষ কৰি বাক্যবাণ নিক্ষেপ কৰিলেও শাক্যৰ খং উঠা নাই। মানবেন্দ্ৰ কম বয়সীয়া ল'ৰা। তদুপৰি সূৰ্যহঁতৰ এই অপ্ৰৰোচিত হত্যাৰ পাচত সিহঁতৰ ডেকা তেজ উথলি উঠাই স্বাভাৱিক। শৈশৱৰ পৰা পোৱা বিভিন্ন আঘাতে

শাক্যক হয়তো কিছু পৰিমাণে হলাহল পান কৰিব পৰা নীলকণ্ঠলৈ ৰূপান্তৰিত কৰি তুলিছে। স্থিতপ্ৰজ্ঞতাৰ আত্মশিক্ষাই তেওঁক দৃঢ়ৰ পৰা দৃঢ়তৰ কৰিও তুলিছে।

ঃ আস্থা নহ'লে কোনো কামেই কৰিব নোৱাৰি মানৱ। আমি গঢ়িমনে ভাঙিম সেয়া নিৰ্ভৰ কৰিব ভাৰসা আৰু সন্দেহৰ মাজত কি অনুপাতত আমাৰ পদক্ষেপ বিভক্ত কৰি আমি আগুৱাই যাব খুজিম।

ঃ এইবিলাক ডাঙৰ, গধূৰ বাক্য। আমাৰ চাক্‌মাবোৰৰ নিচিনা সৰলচিতীয়া, সকলোৱে ন্যায়ৰ পৰা বঞ্চিত কৰিব খোজা জাতিৰ বাবে এইবোৰ বাক্যৰ অৰ্থ নাই। শক্তিক সকলোকে ভয় কৰে। শক্তিক সকলোৱে সমীহো কৰে। মোৰ বাবে শক্তিৰ সংজ্ঞা যুদ্ধ। মই শক্তিক প্ৰত্যক্ষ কৰো অস্ত্ৰৰ শানিত ধাৰত।

ঃ মোৰ এটা অনুৰোধ আছে মানৱ। ৰাজমাতাই মাতিছে যেতিয়া তেওঁৰ দূতস্বৰূপে ঢাকালৈ আমাক পঠিওৱাটো একপ্ৰকাৰ খাটাং। বংগবন্ধুৱে কি কয় শুনি লওঁ দিয়া। তাৰপাচতহে অস্ত্ৰ, হিংসা এইজাতীয় কথাবোৰ তোমালোকে বিকল্প হিচাপে ভাবি চাব পাৰা। কিন্তু তেওঁ যদি সহানুভূতিশীল হয়, তেনেহ'লে এইবোৰৰ প্ৰয়োজন নহ'বও পাৰে। আমি বিচৰাখিনি যদি কথা-বতৰাৰ যোগেদি পায়েই যাওঁ, তেতিয়া হ'লে হয়তো...। সেইখিনি সময়লৈ আমি অপেক্ষা কৰিব নোৱাৰিমনে?

শাক্যৰ মাতটো হয়তো কৰুণ শুনাইছিল। এনে কিছুমান মুহূৰ্তত যেতিয়া উন্মাদনাই সকলোখিনিকে গ্ৰাস কৰিবলৈ উদ্যত হয়, যেতিয়া বন্য হিংস্ৰতাই অন্য বহুতো হিংস্ৰতাৰ জন্ম দিয়ে তেতিয়াই অসহায়তাই চিন্তা জগতৰ অন্তৰ্ভাগলৈ কুৰুকি কুৰুকি সোমাই যায় আৰু যথাযথ চিন্তাৰ বহিৰ্মুখী ৰূপত কিছুমান বিষাদ ধীৰে ধীৰে ওলাই আহে।

ঃ তোমাৰ কথাই ৰওক। সেইটো মুহূৰ্তলৈ আমি অপেক্ষা কৰিম। আমাৰ শান্তি বাহিনী তেতিয়ালৈ আমাৰ পৰিকল্পনাৰ চন্দুকত আবদ্ধ থাকিব।

## [২২]

ৰাণী বেনিতা ৰয় স্নেহ চাক্‌মাৰ পঁজাঘৰৰ সন্মুখত থিয় হ'লগৈ। স্নেহই নিজৰ চকুকেই যেন বিশ্বাস কৰিব পৰা নাই! আগৰতলা বিমানকোঠৰ পৰা তেওঁ ক'তো নোবোৰাকৈ চিধাই স্নেহৰ ঘৰ ওলাইছেহি। লগত দুজন অপৰিচিত লোক। হয়তো ত্ৰিপুৰা চৰকাৰৰ কোনো বিষয়া।

ৰাণীয়ে স্নেহৰ ফালে অপলক নেত্ৰে কিছুসময় চাই পঠিয়াইছে। ৰাণীৰ চকুত বহুতো আৱেগৰ সমাহাৰ! হয়তো ৰঙামাটিৰ ৰাজাবাৰীৰ পৰা এদিন এখন ঘোঁৰা-বাগীত উঠি হুৰমূৰকৈ এক অনিশ্চিত ভৱিষ্যৎ হাতৰ মুঠিত বান্ধি ওলাই অহা এজন চফল ডেকা ল'ৰাৰ মুখ এইখন ক্ষত-বিক্ষত মুখত বিচাৰিবলৈ গৈ তেওঁ আজি সময়ৰ পাখিলগা গতিৰ স্মৰণত বিহ্বল হৈ পৰিছে। সেই একেই বিড়ম্বনা স্নেহৰ ক্ষেত্ৰতো ঘটিছে। তেৰোঁ প্ৰাণচঞ্চল এগৰাকী ধুনীয়া মহিলাৰ ঠাইত আজি পঁচিশটা বছৰৰ ব্যৱধানত আৱিষ্কাৰ কৰিছে বয়সে গৰকি পেলোৱা অন্য এগৰাকী আদহীয়া মহিলাক। সময়ৰ দৌৰ কি দুৰন্ত! ৰাণীৰ লগত অহা অভ্যাগতকেইজনে ইতিমধ্যে তেওঁৰ পৰা অনুমতি লৈ কিছুসময়ৰ বাবে আঁতৰি গৈছেগৈ। দুয়োজনকে এনেকৈ অকলে এৰি দিবৰ বাবে ৰাণীয়েই চৰকাৰৰ ওচৰত খাটনি ধৰিছিল। ভাৰত চৰকাৰৰ মুৰব্বী, আন্তৰ্জাতিক পৰ্যায়ত এগৰাকী শীৰ্ষস্থানীয় নেতা ইন্দিৰা গান্ধীৰ আমন্ত্ৰণক্ৰমে ৰাণী বেনিতা ৰয় দিল্লীমুখী যাত্ৰা আগত ৰাখি আগৰতলাত উপস্থিত হৈছেহি। ইন্দিৰা গান্ধীয়ে কিয় তেওঁক আজি হঠাৎ স্মৰণ কৰিছে সেয়া বুজাত ৰাণীৰ বৰ বিশেষ কষ্ট হোৱা নাই। তেৰোঁ বিচাৰিছে তেওঁৰ পুত্ৰ নিজ ঠাইলৈ, তেওঁৰ বুকুৰ মাজলৈ উভতি আহক। কিন্তু ত্ৰিদিব যেন প্ৰয়োজনতকৈ অধিক জেদী। সিহঁতৰ সুখ-দুখলৈ এবাৰো দৃষ্টিপাত কৰিবলৈ আহৰি নোহোৱা ভাৰতৰ প্ৰতি সি ইমানেই বীতশ্ৰদ্ধ যে ভাৰতৰ পৃষ্ঠপোষকতাত লাভ কৰা বাংলাদেশী স্বাধীনতাৰ প্ৰতিও তাৰ এক ভাবিব নোৱাৰা বিৰাগে গা কৰি উঠিছে। কাপ্‌টাই প্ৰকল্পৰ সময়ত কোবাল সোঁতত উটি যোৱা হেজাৰখন চাক্‌মা গাঁৱৰ শোকাৱহ সমাধিক নিস্পৃহতাৰে গ্ৰহণ কৰা ভাৰতক সি ক্ষমা কৰিবলৈ প্ৰস্তুত নহয়। অথচ সেই ধ্বংসলীলাৰ মহানায়ক পাকিস্তানক সি প্ৰত্যাখ্যান কৰিবলৈ ওলোৱা নাই। ত্ৰিদিবৰ জেদ, ত্ৰিদিবৰ জটিল মনস্তত্ত্বক মাক হৈও তেওঁ আজিলৈকে বুজিবলৈ কিয় সক্ষম হোৱা নাই। সেয়া তেওঁৰ বাবে এক সাঁথৰ হৈ পৰিছে।

আহক ৰাজমাতা। আপুনি মোৰ পঁজাঘৰত এনেকৈ কেতিয়াবা পদধূলা দিব সেয়া মোৰ সপোনৰো অগোচৰ আছিল।

স্নেহই ৰাজমাতাৰ চৰণ স্পৰ্শ কৰোতে চকুত বহুতো পানীয়ে ভিৰ কৰিছেহি। তেওঁৰ

নিচিনা গৰ্বিত মানুহ এজনৰ বাবে কাৰোবাৰ ওচৰত এনেকৈ মূৰ দোঁওৱা স্বভাৱবিৰুদ্ধ হ'লেও মহাৰাণী বেনিতা ৰয়ৰ নিচিনা এগৰাকী মহিলাৰ সন্মুখত বিনাদ্বিধাই তেওঁ নতশিৰ হৈ পৰিছে। মহাৰাণী যে চাক্‌মা সমাজৰ সম্ভ্ৰমৰ প্ৰতিভূ, পৰম্পৰাৰ মধ্যমণি আৰু ৰাণীৰ চৰণ স্পৰ্শ কৰোতে বহুদিনৰ আগেয়ে ভৰিৰ তলৰ পৰা আঁতৰি যোৱা ৰঙামাটিৰ ভূমি স্পৰ্শ কৰাৰ এক অদ্ভুত অনুভূতিয়ে স্নেহৰ গা-মন দোলাই গৈছে। ছিটাগং পাৰ্বত্য এলেকাৰ মাটি খচকি ওলাই অহা ৰাণীৰ পদযুগলৰ কোনোবাখিনিত হেৰাই যোৱা সেইখিনি মাটিৰ গোন্ধ তেওঁ ক'ব নোৱাৰাকৈয়ে অনুভৱ কৰিছে।

আগচোতালৰ এখন কাঠৰ চকীত ৰাণী ধুপুচকৈ বহি পৰিছে। এয়া পাৰ হৈ যোৱা এক ক্লান্তিকৰ যাত্ৰাৰ শেষত অৱসাদ আঁতৰোৱাৰ একধৰণৰ দুৰ্বল প্ৰচেষ্টা। সন্মুখতো যে পৰি আছে সুদীৰ্ঘ এক অনিশ্চিত যাত্ৰা।

ঃ শাক্যদেৱক মাতি পঠিয়াইছিলো। লগতে মানবেন্দ্ৰ লাৰ্মা। চিনি পোৱানে শাক্যদেৱক? শাক্যদেৱ দেৱান? আমাৰ কামিনীমোহনৰ ল'ৰা।

ঃ শাক্যক মই বুলিয়েই ধৰি লৈছো। কোলাত থকা অৱস্থাৰে পৰাই দেখিছো তাক।

ঃ তুমি এটা সময়ত ছিটাগং পাৰ্বত্য এলেকাৰ কাৰণে অদ্বিতীয় নেতা আছিলা। শাক্যদেৱে এতিয়া তাত তোমাৰ ঠাই অধিকাৰ কৰিছে। তাকেই পঠিয়াইছো শ্বেইখ মুজিবুৰ ৰহমানৰ ওচৰলৈ।

ঃ কিহৰ কাৰণে? আমাক আমাৰ ধৰণেৰে জীয়াই থাকিবলৈ দিয়া বুলি ভিক্ষাৰ পাত্ৰ লৈ মুজিবুৰক ক'বৰ কাৰণে?

ঃ তোমাৰ এই খং দেখি মোৰ কালৈ মনত পৰিছে জানা স্নেহ? মোৰ পুত্ৰ ত্ৰিদিৱলৈ। সি কি কয় জানা? ছিটাগঙত হত্যালীলা কৰা কাৰ্য, কাপ্‌টাই বান্ধ সাজি হেজাৰ-বিজাৰ চাক্‌মা গাঁও উটাই দিয়া কাৰ্য পশ্চিমৰ সিটো দিশৰ পৰা আহি কোনো পাকিস্তানীয়ে কৰা নাছিল। আজি বাংলাদেশী বুলি নতুন নামৰ কাপোৰ সাজ পিন্ধি থিয় হোৱা এইখিনি মানুহেই জড়িত আছিল তেনে ঘৃণনীয় কাৰ্যত। সেই একে কথাকেই সেইদিনা দোহাৰিলে মানবেন্দ্ৰ লাৰ্মা নামৰ ফুকলীয়া ল'ৰাটোৱে। চাৰিওফালে ইমান খঙৰ পয়োভৰ দেখিলে মোৰ বৰ ভয় লাগে স্নেহ।

ৰাণীৰ মাতটো ইমান কৰুণ শুনাইছে যে স্নেহৰ সকলোবোৰ ক্ৰোধৰ সৌধ সেই কৰুণতাই নিমিষতে ধুই পেলাইছে। আচলতে এই কৰুণতাত নিহিতহৈ আছে অলেখ ধ্বংস আৰু নোপোৱাৰ কাহিনী আৰু তাৰ বাবেই জন্ম হৈছে অযুত ক্ৰোধৰ। তথাপি স্নেহৰ এই মুহূৰ্তত সেই ক্ৰোধবোৰৰ ওপৰতহে কিছুমান খঙৰ সৃষ্টি হৈছে। হাবিৰ সেউজীয়াখিনিৰ মাজে মাজে থেও ধৰি ধৰি গজি উঠা মৰম, প্ৰেম, ক্ষমাৰ মাজত হঠাৎ এই খংবোৰ আহিল ক'ৰপৰা আৰু কিহৰ গৰজত? এইবোৰে অসহায় কৰি তোলা মহাৰাণীৰ অসহায়তা দূৰ কৰাৰ এক প্ৰচণ্ড ইচ্ছা তেওঁৰ মনৰ মাজত জাগ্ৰত হৈ উঠিছে।

ঃ ইন্দিৰা গান্ধীয়ে মোক দিল্লীলৈ মাতি পঠিয়াইছে। বিষয়ৰ কিছু পৰিবৰ্তনত স্নেহই

ভালেহ পাইছে।

ঃ মই শুনিবলৈ পাইছো। কিহৰ বাবে মাতিছে কিবা বুজিব পাৰিছেনে?

ঃ অল্‌প-অচৰপ আগতীয়া ইংগিত মোলৈ আহিছে। ত্ৰিদিবৰ কাৰণে। তুমিতো জানাই সি যুদ্ধখনৰ আগৰ পৰাই পাকিস্তান চৰকাৰৰ ৰাষ্ট্ৰদূত হিচাপে আৰ্জেণ্টিনাত কাম কৰি আছিল। এতিয়া যুদ্ধখনৰ পাচতে সি একেটা কামতেই নিযুক্ত হৈ আছে। পাকিস্তান চৰকাৰৰ চাকৰি এৰিবলৈ সি এতিয়া প্ৰস্তুত নহয়। এই কথাটো বাংলাদেশৰ কাৰণে অস্বস্তিৰ কাৰণ হৈ পৰিছে বুলি হয়তো ভাৰতে অনুভৱ কৰিছে। ৰাণী কিছুসময়ৰ বাবে নিশ্চুপ হৈ পৰিছে। হয়তো বহুধৰণৰ বেদনাই তেওঁক আশাহত কৰি তুলিছে।

ঃ তুমি মোৰ লগত দিল্লীলৈ ওলাব লাগিব স্নেহ।

ঃ মই? কিহৰ বাবে ৰাজমাতা?

ঃ তোমাক ইন্দিৰা গান্ধীৰ সন্মুখত হাজিৰ কৰাব খুজিছো। চাক্‌মাসকলৰ সুখ-দুখৰ, প্ৰত্যাশাৰ কাহিনী তুমিহে তেওঁৰ আগত বিৱৰি ক'ব পাৰিবা। আমাক যে স্বায়ত্তশাসনৰ দৰকাৰ সেইটো তুমি বুজাই ক'ব লাগিব।

ঃ স্বায়ত্তশাসন? মই যেতিয়া ইন্দিৰা গান্ধীক লগ পাম, তেতিয়া পূৰ্ণ স্বাধীনতাৰ কথাহে উলিয়াম। বঙালী মুছলমানৰ যদি এখন বেলেগ দেশ থাকিব পাৰে, চাক্‌মাসকলে পৃথক দেশ এখন বিচৰাত দোষ কোনখিনিত? নহ'লে আমাক ভাৰতৰ লগত চামিল কৰি পেলাওক। আমাৰ এই দীঘলীয়া পাহাৰী এলেকাটো ভাৰতৰ সীমান্তৰ এক সুৰক্ষা পৰিক্ৰমা হিচাপে কামত আহিব।

ঃ তাৰমানে তুমি মোৰ লগত অহাটো খাটাং।

ৰাণী বেনিতা ৰয়ৰ মুখখন হঠাৎ কিবা এক নতুন আশাত উজলি উঠিছে। অলপ আগতে ফুটি উঠা হতাশা, দৈন্যতাৰ চিন-মোকাম যেন ক'ৰবাত লুকাই পৰিছে।

'৪৭ ৰ দিল্লী আৰু '৭১ ৰ দিল্লীৰ মাজত এক সুপস্পষ্ট পাৰ্থক্য। তেতিয়াৰ মোলান পৰি থকা মহানগৰীৰ ঠাইত এয়া প্ৰাণ-প্ৰাচুৰ্যৰে চঞ্চল হৈ উঠা এখন নতুন মহা চহৰ। বাংলাদেশ যুদ্ধৰ পাচত আত্মপ্ৰত্যয়েৰে থিয় হোৱা দেশখনৰ ৰাজধানী চহৰখনে সেই বিজয়ৰে প্ৰতিফলন ঘটোৱাত যেন অত্যধিক ধৰণেৰে ব্যস্ত। আনকি ক্ষমতাৰ দৰবাৰৰ চুকে-কোণে সেই আত্মপ্ৰত্যয় কেতিয়াবা অহং ভাবৰ ক্ষুদ্ৰ ক্ষুদ্ৰ টুকুৰা হৈ নিগৰি অহাও দৃষ্টিগোচৰ হৈছে। অৱশ্যে ৰাজমাতা বেনিতা ৰয়ৰ প্ৰতি আতিথ্যৰ কোনো অভাৱ দেশখনৰ চৰকাৰে অনুভৱ কৰিবলৈ দিয়া নাই। আনকি সকলো নিয়ম ভংগ কৰি ৰাজমাতাৰ ওচৰলৈ ৰাষ্ট্ৰপতি ভৱনলৈ প্ৰধানমন্ত্ৰী শ্ৰীমতী গান্ধী নিজেই আহিছে। '৪৭ত দেখা সেই কোমল বয়সীয়া ক্ষীণাংগী ছোৱালীজনীৰ ঠাইত বয়সে গৰকা এগৰাকী অতীৱ সুন্দৰী মহিলা যাৰ খোজ-কাটল সকলো আত্মপ্ৰত্যয়ৰ হেঁচাত আজি ত্বৰান্বিত।

ঃ কেনে আছা ইন্দু?'

বেনিতা ৰয়ক সাবটি ধৰাৰ সময়ত ইন্দিৰা গান্ধীৰ দুচকু উজলি উঠিছে। কোঠাৰ

ভিতৰত এই সাক্ষাতৰ মুহূৰ্তত এগৰাকী বৃহৎ নেতাৰ সকলো কৃত্ৰিম আভৰণ দলিয়াই দি তেওঁ তেওঁতকৈ বয়োবৃদ্ধ এইগৰাকী মহিলাক সম্পূৰ্ণ নিশ্চয়তাৰে আঁকোৱালি লৈছে।

ঃ তোমাক দেখিলেই মনত পৰে শান্তি নিকেতন আৰু কবিগুৰুলৈ। তুমি যে তেওঁৰ কবিতাৰ আবৃত্তি কৰিবলৈ মোক শিকাইছিলা। তেতিয়া তুমি আছিলা বিবাহিতা আৰু ছিটাগঙৰ ৰাণী। মই আছিলো একেবাৰে নিবোকা-চামোন এজনী কিশোৰী। কিন্তু তথাপি অন্যবোৰৰ দৰে তুমি মোক এৰাই চলা নাছিলা। আনকি ৰবীন্দ্ৰ সংগীত গাবৰ বাবেও মোক টানি-আঁজুৰি আনিছিলা।

ঃ তুমি আৰু ধুনীয়া হৈছা ইন্দু। ঠিক যেন প্ৰস্ফুটিত গোলাপ। বহুদিনৰ মূৰত লগ হোৱা দুগৰাকী নাৰীৰ মাজত এই সময়ত কোনো অন্য পৰিচয়ৰ আচ্ছন্নতা নাই। এক নিৰ্মল যৌৱনলৈ তেওঁলোক দুয়োৱে মিলি ওভতনি যাত্ৰা আৰম্ভ কৰিছে। আনকি স্নেহৰ উপস্থিতিৰ কথাও তেওঁলোকে এই মুহূৰ্তত পাহৰি পেলাইছে।

ঃ এয়া স্নেহ চাক্‌মা।

ঃ মই জানো। লগ পাইছিলো।

এতিয়া স্নেহৰ অবাক হোৱাৰ পাল। তেওঁৰ আশ্চৰ্যৰে ভৰা মুখলৈ চাই ইন্দিৰা গান্ধীয়ে গহীনাই কৈ উঠিছে— মই এবাৰ দেখিলে মানুহ নাপাহৰো। আপোনাক মই তিন মূৰ্তি ভৱনৰ প্ৰৱেশদ্বাৰত একেৰাহে কেইবাদিনো দেখিছিলো। সেইদিনা যে কামটো নহ'ল তাৰ খবৰো মিঃ মাথাইৰ পৰা পাইছিলো।

এতিয়া স্নেহয়ো মানসিকভাৱে এক ওভতনি যাত্ৰা আৰম্ভ কৰিছে। বুকুৰ ভিতৰছোৱাত কঢ়িয়াই ফুৰা এটা বিষযুক্ত ক্ষতৰ নিচিনা পণ্ডিত নেহেৰুৰ লগত মিলিত হোৱাৰ সেই মুহূৰ্তৰ স্মৰণ তেওঁ কৰিবলৈ নিবিচাৰিলেও সি প্ৰায়েই তেওঁৰ হৃদয়লৈ আহি মন-মগজুক ক্ষোভেৰে উতলা কৰি তোলে।

ঃ কামতো তেতিয়া নহ'ল। আমাৰ মূৰৰ ওপৰেৰে বহুতো ধুমুহা বৈ গ'ল মেডাম। আমাৰ ঠাইখিনি পাকিস্তানলৈ গ'লগৈ। আমাৰ মানুহৰ ওপৰত অকথ্য অত্যাচাৰ চলিল। কাপ্‌টাই প্ৰকল্পৰ ফলত আমাৰ এক লাখ মানুহ গৃহহীন হ'ল। শৰণাৰ্থীৰ ৰূপত হেজাৰ হেজাৰ মানুহ ভাৰতৰ সীমান্তৰ ভিতৰত প্ৰৱেশ কৰিলেহি।

ঃ এই সকলো খবৰ মোৰ জ্ঞাত। মানুহখিনিৰ লগত অন্যায় কৰা হ'ল।

ঃ ন্যায় দিয়াৰ সময় এতিয়াও উকলি যোৱা নাই মেডাম।

ঃ চাওক। ইন্দিৰা গান্ধী হিচাপে মোৰ সহানুভূতি মানুহখিনিৰ লগত পূৰামাত্ৰাই আছে। কিন্তু প্ৰধানমন্ত্ৰী হিচাপে মই কওঁ যে এতিয়া বহু পলম হৈ গ'ল আৰু বাংলাদেশৰ আভ্যন্তৰীণ বিষয় এটাত হস্তক্ষেপ কৰাৰ ক্ষেত্ৰত মই অসহায়। আমি পশ্চিম পাকিস্তানৰ কোনোবা এলেকাৰ প্ৰতি চকু দিওঁ বুলি আশংকা কৰিয়েই ছেভেনথ ফ্লিট আহি ভাৰত মহাসাগৰত হাজিৰ হৈ গ'লহি। আৰু তদুপৰি বাংলাদেশৰ স্বাধীনতাত সহায়ৰ হাত আগবঢ়োৱা ভাৰতক বিশ্বই মাটি দখলকাৰী, আগ্ৰাসী জাতি বুলি এই সময়ত ভাবি ল'লে

আমাৰ অতবোৰ কষ্ট অথলে যাব।

ধীৰে ধীৰে কোঠাৰ অন্য এটা দিশলৈ বেনিতা ৰয়ৰ লগত খৰখোজেৰে আগবাঢ়ি যোৱা শ্ৰীমতী গান্ধীক আৰু কোনো কথা কোৱাৰ প্ৰয়োজন স্নেহই অনুভৱ কৰা নাই। নুবুজাক বুজাই সৈমান কৰাৰ চেষ্টা চলাব পাৰি। কিন্তু যিগৰাকীয়ে ইতিমধ্যে সমস্যাটোৰ গোটেইখিনি পাঠ পঢ়ি শেষ কৰি পেলাইছে আৰু তাত নিজে কিমান পৰ্যায়লৈ আগবাঢ়িব তাৰ এক স্পষ্ট সিদ্ধান্তও গ্ৰহণ কৰি পেলাইছে, সেইগৰাকীক বুজোৱাৰ নিচিনা অৰ্থহীন কাম এটা হাতত লোৱাৰ কথা তেওঁ এতিয়া চিন্তা কৰা নাই। কোঠাটোৰ এচুকৰ ছোফাত বহি এতিয়া বেনিতা ৰয়ক লণ্ডনলৈ পঠিওৱাৰ বাবে ভাৰত চৰকাৰে লোৱা ব্যৱস্থাৰ কথাহে আলোচনা কৰাত ব্যস্ত ইন্দিৰা গান্ধীক অন্য বিষয়ৰ অৱতাৰণা কৰি আমনি দিয়া যুক্তিহীন যেন তেওঁৰ ভাব হৈছে।

ঃ ত্ৰিদিৱক তুমি বুজাব লাগিব বেনিতা দিদি। সি বাংলাদেশলৈ ঘূৰি আহিলে মুজিবুৰ ৰহমানক কৈ মই তাক অন্য কোনোবা গুৰুত্বপূৰ্ণ দেশৰ ৰাষ্ট্ৰদূতৰ দায়িত্ব দিয়াই দিম। মুজিবুৰ ৰহমানে আনকি নিজৰ পৰামৰ্শদাতা হিচাপেও তাক গ্ৰহণ কৰিবলৈ ৰাজী। এনেকৈ পাকিস্তানৰ লগত থাকিলে সকলোৰে মান-সন্মান কটা যায়। তুমি কি বুলি ভাবা বেনিতা দি?

বহুদিনৰ আগেয়ে স্নেহই লগ পাইছিল ত্ৰিদিব ৰয়ক। কিশোৰ আছিল সি সেইখিনি সময়ত। কিন্তু উদ্বিগ্নতা আৰু চিন্তাক্লিষ্টতাই তাক যেন আচ্ছন্ন কৰি ৰাখিছিল। আছামৰ গোৱালপাৰাৰ এগৰাকী সম্ভ্ৰান্ত পৰিয়ালৰ ছোৱালী বিয়া কৰাই পাচত পাকিস্তান চৰকাৰৰ ৰাষ্ট্ৰদূত হিচাপে দিহিঙে-দিপাঙে ঘূৰি ফুৰা এতিয়াৰ ৰাজা ত্ৰিদিব ৰয়ৰ বাতৰি বহুদিন তেওঁ পোৱা নাই। ঘূৰি নাহো বুলি খোদ ইন্দিৰা গান্ধীক আজি বৃদ্ধাংগুষ্ঠ দেখুৱাবলৈ ওলোৱা ত্ৰিদিবৰ প্ৰতি কিয় জানো স্নেহই একপ্ৰকাৰৰ শ্ৰদ্ধাশীলতাৰ ভাবহে অনুভৱ কৰিছে। ভিক্ষাৰ জোলোঙা লৈ বাৰ বাৰ প্ৰত্যাখিত হোৱা মানুহজনে ত্ৰিদিবৰ এই জেদৰ লগত সমমৰ্মিতা অনুভৱ কৰাটো একো আশ্চৰ্যময় ঘটনা নহয় বুলি তেওঁ নিজেও বুজি উঠিছে।

ইন্দিৰা গান্ধী ওলাই যোৱাৰ পাচত বেনিতা ৰয় কোঠাৰ এচুকত অকলশৰে থিয় হৈ থকা স্নেহৰ ওচৰলৈ আগবাঢ়ি আহি নিচেই কাষতে থিয় হৈছে— মই হয়তো সোনকালেই লণ্ডনলৈ যাব লাগিব। ত্ৰিদিবৰ ওচৰলৈ খবৰ পঠিওৱা হৈছে। ৰাজমাতাৰ দুই চকু উজলি উঠিছে। হয়তো পুত্ৰক লগ পোৱাৰ আশাত মাকৰ চকুত এয়া এক নতুন তিৰবিৰণি। তেওঁ ভালদৰেই জানে যে তেওঁৰ পুত্ৰ কেতিয়াও বাংলাদেশলৈ ঘূৰি নাহে। ভাৰতলৈও মুখ দাঙি চোৱাৰ কোনো সম্ভাবনাৰ তেওঁ প্ৰত্যাশী নহয়। সি দুয়োখন দেশকে প্ৰত্যাখ্যান কৰি হয়তো লাভ কৰিছে একপ্ৰকাৰ অবুজ আনন্দ। সৰুতে তেওঁ যেতিয়া তাক খং কৰিছিল, সি দৌৰিছিল ফুলনিৰ মাজলৈ আৰু মালীৰ গায়ে-মূৰে ওলমি আৰু কেতিয়াবা তাৰ পঁজাঘৰলৈ গৈ তাতেই প্ৰয়োজনাধিক সময় কটাই তাৰ সকলো খং-ক্ষোভ প্ৰকাশ

কৰিছিল। সৰুৰে পৰাই সি শিকিছিল প্ৰত্যাখ্যানৰ বিৰুদ্ধে প্ৰত্যাক্ৰমণ চলাবলৈ আৰু নিজৰ স্থিতিত সি অটল আছিল। আজিও সি একে স্থিতিকেই গ্ৰহণ কৰিছে।

তথাপি তেওঁৰ মাতৃমন পুত্ৰক লগ পোৱাৰ এই ক্ষণৰ কামনাৰ আনন্দত উথলি উঠিছে। কি কৰিব তেওঁ? হয়তো দুয়োহাত প্ৰসাৰিত কৰি তাক সাবটি ধৰিব। তেওঁৰ দুচকুত হয়তো জিলিকিব ওলাবলৈ হেঁচা-ঠেলা কৰা চকুপানীৰ টোপাল। অন্য সময়ৰ দৰে সি হয়তো গাম্ভীৰ্য ৰক্ষা কৰিবলৈ প্ৰচেষ্টা চলাব। কিন্তু তাৰ হৃদয়ৰ মাজতো চাগে' বলিব বা-মাৰলীৰ ধল। সি নাহে... সি নাহে... সি নাহে... তেওঁ ভালদৰেই সেই সত্য অনুধাৱন কৰিছে। কিন্তু সি তেওঁৰ ওচৰলৈ লণ্ডনলৈ আহিবলৈ সন্মত হৈছে। সি আহিব, কেৱল তাৰ ওচৰলৈ। সি আহিব।

দিল্লী বিমানকোঠৰ বাহিৰতে ৰাণীক বিদায় সম্ভাষণ জনাই স্নেহ বৈ গৈছে। ভিতৰলৈ গৈ তেওঁক পুনৰবাৰ বিদায় জনোৱাৰ ইচ্ছা দেখোন জাগ্ৰত হোৱা নাই। ৰাণীৰ সমগ্ৰ অবয়ৱ ঘেৰি সৃষ্টি হোৱা মাতৃস্নেহ অনুভৱ কৰি স্নেহ চাক্‌মাই তেওঁক তেওঁৰ বিভোৰতাৰ পৰা জগাই উঠোৱাৰ ইচ্ছা দমাই ৰাখিছে। পুত্ৰ ৰঙামাটি পৰিত্যাগ কৰি গুচি যোৱা বহুদিন হ'ল। সি মাকক মাতিছিল— গুচি আহা মোৰ ওচৰলৈ। এটা ভগাঘৰ খামুচি ধৰি বহি থকাৰ কোনো অৰ্থ নাই। কিন্তু ৰাণী নগ'ল। লণ্ডনতো একে কাহিনীৰে পুনৰাবৃত্তি ঘটিব। ত্ৰিদিব কেতিয়াও ঘূৰি নাহে আৰু ৰাজমাতা ৰঙামাটিৰ প্ৰাসাদলৈ সগৰ্বে ঘূৰি আহিবই। বহুদিনৰ আগেয়ে কলিকতাৰ এক অতি সম্ভ্ৰান্ত পৰিয়ালৰ পৰা চাক্‌মা ৰাজাবাৰীলৈ কৰা যাত্ৰা প্ৰত্যাৱৰ্তনৰ কাৰণে কৰা যাত্ৰা নাছিল। সেই যাত্ৰাৰ পৰিসমাপ্তি তেতিয়াই ঘটিছিল যেতিয়া তেওঁ চাক্‌মা ৰাণী হিচাপে ৰঙামাটিত ভৰি থৈছিলহি।

দিল্লী বিমানকোঠৰ বাহিৰত এক ব্যস্ততা দেখা গৈছে। হয়তো কোনোবা ডাঙৰ নেতা নতুবা কোনোবা চিত্ৰতাৰকা নতুবা অন্য কোনো বিখ্যাত ব্যক্তি। এজন মানুহক বেঢ়ি ধৰি এটা বৃহৎ গোট। মানুহজনৰ মুখখন দেখা গৈছে আৰু তেওঁকোনোফালে নোচোৱাকৈ খৰখোজেৰে বৈ থকা গাড়ীৰ এক সমদলৰ ফালে আগবাঢ়ি গৈছে। মানুহজনৰ মুখখন বৰ চিনাকি। ক'ৰবাত দেখিছিল। কিন্তু ক'ত? স্নেহই মনত পেলাবলৈ চেষ্টা কৰিছে। কিন্তু নাই, স্পষ্টভাৱে মনৰ পৰ্দাত ভাহি থকা মুখখনৰ লগত কি পৰিস্থিতিত বা পৰিবেশত তেওঁৰ পৰিচয় ঘটিছিল একোৱেই তেওঁৰ মনলৈ অহা নাই।

অন্যমনস্কভাৱে তেওঁ বিমানকোঠৰ পৰা চহৰ সংযোগী পথলৈ আগবাঢ়োতে তেওঁৰ চকুত পৰিছে দেৱালত আৰি থোৱা কেইবাখনো প'ষ্টাৰ। অলপ আগতে দেখা মানুহজনৰ আলোকচিত্ৰ। ওচৰ চাপি নামটো পঢ়িবলৈ চেষ্টা কৰিছে ভূপিন্দৰ সিং বিট্টা, পঞ্জাবৰ কৃষিমন্ত্ৰী। টৰণ্টোৰ ৱৰ্ল্ড শিখ কংগ্ৰেছৰ পৰা ঘূৰি অহাৰ পথত দিল্লীৰ প্ৰদেশ কংগ্ৰেছে সম্বৰ্ধনা জনাবলৈ এনে প'ষ্টাৰ আৰি ফুৰিছে। মানুহজনে পঞ্জাবৰ কৃষি বিপ্লৱৰ কথা কৈছিল আৰু কৈছিল বিশ্বৰ শিখৰ একত্ৰীকৰণৰ কথা। এই উদ্দেশ্যৰ লগত ভাৰতৰ সংহতিৰ কোনো বিবাদ আহিব নোৱাৰে। আলোকচিত্ৰখন পুনৰ তেওঁ মনোযোগেৰে

লক্ষ্য কৰিছে। তড়িৎ গতিত তেওঁৰ মগজুত এখন মুখে আঘাত কৰিছে। ভূপিন্দ, ওখ, লেংলেঙীয়া সেই ভূপিন্দৰ যাৰ লগত কলিকতাৰ পৰা দিল্লীলৈ এক দীঘলীয়া যাত্ৰা কৰিছিল আজিৰ পৰা বহুবছৰ আগেয়ে। টাংগাত উঠি পুৰাণা কিল্লালৈ চৰ্দাৰ পেটেলৰ দৰ্শনৰ উদ্দেশ্য আগত ৰাখি তেওঁ স্বাধীনতাৰ প্ৰাকমুহূৰ্তত সেইজন ভূপিন্দৰৰ লগতেই গৈছিল। ভূপিন্দৰৰ টৰণ্টোৰ ভাষণৰ কিয়দাংশও তেওঁ প'ষ্টাৰৰ পৰাই ক্ষিপ্ৰগতিত পঢ়ি পেলালে। যি চৰ্দাৰ পেটেলক আদৰ্শ হিচাপে লৈ ভূপিন্দৰে এক নতুন জীৱনৰ পাতনি মেলিছিল, সেই চৰ্দাৰ পেটেলৰ ভাষাই যেন আজি তাৰ কণ্ঠেৰে নিগৰি আহিছে।

বহুতো হতাশাৰ মাজত এয়া যেন শুভ মুহূৰ্তৰ টোকৰ স্নেহৰ চৌপাশৰ দুৱাৰত পৰিছে। এজন ভাল মানুহৰ উত্থান এটা অতি ক্ষুদ্ৰ ঘটনা হ'ব নোৱাৰে। বহুতো সৌধ খহি পৰিলেও ক'ৰবাত কিছুমান নতুন কাঠাম গঢ়িও উঠে।

আশাৰ উদ্ৰেক ঘটাটোও স্নেহৰ জীৱনৰ বৰ্তমান ব্যতিক্ৰমী ঘটনা।

# [২৩]

বংগবন্ধু শ্বেইখ মুজিবুৰ ৰহমানৰ ঢাকাৰ বাসভৱনত এতিয়া বহুতো মানুহৰ ভিৰ। বাসভৱনৰ সন্মুখৰ পথত বৈয়ো মানুহে পবিত্ৰ স্থান দৰ্শনৰ আনন্দ চকুৱে-মুখে ফুটাই তেওঁলোকৰ স্বাধীনতাৰ নায়কৰ ৰূপ এটা জিলিকনি লাভ কৰাৰ আশাৰে ডিঙি মেলি মেলি অন্তৰ্ভাগলৈ দৃষ্টি নিক্ষেপ কৰিছে। এখন স্বাধীন দেশৰ আকাশে-বতাহে বিয়পা এনে উত্তেজনা সঁচায়ে বৰ সংক্ৰামক। কিবা এটা অনামী অবুজ সিৰসিৰণিয়ে শাক্যদেৱৰ দেহাটোও কঁপাই তুলিছে। ইমান সময় গোমা মুখ এখন কৰি বংগবন্ধুৰ বাসভৱনৰ চৌহদত আগ-পিচ কৰি থকা মানৱেন্দ্ৰ লাৰ্মাৰো মুখখনত সামান্য পোহৰৰ ৰেশৰ লুকাভাকু। বাকীবোৰৰ বৰ বিশেষ প্ৰতিক্ৰিয়া নাই। সিহঁতৰ পাঁচজনীয়া দলটোৰ মানুহবোৰে কেতিয়াবা মানৱেন্দ্ৰ লাৰ্মাৰ কথাত হয়ভৰ দিয়ে আৰু কেতিয়াবা শাক্যদেৱে কথা মানিবলৈ লয়। পুহমহীয়া জাৰত আগতে জুই পুঁৱাই পুঁৱাই শাক্যদেৱৰ বাব কামিনীমোহনে প্ৰায়েই কৈছিল— মানুহ দুই প্ৰকাৰৰ ঃ নেতা আৰু চালিত। খুব কম মানুহেহে নেতা হোৱাৰ গুণ আহৰণ কৰিব পাৰে। নেতা হবি নে কেৱল হয়ভৰ দিয়া ইটো পক্ষলৈ যাবি, সেয়া এতিয়াই ঠিক কৰি ল মোৰ পুয়া।

ছিটাগঙৰ পৰা ঢাকালৈ কৰা এইবাৰৰ যাত্ৰাত দেউতাকৰ সেই কথা কেইষাৰ শাক্যই বাৰে বাৰে মনত পেলাইছিল। জীৱন সম্পৰ্কে তাৰ নিজস্ব দৃষ্টিভংগী আছে আৰু সেই জীৱন দৰ্শনক সি ভাবুকিৰ মাজতো বিসৰ্জন দিবলৈ নাযায়। মানৱেন্দ্ৰ লাৰ্মাৰো এক সুকীয়া, নিজস্ব দৃষ্টিকোণ আছে আৰু সেই সুস্পষ্ট ধাৰণাত ধূসৰতাৰ স্থান নাই। কিন্তু দুয়োজনৰে ভাবধাৰা তথা জীৱনবোধ দুটা সীমনাত অৱস্থিত। এটাই আনটোক আপাত দৃষ্টিত স্পৰ্শ কৰিব নোৱাৰে। মানৱেন্দ্ৰ লাৰ্মাই বাৰে বাৰে কৈ আছে হুলেৰে হুল কঢ়াৰ এক সাধাৰণ সূত্ৰৰ কথা। শাক্যই বহল দৃষ্টিত কথাবোৰ চাবলৈ বিচাৰিছে। ক'ৰবাত কেতিয়াবা দুয়োটা ধাৰণা মিলিও যাব পাৰে বা এটাই আনটোৰ খহটাখিনিক নিয়মিত জোকাৰণিৰে কোমল কৰি পেলাবও পাৰে। অনিশ্চিত এই অন্তিম দৃশ্যপটৰ কথা কোনেও চাগে' এতিয়া ভাবিবলৈ বিচৰা নাই।

সিহঁতৰ সময় হয়তো এতিয়া আহিছে। পুৱাৰ পৰাই অপেক্ষা কৰি আছে বংগবন্ধুৰ এটা মাত্ৰ সাক্ষাতৰ বাবে। বেনিতা ৰায়ৰ পত্ৰখন হাতত লৈ ইমানদূৰ সিহঁত আহিছে তেওঁৰ পৰা সিহঁতৰ ভৱিষ্যৎ সম্পৰ্কে এটা স্পষ্ট উত্তৰ শুনিবৰ বাবে। কোনোবা এজনে আহি সিহঁতক মুজিবুৰ ৰহমানৰ কোঠালৈ আগুৱাই লৈ গ'ল। কি এক অদ্ভুত কোঠা! কোঠাটোৰ ভিতৰত পোহৰৰ কোনো পয়োভৰ নাই। তেওঁ বহি আছে এখন কাঠৰ আওকলীয়া চকীত আৰু তেওঁৰ সন্মুখত সজাই থোৱা আছে একেধৰণৰ কাঠৰ

পুৰণা আৰ্হিৰ ন-দহ খন চকী। এয়াতো কোনো ৰাষ্ট্ৰনায়কৰ কোঠা নহয়। এজন সাধাৰণ চেহেৰাৰ, আদবয়সীয়া মানুহ অপেক্ষা কৰি আছে এটা অন্ধকাৰেৰে আবৃত কোঠাত কোনোবা ৰহস্যময় আলহীৰ বাবে। কোঠাটোৰ অন্তৰ্ভাগৰ চকী এখনত আসন গ্ৰহণ কৰি শাক্যদেৱৰ তেনে এক ধাৰণাই গা কৰি উঠিছে।

ঃ আপোনালোকে ১৯৪৭ চনত হেনো ভাৰতৰ পতাকা আপোনালোকৰ ঠাইত উৰাইছিল?

শাক্যদেৱৰ মনলৈ আহিছে দুদিন-দুনিশা গভীৰ অৰণ্যৰ মাজে মাজে কৰা এক ৰোমাঞ্চকৰ যাত্ৰা, তাৰ শৈশৱৰ বহুসময় ধৰি আৱৰি থকা এখন ক্ষত-বিক্ষত পতাকাৰ ছবি, যিখনক খামুচি ধৰি সি দেউতাকৰ খোজৰ লগত খোজ মিলাই আগুৱাই যোৱাৰ এক দুৰন্ত প্ৰচেষ্টা চলাইছিল। তেতিয়া সি সেইখন পতাকা হাতত কঢ়িয়াইছিল আৰু সেইখন পতাকা সেইটো যাত্ৰাতেই এজোপা কাঁইটীয়া গছত পৰি ফাটি ছিৰাছিৰ হৈ পৰিছিল। পাচত সেই একেখন পতাকাকেই সি মনৰ ভিতৰত কঢ়িয়াইছিল আৰু সেইখনক আজিও বুকুৰ ভিতৰৰ কোনোবাখিনিত আলফুলে বচাই ৰাখিছে। হয়তো এদিন উত্তোলনৰ প্ৰতীক্ষাত সি পতাকাখনক এতিয়াও বুকুত বান্দী কৰি আছে। স্নেহ কাক্কায়ো এখন পতাকা উঠাইছিল। লয়লাস ভংগিত নৃত্যৰত এখন পতাকা। পুৰণা ৰঙামাটিৰ হাইড চাহাবৰ বঙলাৰ সন্মুখত এটা সলাজ পুৱাত বৈ বৈ বৈ থকা এছাটি বতাহৰ লগে লগে উঠা-নমা কৰা সেইখন পতাকাৰ ছবিও সি পাহৰিব পৰা নাই।

ঃ আপোনালোকে ভাৰতৰ পতাকা কেলেই উঠাইছিল?

অবান্তৰ প্ৰশ্ন। সকলোৱে উত্তৰ জনা এক অৰ্থহীন প্ৰশ্ন।

ঃ আমি ধৰ্ম নিৰপেক্ষ দেশ এখনৰ লগত থাকিবলৈ বিচাৰিছিলো। — শাক্যৰ উত্তৰত কিছু দ্বিধাৰ খেলা। হয়তো কথা-বতৰাৰ এনে এক পাতনিক লৈ সি কিছু বিব্ৰত হৈছে।

ঃ আমি বৌদ্ধ ধৰ্মাৱলম্বী। গতিকে পাকিস্তানত আমাৰ স্থান নহ'ব বুলিয়েই আমাৰ অগ্ৰজসকলে হয়তো ভাবিছিল। আৰু এনেদৰে ভবাটো বৰ স্বাভাৱিকো আছিল। মানবেন্দ্ৰ লাৰ্মাৰ শব্দ যেন কণ্ঠৰ গভীৰতাৰ পৰা নিগৰি আহিছে। মানবেন্দ্ৰৰ মাতৰ এই গভীৰতাই সাধাৰণতে তাৰ চৌদিশে এক বিস্তৃত শব্দ-তৰংগৰ সৃষ্টি কৰে আৰু এই শব্দবোৰ হৈ পৰে হৃদয়স্পৰ্শী। বৰ আয়ে ক্ষত-বিক্ষত কৰা এখন আপাতদৃষ্টিত কুৎসিৎ মুখ তেতিয়া এক নতুন জ্যোতিৰে আলোকিত হৈ উঠে।

ঃ এতিয়াৰ বাংলাদেশত আপোনালোকে স্থান পাব বুলি কি যুক্তিত ভাবিছে?

এখন প্ৰজ্ঞাৰে উজলি থকা বৃদ্ধ মুখ। এজন বিশ্ব-বন্দিত নেতা। শোষণ আৰু বঞ্চনাৰ বিৰুদ্ধে এক প্ৰতিষ্ঠিত শক্তিৰ আগত আঙুলি টোঁৱাই থিয় হোৱা এইজন নেতাৰ জিভাৰ আগৰ পৰা নিৰ্গত হৈছে কিছুমান ৰূঢ় শব্দ। ঠিক যেন কোঠাটোৰ তমসাচ্ছন্ন ৰূপৰ লগত মিলাই সজোৱা এসোপা কদৰ্য শব্দ।

ঃ বাংলাদেশ কিয় সৃষ্টি হ'ল আপোনালোকে জানেনে? অন্য অর্থত, কেতিয়াবা বাংলাদেশ জন্ম সম্পর্কে আপোনালোকে বুজিবলৈ চেষ্টা কৰিছেনে? বাংলাদেশ মানেই বাংলাৰ দেশ, বাঙালীৰ দেশ। যদি নিজকে বাঙালী বুলি ভাবে, তেতিয়া ইয়াত আপোনালোকৰ বাবে ঠাইৰ অভাৱ নহ'ব। আপোনালোকৰ ভাষা বাঙালী ভাষাৰে অপভ্রংশ বুলি মোক কোনোবাই কৈছিল। গতিকে বাঙালী বুলি নিজকে গ্রহণ কৰাত চাগে' বিশেষ অসুবিধা নহ'ব।

ঃ আমাৰ ভাষা সুকীয়া। আমাৰ ভাষাৰ লগত অকল বাঙালীৰে নহয়, অসমীয়া আৰু উড়িয়া ভাষাৰো বহুত মিল আছে। আমি বহুদিনৰ আগেয়ে বিহাৰৰ চম্পকনগৰৰ পৰা আহিছিলো আৰু পাৰ হৈ অহা ঠাইবোৰৰ ভাষা হয়তো বুটলি আনিছিলো। আমাৰ লিপিও একেবাৰে স্বকীয় যাক কোৱা হয় অজ'পথ বুলি। আমি চাক্‌মা। আমি বাঙালী নহয় আৰু নিজৰ ভাষা-সংস্কৃতি পৰিহাৰ কৰি আমি বাঙালী হ'বও নোৱাৰো।— মানৱেন্দ্ৰৰ মাত থৰ্‌থৰ্‌কৈ কঁপিছে। হয়তো আৱেগত, হয়তো উত্তেজনাত।

বংগবন্ধুৰ মুখত উত্তেজনাৰ কোনো চিহ্ন নাই। তেওঁক আৱেগেও বশীভূত কৰা নাই। তেওঁ দৃষ্টি আৰু লক্ষ্য হয়তো সু-স্পষ্ট আৰু সুনির্দিষ্ট।

ঃ শুনক, বাংলাদেশত স্থিতি লাভ কৰিবলৈ হ'লে দুটা গুণৰ আৱশ্যক—প্রথম বাঙালী হোৱা আৰু দ্বিতীয় মুছলমান হোৱা।

পৃথিৱীৰ লক্ষজনৰ বুকুত কম্পন তোলা এইজন বিশ্বনেতাই বাংলাদেশত জীয়াই থকাৰ অধিকাৰৰ ইমান এক সংকুচিত ধাৰণাক বিনাদ্বিধাই সংকোচৰ লেশমাত্রও চিহ্ন নথকাকৈ ঘোষণা কৰাক লৈ আশ্চর্যত চমকি উঠিল পাঁচজনীয়া এই পাহাৰী দলটো।

ঃ চাক্‌মা ৰাণী বেনিতা ৰয়ৰ পত্র এখন আপোনাৰ কাৰণে লৈ আহিছিলো। আমি আমাৰ ধৰ্ম আৰু সংস্কৃতিক নিজৰ ধৰণেৰে জীয়াই ৰাখিবলৈ বিচাৰো। তাৰবাবে আগৰ পৰাই চলি থকা স্বায়ত্তশাসনৰ নিয়মক স্বাধীন বাংলাদেশ চৰকাৰে সন্মান জনালে কৃতাৰ্থ হ'ম। স্বাধীন বাংলাদেশৰ সংবিধানৰ গণ্ডীত এনে এক স্বায়ত্তশাসন আৰু ধৰ্ম-সংস্কৃতিৰ অক্ষুণ্ণতাৰ দাবী একো অযুক্তিসংগত নহয় মহাশয়।

শাক্যদেৱে নিজ খোলিয়াৰ পৰা কাগজৰ সৰু টুকুৰা এটা শ্বেইখ মুজিবুৰ ৰহমানলৈ আগবঢ়াই দিলে। বংগবন্ধুৰ দৃষ্টিত নির্লিপ্ততাৰ পয়োভৰ। তেওঁ হাত মেলি কাগজখন লৈ তাৰ ওপৰত চকু ফুৰাইছে যদিও তেওঁৰ সন্মুখত বহি থকা পাঁচজনীয়া এই চাক্‌মা দলটোৱে এতিয়া একো যাদুকৰী ফলাফল আশা কৰা নাই।

ঃ ভাবি চাম বাৰু। এতিয়ালৈ বিদায় তেনেহ'লে। বহু দর্শনার্থীয়ে ভিৰ কৰি আছে— মানবেন্দ্ৰ লাৰ্মাই কোঁ-কোঁৱাই দলটোৰ সন্মুখেৰে কোঠাৰ বাহিৰলৈ ওলাই আহিছে। অলপ পাচতেই লাহে লাহে ওলাই অহা শাক্যদেৱলৈ মানবেন্দ্ৰই জ্বলন্ত দুচকুৰে দৃষ্টি নিক্ষেপ কৰিছে।

ঃ শাক্য দাহ্‌দা, বাঙালী মুছলমান হ'লেহে বাংলাদেশত জীয়াই থকাৰ অধিকাৰ

দিব বুলি কোৱা এজন মানুহৰ অধীনৰ এইখন চৰকাৰৰ লগত আৰু আলোচনা-বিলোচনাৰ কিবা থল আছে জানো? মই এতিয়া পূর্ণোদ্যোমত শান্তিবাহিনী গঠন কৰাৰ কামত লাগি যাম।

ঃ সংগঠন কৰোতে, অস্ত্র-শস্ত্র যোগাৰ কৰোতে বহুত ধনৰ প্রয়োজন হ'ব মানব।

ঃ পাকিস্তানক খুজিম, আমেৰিকাক খুজিম, মন থাকিলেই চন।

ছিটাগঙলৈ ঘূৰি অহাৰ পথত কাৰো মাজত বৰ বিশেষ কথা-বতৰা হোৱা নাই। সকলোৰে মুখ অস্বাভাৱিক ধৰণেৰে গোমা। কিছুমান বিপদৰ আগজাননী বহন কৰিয়েই যেন তেওঁলোক এতিয়া ৰঙামাটিৰ ৰাজপ্রাসাদৰ দুৱাৰডলিত থিয় হৈছেহি। ৰাণীৰ মুখো শেঁতা। লণ্ডন যাত্রাৰ পাচত মানুহগৰাকী লক্ষণীয়ভাৱে শুকাই গৈছে। দুৱাৰমুখত হাত থৈ মূৰত ওৰণি এখন লৈ থিয় হৈ থকা মানুহগৰাকী এতিয়া ৰুক্ষ, শুকান অকালতে হঠাৎ বয়সে হেঁচা মাৰি ধৰা এগৰাকী সর্বস্বান্ত মহিলা। বহুত দেখিছে এইগৰাকী নাৰীয়ে। কিছু ভাল দিন আৰু হেজাৰটা ভয়ংকৰ দিন। পাকিস্তানী সৈন্যৰ উৎপাত সহিব নোৱাৰি হৃদযন্ত্রৰ ক্রিয়া বন্ধ হৈ মৃত্যুবৰণ কৰিছিল তেওঁৰ কোমল অন্তৰৰ স্বামী ৰাজা নলিনাক্ষ ৰায়ে। এদিন এটা প্রকাণ্ড বানত উটি গৈছিল তেওঁৰ ৰাজপ্রাসাদ আৰু এতিয়া এই সাধাৰণ ঘৰটোকেই ৰাজপ্রাসাদ বুলি খামুচি ধৰি চাক্‌মাসকলৰ এটা ঐতিহ্যৰ বাহক হিচাপে আজিও তেওঁ ৰৈ আছে। এতিয়া পুত্ৰ আছে বিদেশত।

ঃ আমাৰ একো লাভ নহ'ল ৰাজমাতা। একেবাৰে কামত নহা এক সাক্ষাৎ।

ঃ শাক্যই বুজাবলৈ চেষ্টা কৰিছে।

ঃ কামত নহা মানে অত্যন্ত অপমানজনক এই সাক্ষাৎ ৰাজমাতা। আমাক বাঙালী আৰু মুছলমান হ'বলৈ উপদেশ দিয়া এজন নেতাৰ ওচৰলৈ যোৱাটো আচলতে সম্পূর্ণ অর্থহীন প্রচেষ্টা। মানবেন্দ্র লাৰ্মা যেন পুনৰ সেই ঘটনাৰ স্মৰণত কঁপি উঠিছে।

ঃ শুনা, পূব পাকিস্তান গঠনৰ মূল ভিত্তিয়েই আছিল দুই ৰাষ্ট্রৰ সূত্র— হিন্দু আৰু মুছলমান নামৰ দুটা সুকীয়া সত্তাৰ একেঠাইত স্থিতি অসম্ভৱ বুলি গ্রহণ কৰা এক অদ্ভুত সূত্র। বাংলাদেশ গঠনৰ সময়ত সেই সূত্রক কোনো বাংলাদেশী নেতাই দলিয়াই পেলোৱা নাছিল। আনকি মুজিবুৰ ৰহমানৰ নিচিনা বামপন্থী ধাৰণাৰ কিছু কবলত থকা নেতায়ো সেই সূত্রক প্রত্যাহ্বান জনোৱা আজিলৈকে মোৰ দৃষ্টিগোচৰ হোৱা নাই। সেই দুই পৃথক ৰাষ্ট্রৰ ধাৰণাৰ লগত বাংলাদেশ অকল বাঙালী জাতিৰ বাবে বুলি নতুন এটা সংজ্ঞা জোৰা লগাই দিয়া হ'ল। গতিকে মুজিবুৰ ৰহমানে তোমালোকক যে এনেকৈয়ে ক'ব সেয়া মই আগতেই জানিছিলো। তথাপি তেওঁৰ ওচৰত আর্জি পেচ কৰাটো আমাৰ কর্তব্য আছিল আৰু সেয়া আমি কৰিলো। এতিয়া তোমালোকে সকলো উত্তেজনা বাদ দিয়া আৰু ভৱিষ্যতলৈ অপেক্ষা কৰা। কথাবোৰ নিজৰ ধৰণেৰে হ'বলৈ দিয়া।

ৰাণী বেনিতা ৰয়ে বৰ ধীৰে ধীৰে আৰু অপৰিসীম ধৈৰ্যৰে কথাবোৰ কৈ যাওঁতে শাক্যই বুজিছে যে আহিবলগীয়া ঘটনাৱলীৰ এক অস্পষ্ট ছবি ৰাণীৰ চকুৰ আগত ভাহিছে। কলিকতাৰ এক সম্ভ্ৰান্ত পৰিয়ালৰ পৰা চাক্‌মা ৰাজ পৰিয়ালৰ বোৱাৰী হিচাপে ছিটাগঙত ভৰি থওঁতে মানুহগৰাকীয়ে দৃশ্যপটৰ ইমান দ্ৰুত পৰিবৰ্তনৰ মুখামুখি হ'বৰ বাবে হয়তো কোনো প্ৰস্তুতি চলোৱা নাছিল। বৃহৎ ভাৰতবৰ্ষৰ এটা অংশৰ পৰা আন এটা অংশলৈ তেওঁ এটা নিশ্চিত যাত্ৰাহে আৰম্ভ কৰিছিল। কিন্তু কথাবোৰ ভবা ধৰণেৰে হৈ নুঠিল। সেয়ে হয়তো আজি তেওঁ ভৱিষ্যতৰ বাবে অপেক্ষাৰ কথা সিহঁতৰ আগত সজোৰে উনুকিয়াইছে।

ঃ ৰাজা ত্ৰিদিৱ ৰায়ে ঠিক কথাকেই কৈছে ৰাজমাতা। একেবাৰে মোৰ মনৰ কথা। কিন্তু জোৰ যাৰ মুলুক তাৰ। শতিকাৰ পাচত শতিকা বিভিন্ন ভূমিৰ পৰা বিতাড়িত হোৱা ইহুদী জাতিয়ে অৱশেষত একত্ৰিত হ'লগৈ জেৰুজালেমত আৰু অত্যাচাৰত জুৰুলা হ'বলৈ নিশিকি প্ৰত্যাক্ৰমণেৰে মধ্যপ্ৰাচ্য কপাই তুলিলে। হয়তো তেনে এক ইতিহাসৰ ৰচনা আমিও কৰিব লাগিব। এইবাৰ আমি এঘড়ী যুঁজিম।— মানৱেন্দ্ৰই কথাবোৰ আপোনমনেৰে কৈ গৈছে। কাৰো পৰা সঁহাৰি বা সমৰ্থনৰ আশাত সি ৰৈ থকা নাই। ইতিমধ্যে কৰা মানসিক পৰিকল্পনাকিনি এই মুহূৰ্তত, ৰাণী বেনিতা ৰয়ৰ উপস্থিতিত সদৰী কৰিবলৈ যাওঁতে সি হয়তো কিছু পৰিমাণে ভাগৰিও পৰিছে। এটা নতুন পথেৰে আগবাঢ়িবলৈ লওঁতে উত্তেজনাৰ অৱকাশ বহুতো থাকিলেও অৱসাদেও লগ এৰা নিদিয়ে। সেয়ে হয়তো তাৰ মাতত ক্লান্তিৰ সুৰ সুস্পষ্ট। ৰাণী বেনিতা ৰয়ে কোনো প্ৰশ্ন তুলিবলৈ আগবঢ়া নাই। হয়তো তেওঁৰ চকুৰ আগতো কোনো পথেই উন্মুক্ত হৈ পৰি থকা নাই বাবেই নীৰৱতাকে তেওঁ খামুচি ধৰিছে। এনেকুৱা কিছুমান সংকটময় মুহূৰ্তত অভিজ্ঞতা, জীৱনবোধ আদিবোৰ কেতিয়াবা অসাৰ, অৰ্থহীন. কেতবোৰ ক্লীৱত্বসূচক উপাদানত পৰিণত হৈ পৰে যেনো অনুমান হয়।

*** *** ***

বংগবন্ধু শ্বেইখ মুজিবুৰ ৰহমান সাধাৰণ নিৰ্বাচন সংক্ৰান্তত ৰঙামাটিলৈ অহাৰ খবৰ চৌদিশে বিয়পি পৰিছে। বহুদিনৰ মূৰত এক অদ্ভুতধৰণৰ সংক্ৰামক উত্তেজনাও এই ক্ষুদ্ৰ পাহাৰী চহৰখনত বিস্তৃত হাৰত বিয়পি পৰিছে। শিলে, গছে ঠেকাখাই পাকঘূৰণি খোৱা এই আশ্চৰ্যময়, প্ৰশমিত হ'বলৈ অস্বীকাৰ কৰা বিশাল উত্তেজনাৰ কাৰণো নোহোৱা নহয়। প্ৰথমবাৰ চাক্‌মাসকলে বাংলাদেশৰ সাধাৰণ নিৰ্বাচনত অংশগ্ৰহণ কৰিবলৈ প্ৰস্তুতি চলাইছে আৰু প্ৰথমবাৰৰ বাবে বংগবন্ধু ৰঙামাটিলৈ নিৰ্বাচনী প্ৰচাৰৰ বাবে আহি উপস্থিত হৈছেহি।

এইখন এখন নতুন ৰঙামাটি চহৰ। কাপ্টাই প্ৰকল্পৰ পাচত কৰ্ণফুলি, ফেনী আৰু ছাংগু নদী উজাৰ খাই আহি উছন কৰি পেলাইছিল কালিন্দী ৰাণীয়ে পতা পুৰণা ৰঙামাটি চহৰ। সেইখন ৰঙামাটিতে এদিন হাইড চাহাবৰ বাংলাৰ ওচৰত উৰোৱা

হৈছিল ভাৰতৰ তিনিৰঙী পতাকা। দহ হেজাৰ মানুহে খাদী, পিনন, খ্নিলুম পিন্ধি মূৰত খাবাং লগাই সেই পতাকাৰ তলত থিয় হৈছিলহি নামত স্বাধীনতা এক অবুজ সম্পদ লাভৰ আশাত। কিন্তু সেইদিনাৰ পৰাই প্ৰকৃততে বিলুপ্ত হৈহে পৰিছিল সকলো মুক্ততা। আকাশ-বতাহ সকলোতে উৰিবলৈ আৰম্ভ কৰিছিল হা-হুতাহৰ অযুত আখৰা।

এতিয়া এইখন ৰঙামাটিতো গোট খাইছে অগণন লোক। তেওঁলোকৰ সৰহসংখ্যকৰে দেহত খাদী, পিনন, খ্নিলুমৰ ঠাই অধিকাৰ কৰিছে শাৰী আৰু কোট-পটলুঙে। মূৰৰ খাবাঙৰ ঠাইত কাৰোবাৰ টুপী, কাৰোবাৰ ছাতি। চিপ্‌চিপ্‌কৈ পৰি থকা বৰষুণজাকৰ লগত ফেৰ মৰাৰ এক দুৰ্বল প্ৰচেষ্টা। কোন সময়ত যে তাঁতশালত বৈ উলিওৱা ৰংচঙীয়া কাপোৰবোৰৰ ঠাই এই নতুন পোছাকবোৰে লৈ পেলালে সেয়া হয়তো কোনেও তৰ্কিবই নোৱাৰিলে। তাৰ মাজতো ক'ৰবাত ছেগা-চোৰোকাকৈ খাদী, খ্নিলুমেও ভুমুকি মাৰিছে। কিন্তু মানুহবোৰৰ চকুৰে-মুখে জিলিকি উঠা আজিৰ উছাহৰ লগত তেতিয়াৰ ৰঙামাটিৰ সেই পুৰাটোত গোট খোৱা মানুহবোৰৰ উছাহৰ এক অদ্ভুত সাদৃশ্য আছে।

শ্বেইখ মুজিবুৰ ৰহমানে ভাষণ আৰম্ভ কৰিছে। এখন ওখ মঞ্চৰ পৰা বিশুদ্ধ বাংলা ভাষাত কৈ যোৱা ভা,ণটো শুনোতে মানুহবোৰৰ কষ্ট হোৱা নাই। কিন্তু ৰিণিকি ৰিণিকি মানুহজনৰ চেহেৰা দৃষ্টিগোচৰ হ'লেও সেয়া স্পষ্টভাৱে চকুত পৰা বিধৰহে হোৱা নাই। তেওঁ কৈ গৈছে বাংলাদেশৰ উন্নয়নৰ কথা আৰু বাংলাদেশৰ সপোনৰ কথা। যুদ্ধবিধ্বস্ত এখন দেশক সকলোৱে হাতে-কামে লাগি গঢ়ি তুলিব লাগিব। শেষত তেওঁ সামৰণি মাৰিছিল এনে কেইটামান বাক্যৰে যিয়ে ইমান সময় অধীৰ আগ্ৰহেৰে অপেক্ষা কৰি থকা হেজাৰজনৰ চকুৰ তিৰ্‌বিৰণিক নিমিষতে স্তিমিত কৰি পেলাইছিল— আমি এনে এখন বাংলাদেশ গঢ়ি তুলিব লাগিব য'ত সকলো জনজাতীয় গোষ্ঠীয়ে কিছুমান সংকীৰ্ণ সংজ্ঞাৰ পৰা বাহিৰলৈ গৈ নিজকে বাঙালী বুলি এক বহল পৰিচয় দাঙি ধৰিবলৈ গৌৰৱবোধ কৰিব।

শ্বেইখ মুজিবুৰ ৰহমানৰ এনে এক মনোবৃত্তিৰ প্ৰকাশৰ পাচতে মানবেন্দ্ৰ লাৰ্মাৰ ট্ৰাইবেল চলিডাৰিটী পাৰ্টিৰ সভালৈ মানুহবোৰ গুচি গৈছে। সেইখন সভা হৈছে এখন মুকলি ঠাইত। তাত কোনো মঞ্চ নাই, কিন্তু এছটা ডাঙৰ শিলৰ ওপৰত থিয় হৈ চাক্‌মা ভাষাত উদাত্ত কণ্ঠেৰে কৈ যোৱা কথাবোৰ চাগে মানুহবোৰৰ বাবে অধিক হৃদয়স্পৰ্শী হৈছে। প্ৰতিটো বাক্যৰ পাচতে শ্ৰোতাই চিঞৰি উঠিছে— 'হৈয়া... হৈ ... য়া...। মানবেন্দ্ৰ লাৰ্মাই কৈ গৈছে বাংলাদেশৰ গণ্ডীৰ ভিতৰতে এক স্বতন্ত্ৰ শাসনৰ কথা। ... আমি বাংলাদেশী, কিন্তু বাঙালী নহয়। আমাৰ সুকীয়া সংস্কৃতিৰ বিসৰ্জন দি আমি বাঙালী হ'বলৈ যাব নোৱাৰো। আমাৰ এই স্বকীয়তা বজাই ৰখাৰ বাবে চৰকাৰে আমাক দিয়ক স্বায়ত্তশাসন আৰু কিছু সুৰক্ষা। কাপ্‌টাই প্ৰকল্পই আমাৰ ঘৰ-মাটি উৰুৱাই নিয়াৰ আগেয়ে আমাৰ অৰ্থনীতি আছিল অৰণ্যৰ ওপৰত নিৰ্ভৰশীল এক

অৰ্থনীতি। অৰণ্যই আমাক আমাৰ প্ৰয়োজনীয় সকলোখিনি বস্তুৰে যোগান ধৰিছিল। তাৰ ওপৰত দৰকাৰ হোৱাখিনিৰ বাবে আমি কৰিছিলো জুম খেতি। আমি নাচিছিলো, গান গাইছিলো, চিকাৰ কৰিছিলো আৰু কেতিয়াবা যুদ্ধও কৰিছিলো। কি সুন্দৰ আছিল আমাৰ জীৱন! এতিয়া সেই অৰণ্যক শেষ কৰি পেলোৱাৰ পাচত ভৈয়ামৰ মানুহে বিচাৰিছে যে আমি ভৈয়ামৰ মানুহৰ নিচিনাকৈ খেতি-বাতি কৰো কিছুমান মুকলি সমতল ভূমিত। তেওঁলোকো আহিব আমাৰ ঠাইত বসবাস আৰু খেতি কৰিবলৈ। আমি এতিয়াও পাহাৰ আৰু অৰণ্যক জীয়াই তুলিব পাৰিম যদিহে এই ভূমি মোগল আৰু ব্ৰিটিছে আমাৰ হাতত এৰি দিয়াদি বাংলাদেশ চৰকাৰে সম্পূৰ্ণ আমাৰ হাতত এৰি দিয়ে।...

শাক্যদেৱেও মানবেন্দ্ৰৰ কথাবোৰ থৰ লাগি শুনিছে। ট্ৰাইবেল চলিডাৰিটী পাৰ্টি খুলি সংসদৰ কাৰণে নিৰ্বাচন খেলিবলৈ ওলোৱা মানবেন্দ্ৰই গোপনে যে শান্তি বাহিনী নামৰ এক সশস্ত্ৰ সংগঠনৰো জন্ম দিছে সেয়া ইয়াত গোট খোৱা বেছিভাগ মানুহৰে জ্ঞাত নহয়। জানিলেও হয়তো তেনে এক কাৰ্যত সমৰ্থন জনাবলৈ ছিটাগং পাৰ্বত্য এলেকাত মানুহৰ অভাৱ নহ'ব। আধাতকৈও বেছি মানুহক এটা নিশাৰ ভিতৰতে এটা বান্ধৰ পানী খুলি প্ৰাণৰ তাড়নাত ভাৰতৰ সীমান্তৰ ভিতৰলৈ পলাই যাবলৈ বাধ্য কৰা কিছুমান নিষ্ঠুৰ মানুহৰেই অঙহী-বঙহীয়ে নতুন ৰূপত সজাই তোলা এতিয়াৰ বাংলাদেশ প্ৰশাসনৰ প্ৰতি আস্থাহীনতাৰ ভাবে মনত মাজে-সময়ে খেলা কৰাটো চাক্‌মাসকলৰ বাবে স্বাভাৱিক। আজি ইয়াত গোট খোৱা অধিকসংখ্যকৰে পৰিয়ালৰ মানুহ হয়তো কেতিয়াবা পাকিস্তানী সেনাৰ হাতত লাঞ্ছিত হৈছিল নতুবা বানপানীৰ কোবাল সোঁতত উটি গৈছিল। সীমান্তৰ সিপাৰে নতুন ঘৰ সাজিবলৈ যোৱাবোৰৰ মাজতো আজি গোটখোৱাবোৰৰ আত্মীয়-কুটুম্ব সিঁচৰতি হৈ থকাটো সাধাৰণ ঘটনা। আজি কৰ্পাছ মহলৰ বুকুত শুভ্ৰ কপাহৰ চিহ্ন নাই। তাৰ ঠাইত আছে ৰঙা-ৰঙী তেজৰ ফাঁকু খেলাৰ কাহিনী।

ঃ শাক্য দাহ্‌দাই এতিয়া কিবা এষাৰ ক'ব।

শাক্যদেৱ থক্‌মক্‌কৈ নিজৰ চিন্তাৰ জগতখনৰ পৰা উঠি আহিছে। কি ক'ব সি? সকলোখিনিতো কোৱা হৈয়েই গৈছে।

ঃ আমেৰিকাৰ নিচিনা দেশতো ৰেড ইণ্ডিয়ানবোৰক এতিয়া সুৰক্ষিত ৰাখি তেওঁলোকৰ এলেকাত অন্য মানুহৰ মাটি ক্ৰয় বন্ধ কৰি দিয়া হৈছে। এটা সময়ত ৰেড-ইণ্ডিয়ানবোৰক নিশ্চিহ্ন কৰিবলৈ ওলোৱা আমেৰিকানে নতুন ৰাষ্ট্ৰখন গঠন কৰাৰ পাচত সেই একেখিনি মানুহকেই সুৰক্ষা দিবলৈ ওলোৱাটো আচৰিত ঘটনা নহয়নে? কিন্তু পৃথিৱীৰ বুৰঞ্জীত এনে বহুতো আচৰিত ঘটনা ঘটিয়েই থাকে। হয়তো বাংলাদেশ নামৰ নতুন ৰাষ্ট্ৰখনো আমাৰ প্ৰতি এদিন সহানুভূতিশীল হ'ব। কিন্তু সেইখিনি হৈ উঠাৰ আগেয়ে আমি এইখন নতুন দেশৰ সাংবিধানিক প্ৰক্ৰিয়াৰ অংশীদাৰ হ'বলৈ প্ৰচেষ্টা চলাব লাগিব। মানবেন্দ্ৰক বাংলাদেশ সংসদলৈ নিৰ্বাচিত কৰি আমি সেই প্ৰক্ৰিয়া আগুৱাই নিয়াত সহায়ৰ হাত আগবঢ়াব পাৰো।

## [২৪]

কৌখালি গ্ৰামৰ শাক্যদেৱৰ দুৱাৰমুখত কাৰোবাৰ হাতৰ মৃদু আৰু সতৰ্ক টোকৰ। শাক্যই খক্‌মক্‌কৈ দুৱাৰ খুলি মানবেন্দ্ৰ লাৰ্মাক দেখি আচৰিত হ'ল। অবিন্যস্ত চেহেৰা, চকুত শংকাৰ খেলা।

ঃ আহা মানব। মাননীয় সাংসদৰ আজি কিয় মোৰ নিচিনা অভাজনলৈ মনত পৰিল?

ঃ ধেমালি কৰাৰ সময় নাই শাক্য দাহ্‌দা। ঢাকাৰ খবৰ শুনিছা? মুজিবুৰ ৰহমানক সপৰিয়ালে হত্যা কৰা হৈছে যোৱাকালি দিনৰ ভাগতে। এতিয়া হয়তো সামৰিক বাহিনীয়ে শাসনভাৰ গ্ৰহণ কৰিব।

ঃ কোনে, কিয় মুজিবক মাৰিলে?

ঃ সকলোৱেই ভাবিছে এই হত্যাত আমেৰিকাৰ হাত আছে। আচলতে মুজিবৰ অন্তৰ বৰ কোমল আছিল। তেওঁ গোড়া বাঙালী হ'লেও আৰু কিছু পৰিমাণে ধৰ্মৰ ক্ষেত্ৰত বাংলাদেশ মুছলমানৰ দেশ বুলি ভাবিলেও অন্য সম্প্ৰদায়ৰ প্ৰতি তেওঁৰ কোনো বিৰাগ ভাব নাছিল। তেওঁ কাকো কষ্ট দিয়াৰ পৰা বিৰত আছিল।

ঃ মই সকলো জানো মানব। আৰু এইটোও জানো যে যোৱা কিছুদিনৰ ভিতৰত তোমাৰ লগত মানুহজনৰ এক সু-সম্পৰ্ক গঢ় লৈ উঠিছিল। আমাৰ এই চাক্‌মা ভূমিতো যোৱা চাৰিটা বছৰত কোনোধৰণৰ অত্যাচাৰৰ ঘটনা সংঘটিত হোৱা নাই। কিন্তু এতিয়া কথাবোৰ চাগে' একেবাৰেই বেলেগ হৈ পৰিব।

ঃ খুব বেয়া দিন আহি আছে। মোৰ কাৰণে আৰু আমাৰ চাক্‌মাবোৰৰ কাৰণে। পাকিস্তানত ইণ্টাৰ ছাৰ্ভিচেছ ইণ্টেলিজেন্স অৰ্থাৎ আই এছ আই বুলি সামৰিক বিষয়া কিছুমানৰ এটা সংস্থা গঢ় লৈ উঠিছে। উদ্দেশ্য পাকিস্তানক দুভাগ কৰা উপাদানবোৰৰ ওপৰত প্ৰতিশোধ লোৱা। আমেৰিকাৰ পৃষ্ঠপোষকতা লাভ কৰিছে বুলি বহুতেই বিশ্বাস কৰে। মধ্যপ্ৰাচ্যৰ ধনো হয়তো সিহঁতে লাভ কৰিছে। মুজিবক আঁতৰোৱাৰ গুৰি ধৰোতা আই এছ আই বুলি এটা গুজব ওলাইছে। যিয়েই নহওক, মুজিবৰ লগত মিত্ৰতা থকা সকলোকে এতিয়া শেষ কৰি পেলাব। সেয়ে মই ৰঙামাটিৰ পৰা পলাই আহিছো। তোমাৰ লগত ইয়াত কিছুদিন কটাম। তাৰপাচত আকৌ ক'ৰবালৈ গুচি যাম।

ঃ আমি যে এটা সময়ত ৰঙামাটিৰ ভূমিত ভাৰতৰ পতাকা উৰাইছিলো, তাৰ মূল্য আমাৰ পৰা বাৰে বাৰে আদায় কৰি থকা হৈছে। এতিয়াও চাগে' তাৰ ব্যতিক্ৰম নঘটিব।

শাক্যদেৱৰ মুখৰ পৰা এটা দীঘল হুমুনিয়াহ বাহিৰ হৈছে। ছিটাগং পাৰ্বত্য এলেকাত সূৰ্য পুনৰ উদয় হোৱাৰ ক্ষণ উপস্থিত হোৱাৰ প্ৰাক্‌মুহূৰ্তত শ্বেইখ মুজিবুৰ ৰহমানক

হত্যা কৰা হ'ল। মানৱেন্দ্ৰ লাৰ্মাৰ মুজিবৰ লগত ধীৰে ধীৰে বাঢ়ি অহা ঘনিষ্ঠতাই চাক্‌মাসকলক বহুতো নতুন আশাৰ খোৰাক যোগাইছিল— স্বায়ত্তশাসনৰ আশা, নিজ ধৰ্ম, সংস্কৃতি, ভূমি আৰু জীৱনক আলফুলে প্ৰতিপালিত কৰাৰ আশা। কিন্তু এদিনৰ এটা নিষ্ঠুৰতাত এই সকলোবোৰ স্তূপীকৃত আশা ছিন্ন-বিদীৰ্ণ হৈ পৰিছে।

শাক্যই ফিকা চাহকাপ মানৱেন্দ্ৰৰ হাতত তুলি দিলে। তাৰ মুখত এক বেদনামিশ্ৰিত হাঁহি। চাহকাপ অমৃত যেন লাগিছে। বাটত খুদকণ এটাও পেটত পৰা নাই।

ঃ অলপ চিড়ল আছে। গা-পা ধুই লোৱা। বৰশীৰে নদীত ধৰা মাছেৰে বনোৱা চিড়ল। টেঙা স্বাদটো এতিয়াও ভালকৈ অহা নাই। তথাপি ভোকত আছা যেতিয়া ভালেই পাবা। মোৰ তাত পাচে দোৱা-চ্যুনি বা জাগাৰা মদ নোপোৱা।

ঃ তোমাৰ তাত এটা হুকা দেখিছো। ধপাত খোৱা হ'লে বাৰণ কৰিব নোৱাৰিবা। মানৱে স্ফূৰ্তি কৰিবলৈ চেষ্টা কৰিছে যদিও তাৰ মাতটো বৰ কৰুণ শুনাইছে।

ঃ খাবা। সেয়া মোৰ বাবৰ পুৰণা হুকা। বহুদিন অব্যৱহৃত হৈ পৰি আছে। ব্যৱহাৰ কৰিলে ভালেই পাম। কিন্তু এই ধপাত খোৱা কাৰবাৰটো মই ভাল নাপাওঁ। স্বাস্থ্যৰ কাৰণে ক্ষতিকৰ।

ঃ ধপাত খাই মৰা আৰু এই মিলিটেৰীহঁতৰ হাতত মৰা-কথাটো একেই। মুঠতে সোনকালে যোৱাটো এতিয়া প্ৰায় নিশ্চিত।

মানৱেন্দ্ৰক সাৱধানেৰে লুকাই ৰাখিব লাগিব। কৌখালিত যে কোনোবা গুপ্তচৰ কেতিয়াবা নোসোমাবহি তাকতো ক'ব নোৱাৰি। শাক্যৰ মনটোও শংকাৰে ভৰি পৰিছে। নিজ জীৱন ৰক্ষাৰ বাবে কেতিয়াও ব্যতিব্যস্ত হোৱা নাই সি। কিন্তু চাক্‌মাসকলৰ স্বাৰ্থৰক্ষাৰ খাতিৰত মানৱ বাচি থকাটো বৰ জৰুৰী। ভাইসদৃশ মানৱেন্দ্ৰৰ কিবা ক্ষতি হ'লে ইমানদিনে শান্ত হৈ থকা মানৱেন্দ্ৰ সৃষ্ট শান্তি বাহিনী নিয়ন্ত্ৰণৰ বাহিৰলৈ যোৱাটো খাটাং। ইয়াৰ ভয়াৱহ ফল হ'ব সুদূৰপ্ৰসাৰী।

ইয়াৰ পাচৰ সময়বোৰ বৰ ক্ষিপ্ৰ গতিৰে পাৰ হৈ গৈছিল। ঢাকা আৰু ইছলামাবাদৰ ৰাজনীতিৰ লগত ৰঙামাটিৰ ৰাজনীতি এনেকৈ সংপৃক্ত হৈ পৰিছিল যে ঢাকাত উদ্ভুত হোৱা যিকোনো জোকাৰণিয়ে চাক্‌মা ভূমিখণ্ডৰ অন্তৰ্ভাগতো জোকাৰণি তুলিছিল। এনে এটা সময়তে খবৰ আহিল যে জিয়াউৰ ৰহমানে ঢাকাৰ ক্ষমতাৰ বাঘজৰী গ্ৰহণ কৰিছে। জিয়াউৰ ৰহমানে আহিয়েই গঠন কৰিলে ছিটাগং পাৰ্বত্য এলেকা উন্নয়ন ব'ৰ্ড। এই ব'ৰ্ডৰ মুখ্য বিষয়া হ'ল মেজৰ জেনেৰেল মনচুৰ ৰহমান। মনচুৰৰ হাতত সামৰিক ক্ষমতাৰ লগতে উন্নয়ন চোৱা-চিতা কৰাৰ ভাৰো ন্যস্ত হৈ পৰিল।

এদিন শাক্যদেৱে কৌখালি গ্ৰামৰ নিজ ঘৰৰ সন্মুখত মাচাঙত এখন বাঁহৰ কঠ পাৰি যোগাভ্যাস কৰি আছে। কাষত মেলি থোৱা অৱস্থাত। শাক্যৰ দুই চকু বন্ধ। হঠাৎ যেন ক'ৰবাত শব্দৰ কোলাহল। হয়তো কিছুমান খেলিমেলিৰ সংকেত। সি দুচকু মেলি পোন হৈ বহিল। তাৰ ঘৰৰ সন্মুখৰ এচলীয়াখিনিৰে মানুহৰ দল এটা গৈ আছে— ল'ৰা-

ছোৱালী, বুঢ়া-বুঢ়ী, ডেকা-ডেকেৰী। হাতত টোপোলা-টাপলি। ভৈয়ামৰ মানুহ। দলটোৰ শেষৰফালে দুজন বাংলাদেশ সামৰিক বাহিনীৰ লোক। এইবোৰ মানুহ ক'ৰ পৰা আৰু কেলেই আহিল? ইতিমধ্যে গাঁওখনৰ বাকীবোৰ মানুহো বাহিৰলৈ ওলাই আহিছে আৰু দলটোৰ পাচে পাচে এটা নিৰাপদ দূৰত্ব বজাই ৰাখি এটা সৰু দল আগবাঢ়িছে। তলৰ পৰা পবিত্ৰহঁতে তালৈ চাই হাত জোকাৰি শাক্যদেৱক মাতিলে। সিয়ো ছাংগুৰে প্ৰচণ্ড বেগেৰে নামি গ'ল। বুকুৰ ধপ্‌ধপনিৰ শব্দ তাৰ কাণত বৰ কোবেৰে যেন বাজি উঠিছে।

ঃ এইবোৰ ক'ৰ মানুহ শাক্য দাহ্‌দা?

কৌখালি গ্ৰামৰ মানুহৰ বাবে সি সিহঁতৰ নেতা। দেশখনৰ ক'ত, কি ঘটি আছে সকলো তাৰ নখ-দৰ্পণত বুলি মানুহবোৰে ধৰিয়েই লৈছে। তাৰ অজ্ঞতা কোনেও এই মুহূৰ্তত মানি নলয়।

শাক্য খৰখোজেৰে আগবাঢ়ি সৈনিক এটাৰ ওচৰ পালেগৈ। তামবৰণীয়া সৈনিকটোৱে চকু সৰু কৰি এসোপামান বিৰক্তি থুপ খুৱাই তাৰ মুখলৈ চালে। সৈনিকটোৰ চকু-মুখৰ অভিব্যক্তি সুস্পষ্ট— কি লাগে ইয়াত? অৱশ্যে এতিয়ালৈকে সি মুখ ফুটাই একো কোৱা নাই। হঠাতে সন্মুখৰ দলটোক উদ্দেশ্য কৰি সি চিঞৰি উঠিল— 'ৰহ, ইয়াত ৰৈ যা। এইখিনিয়েই ঠাই।' শাক্যই সন্মুখলৈ চালে। জুমখেতিৰ বাবে নিৰ্দিষ্ট কৰি ৰখা ঠাই। এতিয়াও তাত সৰিয়হৰ হালধীয়া ফুলে সগৰ্বে বুকু ফিন্দাই থিয় হৈ আছে। গ্ৰামৰ কাষৰ বাকীবোৰ ঠাই ইতিমধ্যে জুম খেতি বাৰে বাৰে কৰাৰ পাচত পৰিত্যক্ত ৰাণিয়া ভূমিত পৰিণত হৈছে। হাবি চাফ কৰি এইটুকুৰা মাটি উলিয়াওঁতে সকলোৱে শ্ৰমদান কৰি খেতি কৰাৰ কামত লাগি গৈছিল। সাত বছৰলৈকে এক স্থায়িত্বৰ আশাত সকলোৰে মন-প্ৰাণ তেতিয়া ৰঞ্জিত। সাত বছৰৰ পাচত হয়তো সিহঁতৰ অন্য উৰ্বৰ ঠাইৰ সন্ধানত যাত্ৰা আৰম্ভ হ'ব আৰু সিহঁত হয়তো ওচৰৰে কোনো এক ঠাইলৈ আঁতৰি যাব।

ঃ মানুহবোৰ ইয়াতে বহিব।

সৈনিকটোৱে এইবাৰ অত্যন্ত স্পষ্টকৈ সৰিয়হডৰালৈ আঙুলিয়াই দেখুৱালে। সি এই তাৰ লগত অহা দলটোক কৈছে নে শাক্যদেৱ আৰু চাক্‌মাহঁতক কথাখিনি কৈছে সেয়া শাক্যই ধৰিব পৰা নাই।

ঃ ক'ত বহিব? কিয় বহিব? এওঁলোক কোন? এয়া আমাৰ জুমখেতিৰ ফচল, একেলগেই মানবোৰ বাক্যই ঠেলা-হেঁচা লগাই শাক্যৰ জিভাৰ আগৰ পৰা সৰি পৰিছে যে সি নিজেই ধৰিব পৰা নাই কিয় হঠাতে সি নিজৰ চিন্তাশক্তি হেৰুৱাই পেলাইছে আৰু অবোধ বালকৰ দৰে প্ৰশ্নৰ বলিয়া বানেৰে কেইটামান উত্তেজিত মুহূৰ্ত নিমিষতে বুৰাই পেলাইছে।

ঃ আমাৰ হাতত থকা কাগজৰ মতে এইখিনি এনেই পৰি থকা মাটি আৰু ইয়াতে এই দুখীয়া, গৃহহীন মানুহবোৰ ঘৰ-বাৰী বনাই বহিব। চৰকাৰী হুকুম। আমাক পঠিওৱা হৈছে যাতে আদেশ পালিত হয়। আদেশ ভঙাৰ চেষ্টা কৰিলে আমাক গুলী কৰাৰো নিৰ্দেশ

দিছে। তামবৰণীয়া, এই চকু পিৰিক-পাৰাককৈ থকা সৈনিকটোৰ মাতটো ইমানবোৰ বিৰক্তি যে এনেকুৱা এটা মুহূৰ্ত যেতিয়া শাক্যদেৱ নিজেই এটা অত্যন্ত অন্যায় প্ৰস্তাৱৰ মুখামুখি হৈ শোকে-ক্ষোভে হালি পৰাৰ উপক্ৰম হৈছে তেনে এক সময়তে তাৰ এই আজ্ঞাবাহী সৈনিকটোৰ ওপৰত এক আচৰিত ধৰণৰ পুতৌও জাগিছে।

ঃ মেজৰ জেনেৰেল মনচুৰ ৰহমানৰ নিজৰ আদেশ। ছিটাগং পাৰ্বত্য এলেকা উন্নয়ন ব'ৰ্ডৰ আদেশ। ছিটাগং পাৰ্বত্য এলেকাত মাটিয়েই মাটি। মানুহ ইমান নাই। ভৈয়ামত মানুহেই মানুহ। ইফালে খেতি-বাতিৰ কথাতো নকওঁৱেই, ঘৰ সাজি থাকিবলৈকে তাত মাটিৰ অভাৱ।

এই সৈনিকটোৱেও লেথাৰি নিছিগাকৈ কথাবোৰ কৈ গৈছে। অৱশ্যে মনচুৰ ৰহমানৰ ভয়ংকৰ পৰিকল্পনা সদৰী কৰোতে তাৰ মুখৰ আগৰ বিৰক্তিবোৰ কিছু পৰিমাণে আঁতৰি তাৰ ঠাই এক গহীন অভিব্যক্তিয়ে অধিগ্ৰহণ কৰিছে। হঠাৎ যেন সি এক সাধাৰণ সৈনিকৰ পৰিবৰ্তে পৰিবৰ্তিত হৈছে এক চিন্তাশীল ব্যক্তিলৈ যাৰ মনত খেলা কৰিছে জীৱন যুদ্ধৰ লগত জড়িত কিছুমান খণ্ডচিত্ৰই।

ঃ সকলোবোৰ গ্ৰামলৈ এনেকৈ মানুহ পঠিওৱা হৈছে নেকি?

ঃ ওঁ, সকলোলৈকে পঠিওৱা হৈছে। গোটেই দেশখনৰ পৰা মানুহ অনা হৈছেতো! জাকে জাকে মানুহ।

'জাকে জাকে মানুহ' বুলি কওঁতে ক'ৰবাত সৈনিকটোৰ যেন খংটো উজাই আহিছে আৰু পাচ মুহূৰ্ততে 'ঐ তহঁতবোৰ কি চাই আছ, শাৰী পাতি বহি যা' বুলি চিঞৰ এটা মাৰি তাৰ আদি অৱস্থালৈ ঘূৰি গৈছে।

শাক্যৰ পাচত থিয় হোৱা মানুহবোৰ লাহে লাহে আগুৱাই আহি তাৰ লগত শাৰী পূৰাই পুনৰ থিয় হৈছে আৰু সিহঁতৰ সন্মুখত হাতত বন্দুক লৈ আগ-পিচ কৰি থকা সৈনিক দুটা আৰু হাতে-কান্ধে গোলাকাৰ টোপোলা কেতবোৰ ওলোমাই বহি পৰা শাওঁবৰণীয়া মানুহৰ দল এটালৈ দৃষ্টি নিক্ষেপ কৰি কিবা এক অবুজ ভয়ত মূক হৈ পৰিছে। 'এয়া আমাৰ মাটি' বুলি চিঞৰি উঠি নিজ অধিকাৰ সাব্যস্ত কৰাৰ সাহসকণো যেন সিহঁতে এই মুহূৰ্তত হেৰুৱাই পেলাইছে।

ঃ এয়া আমাৰ জুমখেতি। ইয়াত মানুহ বহিব নোৱাৰে। আপুনি গৈ মনচুৰ ৰহমানক কওকগৈ। আমিও কম।

শাক্যৰ কথা শুনি মানুহবোৰে যেন সম্বিত ঘূৰাই পাইছে।

ঃ আমি এতিয়া কি কৰিম? — অসহায় গঞাহঁতৰ মাত শুনি শাক্য সচকিত হৈ পৰিছে।

ঃ আমি ইয়ালৈ অহা মানুহখিনিক চাহ-তামোল দি ঘূৰি যাবলৈ কম। জুম খেতিৰ চাৰিওফালে আমি থিয় হ'ম আৰু কাকো তাত ঘৰ-বাৰী সাজি বহিবলৈ নিদিওঁ। কাইলৈ পুৱাই ছিটাগঙলৈ গৈ মনচুৰ ৰহমানক লগ ধৰাৰ বাবে চেষ্টাও চলাম।

শাক্যৰ মাতৰ দৃঢ়তাত সৈনিক দুটায়ো অলপ সময়ৰ বাবে স্তব্ধ হৈ পৰিছে। কোনোবাই যে ইমান সংযতভাৱে সিহঁতক প্ৰত্যাহ্বান জনাব সেয়া হয়তো সিহঁতৰ চিন্তাৰ পৰিধিৰ বাহিৰত আছিল। যাঠি-জোং লৈ খেদি অহা পাহাৰী দল এটাৰ আক্ৰমণৰ মানসিক পৰিকল্পনা এটা কৰি তাৰ প্ৰত্যুত্তৰ হিচাপে আগ্নেয়াস্ত্ৰ মজুত ৰাখি সিহঁত নিৰ্ভীক হৈ আছিল। অলপ দূৰৈত সিহঁতৰ পৰা সংকেত পালেই সশস্ত্ৰ বাহিনী আহিবলৈ সক্ষম হৈ আছেই। কিন্তু কথাবোৰ সিহঁতে ভবাৰ দৰে হৈ উঠা নাই।

শাক্যৰ কথামতেই ভৈয়ামৰ মানুহবোৰক টোপোলা ভাতৰ যোগান ধৰা হ'ল। ইমান দূৰ বাটকুৰি বাই অহা মানুহবোৰে টপালি পাৰি পাৰি খোৱাত লাগিল। কোনেও আগবাঢ়ি গৈ হালি-জালি থকা খেতিডৰাত হাত দিবলৈ বিচৰা নাই। হয়তো ভৈয়ামলৈ ঘূৰি যোৱাৰ বাবেও মানুহবোৰে এক মানসিক প্ৰস্তুতি চলালে।

ঃ আমি বেলেগ ক'ৰবালৈ যামগৈ। লোকে কৰা খেতি কাটি তাত ঘৰ সজাৰ মন আমাৰো নাই। আমাক কোৱা হৈছিল যে বহুতো মাটি এনেয়ে পৰি আছে।

ঃ সিহঁতৰ মুখিয়াল যেন লগা এজনে হাতত ধপাত মলি মলি কৈ উঠিল। মানুহজনৰ চকু পকা তামোলৰ পিকৰ নিচিনা ৰঙা, মুখত মকৰাজালে যেন এখন বিস্তৃত চাদৰ মেলি পেলাইছে। কিহবাৰ ভৰত হালি পৰা এটা শীৰ্ণ দেহ।

কিছুমান অৱসাদেৰে ভাৰাক্ৰান্ত শাক্যদেৱ এতিয়া অত্যন্ত ক্লান্ত। লাহে লাহে নমা আন্ধাৰবোৰলৈ চাই চাই সি এপাকত নিজ বিছনাত ভাগৰুৱা দেহটো এৰি পেলালে। কোন মুহূৰ্তত যে এসোপা টোপনিয়ে তাক আগুৰি ধৰিলে সি তলকিবই নোৱাৰিলে। দুৱাৰত এটা মৃদু টোকৰ। সি জাঁপ মাৰি উঠি বহিল। সেই টোকৰৰ শব্দৰ গৰাকীক চিনোতে তাৰ ভুল হোৱা নাই। মানৱেন্দ্ৰ লাৰ্মা। কিবা এটা বিপদৰ আশংকাত তাৰ হাত-ভৰিবোৰ থৰ্থৰ্কৈ কঁপিছে।

ঃ সেই দুটাক গুলীয়াই দিলো। চিপাহী দুটাক। মানুহবোৰ ফৰিং ছিটিকা দি পলাল। সিহঁতৰ দুটামানৰ হাতে-পাতেও হয়তো গুলী লাগিছে।

শাক্যদেৱে মানৱেন্দ্ৰৰ গা জোকাৰি জোকাৰি চিঞৰি উঠিল— কি কৰিলা মানৱ? আজ্ঞাবাহী দুটা নিমাখিত মানুহক মাৰি... আৰু সেই ছালছিগা মানুহবোৰৰ ওপৰত গুলী চলাই...।

মানৱেন্দ্ৰৰ মুখত অনুশোচনাৰ সামান্যতমো চিহ্ন নাই। তাৰ চকুত আক্ৰোশৰ জুই দপ্দপাই জ্বলিছে— সিহঁতে আমাৰ ওপৰত বহু নিৰ্যাতন চলালে। এতিয়াও সেই বেয়া উদ্দেশ্যৰ, অপকৰ্মৰ অৱসান ঘটাৰ চিন-মোকাম দেখা নাই। তুমি চাক্মা গান্ধী হোৱাৰ পৰিকল্পনা বাদ দিয়া শাক্য দাহ্দা। অকল আমাৰখন গ্ৰামতে নহয়, গোটেইখন ছিটাগং পাৰ্বত্য এলেকাত একেদিনাই হেজাৰ হেজাৰ ভৈয়ামৰ মানুহ আনি বহুওৱা হৈছে। এতিয়াও যদি তুমি খুৱাই-বুৱাই, আতিথ্য প্ৰদান কৰি আগ্ৰাসীবোৰক বিদায় দিয়াৰ নিচিনা অদ্ভুত কাম কৰিবলৈ যোৱা, তোমাৰ মানসিক অৱস্থাৰ ওপৰত আমাৰ সন্দেহৰ উপজিবলৈ

আৰম্ভ কৰিব।

ঃ আগ্ৰাসনৰ বিৰুদ্ধে অহিংস আন্দোলন এক বৰ শক্তিশালী অস্ত্ৰ।

ঃ ৰণুখান আৰু কালিন্দী ৰাণীক আমি মনত ৰাখিছিলো হাতত অস্ত্ৰ লোৱাৰ বাবে। তেওঁলোকে বন্দুক ধৰিছিল শত্ৰুৰ বিপক্ষে।— মানৱৰ চকুৰ জুইকুৰা আৰু যেন তীব্ৰ হৈ জ্বলিছে।

ঃ ৰণুখানে এনে এটা শক্তিৰ বিৰুদ্ধে থিয় হৈছিল যি ইয়াত জন্মা শক্তি নাছিল আৰু এই ভূমিত লহ্‌পহকৈ বাঢ়ি অহা ফচলে তেওঁলোকৰ জীৱনলৈ জীৱন আৰু মৃত্যুৰ পাৰ্থক্য নমাই অনাৰ সম্ভাৱনাও নাছিল। কিন্তু এইখিনি মানুহতো আমাৰ কলিজাৰ ওচৰতে প্ৰতিপালিত মানুহ। আমাৰ মাটিয়ে সিহঁতৰ ভোকাতুৰ মুখলৈ জীৱনী শক্তি কঢ়িয়াই অনাটো খাটাং। গতিকে মানৱ, এইখিনি মানুহ আমাৰ অস্তিত্বৰ কাৰণে এটা অতি ডাঙৰ ভাবুকি আৰু এনে বৃহৎ শক্তিৰ লগত ফেপেৰি পাতিবলৈ গান্ধীজীৰ অহিংসাৰ নিচিনা ডাঙৰ অস্ত্ৰৰেই প্ৰয়োজন। কিন্তু তোমালোকে যে গুলী চলোৱাৰ নিচিনা ডাঙৰ ভুলটো কৰিয়েই পেলালা। এতিয়া আমি হাৰি যোৱাটো নিশ্চিত।

ইতিমধ্যে লোটা এটাৰ পৰা কোটকোটাই পানী খাই মানৱেন্দ্ৰ লাৰ্মা দপ্‌দপাই বৈঠকখনাৰ পৰা ওলাই মাচাঙত থিয় হৈছেগৈ। অলপ পাচতেই হয়তো চাংগুৰে তললৈ নামি সি অন্ধকাৰৰ লগত মিলি পৰিব। কিয় জানো শাক্যৰ মানৱেন্দ্ৰৰ ওপৰত এই মুহূৰ্তত কিছু খঙৰ অনুভূতিৰোউদ্ৰেক হৈছে। এই ল'ৰাটোৰ অবিবেচকী কাৰ্যৰ ফল ভুগিব দূৰ-দূৰণিৰ হেজাৰ হেজাৰ চাক্‌মা গ্ৰামবাসীয়ে। মনচুৰ ৰহমানে বিচাৰি থকা সুবিধাখিনিৰ বাবে বাট উলিয়াই দিলে এই মূৰ্খ ল'ৰাটোৱে। ইমানদিন শান্ত হৈ থকা শান্তি বাহিনীৰ নিচিনা দৈত্য এটাক জগাই তোলাৰ পাচত ইয়ালৈ আহিব উচটাই জোল খোৱা এটা দল। পেটত গাঁঠি দি চাক্‌মা ডেকাল'ৰাই কিনিব বন্দুক আৰু এই বন্দুকেই ধ্বংস কৰি পেলাব চাক্‌মা জাতিক।

ঃ মাটি-ভেটি কাঢ়ি ল'বলৈ দিলে আমি কিহক লৈ জীয়াই থাকিম শাক্য দাহ্‌দা?

দুৱাৰ খুলি পুনৰ ভিতৰলৈ সোমাই আহিছে মানৱেন্দ্ৰ। এতিয়া তাৰ চকুত সেই জুইকুৰা নাই। তাৰ ঠাইত এজাক যেন নেৰানেপেৰা বৰষুণ। অসহায়তাই সম্পূৰ্ণৰূপে গ্ৰাস কৰি পেলাইছে মানুহটোক।

ঃ আমি কাৰ কি অন্যায় কৰিছিলো যে এদিন এটা বান্ধৰ পানী খুলি আমাক নিঃশেষ কৰোৱাৰ ষড়যন্ত্ৰ কৰা হ'ল? যিখন দেশৰ পতাকা উৰুৱাৰ দোষত তোমাৰ দেউতাই প্ৰাণ দিবলগীয়া হ'ল, স্নেহ চাক্‌মাৰ নিচিনা এজন মানুহে নিজৰ জন্মভূমিত ভৰি থোৱাৰ পৰা বঞ্চিত হ'বলগীয়া হ'ল সেইখন দেশে আমালৈ কেতিয়াবা কেৰাহিকৈও চোৱাৰো সময় উলিয়াব পাৰিলেনে? এইখন দেশ পূব পাকিস্তানেই হওক বা বাংলাদেশেই হওক— উদ্দেশ্য একেবাৰেই সুস্পষ্ট। ইয়াত বাঙালী মুছলমানৰ বাদে আন কাৰো স্থান নাই। যি কৰিছো তাৰ বাদে আমাৰ হাতত কি উপায় আছে তুমিয়েই কোৱা। আমাক বিশ্বাসঘাতকতা

কৰা গান্ধীৰ আদৰ্শ আদিৰ বেবেৰিবাং কথা কৈ আমাৰ দুৰ্বল অৱস্থাটো আৰু দুৰ্বল পৰ্যায়লৈ নিবলৈ চেষ্টা নকৰিবা।

শাক্য নীৰৱ হৈ পৰিছে। এই মুহূৰ্তত নীৰৱতাৰ বিকল্প একো নাই। যিখিনি হ'বলগীয়া আছে ইতিমধ্যে হৈয়েই গৈছে। ইয়াৰ ফলত আহিবলগীয়া ঘটনাৰাজিও এতিয়া বোধ কৰিব পৰা পৰ্যায়ত নাই। এইবাৰ এখুজি-দুখুজিকৈ বাহিৰলৈ ওলাই যোৱা মানৱেন্দ্ৰ যে আৰু ঘূৰি নাহে সেয়া একপ্ৰকাৰ খাটাং। ভোকত কল্‌মলাই উঠা পেটটোৰ কথাও ভাবিবলৈ এতিয়া তাৰ মন যোৱা নাই। এটা নিদ্ৰাবিহীন ৰাতি কটাবলৈ প্ৰস্তুতি চলোৱাৰ সময় সমাগত।

দোকমোকালি পুৱাতেই কুকুৰা চৰাইৰ মাতত সি সাৰ পাই গ'ল। গোটেই নিশা উজাগৰে থকাৰ পাচত পুৱতি নিশালৈ হয়তো চকুযুৰি মুদ খাই গৈছিল। কিন্তু এটা সাধাৰণ কু-কুউ-কুউ উ শব্দই তাক সেইকণ সুখানুভূতিৰ পৰা পলকতে উঠাই অনাত তাৰ মনত অসন্তোষৰ ভাবে খেলা কৰাটো স্বাভাৱিক আছিল। কিন্তু কোনো খং বা অসন্তোষে তাক এই মুহূৰ্তত বলাব পৰা নাই। এটা অস্বাভাৱিক দিনৰ বাবে নিজকে সাজু কৰিবলৈও সময়ৰ প্ৰয়োজন। গঁৰালত খোকখোকাই থকা গাহৰিকেইটা আৰু সৰু কুঠৰীৰ নিচিনাকৈ সাজি উলিওৱা কুকুৰাৰ লুড়ত থকা কুকুৰাবোৰক সি বৰ বিশেষ নভবাকৈয়ে মুকলি কৰি দিলে। কুকুৰাবোৰ হয়তো সামান্য দূৰত্বলৈ উৰি যাব আৰু গাহৰিকেইটা পাহাৰৰ বুকুৰেদি নামি তলৰ বননিত বিস্তৃত হৈ পৰিব। সিহঁত আহিবও পাৰে, নাহিবও পাৰে। গাহৰিকেইটা ঘূৰি অহাৰ স্পষ্ট সম্ভাৱনা থাকিলেও কুকুৰাকেইটা পাহাৰৰ ওপৰলৈ উৰি যোৱাটো একপ্ৰকাৰ নিশ্চিত। কিন্তু তাহাঁত সকলোকে মুক্ত কৰি দিয়াৰ ইমান এক সুতীব্ৰ ইচ্ছাই তাক আমনি কৰিবলৈ লৈছে যে এৰি দিয়াৰ পাচত সিহঁতৰ ফালে ঘূৰি চোৱাৰ বাসনাও তাৰ মনত জাগ্ৰত হোৱা নাই। আনকি অন্যদিনা দানা-পানী খুৱাই তলৰ এটা নিৰ্দিষ্ট দূৰত্বলৈ যাবলৈ দি চকু ৰাখি থকা গাহৰিকেইটাৰ কোট্ কোট্, ঘোট্-ঘোট্‌জাতীয় শব্দবোৰকো নিজ শব্দতন্ত্ৰীৰ প্ৰচ্ছায়াৰ পৰা সি বলপূৰ্বক আঁতৰাই পঠিয়াইছে।

# [২৫]

শাক্য দাহ্‌দা।

চিংগাবাৰ চকীত গাটো অলসভাৱে পেলাই বহি থকা শাক্যদেৱে নিজৰ গাৰ পৰা সকলো জঠৰতা দলিয়াই থিয় হৈছে। মাণিক্য চাক্‌মাৰ ক্ষীণ-মীন শুকান দেহাটোৰ পৰা সদায় ওলোৱাৰ দৰে প্ৰচণ্ড জোৰেৰে শব্দবোৰ ওলাইছে। চকু দুটাও অইন দিনৰ দৰেই ট টকৈ কোটৰৰ পৰা জিলিকি উঠি তাৰ সমস্ত অৱয়বটোকে যেন গ্ৰাস কৰিবলৈ ওলাইছে। কিন্তু এই সকলোবোৰ কায়িক সংগতি-বিসংগতিৰ প্ৰতি ল'ৰাটোৱে এক ভ্ৰূক্ষেপহীন অৱস্থিতি গ্ৰহণ কৰে। আজিও তাৰ সমস্ত ধ্যান-ধাৰণা অন্য কোনো চিন্তাত সীমাবদ্ধ।

ঃ আমাক মাতি পঠিওৱাৰ খবৰটো দিবলৈ কাৰবাৰীয়ে মোক তোমাৰ ওচৰলৈ পঠিয়াইছে।

কিবা এক অজানা আশংকাত শাক্যদেৱৰ বুকত শব্দৰ প্ৰাবল্য।

ঃ ক'লৈ মাতিছে মাণিক্য।

ঃ কাবল্যচাৰিৰ সাৰনাথ বিহাৰৰ চৌহদলৈ। মনচুৰ ৰহমান হেনো নিজেই আহিছে। হয়তো আমাৰ মাটি ল'বলৈ অহা সিহঁতৰ মানুহবোৰক খেদি পঠিওৱা কাৰণে মোকাবিলা কৰিবলৈকে এইখন সভা।

মনচুৰ ৰহমানে মাতি পঠিওৱাটোক ইমান সহজভাৱেৰে গ্ৰহণ কৰিবলৈ শাক্যদেৱ ৰাজী নহয়। এয়াই সেই মনচুৰ ৰহমান যি সূৰ্য খিচা আৰু সূৰ্যৰ লগৰ বাকীবোৰক নিষ্ঠুৰতাৰে হত্যা কৰিছিল। তাকো সম্পূৰ্ণ এক মিছা সন্দেহৰ বশৱতী হৈ। সন্দেহৰ আৱৰ্তত নহা শাক্যদেৱক সেই হত্যালীলাৰ অন্তৰ্ভুক্ত নকৰি তাৰ অন্তৰৰ কোনোবাখিনিত বহুতো ক্ষতচিহ্ন চিৰদিনৰ বাবে সৃষ্টি কৰি যোৱা মনচুৰ ৰহমানক সি পাহৰিব খুজিও পাহৰিব পৰা নাই। আজি সেই নামৰ উল্লেখে হৃদয়ৰ ঘাবোৰ যেন আৰু অধিক সতেজ কৰি তুলিলে। মেৰাজ আহমেদ আৰু সূৰ্য খিচাৰ হাঁহিমুখীয়া মুখ দুখনো এই মুহূৰ্তত তাৰ চকুৰ আগলৈ ভাহি আহিছে। মৃত্যুৰ পাচতো সূৰ্য খিচাৰ সেইখন কোমল মুখত জিলিকি থকা বিষাদসিক্ত মিচিকিয়া হাঁহি আৰু খোলা পতাৰ মাজেৰে ওলাই থকা ঘোলা চকুৰ ছবিখনে আকৌ তড়িৎ গতিত মগজুৰ ভিতৰত উঠা-নমা কৰা আৰম্ভ কৰিছে।

চাক্‌মা গ্ৰামবিলাকত দুটা সুতীব্ৰ অনুভূতিয়ে ক্ৰিয়া কৰে—শংকা আৰু সম্পূৰ্ণ শংকাহীনতাৰে কৰা আত্মসমৰ্পণ। কাৰবাৰীৰ লগত সাজ-পোছাক কৰি ওলাই অহা ডেকা, আদহীয়া, বুঢ়াৰ দলটোলৈ চাই শাক্যই বুজিছে যে মনচুৰ ৰহমানৰ আমন্ত্ৰণ ৰক্ষা কৰিবলৈ ওলাওঁতে কোনো ভয়-ভীতি বা সন্দেহে মানুহবোৰৰ মনবোৰ দোলা দিয়া নাই। দোভাগ নিশা দুটাকৈ আৰ্মিৰ মানুহক গুলীয়াই দিয়া হৈছে আৰু সংস্থাপনৰ আশাত

তালৈ দৌৰি অহা টেটেৰা-মেমেৰা মানুহৰ দল এটাক প্ৰাণৰ তাড়নাত পলাই যাবলৈ বাধ্য কৰা হৈছে। ইমানখিনি ঘটি যোৱাৰ খবৰৰ টুকুৰাবোৰ এদেও-দুদেও কৰি গোটেই গ্ৰামখনৰ কাণত পৰাৰ পাচতো ভাবলেশহীনভাবে মানুহবোৰ আগবাঢ়ি গৈ আছে।

দলটোৰ পৰা অলপ পৰিসৰৰ ব্যৱধান ৰাখি শাক্যদেৱ ধীৰে ধীৰে আগবাঢ়িছে। কৌখালি গ্ৰামৰ পৰা কিছু নিলগত অৰণ্যৰ গভীৰতাৰ মাজত এটা বৌদ্ধ মঠ। চাক্মা জীৱনৰ উত্থান-পতনৰ বহুতো ঘটনাৰ প্ৰত্যক্ষদৰ্শী এই শিলেৰে বনোৱা বৃহৎ মঠ। কত ৰাজকুমাৰে শ্বিনব্যুৰ কাৰণে ইয়ালৈ আহি ইয়াৰ সুবিশাল সেউজীয়াৰ মাজত জীৱনৰ আদিপাঠ গ্ৰহণ কৰিছিল তাৰ কাহিনী ইয়াৰ প্ৰস্তৰৰ মাজত বিস্তৃত ৰূপত খোদিত আছে। নানাচাহেৱে চিপাহী বিদ্ৰোহৰ পাচত পলাই আহি নাম্বৰদেৱ হোৱাৰ কাহিনীও চাগে কাবল্যচাৰিৰ সাৰনাথ বৌদ্ধ বিহাৰে ক'বলৈ দ্বিধাবোধ নকৰিব।

ঃ শাক্য দাহ্দা? আজি দেখোন বুধবাৰ।

মাণিক্য চাক্মাই তোলা প্ৰশ্ন আৰু কৌতূহলৰ মাজত ওলমি থকা বাক্যটোৰ অৰ্থ হৃদয়ংগম কৰিবলৈ গৈ শাক্যদেৱৰ হাঁহিও উঠিছে।

ঃ ওঁ, তাতে কি হ'ল? বুধবাৰে আমি কোনো নতুন কাম হাতত নলওঁ। আমাৰ কাৰণে অশুভ। এয়া মতা কামটো, আলোচনাৰ কাৰণেই হওক বা ভাবুকিৰ কাৰণেই হওক, আমিতো কৰা নাই। তেওঁলোকেহে আমাক মাতিছে। ভৈয়ামৰ মানুহৰ কাৰণে বুধবাৰ অশুভ নহয়।

ইতিমধ্যে সিহঁতে গ্ৰামৰ সীমা অতিক্ৰম কৰি খৰখোজেৰে আগবাঢ়িছে। উদ্বেগহীন ভাবেৰে গৈ থকা মানুহবোৰক কোনো নতুন ভয়ৰ কথা ব্যাখ্যা কৰি লাভ নাই। মনচুৰ ৰহমানে যদি কিবা ধ্বংসকাৰী পৰিকল্পনা ৰচনা কৰিছে তাক সাৰনাথ মঠতো সংঘটিত কৰিব পাৰে নহ'লে গ্ৰামৰ ভিতৰলৈ আহিও কাৰ্যকৰী কৰিব পাৰে। এবাৰ মন বন্ধা মানুহটোৰ উন্মাদনাক নিয়ন্ত্ৰণ কৰাটো কঠিন। ৰাতি ভৈয়ামৰ মানুহৰ ওপৰত গুলী চলোৱা কামটো গ্ৰামৰ বাহিৰৰ পৰা শান্তি বাহিনীৰ মানুহে আহি কৰি পেলালে। ৰাতিপুৱালৈ কথাটো বনজুইৰ দৰে ইফালৰ পৰা সিফাললৈ বিয়পি পৰিল। কোনোবাই ভাল পালে, বেছিভাগে বেয়াই পালে। এতিয়া এই বেয়া পোৱা, ভালপোৱা সকলোবোৰেই কান্ধত কান্ধ মিলাই ধপাত মলি মলি, কোনোবাই বিঝু গীতৰ, কোনোবাই জেংখুলিৰ সুৰ তুলি গৈ আছে। শান্তি বাহিনীয়ে কৰা কামৰ খতিয়ান সিহঁতে দিবলগীয়া হ'ব পাৰে বুলিও হয়তো কিছুদিনৰ পৰা শাঁত পৰি থকা ঠাইখিনিৰ মানুহখিনিয়ে ভাবিব পৰা নাই। বাংলাদেশৰ যুদ্ধত মুক্তি বাহিনীৰ লগত হাত মিলাই কাম কৰাৰ পাচত হত্যা, মৃত্যু আদিৰ কাহিনীবোৰ কিছুমান পাহৰিবলগীয়া দুৰ্ঘটনা বুলিয়েই চাক্মা মানুহবোৰে গ্ৰহণ কৰিবলৈ লৈছে।

কাবল্যচাৰিৰ সাৰনাথ বৌদ্ধ বিহাৰলৈ যোৱা এচলীয়া ৰাস্তাটোত ভৰি থৈ শাক্যই পাহাৰৰ ওপৰত মঠটোৰ ৰিণিকি ৰিণিকি জিলিকি উঠা চেহেৰাটোত চকু থ'লে। ৰ'দটোৰ চোকটো এতিয়া অলপ বাঢ়িছে। সিহঁত সেইখিনি ওলোৱাৰ সময়ত হয়তো বেলি মূৰৰ

ওপৰ উঠিবহি আৰু গীত বৰণীয়া মঠটো বেলিৰ হালধীয়া বৰণত উজলি উঠিব।

মানুহবোৰ ওপৰলৈ উঠাৰ আগতে সেইখিনিতে অলপ বৈছে। অলপ জিৰণিৰ প্ৰয়োজন স্বাভাৱিকতেই এনে এক সময়ত অনুভূত হয়। বেছিভাগ মানুহে পাণ-খোলিয়াৰ পৰা তামোল-পাণ উলিয়াই মুখত ভৰাইছে। ক্লান্তিকৰ ৰাস্তাৰ ভাগৰ আঁতৰোৱাৰ এক অতি সহজ উপায়। শাক্যই তাৰ কান্ধত ওলোমাই অনা ৰংচঙীয়া কাৰজালৰ পৰা বগা কোমল তৈলখন উলিয়াই আনি কপালত জিলিকি উঠা বিন্দু বিন্দু ঘামবোৰ সাউত কৰে মচি পেলালে— এনেবোৰ সময়ত প্ৰভালৈ তাৰ মনত পৰি যায়। বৰ আলফুলেৰে তাই শাক্যৰ বাবে কাৰজাল আৰু তৈল কাপোৰখন তাঁতশালত বৈ উলিয়াইছিল। সেইবোৰত এতিয়া সময়ৰ আঁচোৰ পৰিছে যদিও তাৰ বৰলা ঘৰত আদৰেৰে সাঁচি থোৱাৰ বাবে ৰূপ-ৰং একেবাৰেই ম্লান পৰি যোৱা নাই। বাকীবোৰ মানুহো সেই ঠাইতে বহি পৰিছে। কোনোবাই বাঁহৰ চুঙাৰ পৰা দোৱা-চ্যুনি আৰু কোনোবাই জাগাৰা মদ মুখত ঢালি ডিঙি তিওৱাৰ এক দুৰ্বল প্ৰচেষ্টা চলাইছে। ৰাস্তাৰ কাষৰ বনৰীয়া জুৰিৰ পানী একাজলিৰ বাবে হাবিয়াস জন্মাটো অতি স্বাভাৱিক। বেছিভাগকে পথাৰ কাষৰ শিল বগাই জুৰিৰ ৰূপালী পানীৰ বাবে ঢাপলি মেলা দেখিও সিহঁতৰ পাচে পাচে খোজ মিলাই দৌৰি যোৱাৰ ইচ্ছা শাক্যৰ মুঠেও জগা নাই। তাৰ চকু গৈছে জুৰিৰ পানীত ঠায়ে ঠায়ে গছৰ ঠানি, বাঁহ আদি পেলাই সৃষ্টি কৰা তেৰালৈ। হয়তো চকলীয়া আকৃতিৰ তেনে কিছুমান বান্ধোনৰ ভিতৰতে ৰখা বাঁহৰ টুকুৰাত সোমাই আছে সম্পূৰ্ণ সন্দেহহীনতাৰে নাচি-বাগি ফুৰা কিছুমান ৰঙা-নীলা পাহাৰীয়া মাছ। সিহঁতে গমেই ধৰিব পৰা নাই যে সিহঁতৰ জীৱনক লৈ ৰচনা কৰা হৈছে কিছুমান কুটিল মন্ত্ৰণাৰ। সেই জুৰিৰ পানীৰ বাবেই শিলে শিলে বগুৱাবাই আগুৱাই যোৱা মানুহখিনিৰ লগত নাচি-বাগি ফুৰা মাছখিনিৰ ক'ৰবাত যেন অদ্ভুত ধৰণেৰে এক সাদৃশ্য আহি পৰিছেহি। আচলতে স্বাধীনতা বুলি এটা বস্তুৰে সিহঁতৰ ভূমিখণ্ডত আহি খুন্দা মৰাৰ পাচৰে পৰাই স্বভাৱ-স্বাধীন এইখিনি মানুহৰ জীৱনৰ চাৰিওফালে এনেধৰণৰ বহুতো 'তেৰাচ বনাই পেলোৱা হ'ল আৰু এনে আগজাননীবিহীন বহুতো তেৰাই সিহঁতৰ জীৱন-তন্ত্ৰীত জোকাৰণি তুলি জীৱনৰ স্বাভাৱিক ধ্বনিকে চূৰ্ণ-বিচূৰ্ণ কৰি পেলালে।

এইবাৰ আকৌ মানুহখিনি আগবাঢ়িছে। এইবাৰ সিহঁতৰ খোজত কিছু উলাহৰ ঢৌ। আচলতে অলপ জিৰণি, অলপ খাদ্য নতুবা পানী বা দোৱা-চ্যুনিৰ ঠেলাত আগবঢ়া এই ক্ষিপ্ৰ পদযাত্ৰা। হয়তো গন্তব্য স্থান ওচৰ চপাৰ বাবেও খোজৰ গতিত তাৰ প্ৰতিক্ৰিয়া স্পষ্টকৈ দেখা গৈছে। ভবাতকৈও বহু আগতে সাৰনাথৰ বৌদ্ধ বিহাৰৰ সিংহ দ্বাৰৰ বৃহৎ ছবি সিহঁতৰ চকুৰ আগত ভাহি উঠিল। বিভিন্ন বৰণীয়া এই দ্বাৰেৰে কিমান যে তীৰ্থযাত্ৰী প্ৰত্যেক বছৰে আহে আৰু যায় তাৰ সীমা-সংখ্যা নাই। বাৰিষাৰ সময়ত শ্ৰিনব্যুৰ বাবেও শিশু আৰু কিশোৰৰ বৃহৎ হাৰত আগমন হয়। দুটা ডাঙৰ ড্ৰেগনে আৱৰি থকা সিংহ-মুখীয়া দ্বাৰৰ মুখত আজি পাচে কোনো মানুহৰ সমাগম চকুত পৰা নাই। কিনা

বাধাই দলটো সোমাই যাওঁতে এই উৰুঙা উৰুঙা ভাবটোৱে শাক্যদেৱক আচৰিত কৰি তুলিছে। জনশূন্য এক উৰুখা পৰিবেশ। বিহাৰৰ মূল দুৱাৰো আজি আশ্চৰ্যজনকভাৱে বন্ধ। হঠাতে সকলোকে আচৰিত কৰি দুৱাৰখন ঠেলি ওলাই অহা এখন পেশীবহুল হাত। হাতখনৰ ঠেলাত নানা কাৰুকাৰ্যখচিত মূল দুৱাৰখন খোল খাই গৈছে। দুৱাৰমুখত সম্পূৰ্ণ সামৰিক পোছাকত মনচুৰ ৰহমান। তেওঁৰ পাচফালে কেইবাজনো অন্য সামৰিক বাহিনীৰ লোক। সকলোৰে হাতে হাতে আকাশ টোঁৱাই থকা বন্দুক।

এতিয়া সকলো মানুহৰে হতচকিত হোৱাৰ পাল। মনচুৰ ৰহমানৰ মুখত এক শ্লেষপূৰ্ণ হাঁহি— আহা আহা শাক্যভাই। বহুদিনৰ মূৰত আমাৰ এয়া দেখাদেখি।

চাক্‌মা মানুহখিনিৰ পাচফালেও অন্য এটা সামৰিক বাহিনীৰ দল থিয় হৈ সিহঁতক প্ৰায় খেদি অনাদি আনি বিহাৰৰ দুৱাৰমুখত থিয় কৰাইছেহি। ইতিমধ্যে মনচুৰ ৰহমান আৰু তেওঁৰ লগৰ মানুহকেইজন মঠৰ ভিতৰৰ মুকলি ঠাইত য'ত সাধাৰণতে ভিক্ষুসকলে পুৱা-গধূলি ধ্যানত ব্ৰতী হোৱাৰ লগতে বিভিন্ন যোগাভ্যাসত লিপ্ত হয়, তাতেই চকী পাৰি বহি পৰিছে। গৰু-ছাগলীৰ পাল খেদাৰ নিচিনাকৈ খেদি অনা মানুহখিনিক মজিয়াত বহাৰ নিৰ্দেশ দিওঁতে মুখেদি টু শব্দ এটাও নুলিওৱাকৈ বন্দুকৰ নলৰ আগেৰেই মিলিটেৰিবোৰে সিহঁতক ইংগিত দিওঁতে তাত প্ৰশ্ন তোলাৰ সাহস মানুহখিনিৰ হোৱা নাই।

ঃ মনচুৰ ৰহমান মহোদয়, বহুদিনৰ মূৰত আপোনাক লগ পাই ভাল লাগিল। চাক্‌মা মানুহখিনিৰ হৈ মই এটা নিবেদন জনাবলৈ বিচাৰিছো।

ঃ শাক্যদেৱে নম্ৰতাৰে তাৰ কথাখিনি আৰম্ভ কৰিবলৈ ধৰিছে। হাতত বন্দুক লৈ হিংস্ৰতাৰে ইয়াত থিয় হৈ থকা মানুহখিনিৰ আগত শিষ্টাচাৰ হেৰুৱাই কথা কোৱাৰ কোনো যুক্তিযুক্ততা সি বিচাৰি পোৱা নাই। বৰ্তমান মেজৰ জেনেৰেলৰ নিচিনা পদবীত থাকি চাক্‌মা মানুহবোৰৰ ভাগ্য নিৰ্ধাৰণৰ দায়িত্বত থকা মনচুৰ ৰহমানৰ লগত কথা পাতিবলৈ আগবাঢ়োতে পূৰ্বৰ দৰে পাতল ধৰণেৰে সম্ভাষণ জনাই আলোচনা আৰম্ভ কৰাটোও সি বিচৰা নাই।

ঃ আমাৰ বাবে এই মঠ কেইবাশ বছৰৰ পুৰণি এক পবিত্ৰ তীৰ্থস্থান। অশোক পুত্ৰী সংঘমিত্ৰা লংকালৈ যোৱাৰ আগতে ইয়ালৈ আহি এইখন মঠ পাতিছিল। অস্ত্ৰ-শস্ত্ৰ আৰু হিংসাৰ ইয়াত প্ৰৱেশ নিষেধ। সেয়ে আমি যদি ইয়াৰ পৰা ওলাই বাহিৰৰ মুকলি চৌহদতে আমাৰ কথা-বতৰা চলাই নিওঁ, তেনেহ'লে বেয়া নহ'ব নেকি?

ঃ তোমালোকৰ এইখন ধৰ্মস্থানত প্ৰয়োজনতকৈ অধিক মাটি আছে। আমি আজিৰ পৰা ইয়াৰ মুকলি চৌহদত বাংলাদেশ সামৰিক বাহিনীৰ এটা ছাউনী পাতিম। এফালে বাংলাদেশ পুলিচৰো এক নিৰীক্ষণ চকী। আজিৰ পৰা ইয়াত বুদ্ধ পূজা নিষিদ্ধ।

ঃ আমি তেনে এটা অন্যায় কথা মানি নলওঁ। কাৰবাৰী বিনয় চাক্‌মাৰ ডিঙিৰ পৰা চেপা সুৰেৰে শব্দবোৰ বাহিৰ হৈছে।

ঃ উঠিলেই নে তোৰ খংটো? অলপ মনে মনে থাকচোন। মোক অলপ মজা ল'বলৈ দে। মনচুৰ ৰহমানৰ ওচৰতে থিয় হৈ থকা ঘটিকা ওলোৱা, টেলেকা চকুৰ অফিচাৰটোক ক্ষান্ত কৰিবলৈ মনচুৰ ৰহমানে চেষ্টা কৰিলে। শাক্যৰ কথাবোৰ ভাল লগা নাই। মজা লোৱাৰ কথা বা কি প্ৰসংগত ক'বলৈ গৈছে মনচুৰে?

ঃ মই গ্ৰামখনৰ কাৰবাৰী, মানে গাঁওবুঢ়া বুলি আপোনালোকে ভৈয়ামৰ ফালে কয়।

ঃ অ' হয় নেকি? পাচে কোৱাচোন কাৰবাৰী, তোমালোকৰ ভিতৰত কোনজনে আমাৰ চিপাহী দুটাক মাৰিলা? তাৰে বহিবলৈ যোৱা দলটোৰ কেইজনমানকো তোমালোকে ঘাইল কৰিলা। আমাৰ মানুহৰ গাত হাত তোলা তোমালোকৰ মানুহকেইটা আমাক দেখুৱাই দিয়া।

ঃ আমাৰ গ্ৰামৰ মানুহে এনে গৰ্হিত কাম কৰিবলৈ নাযায়। মাজৰাতি আন্ধাৰত কোনে তোমালোকৰ মানুহক মাৰিলে আমি গম নাপাওঁ।

মনচুৰ ৰহমানে বন্দুকৰ কুন্দাটো মাটিত খট্‌খট্‌কৈ জোকাৰি দিলে। মানুহটোৰ চকুও মজিয়াত নিবদ্ধ।

ঃ এতিয়া তেনেহ'লে মই কি কৰিম? এই কামৰ শাস্তি দিবলৈকে মই ছিটাগঙৰ পৰা তোমালোকৰ এইখিনি ঠাইলৈ আহিছো। থিয় হোৱা।

বিনয় চাক্‌মা কুঁচি-মুচিকৈ থিয় হৈছে। মনচুৰ ৰহমানৰ এই 'থিয় হোৱা' বোলাটোত ইমান নিষ্ঠুৰতাৰ সমাহাৰ ঘটিছে যে সেইখিনিৰ ভৰতেই যেন বিনয় চাক্‌মাৰ নিচিনা ওখ মানুহটোৰো কান্ধখন কিছু তললৈ নামি আহিছে। কোনোবাই কিবা ভবা বা কোৱাৰ আগতেই বিনয় চাক্‌মাৰ দেহাটো মজিয়াত বাগৰি পৰিছে। দেহৰ পৰা ওলাই আহিছে তেজৰ ধাৰাল সোঁত। চাৰিওফালে এক অন্তঃসাৰশূন্য নীৰৱতা।

ঃ ইমান নিষ্ঠুৰভাৱে এজন অসহায় মানুহক কিয় মাৰিলা মনচুৰ? তেওঁ এটাও মিছা কথা কোৱা নাছিল। এয়া গ্ৰামৰ মানুহৰ কাম নহয়। দিনৰ পোহৰত ভাত-পানী খুৱাই অতিথি সোধা মানুহ কিছুমানে ৰাতিৰ আন্ধাৰৰ সুযোগ লৈ কেতিয়াও এনে কাম কৰিবলৈ নাযায়। কোনোবা দুৰ্বৃত্তই এনে কাম কৰিছে। হয়তো কোনো সশস্ত্ৰ সংগঠন।

ঃ শাক্যদেৱ দেৱান! শান্তি বাহিনীক চাক্‌মাহঁতৰ পৰা পৃথক কৰি দেখুৱাবলৈ চেষ্টা নকৰিবা। আমাৰ বাবে দুয়োটা একেই। এতিয়া সকলোবোৰ থিয় হোৱা। কোনেও পলাবলৈও চেষ্টা নকৰিবা। বাংলাদেশত থাকি বাঙালী মুছলমানৰ গাত হাত তোলাৰ বাবে তোমালোক কোনো ক্ষমাৰ যোগ্য নহয়।

কোনেও গমি-পিতি চোৱাৰ আগেয়েই বাৰুদৰ জুই, ধোঁৱা, থপ্‌থপ্‌কৈ মাটিত সৰি পৰা কিছুমান মৃত আৰু অৰ্ধমৃত তেজেৰে ধোৱা দেহ, অকণমান সময়ৰ বাবে আতংকত শিহৰিত কিছুমান মানুহৰ টেঁটুফলা চিঞৰ আৰু উল্লাসত মত্ত সৈনিকৰ দল এটাৰ সেই চিঞৰৰ ফাকে ফাকে মৰা কিৰিলিৰ শব্দৰ এক অদ্ভুত মিতিৰালি! শাক্যদেৱে ধোঁৱা, চিঞৰৰ ফালে মুখ ঘূৰাই চাবলৈ চেষ্টা কৰোতেই ক'ৰবাত যেন কিবা এটা হৈ পৰিছে।

এখন হাতৰ আলিংগন, কিছুমান আঁতৰি যোৱা শব্দৰ ক্ষীণ কলৰৱ, কিছুমান মৃদু জোকাৰণিৰ মাজত হঠাৎ সকলোবোৰ হেৰাই গৈছে।

যেতিয়া শাক্যদেৱে চকু মেলিছিল তেতিয়া দোভাগ নিশা। সি এটা মন'ঘৰৰ ভিতৰত। জুম খেতিৰ সময়ত বনৰীয়া হাতীৰ পৰা খেতিখিনিক বচাই ৰাখিবলৈ এনে এক মন'ঘৰৰ ভিতৰতে বহুতো নিশা কটোৱাৰ স্মৃতি তাৰ মনতো সজীৱ হৈ আছে। কেইবাটাও পৰিয়াল লগ হৈ মন'ঘৰত থাকি ৰাতি পহৰা দিয়াৰ মজাই সুকীয়া। কিয় জানো চকু মেলাৰ লগে লগে বাঁহৰ এই মন'ঘৰটো দেখি 'মই ক'ত' জাতীয় প্ৰশ্ন এটা উদয় হোৱাৰ পৰিবৰ্তে পুৰণা কৌখালি গ্ৰামৰ মন'ঘৰৰ চেহেৰাটো হুবহু ৰূপত ভাহি আহিছে। তাৰ কাষত মাক। মাকে তাৰ গাল-মুখত সস্নেহেৰে হাত ফুৰাই দিছে— কেনে আছা বাছা?

ঃ তুমি কেতিয়া আহিলা মা?

ঃ আছোৱেই মই তোৰ লগত। খেতি-বাতিবোৰ পহৰা দিব লাগে নহয়। তোকো চাই থাকিব লাগে।

ঃ মোক আকৌ কিয় চাব লাগে? মই এতিয়া ডাঙৰ হ'লো মা।

ঃ পাচে কি হ'ল? পিধ্যা খাবলৈ এতিয়াওতো ভাল পাব, হয়নে নহয়? আৰু হাবিয়ে বননিয়ে ঘূৰি ফুৰিবলৈ? ভয় লাগে, চাৰিওফালে ইমানবোৰ বিপদে পিয়াপি দি ফুৰিছে। মই চকু ৰাখি থাকিলেও বিপদবোৰে দেখোন তোক খেদিয়েই ফুৰে।

ঃ মা, তুমি মোৰ লগত আছা বুলি জানি মোৰ বৰ ভাল লাগিছে, সাহস জন্মিছে। কিন্তু এই মন'ঘৰটো মোৰ চিনাকি নহয়।

ঃ শাক্য বনয়। অলপ জাগাৰাকে মুখত দিয়া। গাত বল পাবা। ভ্ৰম বকি বকিও চাগে' তোমাৰ ভাগৰ লাগি গৈছে। কমবোৰ তেজ গ'লনে?

শাক্যৰ দুৰ্বল দৃষ্টিয়ে খেপিয়াই খেপিয়াই এখন চিনাকি-অচিনাকি ধূসৰ মুখ আৱিষ্কাৰ কৰিছে। ক'ত গ'ল তাৰ মাক? এইখন কাৰ মুখ?

ঃ মই বিষ্ণু। চিনি পোৱা নাই?

ঃ বিষ্ণু? বিষ্ণু সুবৰ্ণ?

ঃ ওঁ, বিষ্ণু আৰু সুবৰ্ণ। এইজনী সুবৰ্ণ।

বহু দূৰলৈ আঁতৰি যোৱা দুখন মুখ। বিষ্ণুৰ মুখত দাড়ি, মূৰত এটা বগা টুপী, সাজ-পোছাক ভৈয়ামৰ মুছলমান মানুহৰ নিচিনা। সুবৰ্ণৰ মূৰত এখন ক'লা কাপোৰ, শাৰীৰে সম্পূৰ্ণ দেহ আবৃত।

ঃ মোৰ নাম আজিকালি বিছমিল্লাহ আলী আৰু এইৰ নাম চেলিমা। আমি মুছলমান হ'লো। চাকমা সমাজৰ পৰা বিতাড়িত হোৱাৰ পাচত মোৰ নিজৰ সমাজৰ ওপৰত ইমান ঘৃণা উপজিল যে সিহঁতৰ লগতেই মিলি পৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিলো। মই ইমানদিন মনচুৰ ৰহমানৰ লগত গুপ্তচৰ হিচাপে কাম কৰি আছিলো। আজিৰ এই ষড়যন্ত্ৰৰময়ো আছিলো অংশীদাৰ। কোনো দয়া-মায়া নাছিল মোক খেদি পঠিওৱা মোৰ এসময়ৰ

সেইখন সমাজৰ মানুহৰ প্ৰতি।

হঠাৎ সুবৰ্ণই উচুপি উঠিছে।

ঃ গ্ৰামখনৰ মানুহবোৰক এনেকৈ গুলীয়াই মৰাক লৈ এইজনীয়ে গোটেই সময়খিনি কান্দিয়েই আছে। মোৰো দেখোন খুব বেয়া লাগিছিল শাক্য বনয়। মনত ইমানদিন প্ৰতিশোধৰ জ্বালা পুহি ৰাখিছিলো আৰু কাবল্যচাৰিৰ বৌদ্ধ মন্দিৰৰ ভিতৰত স্বৰ্ণখচিত বুদ্ধমূৰ্তিক ভাঙি চুৰমাৰ কৰাত আনন্দ লাভ কৰিছিলো। কিন্তু আজি যেতিয়া এটা এটাকৈ মানুহ গুলীত বাগৰি পৰিছিল মই দেখোন নিজকে সম্বৰণ কৰিব পৰা নাছিলো। তোমাৰ ঢলি পৰা দেহাটো দুহাতেৰে সাবটি লৈ মই দৌৰি তাৰ পৰা পলাই আহিছিলো।

ঃ কিন্তু তুমি এনেকৈ পলাই অহা কাৰণে মনচুৰ ৰহমানে তোমাক জানো সুদাই এৰিব?

নিজৰ সেহাই সেহাই ওলাই অহা দুৰ্বল মাতৰ ফোপনিত শাক্য নিজেই আচৰিত হৈছে। দেহৰ কোন অংশত বা গুলী লাগিছিল? ইকাটি-সিকাটি কৰিব নোৱাৰা এক অসহায় অৱস্থা। মন ঘৰৰ এই বাঁহৰ বিছনাখনত পাৰি থোৱা চাদৰখনত তেজৰ চেঁকুৰাবোৰ শুকাই কৰ্কৰীয়া মাৰি লাগি ধৰিছে।

ঃ মনচুৰ ৰহমানে মোক ক্ষমা নকৰে। এতিয়া ময়ো মৃত্যুৰ বাবেই অপেক্ষা কৰি আছো। যোগ্ম আনি পঞ্চায়তত অকলশৰেই তুমি আমাৰ বাবে মাত মাতিছিলা। তাৰবাবে তোমাৰ ওচৰত আমি দুয়ো অত্যন্ত কৃতজ্ঞ। তোমাক বচাব পাৰিলো, সেয়া আমাৰ দুয়োৰে বাবে আনন্দৰ বতৰা। হত্যাৰ পৰিকল্পনাত চামিল হোৱা মানুহটোৱে বিবেকৰ তাড়নাত কোনো পূৰ্ব প্ৰস্তুতি নোহোৱাকৈ তোমাৰ গুলীবিদ্ধ দেহ বুকুৰ মাজত সুমুৱাই ভূতে পোৱা মানুহৰ দৰে কেৱল দৌৰিছিল। এতিয়া পৰিণতিৰ কথা ভাবি মূৰ ঘমোৱাৰ দৰকাৰ কি?

# [২৬]

শাক্যদেৱ এতিয়া কৌখালি গ্ৰামৰ নিজৰ ঘৰত। মন ঘৰৰ পৰা এদিন বিষ্ণু আৰু সুবৰ্ণই মিলি তাক ঘৰত থৈ গ'লহি। আৰু সম্পূৰ্ণ আৰোগ্য নোহোৱালৈকে তাৰ অনুৰোধতে সিহঁতো কেইটামান দিন তাৰ ঘৰত থাকিবলৈ মান্তি হ'ল। তাৰপাচত সিহঁত ক'লৈ যাব তাৰ কোনো নিশ্চয়তা নাই। মনচুৰ ৰহমানৰ ওচৰলৈ উভতি যোৱাৰ পথ যে চিৰকালৰ কাৰণে সিহঁতৰ বাবে ৰুদ্ধ। সিহঁত উভতি অহাৰ পাচত সম্পূৰ্ণ লণ্ডভণ্ড অৱস্থাত পোৱা গৈছিল শাক্যদেৱৰ ঘৰ। হয়তো মনচুৰ ৰহমানৰ মানুহে আহি শাক্য আৰু বিষ্ণুক বিচাৰি ঘৰৰ ভিতৰত চলাইছিল এক অবৰ্ণনীয় তাণ্ডৱ লীলাৰ। ছিণ্ডি-ভাঙি নোহোৱা কৰা হৈছিল গাহৰিৰ গঁৰাল আৰু কুকুৰাৰ লুড়। পিজৰৰ সকলো বাচন-বৰ্তনো মজিয়াত অবিন্যস্ত অৱস্থাত পৰি আছিল। আটাইতকৈ দুখৰ অৱস্থা হৈছিল তাঁতশালখনৰ আৰু তাঁতশালৰ ওচৰৰ তাৰ আদৰৰ নিজ হাতৰ বিক্ৰমপুৰীমাৰ মূৰ্তিটো জ্বলাই দিয়া হৈছিল। সেই সংহাৰী জুয়ে তাঁতশালৰ কোনো কোনো অংশ পুৰি ছাই কৰি পেলাইছিল।

সিহঁত গ্ৰামখনৰ মাজেদি আহি থাকোতে গ্ৰামখনত অনুভূত হৈছিল এক মৰিশালিৰ নীৰৱতা। বেছিভাগ মতা মানুহ সেইদিনাখন কাবল্যচাৰিৰ সাৰনাথ বুদ্ধ মন্দিৰত ঘটা হত্যালীলাৰ চিকাৰ হ'ল। সম্পূৰ্ণ আস্থাৰে গৈ আছিল এটা দল আৰু সেই দলৰ কোনোৱে এবাৰৰ বাবেও ভবা নাছিল যে কোনোবাই মৃত্যুৰ বাবে আহ্বান জনাই অপেক্ষা কৰি আছিল সিহঁতৰে পবিত্ৰ ভূমিত। যোৱাৰ পৰত গ্ৰামৰ ছোৱালী-বোৱাৰীয়ে সিহঁতক বিদায় জনাই নিজৰ নিজৰ ঘৰুৱা কামত লাগি পৰিছিল। সেইখন গ্ৰামতেই গধূলি পৰত সোমাই আহিছিল সৈনিকৰ এটা দল। সিহঁতৰ হাতে হাতে বন্দুক, দেহত তেজলগা পোছাক আৰু সিহঁতে কঢ়িয়াই আনিছিল এটা অমানৱীয় হত্যাকাণ্ডৰ অদ্ভুত বতৰা। সেই বতৰা বিলাই উঠি কান্দোনত ভাগি পৰে সেইখিনি অসহায় ছোৱালী-বোৱাৰীৰ ওপৰতেই সেইদিনা সিহঁত বন মানুহৰ দৰে জঁপিয়াই পৰিছিল।

গ্ৰামৰ নিজ ঘৰলৈ ঘূৰি অহাৰ পাচত ইনাই-বিনাই কান্দি থকা বহুতো জীয়ৰী-বোৱাৰী আহি তাৰ মাচাঙত উপস্থিত হৈছিলহি। সাৰনাথত গেলি-পচি যোৱা মৃতদেহবোৰ চোৱাৰ বাবে যোৱাৰো সাহসকণ সিহঁতৰ হোৱা নাছিল। সিহঁতে বহুদিনৰ মূৰত সিহঁতৰ মাজত আহি উপস্থিত হোৱা বিষ্ণু আৰু সুবৰ্ণক দেখি প্ৰথমতে অদ্ভুত দৃষ্টিৰে চাইছিল যদিও কিছুসময়ৰ পাচত সেই উৎসুক্যৰ ঠাই অধিকাৰ কৰিছিল কিছুমান অবুজ শোকে। প্ৰথম দৃষ্টিৰ ভাষাত ঘৃণা আৰু সন্দেহৰ ছায়া মিহলি হৈ থাকিলেও ধীৰে ধীৰে শোকৰ লগত সেইবোৰ নিগৰি নিগৰি ওলাই আহিছিল আৰু ইতিমধ্যে মূৰৰ ক'লা কাপোৰ আৰু শাৰী পৰিহাৰ কৰি খাদী আৰু পিনন সুমুৱাই লোৱা দেহাৰে সুবৰ্ণই গিৰিয়েকক হেৰুওৱা আৰু

বাংলাদেশী সৈন্যৰ অত্যাচাৰৰ চিহ্ন বহন কৰা তাইৰ মৰমৰ আগৰ জুমখেতি আৰু বিঝু নাচৰ সংগিনীবোৰক সাবটি ধৰি ইনাই-বিনাই কন্দা আৰম্ভ কৰিছিল। তাইৰ অতি মৰমৰ বান্ধৱী হিৰণ্যৰ তিনিমহীয়া কেঁচুৱাক মাকৰ সন্মুখতে শিলত আছাৰি কোনোবা এটা বাংলাদেশী সৈন্যই মাৰি পেলালে। মাধৱীৰ পাঁচ বছৰীয়া ল'ৰাটোক ফেনী নদীৰ বুকুলৈ দলিয়াই দি কোনোবা এটা সৈন্য অট্টহাস্যত মগ্ন হৈ পৰিল।

ইমানবোৰ মানুহৰ হত্যাৰ বাতৰি যে ইতিমধ্যে ছট্টগ্ৰামৰ পৰা ঢাকাৰ বুকুৰেদি বাগৰি পৃথিৱীৰ বহুতো দেশৰ খবৰ হৈ পৰিছিল সেয়া এইখিনি মানুহৰ ঢুকি পোৱা জগতৰ বাহিৰত আছিল। এদিন এটা বগা চাহাব আহিছিল। হাতত তাৰ এটা বৃহৎ কেমেৰা আৰু তাত হিৰণ্য, মাধৱীহঁতৰ ভয়-বিহ্বল মুখবোৰৰ ছবি ধৰি লোৱা হৈছিল। বৰ সংগোপনে সি আহিছিল বৰ সংগোপনে সি ওলায়ো গৈছিল। কুখ্যাত কৌখালি হত্যাকাণ্ডৰ কথা ফাদিল হোৱাৰ পাচত ঢাকা সংসদৰ দুজন সাংসদ মানবেন্দ্ৰ লাৰ্মাৰ লগত এদিন আহিছিল আৰু গাঁওখনৰ চুকে-কোণে ঘূৰি ঢাকালৈ প্ৰত্যাৱৰ্তন কৰাৰ পাচত এই অমানৱীয় আৰু নাৰকীয় হত্যাকাণ্ডৰ উচিত তদন্তৰ দাবী তুলিছিল। তেওঁলোকে কৈছিল যে ছিটাগং পাৰ্বত্য এলেকাত স্বায়ত্তশাসনৰ ব্যৱস্থা কৰা উচিত আৰু তাত অনা-চাক্‌মা মানুহৰ বসবাসো নিষিদ্ধ কৰা উচিত।

ইমানবোৰ হুলস্থুলৰ মাজতে এদিন শাক্যদেৱ আৰু ট্ৰাইবেল চলিডাৰিটী পাৰ্টিৰ সদস্য দুজনমানক পুনৰ মাতি পঠিওৱা হ'ল ছট্টগ্ৰামলৈ, মনচুৰ ৰহমানৰ ওচৰলৈ। পুনৰ একেধৰণৰ এক যাত্ৰা। গালৈ বন্দুক টোঁওৱা মানুহ এটাৰ ওচৰলৈ ধন-জন-সংস্কৃতি ৰক্ষাৰ কথা পাতিবলৈ যোৱাটো অৰ্থহীন, অসাৰ এক প্ৰচেষ্টা হ'লেও আমন্ত্ৰণ বা আহ্বানক সিহঁতে উপেক্ষা কৰিবলৈ বিচৰা নাই। হয়তো ঢাকাৰ কিবা নতুন বতৰা জনাবলৈকো এই আহ্বান সিহঁতলৈ আহিব পাৰে। মানবেন্দ্ৰ লাৰ্মা আঁকোৰগোজ। মনচুৰ ৰহমানৰ লগত আলাপ-আলোচনাৰ এই ভেঁকোভাওনালৈ যাবলৈ প্ৰস্তুত নহয় সি।

ছট্টগ্ৰাম পাৰ্বত্য উন্নয়ন এলেকাৰ কাৰ্যালয়ত অসামৰিক বেশভূষাত সিহঁতৰ বাবে অপেক্ষা কৰি আছিল মনচুৰ ৰহমান। মুখত সেই একেই ক্ৰুৰ হাঁহি, মোচত পাতলীয়া ৰূপোৱালী ৰঙে ধৰা দিছেহি। সেই চকুত চকু থৈয়েই শাক্যই বুজি উঠিছে নিষ্ফল এই প্ৰচেষ্টাৰ বতৰা।

ঃ গা টঙাব পাৰিলা? তোমাক সেই বিষ্ণু নে কি সি দাঙি নিওঁতেই মই বুজিলো যে তুমি এই যাত্ৰাত বাচিলা। তুমি বাচি যোৱাটোত মোৰ আপত্তি নাই। বৰং তুমি মৰি যোৱাটোতহে মোৰ দুখ থাকিলহেঁতেন। বিষ্ণু বোলাটোৱে ভাল কামেই কৰিছিল। কিন্তু সি মাজতে বিছমিল্লাহ আলী হ'বলৈ গ'ল কিয়? মন-মগজু যদি চাক্‌মাই হৈ আছিল তেনেহ'লে এই বাংলাদেশী হোৱাৰ নাটক কৰাৰ কোনো অৰ্থ নাছিল। মই বিশ্বাসঘাতকতা সহ্য কৰিব নোৱাৰো।

ঃ বিষ্ণু বাংলাদেশী। যিদিনাখন চাক্‌মা ভূমিখণ্ড বাংলাদেশৰ অধীনলৈ গ'ল, তেতিয়াৰ

পৰাই সকলো চাক্‌মা বাংলাদেশীয়েই হৈ পৰিল।

ঃ নহয় শাক্যভাই। চাক্‌মাবোৰ সদায় চাক্‌মাই। সিহঁত কোনোদিন পাকিস্তানী নহ'ল আৰু সিহঁত কোনোদিন বাংলদেশীও হ'ব নোৱাৰে।

ঃ আপুনি তেনে মনোবৃত্তিৰে আলোচনা আৰম্ভ কৰিলে আমাৰ কাৰো একো লাভ নহ'ব।

শাক্যই দৃঢ় স্বৰেৰে কৈ উঠোতে এখন ওখ চকীত বহি থকা ওখ, ডাঙৰ মানুহজনৰ মুখত ভাবান্তৰৰ কোনো লক্ষণ ফুটি উঠা নাই। ওলমি থকা ক্ৰুৰ হাঁহিটো আৰু অলপ জিলিকি উঠিছে। মানুহজনে তেওঁৰ সন্মুখৰ চাৰিখন সৰু চকীত বহি থকা চাৰিজন সৰু অৱয়বৰ মাখন বৰণীয়া মানুহৰ অস্তিত্বক শূন্যৰ লগত মিলাবলৈ কোনো চকুত পৰাধৰণৰ প্ৰচেষ্টা নচলালেও মানুহজনৰ চৌদিশৰ তেনে এক নীৰৱ ঘোষণাই বৰ জোৰেৰে সিহঁতৰ শক্তিৰ হাতোৰা এইকেইজন মানুহৰ ওপৰত চলাইছে।

ঃ এতিয়া আচল কথালৈ আহো। ছট্টগ্ৰামৰ উন্নয়ন কেনেকৈ কৰা যায়?

ঃ অৰণ্যৰ ৰক্ষণাবেক্ষণ, নতুন সঁচৰ ধানৰ যোগান, কুটীৰ আৰু ক্ষুদ্ৰ উদ্যোগ স্থাপন, মানুহখিনিৰ সামাজিক সংৰক্ষণ আৰু এক প্ৰকাৰ স্থায়িত্ব। বাংলাদেশে নিজৰ বুলি নাচালে ঠাইখন মৰহি যাব।

ঃ মই চাক্‌মাৰ উন্নয়নৰ কথা কোৱা নাই। ছট্টগ্ৰাম পাৰ্বত্য এলেকাৰ উন্নয়নৰ কথা কৈছো। দুয়োটাক একাকাৰ নকৰিবা শাক্যভাই। মোৰ ধাৰণাত দুয়োটা সুকীয়া বস্তু।

মনচুৰ ৰহমান কিছুসময় নীৰৱ হৈ ৰৈছে। হয়তো কিবা ভাবিছে, হয়তো চাক্‌মাৰ হৃৎপিণ্ড ছট্টগ্ৰাম পাৰ্বত্য এলেকা কেনেকৈ দুটা পৃথক অস্তিত্ব বুলি দেহ আৰু আত্মাৰ এই জটিল বিভাজনৰ ব্যাখ্যা কেনেকৈ আগবঢ়াব তাৰ বিষয়ে গুণা-গঁথা কৰিছে।

মনচুৰৰ সুন্দৰ পুৰুষসুলভ দেহ আৰু কুন্দত কটা মুখ কেতিয়াবা কিছুমান কদাকাৰ চিন্তাৰ পয়োভৰত বৰ কুৎচ হৈ উঠে। সেই মুহূৰ্ততো তেনে কিছুমান ভাবৰ খেলাই চাগে' মানুহটোক উদ্বাউল কৰি তুলিছে আৰু মুখত সদায় ওলমি থকা অসহনীয় হাঁহিটো আৰু অধিক প্ৰকট হৈ উঠিছে। লাহে লাহে সেই হাঁহিত কিছুমান শব্দৰো পয়োভৰ ঘটাৰ বাবে হাঁহিৰ শব্দৰ সেই প্ৰদূষণে তেওঁৰ কথা শুনিবলৈ কাণ উনাই থকা গোটেইকেইজন চাক্‌মা জনগোষ্ঠীৰ মানুহকে বিব্ৰত কৰি তুলিছে।

ঃ মোক তোমালোকৰ মাটি লাগে। তোমালোকক মোৰ প্ৰয়োজন নাই। বুইছানে? শুনিছানে তোমালোকে? তোমালোক য'লৈকে মন যায় যাব পাৰা। নগ'লে আমি বন্দুকেৰে কামযেৰা কৰি পেলাম। কিন্তু তোমালোকৰ মাটি বাংলাদেশৰ বাবে বৰ দৰকাৰ। ছিটাগঙৰ মাটি বাংলাদেশীৰ বাবেহে, চাক্‌মাহঁতৰ বাবে নহয়।

গোটেইকেইজন মানুহ নিশ্চুপ হৈ পৰিছে।

ঃ আমাৰ মাটি আমি নিদিওঁ। যুগ যুগ ধৰি বাস কৰা আমাৰ মাটিৰ পৰা কোনে আমাক কাঢ়ি উলিয়াই আনিব পাৰিব? জীৱনটোতো ল'বই পাৰে। যিকোনো কাপুৰুষৰ

কাৰণে জীৱন কাঢ়ি লোৱাটো অতি সহজ কাম। কিন্তু আমাৰ মাটি আৰু আমাৰ জীৱনৰ মাজৰ সম্পৰ্ক কোনেও, শুনা মনচুৰ ৰহমান, কোনেও ছেদ কৰিব নোৱাৰে।

শাক্যদেৱ থিয় হৈ ওলাই আহিবলৈ ধৰোতেই মনচুৰে উন্মাদপ্ৰায় মানুহৰ দৰে চিঞৰি উঠিল— তোমালোকক অঘৰী কৰিহে এৰিম মই। আকৌ কৈছো, তোমালোক চাক্‌মাবোৰক বাংলাদেশৰ কোনো প্ৰয়োজন নাই। কিন্তু তোমালোকৰ মাটি আমাৰ বৰ দৰকাৰ। আমাক তোমালোকৰ মাটি লাগে। থুই, তহঁতক নালাগে। আঁতৰ হ এতিয়া মোৰ চকুৰ আগৰ পৰা। কুকুৰহঁত, নিধকহঁত, ৰেপি ৰেপি কাটিম তহঁতক।

সেই নিশা শাক্যৰ চকুলৈ টোপনিৰ কোনো আবেশেই নাহিল। কিবা ৰিঙা ৰিঙা ভাব এটাই অনবৰতে পীড়া কৰা এনেবোৰ নিশাত শান্তি, টোপনি, আশ্ৰয়জাতীয় দুৰ্লভ শব্দবোৰৰ পাচে পাচে দৌৰাৰ ভাগৰত ক্লান্ত হৈ পৰা শাক্যদেৱক বুকুৰ মাজত সুমুৱাই লৈ মমতাৰ পাশেৰে বান্ধিবলৈ কোনো নাহে। আনকি প্ৰভাৰ স্মৃতিও হৈ পৰে অত্যন্ত দুৰ্লভ। অকল মাটিৰ বাবেই ৰাং-কুকুৰৰ দৰে ছট্টগ্ৰামত চোপ লৈ থকা মনচুৰ ৰহমানৰ দৃষ্টিয়ে খেদি ফুৰা শাক্যদেৱে চিংগাবাত টোপনিত লালকাল হৈ পৰি থকা বিষ্ণুক জগোৱাৰ ইচ্ছা বৰ কষ্ট কৰি সম্বৰণ কৰিলে। অহাকালি পুৱা বিষ্ণুক মনচুৰ ৰহমানৰ লগত হোৱা কথা-বতৰাৰ সকলোখিনি খুলি ক'ব। বিশ্বাসঘাতকতাৰ শাস্তি দিবলৈ যি কোনো সময়তে মনচুৰ ৰহমানৰদ্বাৰা প্ৰেৰিত ঘাতকৰ দল এইখিনিত আহি উপস্থিত হ'বহি। সাৱধান হ'ব লাগিব বিষ্ণু, অত্যন্ত সাৱধান। পিজৰত ৰন্ধা-বঢ়া সামৰি আৰু সকলোকে খুৱাই-বুৱাই শুই পৰিছে সুবৰ্ণও। তাইকো কথাবোৰ বুজাই কৈ দূৰৰ কোনোবা গ্ৰামলৈ মনচুৰৰ মানুহে ঢুকি নোপোৱা দূৰত্বলৈ পঠিয়াই দিব লাগিব। সিহঁতহাল আহি শাক্যৰ ঘৰত থকাৰ পৰা তাৰো মন ভাল হৈ পৰিছে। বিষ্ণুৰ লগত সি বহুতো কথা পাতিব পাৰে। ছিটাগঙৰ ভৱিষ্যৎ, ভাৰতীয় উপ-মহাদেশৰ ৰাজনীতি, বিষ্ণুগীত আৰু উভ'গীতৰ নতুন ৰূপ, চাক্‌মাৰ সংস্কৃতিৰ সংৰক্ষণ। বিষ্ণুৱে কৈ যায় ভাৰতৰ চাক্‌মা শৰণাৰ্থীৰ দুৰৱস্থা। অৰুণাচল আৰু মিজোৰামত বাস কৰি থকা লাখ লাখ মানুহক বাকীখিনিয়ে সদায়েই ঘৃণাৰ দৃষ্টিৰে চায়। বহিৰা জগতৰ প্ৰতি থকা থলুৱাৰ ক্ৰোধৰ দৃষ্টি। এইবোৰ কথা বিষ্ণুৱে মনচুৰহঁতৰ মুখৰ পৰাই শুনিছিল। মনচুৰ ৰহমানৰ তীব্ৰ ভাৰত বিদ্বেষে তাৰ লগৰ আৰু তলত কাম কৰা মানুহখিনিকো স্পৰ্শ কৰাৰ কথা বিষ্ণুৱে প্ৰায়েই শাক্যদেৱক কয়। চাক্‌মা ভূমিখণ্ডৰ বেদনাৰ আৰাওক সম্পূৰ্ণৰূপে উপেক্ষা কৰাৰ বাবে ভাৰতৰ ওপৰত খঙৰ উদ্ৰেক মাজে মাজে শাক্যদেৱৰো হয়। তথাপি ভাৰতেই বৰা-পড়াংগৰ সময়ত পূব পাকিস্তানৰ পৰা পলাই যোৱা লাখ লাখ মানুহক আতৌ-পুতৌকৈ বৰপীৰা পাৰি নবহালেও জীয়াই থাকিবলৈ ঠাই উলিয়াই দিয়াৰ কাৰণে শাক্য মাজে মাজে ভাৰতৰ ওচৰত কৃতজ্ঞও হয়। স্নেহ কাঢ়াই আশ্ৰয় লোৱা দেশখনক শাক্যই বিচাৰিলেও বেয়া পাব নোৱাৰে।

চিন্তা আৰু ক্লান্তিৰ উত্তালতাৰ মাজতে হয়তো চিল্‌মিলকৈ চকুলৈ পুৱতি নিশা টোপনিৰ এটা আমেজ নামি আহিছিল আৰু পাচ মুহূৰ্ততে মাচাঙৰ মজিয়া কঁপাই আহি থকা

পদশব্দৰ জোকাৰণিত শাক্যৰ চকু মেল খাই গৈছিল। মনচুৰৰ মানুহ চাগে' পালেহিয়েই। কি কৰা যায়। গিৰিস কৰি বিছনাৰ পৰা উঠি সি চিংগাবাৰ ফালে দৌৰি গৈ দেখিলে চিংগাবাৰ দুৱাৰ খোলা আৰু মাচাঙৰ মজিয়াত বিষ্ণুৰ গুলীবিদ্ধ দেহ। সেই তেজৰ সোঁতৰ মাজত মুখত এসোপামান ঘৃণা ওলোমাই থিয় হৈ আছে প্ৰবীৰ চাক্‌মা। শান্তি বাহিনীৰ নতুন সেনাধিপতি। কেইবাটাও কোমল বয়সীয়া ল'ৰাৰ পাচত বৈ আছে বীৰদৰ্পে মানবেন্দ্ৰ লাৰ্মা।

ঃ তাক শেষ কৰি দিলো। মনচুৰৰ মানুহ হৈ কাম কৰে সি।

ঃ বৰ ভুল কাম কৰিলা মানব। বিষ্ণু আমাৰ ওচৰলৈ ঘূৰি আহিছিল। সেইদিনা মোৰ জীৱন বচোৱা মানুহটোৱেই আছিল এই বিষ্ণু।

ঃ নাটক, তাৰ সকলোবোৰ নাটক। তোমাৰ নিচিনা অঁকৰাবোৰে তেনে নাটকত ভোল গ'লেও আমি পতিয়ন যোৱাত নাই। বৰ বিশেষ ক্ষতি কৰাৰ আগেয়ে তাক শেষ কৰাৰ সিদ্ধান্ত লৈ পেলোৱা হ'ল।

মানবেন্দ্ৰ লাৰ্মা চাংগুৰে দপ্‌দপাই নামি গ'ল। প্ৰবীৰ চাক্‌মা যোৱাৰ আগেয়ে বিষ্ণুৰ নিথৰ দেহটোত দুটামান থিয় গোৰ শোধাই আৰু শাক্যদেৱৰ মুখলৈ অত্যন্ত কঠোৰ দৃষ্টি এটা বিয়পাই মানবেন্দ্ৰৰ পাচে পাচে একেই দপ্‌দপনিৰে আঁতৰি গ'ল। দুচকু মেলি মাচাঙৰ চালত দৃষ্টি নিবদ্ধ কৰি ৰখা ভংগীত পৰি থকা বিষ্ণুৰ মুখত যেন এটা কৰুণ হাঁহি। শাক্যই মাচাঙৰ পৰা চিংগাবাৰ দুৱাৰ মুখলৈ চালে। আউলী-বাউলী মেলা চুলি, পিৰিকটি নমৰা চকুৰে সুবৰ্ণ। থিয় হৈ থকাৰ পৰা লাহে লাহে বহি পৰিছে। শাক্য ওচৰ চাপি গ'ল আৰু সুবৰ্ণৰ দুই বাহু লাহেকৈ স্পৰ্শ কৰিলে। নিশ্চল দেহ। হয়তো শীতল। কোনেও নোকোৱাকৈ শাক্যই বুজি উঠিল যে সুবৰ্ণৰ ইতিমধ্যে মৃত্যু ঘটিছে।

বিষ্ণু আৰু সুবৰ্ণৰ মৃত্যুৰ পাচৰ পৰা শাক্যদেৱৰ ঘৰত থাকিবলৈ মন নোযোৱা হ'ল। ইখনৰ পাচত সিখন গাঁৱলৈ পদব্ৰজে সি যাবলৈ ধৰিছে। য'লৈকে গৈছে তাতেই দেখিছে হাবি মুকলি কৰি গাঁৱে গাঁৱে আহি থিতাপি লোৱা ভৈয়ামৰ মানুহক আৰু সিহঁতৰ ভয়ত আৰু অভ্যন্তৰলৈ গতি কৰা চাক্‌মা জুমখেতি কৰা গাঁওবাসীক। মনচুৰ ৰহমানে যেন ভূতে পোৱা মানুহৰ দৰে এই ভৈয়ামৰ মানুহবোৰক দলে দলে আনি চাক্‌মাৰ মাটিত থিতাপি লগাই পেলোৱাৰ কামত লাগি পৰিছে। অতি তাকৰীয়া সময়ৰ ভিতৰত ক'ৰপৰানো ইমানবোৰ লেৰেলা-চেপেটা মানুহ আহি সিহঁতৰ গাঁৱে গাঁৱে সোমাই পৰিলহি সেয়া শাক্যদেৱৰ চকুতো এটা দুৰ্বোধ্য সাঁথৰ যেনেই লাগিছে। মনচুৰ ৰহমানৰ পৰিকল্পনা নিখুঁত আৰু বহু আগৰে পৰাই হয়তো তেনে এক কামত মানুহটো সোমাই পৰিছিল। যি সময়ত চাক্‌মা গাঁওবাসীবোৰ নিজ নিজ ঠাইত জুমখেতি কৰি, বিঝুগীত গাই গাই আৰু বাহিৰৰ পৃথিৱীখনক আওকাণ কৰি নিজৰ ক্ষুদ্ৰ জগতখনত ব্যস্ত হৈ আছিল, সেইখিনি সময়তে মনচুৰ ৰহমান আৰু তেওঁৰ সতীৰ্থবোৰে সেইখন ক্ষুদ্ৰ জগতৰ শান্তিখিনি কাঢ়ি নিয়াৰ এক কুৎসিত ষড়যন্ত্ৰত লিপ্ত হৈছিল।

কাবল্যচাৰিৰ সাৰনাথৰ বুদ্ধ মন্দিৰৰ চৌদিশে সামৰিক বাহিনীৰ এক বৃহৎ ছাউনিয়ে গা কৰি উঠিছে। গোটেই চৌহদটোত পিয়া-পি দি ফুৰা সেইমখাৰ মাজে মাজে কুঁচি-মুচিকৈ, চকুৰে-মুখে ভয়ৰ এক প্ৰলেপ ছটিয়াই এতিয়াও সেই মন্দিৰলৈ তীৰ্থযাত্ৰীৰ সৰু সৰু দল আগবাঢ়ে। মন্দিৰৰ চৌদিশৰ দবাত কোব মাৰিবলৈ গৈ সিহঁত ভয়ত শিয়ৰি উঠে। গোমোঠা মুখৰ সৈনিকহঁতে তীৰ্থযাত্ৰীৰ দিশত তীৰ্যক দৃষ্টি নিক্ষেপ কৰিলেও তলমূৰ কৰি খোজ কৰা মানুহবোৰৰ চকুত সেই দৃষ্টি কেতিয়াবাহে ধৰা পৰে। তথাপি সেই দৃষ্টিৰ গোন্ধ সিহঁতৰ অজলা মনত অনুভূত নোহোৱাকৈ নাথাকে। মনচুৰ ৰহমানৰ মানুহে চূৰমাৰ কৰি পেলোৱা মন্দিৰটোৰ অন্তৰ্ভাগত মানুহবোৰে লাগি-ভাগি মূৰ্তি, সিংহাসন, চাকি জ্বলোৱা বাঁহৰ চাংগিৰি বনাই উপাসনা আৰম্ভ কৰিছিল।

এনে এটা সময়তে এদিন জিয়াউৰ ৰহমান ৰাষ্ট্ৰপতি হিচাপে ছট্টগ্ৰাম পাৰ্বত্য এলেকালৈ অহাৰ খবৰ শাক্যৰ কাণত পৰিল। সেই গধূলিয়েই সি আৰম্ভ কৰিলে ৰঙামাটিলৈ যাত্ৰা। আধা বাট নাৱেৰে আৰু আধা বাট এখনি পুৰণি জীপগাড়ীৰে গৈ পুৱাই ৰঙামাটিত হাজিৰ হওঁতে তেতিয়াও ৰঙামাটি চহৰ টোপনিৰ পৰা উঠাই নাই। ৰঙামাটিৰ ৰাজাবাৰী সম্পূৰ্ণ শূন্য, বিধ্বস্ত। ৰাণী বেনিতা ৰায়ৰ মৃত্যুৰ পাচত সেই ঘৰটো যেন এক এৰাবাৰীত পৰিণত হোৱাৰ পথত। ৰাজাবাৰীৰ দুৱাৰ খুলি শাক্য ভিতৰলৈ সোমাই যাওঁতে দেখিলে এজোপা মৰহি যাবলৈ ওলোৱা গোলাপৰ তল খুঁচৰি থকা এজন অত্যন্ত বৃদ্ধ মানুহ। ৰাজাবাৰীৰ পুৰণা মালী। নতুন ৰঙামাটি চহৰ স্থাপন কৰাৰ পাচত নতুনকৈ সাজি উলিওৱা এই সাধাৰণ ৰাজাবাৰীলৈ ৰাণী বেনিতা ৰায়ৰ লগত অহা কেইজনমান অনুচৰৰ ভিতৰত এই মালী। এতিয়া জহি-খহি যোৱা ঘৰটোৰ মৰণমুখী বাগিচাৰ বুকুত এইজন অশীতিপৰ বৃদ্ধ যাৰ হাত খন্তিৰ প্ৰতিটো উত্তলনৰ লগত সমতা ৰাখিবলৈ গৈ ভাগৰি পৰিছে। এইজন মানুহে শাক্যক সেইবোৰ কাহিনী শুনাইছিল যিবোৰ কামিনীমোহন দেৱানে পুতেকক শুনোৱাৰ কোনো সুযোগেই উলিয়াব নোৱাৰিলে। ছট্টগ্ৰাম পাৰ্বত্য এলেকা পাকিস্তানৰ হাতলৈ যোৱাৰ খবৰ পাই কেনেকৈ ৰাজা নলিনাক্ষ ৰায়ৰ দেহৰক্ষী গিৰীশ দেৱানৰ লগত স্নেহ কাক্কা আৰু ইন্দ্ৰমণি কাক্কাক এটা গোপন পথেৰে এখন গৰু গাড়ীত উঠাই পলুৱাই পঠিওৱা হৈছিল। কেনেকৈ এদিন কামিনীমোহন দেৱান ৰাজাবাৰীৰ পৰাই ৰহস্যজনকভাৱে অদৃশ্য হৈ পৰিছিল আৰু এই সকলোবোৰৰ পাচত শুকান চকুৰে শূন্যলৈ চাই সময় কটোৱা ৰাজা নলিনাক্ষ ৰায়ে এদিন ৰাজাবাৰীৰ প্ৰাসাদৰ চৌহদতে মৃত্যুৰ কোলাত তাৎক্ষণিকভাৱে ঢলি পৰিছিল তাৰ চাক্ষুস বৰ্ণনা মালীয়ে দি গৈছিল।

ঃ তুমি এতিয়াও ইয়াতে কিয় বৈ আছা? ইয়াতটো আৰু কোনো নাই?

ঃ মই ক'লৈ যাম তয়েই ক কামিনী দাহ্‌দাৰ পুয়া? মোৰ ৰাজাবীৰৰ বাহিৰত বেলেগ এখন ঘৰ নাই। পুতেক আহিব বুলি বাট চাই ৰাণীও মৰিল। যাবৰ পৰত মোক কৈ গৈছে যে এদিন ৰাজা ত্ৰিদিব ৰায় নিজৰ ঘৰলৈ আহিব আৰু সেই সময়লৈ এইখন পদূলি ৰক্ষা কৰাটো মোৰ কৰ্তব্য।

চাৰিওফালে শেলুৰৈৰে ভৰা ঘৰটোৰ অন্তৰ্ভাগলৈ সোমাই গৈ চিংগাবাৰ এখন চকীত বহি পৰোতে চকীৰ কেৰকেৰণি শব্দ এটাই আমনি কৰিছে। শাক্যদেৱে দুচকু মুদি শব্দবোৰৰ উৎস অনুধাৱন কৰিবলৈ চেষ্টা কৰোতে ভিজা, সেমেকা দুৰ্গন্ধ এটাই তাৰ নাক-মুখত আঘাত হানিলেহি। বাঁহৰ ঘৰটোৰ চুকে-কোণে হয়তো পোকে কুট্‌কুট্‌কৈ শব্দ কৰি তাক চাৰিওফালৰ পৰা খাই তহিলং কৰি আনিছে।

ঃ অলপ জাগাৰা আনিম?

মালীৰ মাতত সি চকু মেলিবলৈ যোৱা নাই। কিন্তু নাসূচক ভাবেৰে মূৰটো লৰাওঁতে সি গোন্ধ, শব্দৰ অৱধাৰিত গতিৰ প্ৰতি উদাসীন হ'ব পৰা নাই।

# [ ২৭ ]

কিছু জিৰণিৰ পাচতেই শাক্যদেৱ জিয়াউৰ ৰহমানৰ সন্ধানত ৰঙামাটিৰ ‘গৱৰ্নমেণ্ট হাউছ’লৈ যাত্ৰা আৰম্ভ কৰিলে। চাৰিওফালে পুলিচ-মিলিটেৰীৰ খদমদম অৱস্থাৰ মাজতে সি যেতিয়া গৱৰ্নমেণ্ট হাউছৰ দুৱাৰডলি পালেগৈ তাক উদ্দেশ্য কৰি কেইবাটাও সামৰিক বাহিনীৰ জোৱান উদ্যত ৰাইফলৰ সৈতে তাৰফালে আগুৱাই আহিল।

ঃ ৰাষ্ট্ৰপতিয়ে কাকো দেখা নকৰে। মনচুৰ ৰহমানৰ লগত কিবা আলাপত ব্যস্ত আছে তেওঁ।

ঃ মোৰ নামটো কৈ সুধি চাওকচোন।

নাই, নহ’ব বুলি প্ৰচণ্ড জোৰত মূৰ জোকাৰি অলপ ওপৰৱালা যেন লগা সামৰিক বিষয়াজনে আঙুলিৰ ঠাৰেৰে শাক্যদেৱক তাৎক্ষণিকভাৱে আঁতৰি যোৱাৰ নিৰ্দেশ দিলে।

ঃ তেওঁ অলপ পাচতেই ওলাই যাবগৈ। এতিয়া যোৱাৰ যো-জা আৰম্ভ হৈছেই।

দুৱাৰমুখৰ মানুহবোৰ সন্ত্ৰস্ত হৈ পৰিছে। সিহঁতে শাক্যক প্ৰায় ঠেলি নিয়াৰ দৰে নি দুৱাৰৰ বাহিৰত একাষৰীয়াকৈ থিয় কৰাই দিলে। শাক্যই ডিঙি মেলি জিয়াউৰ ৰহমানৰ দিশত দৃষ্টি নিক্ষেপ কৰিবলৈ চেষ্টা কৰোতে সেইফালে বহু লৰা-ঢপৰাৰ দৃশ্য চকুত পৰিল। কেইখনমান গাড়ীৰ এটা সমদল দুৱাৰমুখৰ ফালে মুখ কৰি সজাই থোৱা আছে। আহল-বহল, বিদেশী গাড়ী, ক’লা ৰঙৰ; ওলাই যোৱাৰ এক প্ৰস্তুতি। সন্মুখত হুদ খোলা এখন গাড়ী য’ত হয়তো অস্ত্ৰ-শস্ত্ৰ হাতত লৈ বহি যাব নিৰাপত্তাৰক্ষীৰ এটা দল। কিছুমান মানুহ অন্তৰ্ভাগৰ পৰা ওলাই আহিছে আৰু গাড়ীৰ দুৱাৰৰ দুপদাপ শব্দৰ এক ক্ষীণ শব্দ শাক্যৰ কাণত পৰিছে।

গাড়ীৰ কনভয়টো দুৱাৰমুখেদি ধীৰে ধীৰে ওলাই আহিছে। ৰাস্তাৰ ওপৰ পালেই চাগে ই স্বয়ংক্ৰিয়ভাৱে তীব্ৰগতি ধাৰণ কৰিব। মাজৰ এখন গাড়ীৰ আস্বচ্ছ, ধূসৰ আইনাৰে শাক্যৰ চকুত জিয়াউৰ ৰহমানৰ মুখখন ধৰা দিছেহি। তেওঁ গাড়ীৰ আইনাৰে বাহিৰৰ পৃথিৱীখন চাইছে। ভিতৰত বহুতো চিন্তাই টলবলাই থকাৰ সময়ত বাহিৰৰ পৃথিৱীৰ চেহেৰা হৃদয়ংগম কৰা কষ্টকৰ। কিছুদূৰ গৈ হঠাৎ গাড়ীৰ কনভয়টো ৰৈ গৈছে। কেইবাজনো সামৰিক বাহিনীৰ লোক দৌৰি অহাদি আহি শাক্যদেৱৰ ওচৰ পাইছেহি।

ঃ আপোনাক ৰাষ্ট্ৰপতিয়ে মাতিছে।

ধুমুহাৰ কোচত উঠাই উৰুৱাই নিয়াৰ নিচিনাকৈ সিহঁতে তাক কোন মুহূৰ্তত ৰাষ্ট্ৰপতিৰে গাড়ীৰ ওচৰ পোৱালেগৈ সি যেন তলকিবই নোৱাৰিলে। এয়া তাৰ সন্মুখত জিয়াউৰ ৰহমান। বাংলাদেশৰ ভাগ্য নিয়ন্তা জিয়াউৰ ৰহমান। মুখত বয়সৰ দুই-এক বলিৰেখা। হয়তো পৰিপক্কতাৰ বিয়পি পৰা চিহ্ন।

সকলোৰে সন্মুখত প্ৰচলিত নিয়মক বিসৰ্জন দি বাংলাদেশৰ ৰাষ্ট্ৰপতিয়ে দুই হাত প্ৰসাৰিত কৰি এজন সাধাৰণ চাক্‌মা নেতাক বুকুৰ মাজত সুমুৱাই লোৱাৰ এই দৃশ্য চাগে বিৰল ঘটনা। তাত গাড়ীৰ পৰা ওলাই ঠায়ে ঠায়ে থিয় হৈ থকা বিভিন্নস্তৰৰ বিষয়া, কৰ্মচাৰীৰ আশ্চৰ্যৰ দৃষ্টি শাক্যৰ চকুৰ পৰা সাৰি যোৱা নাই। ৰাষ্ট্ৰপতিৰ গাড়ীৰ ইখন দুৱাৰ খুলি থিয় হৈ শাক্যইঁতৰ ফালে চাই থকা মনচুৰ ৰহমানৰ মুখৰ পৰা নিৰ্গত বন্য বিদ্বেষৰ ভাষাও সি গঢ়ি পেলাইছে।

ঃ মই আপোনাক লগ ধৰিবলৈ আহিছিলো। বৰ জৰুৰী কথা কেইটামান আলোচনা কৰাৰ বাবে...।

ৰাষ্ট্ৰপতিয়ে মনচুৰ ৰহমানলৈ চাই কৈ পেলালে— গাড়ী ঘূৰাবলৈ নিৰ্দেশ দিয়ক।

ঃ ক্ষমা কৰিব ৰাষ্ট্ৰপতি মহোদয়। আমাৰ ছট্টগ্ৰামৰ মিটিংখনৰ বাবে সকলো সামৰিক বিষয়া প্ৰস্তুত হৈ আছে। এতিয়া ইয়াত পলম হ'লে হয়তো তাৰ নিৰ্ধাৰিত কাৰ্যসূচীবোৰতো খেলিমেলি লাগি পৰিব।

মনচুৰ ৰহমানৰ মাতত ঔদ্ধত্যৰ এক মুকলি সুৰ।

ঃ মেজৰ জেনেৰেল মনচুৰ ৰহমান। এয়া মোৰ নিৰ্দেশ।

ৰঙামাটিৰ বংগ ভৱনলৈ অহা বাটেদি কনভয়টো ঘূৰি গৈ তাৰ পিছল মুকলি আগচোতালত ৰখাৰ পাচত ৰাষ্ট্ৰপতিৰ গাড়ীৰ পৰা নমা এজন সাধাৰণ চেহেৰাৰ চাক্‌মা ডেকা মানুহক দেখি প্ৰহৰী আৰু অন্যান্য মানুহবোৰ আচৰিত হোৱাই স্বাভাৱিক। এইবাৰ বেলেগ এখন গাড়ীৰ পৰা নমা মনচুৰ ৰহমানৰ মুখ অস্বাভাৱিক ধৰণেৰে গম্ভীৰ। ইতিমধ্যে জিয়াউৰ ৰহমানে শাক্যক হাতত ধৰি টানি নি এটা সুদৃশ্য বহাকোঠাত সুমুৱালেগৈ। শাক্যই বুজি উঠিছে যে বাংলাদেশৰ ৰাষ্ট্ৰপতি আৰু এজন উচ্চতম সামৰিক বিষয়া হিচাপে জিয়াউৰ ৰহমানৰ পৰা ইয়াত উপস্থিত মানুহবোৰে যেনে এক ব্যৱহাৰৰ প্ৰদৰ্শন আশা কৰে তেনে এক ব্যৱহাৰৰ নমুনা ৰাষ্ট্ৰপতিজনে ইয়াত দাঙি ধৰা নাই। তেওঁ যেন আজি অত্যধিকধৰণেৰে উচ্ছ্বাসিত।

ঃ বহা শাক্যদেৱ।

সন্মুখা-সন্মুখিকৈ বহি পৰিছে জিয়াউৰ ৰহমান আৰু শাক্যদেৱ দেৱান।এজন দেশখনৰ প্ৰশাসনিক আৰু সামৰিক মুৰব্বী, অন্যজন চাক্‌মাসকলৰ জনপ্ৰিয় নেতা। কিন্তু ইজনে-সিজনৰ চকুলৈ চাওঁতে তেওঁলোকৰ মাজত ইতিমধ্যে আহি পৰা এখন দুৰ্ভেদ্য প্ৰাচীৰৰ কথা দুয়োজনে পাহৰি পেলাইছে। তেওঁলোকৰ মাজত আহি পৰা এই অপৰিকল্পিত ঘনিষ্ঠতাৰ বতৰা এইমাত্ৰ দুৱাৰ খুলি সোমাই অহা মনচুৰ ৰহমানৰ চকুৰ পৰা সাৰি যোৱা নাই।

*ঃ তোমাৰ কি ক'বলগীয়া আছে কৈ যোৱা। মোক সকলো কথাই লুক-ঢাক নকৰাকৈ খুলি ক'ব পাৰা।*

কৌখালি গ্ৰামৰ নৰহত্যা আৰু কাবল্যচাৰিৰ সাৰনাথৰ বুদ্ধ মন্দিৰ বাংলাদেশ সামৰিক বাহিনীৰ হাতত কেনেকৈ কলুষিত হৈ পৰিছে তাৰ চাক্ষুস বৰ্ণনা শাক্যদেৱে দি যাওঁতে তাৰ কণ্ঠ মাজে মাজে আবেগত কঁপি উঠিছে।

ঃ কৌখালিৰ গণহত্যাৰ কথা মই শুনিছো শাক্যদেৱ। কিন্তু মোক কোৱা হৈছে যে দলে-বলে সেইখন গাঁৱৰ মানুহ আহি আমাৰ সামৰিক বাহিনীৰ ওপৰত আক্ৰমণ চলাইছিল আৰু তাৰ প্ৰত্যুত্তৰত গুলী চলাওঁতে কেইজনমান চাক্‌মা লোকৰ মৃত্যু ঘটিছিল। এনেকুৱা শীতল মস্তিষ্কৰে কৰা হত্যাৰ বতৰা দুই-এক বিদেশী বাতৰি প্ৰতিষ্ঠান আৰু দুই-এজন মোৰ বিৰোধী ৰাজনীতিকে মোৰ কাণত পেলাবলৈ বিচাৰিছিল যদিও মই ছট্টগ্ৰামৰ পৰা অহা পঠিওৱা বাতৰিকহে সত্য বুলি গ্ৰহণ কৰি লৈছিলো। মই বৰ লজ্জিত।

ঃ আপুনি এইজন মানুহৰ কথাত পতিয়ন নাযাব ৰাষ্ট্ৰপতি মহোদয়।

ঃ মেজৰ জেনেৰেল মনচুৰ ৰহমান! আপুনি হয়তো নাজানে যে এইজন মানুহ মোৰ বৰ আপোন। বাংলাদেশৰ স্বাধীনতাত এইজন মানুহৰ অৱদান অতি বৃহৎ। বহুদিন মই এওঁৰ আতিথ্য গ্ৰহণ কৰি অৱশেষত এওঁৰ সহায়তেই ভাৰতলৈ আঁতৰি গৈ তাৰ পৰা মুক্তি সংগ্ৰামৰ আঁত ধৰিছিলো। আৰু আজি সেই সহায়ৰ প্ৰতিদান দিলো কিছুমান অমানৱীয় হত্যাৰে। তাৰবাবে আপোনাকেই ধন্যবাদ জনাম নে অন্য কাৰোবাক জনাম তাকেই ভাবি পাৰ পোৱা নাই।

ঃ আপুনি একপক্ষীয়ভাৱে কথাবোৰ কৈছে ৰাষ্ট্ৰপতি মহোদয়।

জিয়াউৰ ৰহমানে মনচুৰ ৰহমানক সম্পূৰ্ণ উপেক্ষা কৰি এক উদাস দৃষ্টিৰে বেৰৰ ফালে চাই পঠিয়াইছে। কিছু সময় নীৰৱতা। হয়তো অলপ পাচতেই ছট্টগ্ৰাম অভিমুখে যাত্ৰা আৰম্ভ কৰিব। তাৰপাচত চাগে ঢাকা।

ঃ যিখিনি হৈ গ'ল তাক মই নোহোৱা কৰিব নোৱাৰো শাক্যদেৱ। কিন্তু এটা কাম মই নিশ্চয়কৈ কৰিম। এইবাৰ ঢাকালৈ ঘূৰি গৈ ছিটাগং পাৰ্বত্য এলেকাক অকল জনজাতীয় লোকৰ বাবে সংৰক্ষিত এলেকা বুলি ঘোষণা কৰি তাত ভৈয়ামৰ মানুহৰ ভূমি অধিগ্ৰহণ নিষিদ্ধ কৰিম। বাংলাদেশৰ ৰাষ্ট্ৰপতি হিচাপে মই তোমাক আজি কথা দিলো যে ইয়াৰ পাচত তোমালোকৰ ভাষা-সংস্কৃতি, ধৰ্ম আৰু মাটিত অন্য কাৰো আধিপত্য নচলিব।

ঃ আপুনি এনে এটা কাম কৰিব নোৱাৰে ৰাষ্ট্ৰপতি মহোদয়। পাঁচ হেজাৰ বৰ্গমাইলৰ এটা বৃহৎ এলেকা, মানুহ মাত্ৰ তিনি লাখ। মাটিবোৰ এনেয়ে পৰি আছে। আমাৰ ভৈয়ামৰ মানুহে মাটিৰ অভাৱত হাহাকাৰ কৰি থকাৰ সময়ত দেশৰ স্বাৰ্থৰ পৰিপন্থী এনে এক সিদ্ধান্ত ল'লে সামৰিক বাহিনীত বিদ্ৰোহ হোৱাটো একেবাৰে নিশ্চিত।

জিয়াউৰ ৰহমান হঠাৎ থিয় হ'ল আৰু দুৱাৰমুখলৈ খৰখোজেৰে আগুৱাই গ'ল। দুৱাৰমুখত কিছু সময় ৰৈ তেওঁ মনচুৰ ৰহমানৰ দিশত চাই পঠিয়ালে। এইবাৰ তেওঁৰ দৃষ্টি বৰ কঠোৰ।

ঃ মেজৰ জেনেৰেল। যিসকল সামৰিক বিষয়াই কৌখালিৰ গণহত্যাৰ নিচিনা এই দুষ্কাৰ্য কৰিলে, সেই সকলক কৰ্ট-মাৰ্শ্বালৰ বাবে সাজু হ'বলৈ কওক। এয়া মোৰ আদেশ।

*** *** ***

আগনিশা জিয়াউৰ ৰহমানৰ ছট্টগ্ৰাম সামৰিক বাহিনীৰ ঘাটিত মেজৰ জেনেৰেল

মনচুৰ ৰহমানৰ হাতত হোৱা হত্যাৰ বাতৰিয়ে ইতিমধ্যে ৰঙামাটিৰ আকাশ-বতাহ স্পৰ্শ কৰিছেহি। কৌখালিলৈ ওভতনি যাত্ৰা তেতিয়ালৈকে আৰম্ভ নকৰা শাক্যদেৱ আজি হতচকিত, স্তম্ভিত। সি এটা নতুন সপোন দেখিবলৈ আৰম্ভ কৰোতেই যে এনেকৈ স্বপ্নভংগ ঘটিব সেয়া তাৰ চিন্তাৰ পৰিসীমাৰ বাহিৰত আছিল। পুৱাই ৰঙামাটিৰ পথত বাংলাদেশ সামৰিক বাহিনীৰ ফ্লেগমাৰ্ছ, দুই-এখন টেংকৰো ঘৰ্ঘৰণি শব্দৰে কৰা কিছুমান অগতানুগতিক গতি।

কি হ'ল? কিয় হ'ল? জাতীয় কৌতূহলৰ মাজতে উৰি অহা খবৰৰ টুকুৰাবোৰ সকলোৰে কাণত পৰিলহি— মানুহজন হেনো তেতিয়া টোপনিত লালকাল হৈ আছিল। মনচুৰ ৰহমানে আগতেই খুলি থোৱা এখন গোপন দুৱাৰেদি সাৰিসুৰ নোহোৱাকৈ সোমাই শুই থকা মানুহজনৰ দেহা গুলীৰে থকা-সৰকা কৰিলে। .. কোনোবা এজনে ক'লে— নহয়, আগতেই শ'লমাছৰ জোলত বিষ মিহলাই থৈ দিয়া হৈছিল। মানুহটো মৃত অৱস্থাতেই আছিল। কিন্তু তাৰ ওপৰতো ভৰসা নকৰি, মৃত্যু নিশ্চিত কৰিবলৈ গুলীযাই দিযা হৈছিল। কোনোবাই ক'লে— মনচুৰ ৰহমানে নিজ হাতেৰে মাৰিলে। অন্য এজনে ক'লে— ওঁহো, নিজে মৰা নাই। অন্যৰ হতুৱাই মৰালে।

মুঠৰ ওপৰত জিয়াউৰ ৰহমানক হত্যা কৰা হ'ল আৰু ইয়াৰ পিচতেই মনচুৰ ৰহমানে সামৰিক ছাউনী এৰি পলায়ন কৰিলে। জিয়াউৰ ৰহমানৰ সৈনিকসকলৰ মাজত প্ৰভূত জনপ্ৰিয়তা আছিল। তেওঁৰ হত্যাৰ বাতৰিয়ে বহুতো বিষয়া, জোৱানক খঙত উতলা কৰি তোলাৰ কথা বুজিব পৰাৰ লগে লগে নিশাৰ অন্ধকাৰৰ সুবিধা লৈ মনচুৰ সৈন্য-সামন্তৰ এটা দল লৈ সেই ঠাইৰ পৰা বৰ গোপনে আঁতৰি গ'ল।

এতিয়া মনচুৰৰ সন্ধানত সেনাৰ দল চাৰিওফালে পিয়াপি দি ফুৰিছে।

শাক্যৰ বুকুত দুখৰ যেন এসোপামান ভৰ। সি ৰঙামাটিৰ বংগ ভৱনৰ ওচৰত আহি আগৰ ঠাইত থিয় হৈ আগদিনা হৈ যোৱা ঘটনাচক্ৰৰ কথা মনত পেলাবলৈ চেষ্টা কৰিলে। এইখিনিতেই ঠিক এইখিনিতেই জিয়াউৰে মোক আলিংগন কৰিছিল আৰু বংগভৱনৰ সৌখিনি ঠাইলৈ মোক তেওঁৰ লগত লৈ গৈছিল। যিটো কোঠাত বহি আমি চাক্‌মাভূমিৰ ভাগ্য নিৰ্ধাৰণৰ কামত লাগিছিলো, তাৰ প্ৰৱেশপথ আগুৰি ওলমি থকা শেঁতা হালধি বৰণৰ পৰ্দাখন আজি বতাহৰ পৰশত হালি-জালি থকা নাই। তাৰ চকুৰ দুই কোণ সেমেকি উঠিছে। কিমান ধ্বংসৰ সাক্ষী হ'ব সি? অ'তবোৰ মানুহ চকুৰ আগতে নিশ্চিহ্ন হৈ যোৱাৰ কৰুণ কাহিনী বতাহৰ বোকোচাত উঠাই কাৰো ওচৰলৈ নিয়াৰ ক্ষমতা নাথাকিলেও তাক কুঁচিমুচি হৃদয়ৰ অন্তৰ্ভাগত সামৰি-সুঁতৰি থ'বৰ বাবে হৃদয়খন বহলাইতো ল'বই লাগিব।

তাৰ কান্ধত কাৰোবাৰ টোকৰ। এজন বাংলাদেশ সামৰিক বাহিনীৰ লোক তেওঁৰ পাচফালেই থিয় হৈ আছে।

ঃ আপুনি মোৰ লগত যাব লাগিব।

স্পষ্ট নিৰ্দেশ। এই নিৰ্দেশ ক'ৰ পৰা আহিছে তাক জনাৰ কৌতূহল জাগিছে।

ঃ ক'লৈ?

ঃ ছট্টগ্ৰাম চহৰলৈ। আপোনাক মেজৰ জেনেৰেল এৰশ্বাদে বিচাৰিছে। যেতিয়া সি সামৰিক বাহিনীৰ জীপগাড়ীত উঠি ছিটাগং চহৰ অভিমুখী যাত্ৰা আৰম্ভ কৰিছিল তেতিয়াও শাক্যদেৱৰ মনত কোনো ভয় বা শংকাই লুকা-ভাকু খেলা নাছিল। যিমানখিনি এতিয়ালৈকে প্ৰত্যক্ষ কৰিলে তাতকৈ বেয়া হোৱাৰ আশংকা নাই বুলি সি নিশ্চিত। সি দুচকু মুদি দিলে। চৌপাশৰ সেউজ সৌন্দৰ্য পান কৰাৰ কোনো ইচ্ছা বা শক্তিয়েই এই মুহূৰ্তত তাৰ ওপৰত ক্ৰিয়া কৰিব পৰা নাই।

ছট্টগ্ৰাম চহৰত সামৰিক বাহিনীৰ এক গিজ্‌গিজনি অদ্ভুত ধৰণেৰে অনুভূত হৈছে। শাক্যক কঢ়িয়াই নিয়া জীপখন ছট্টগ্ৰাম সামৰিক বাহিনীৰ ছাউনীৰ সন্মুখত ৰৈ যাওঁতে তাৰ লগত বহি যোৱা ওখ, ক'লা সামৰিক বাহিনীৰ বিষয়াজনে তাক আলফুলেৰে জীপৰ বহা আসনৰ পৰা তললৈ নমাই দিলে। যোৱা দুটা ঘণ্টা ধৰি পাহাৰীয়া খলা-বমা ৰাস্তাটোৰে একেলগে ভ্ৰমণ কৰাৰ পাচত প্ৰথম শাক্যদেৱ আৰু এই মানুহজনৰ মাজত ইমান এক নিবিড় স্পৰ্শানুভূতি আৰু চকুৰ চাৱনিত এক আৱেগিক বুজাবুজি গঢ় লৈ উঠিছে। পাৰ হৈ যোৱা সময়খিনিত শাক্যই মানুহজনৰ উপস্থিতি উপলব্ধি কৰাৰ চেষ্টা চলোৱাৰ পৰা সম্পূৰ্ণৰূপে বিৰত আছিল। অৱশ্যে ইয়াত কোনো সচেতন প্ৰচেষ্টা নিহিতও নাছিল। স্বয়ংক্ৰিয়ভাৱেও বহুতো ক্ৰিয়া এনেকৈয়ে হৈ যায়। কেতিয়াবা ভালৰ বাবে আৰু কেতিয়াবা বেয়াৰ বাবে। এতিয়া মানুহজনৰ চকুলৈ চাই শাক্যৰ দেখোন তাৰ নিজৰ পূৰ্বৰ এই প্ৰতিক্ৰিয়াৰ বাবে নিজক বাহ্‌বা দিয়াৰ ইচ্ছা জগা নাই।

সামৰিক ছাউনীৰ অন্তৰ্ভাগৰ এটা ৰঙালৰলৈ শাক্যক লৈ যোৱা হ'ল। এখন সুন্দৰ ছোফাত তাক বহুৱাই লোৱাৰ পাচত তাৰবাবে নাৰিকলৰ পানী আৰু এখন পিৰিচ ভৰাই খোৱা বস্তু অনা হ'ল। হঠাৎ ইমান সময় অদৃশ্য হৈ থকা ভোকজাতীয় বস্তু এটা আৱিৰ্ভাৱ হৈ তাক আমনি কৰিবলৈও ধৰিলে। জিয়াউৰ নোহোৱাৰ শোকক আবৃত কৰি পীড়া কৰা পেটৰ এই আব্দাৰক উপভোগ কৰাৰ ইচ্ছা এটাও এই মুহূৰ্তত জাগ্ৰত হৈ উঠিছে। টপাটপে মুখত ভৰোৱা কাজু, খিচ্‌মিচৰ টুকুৰাবোৰৰ সোৱাদ লওঁতে তাৰ মনত পৰিছে যে যোৱাকালি জিয়াউৰক লগ পোৱাৰ পাচৰে পৰা খুদকণ এটাও তাৰ পেটলৈ যোৱা নাই। প্ৰথমতে জিয়াউৰ ৰহমানে জনোৱা সঁহাৰিৰ বতৰা জনাবলৈ সি ডেকা ল'ৰাবোৰক মাতি পঠিয়াইছিল। ৰাজাবাৰীৰ সেই ভগ্নপ্ৰায় চৌহদত বহি সিহঁতে আলোচনা কৰিছিল বহুতো সমস্যাৰ। ইতিমধ্যে চাক্‌মা গাঁওবোৰ ভৈয়ামৰ মানুহেৰে ভৰি পৰিছে। বৰ কম সময়ৰ ভিতৰত মনচুৰ ৰহমানে হয়তো পূৰ্বপৰিকল্পিতভাৱে সাজু কৰি মানুহৰ বৃহৎ দল এটা আনি ঠায়ে ঠায়ে বহুৱাই ল'লেহি আৰু এই মানৱ সোঁত নিৰৱচ্ছিন্নভাৱে দিন-ৰাতিৰ ভেদ নথকাকৈ কোবাল গতিত চাক্‌মাভূমিলৈ আহি আছে। যদি জিয়াউৱে ছিটাগং পাৰ্বত্য এলেকাত ভূমি অধিগ্ৰহণ নিৰ্ষিদ্ধ বুলি ঘোষণা কৰে, তেনেহ'লে এইবোৰ মানুহ বিনা হেঁচাত ইতিমধ্যে গোজ মাৰি বহি লোৱা মাটিৰ পৰা আঁতৰি যাবনে?

ঃ নগ'লে এফালৰ পৰা মাৰি যাম।— মানৱেন্দ্ৰ লাৰ্মাৰ মাতত চিৰাচৰিত খঙৰ সুৰ। মানৱেন্দ্ৰৰ কঁকালৰ খোচত ওলমি থকা পিষ্টললৈ উপহাসৰ দৃষ্টি নিক্ষেপ কৰি শাক্যই কৈ উঠিল— হ'ব। বঙ্গ কৰা মানৱ। বিক্ষুব্ধ নিৰ্মমভাৱে মাৰিলা। সিহঁতৰ চিপাহী দুটাৰ গাত গুলী চলাই মনচুৰ ৰহমানৰ কাৰণে কৌখালি গণহত্যাৰ বাট মুকলি কৰি পেলালা। তোমাৰ এই বন্দুকৰ পৰা আমাৰ ভীষণ ক্ষতি হৈছে।

ঃ তুমি বৰ সৰল শাক্য দাহ্‌দা। নহ'লে জিয়াউৰ ৰহমানৰ ছলাহী কথাত ভোল গৈ আমাৰ আগত এইবোৰ ক'বলৈ নাহিলাহেঁতেন। জিয়াউৰে শান্তি বাহিনীৰ শক্তি বুজিব পাৰি ভয় খাইছে আৰু আমাক নিৰস্ত্ৰ কৰিবলৈকে তোমাৰ যোগেদি এই খবৰ পঠিয়াইছে। কিন্তু আমি এইবাৰ পতিয়ন যোৱাত নাই।

বহুতো ডেকা ল'ৰাই মানৱেন্দ্ৰ লাৰ্মাৰ লগত সুৰ মিলাই মূৰ জোকাৰি থকাটো শাক্যৰ দৃষ্টিৰ পৰা সাৰি যোৱা নাছিল। চৰকাৰৰ সদিচ্ছা বিশেষকৈ সামৰিক বাহিনীৰ মহানায়ক এজনৰ বাক্যৰ ওপৰত এতিয়া সকলোৰে আস্থা হেৰাই গৈছে। বন্দুকৰ উত্তৰ বন্দুকেৰে দিয়াৰ এক সুতীব্ৰ বাসনা। শাক্যৰ মনৰ সকলো উৎসাহ যেন নিমিষতে মৰহি যাব। কাকো দোষ দিয়াৰ ইচ্ছাও তাৰ জগা নাছিল। মাকৰ পেটত থকাৰ পৰাই এইবোৰ ল'ৰাই শুনিছে হত্যা, বঞ্চনা আৰু লাঞ্ছনাৰ কাহিনী। এতিয়াও পদে পদে দেখিছে একেই ঘটনাৰ পুনৰাবৃত্তি। বিশ্বাস, আস্থা আদি শব্দবোৰ সিহঁতৰ পৰিধিৰ বাহিৰৰ শব্দ বুলি ধৰি লোৱাতো অতি স্বাভাৱিক। তাৰ মাজে মাজে সিহঁতক কোৱা হয় ফোৰ্ট উইলিয়ামত বহি খোদ বৰলাটৰ লগত কথা-বতৰা পতা ৰণু খান নামৰ সিহঁতৰে অতীত বীৰ এজনৰ শৌৰ্য-বীৰ্যৰ কাহিনী যিয়ে ব্ৰিটিছ জেনেৰেল এজনক পণবন্দী কৰি ৰাখি আঙুলি উঠাইছিল ব্ৰিটিছ পৰাক্ৰমৰ বিৰুদ্ধে। সিহঁতে ঘনে ঘনে শুনিবলৈ পায় কালিন্দী ৰাণী নামৰ বীৰাংগনাৰ ঘটনাবহুল বৰ্ণাঢ্য জীৱনৰ ৰূপকথা।

তথাপি শাক্যই জানিছিল যে জিয়াউৰ ৰহমানে যি আশ্বাসৰ বাণী শুনাইছে তাত কোনো উহ্য দ্বিতীয়াৰ্থ নাই। তেওঁ কথা দি কথা ৰখা মানুহ। বিশ্বাসৰ সেই বাতাৱৰণৰ মাজতে সি চিএঞৰি উঠাদি কৈ উঠিছিল— তোমালোক সকলোৱে শুনা—জিয়াউৰ ৰহমান নামৰ বাংলাদেশৰ ৰাষ্ট্ৰপ্ৰধানে আমাক আমাৰ হৃত সন্মান ঘূৰাই দিব আৰু তাৰবাবে তেওঁক আমি আমাৰ সহায়ৰ হাত আগবঢ়াব লাগিব।

ঃ আপোনাক বৰ চিন্তিত যেন লাগিছে।

এটা নতুন অপৰিচিত কণ্ঠ। শাক্য খকমকৈ বৰ্তমানলৈ উভতি আহিবলৈ চেষ্টা চলাইছে। যোৱা কালিৰ ৰঙামাটিৰ সেই পটভূমিৰ পৰা আজিৰ এই চট্টগ্ৰাম চহৰৰ বাংলাদেশ সামৰিক বাহিনীৰ জিয়া উৰবিহীন ছাউনীলৈ পৰিক্ৰমা কৰোতে সামান্য কষ্ট হোৱাটো স্বাভাৱিক।

শাক্যদেৱৰ সন্মুখত অন্য এখন ছোফাত এজন ডেকা সামৰিক বিষয়া, পাতল চেহেৰাৰ।

ঃ মই মেজৰ জেনেৰেল এৰশ্বাদ। আপোনাৰ লগত অলপ আলোচনা কৰিবলৈ বিচাৰিছো।

# [২৮]

ৰাষ্ট্ৰপতিয়ে ছট্টগ্ৰাম পাৰ্বত্য এলেকাত ভৈয়ামৰ মানুহৰ ভূমি অধিগ্ৰহণত বাধানিষেধ আৰোপ কৰিব বুলি কৈছিল নেকি?

শাকাই মূৰ দুপিয়ালে, হয়সূচক ভংগীত।

ঃ যি সকলো কৌখালিৰ গণহত্যাত অংশগ্ৰহণ কৰিছিল, সেইসকলক কৰ্ট মাৰ্শ্বাল কৰাৰ কথাও...।

শাক্যই বাক্যটো শেষ হ'বলৈ দিয়ালৈ অপেক্ষা কৰিবলৈ বিচৰা নাই— সেইসকলক বিচাৰ কৰাৰ কথা তেখেতে উলিয়াইছিল।

ঃ সেই সময়ত তাত মেজৰ জেনেৰেল মনচুৰ ৰহমানৰ বাহিৰেও অন্য কোনোবা আছিল নেকি?

কোনো নাছিল। কোনো চতুৰ্থ ব্যক্তিৰ উপস্থিতি সি মনত পেলাব পৰা নাই। তাৰ মূৰ জোকাৰণিৰ বাদে অন্য কোনো শব্দ তাৰ কণ্ঠৰ পৰা ওলোৱাও নাই।

ঃ আমাৰ প্ৰয়াত ৰাষ্ট্ৰপতিৰ হত্যাকাৰীক চিনাক্ত কৰাৰ বাবেই আপোনাক কিছু কষ্ট দিবলগীয়া হ'ল। ৰাষ্ট্ৰপতিৰ মুখৰ পৰা ওলোৱা প্ৰতিটো শব্দৰ সাক্ষী আছিল অকল মনচুৰ ৰহমান। তেনেহ'লে কৰ্ট-মাৰ্শ্বালৰ কথাটো ইমান সোনকালে বনজুইৰ দৰে কেনেকৈ বিয়পি পৰিল, সেয়া আচৰিত নহয়নে? জানি-শুনি, ৰহণ চৰাই কথাটোৰ অপপ্ৰচাৰ চলোৱা হ'ল অকল ৰাষ্ট্ৰপতি জিয়াউৰ ৰহমানক হত্যা কৰোৱাৰ উদ্দেশেই।

এনেতে হঠাৎ শুনা গ'ল গুলীচালনাৰ শব্দ। প্ৰথমতে কিছু দূৰৈত আৰু লাহে লাহে শব্দবোৰ ওচৰ চাপি আহিছে। কিছুমান জোৱান দৌৰি আহিছে— মেজৰ জেনেৰেল, আমাৰ ছাউনীৰ ওপৰত আক্ৰমণ চলাইছে।

মেজৰ জেনেৰেল এৰশ্বাদৰ মুখত শংকৰ চিহ্ন নাই। আক্ৰমণৰ প্ৰত্যুত্তৰ দিবলৈ আমাৰ মানুহ সম্পূৰ্ণৰূপে প্ৰস্তুত। মেজৰ জেনেৰেল মনচুৰ গৈ ছিটাগং বন্দৰত থকা গেৰিছনক উচটাই আমাৰ ইয়াত আক্ৰমণ চলাব বুলি আমিতো জানোৱেই।

বাহিৰত প্ৰচণ্ড গুলীয়াগুলিৰ শব্দ। শব্দৰ মাত্ৰা কোবাল গতিত বাঢ়ি আহিছে। ইমান সময় নিৰুদ্বেগ চিত্তে বহি থকা এৰশ্বাদৰ কপালত থুপ খাই পৰিছে কিছুমান চিন্তাৰ বলিৰেখা। তেওঁ থিয় হৈছে। আকৌ কোনোবা এজন খৰখেদাকৈ আগবাঢ়ি আহিছে। এজন ডেকা বিষয়া।

ঃ মেজৰ জেনেৰেল, আমি ভবাতকৈ শত্ৰুপক্ষৰ শক্তি বহুত বেছি। আপুনি নিজেই নেতৃত্ব ল'ব লাগিব।

ঃ চিন্তা নকৰিবা আব্দুল। আমিবোৰ আছো এখন আবদ্ধ ঠাইত। সিহঁত আছে মুকলিত। আমাৰ এই ছাউনীৰ নাড়ী-নক্ষত্ৰ সিহঁতৰ নখ-দৰ্পণত। আমাক বেৰি-কুৰি আক্ৰমণ চলাওঁতে

সিহঁতৰ আৰম্ভণিৰ সুবিধা অধিক হোৱাতো স্বাভাৱিক। কিন্তু ধীৰে ধীৰে পৰিস্থিতি আমাৰ হাতৰ মুঠিলৈ আহিব।

অন্যক আশ্বস্ত কৰিবলৈ চেষ্টা চলালেও এৰশ্বাদৰ মুখত লাহে লাহে কিছুমান চিন্তাই অগা-দেৱা কৰিবলৈ আৰম্ভ কৰিছে। তেওঁ কোঠাটোৰ পৰা ধীৰে ধীৰে ওলাই আহোতে উকি মাৰি কোৱাৰ নিচিনাকৈ শাক্যক উদ্দেশি চিন্তা নকৰিবলৈ কৈ গ'লেও মুখৰ পৰা চিন্তাৰ কলীয়া ডাৱৰ আঁতৰি যোৱা নাই।

শাক্যই থমথম্‌কৈ বহি থকাৰ বাদে অন্য কিবা এটা কৰাৰ কথা এই মুহূৰ্তত ভবা নাই যদিও এই সকলোবোৰৰ ওপৰত এক চূড়ান্ত বিৰক্তিৰ ভাবে তাৰ মনত গা কৰি উঠিছে। মনচুৰ ৰহমান আৰু মানৱেন্দ্ৰ লাৰ্মা— এই দুটা বিকৃত মস্তিষ্কৰ মানুহৰ ওপৰত এযুত খঙৰ পাহাৰ গঢ়িলেও তাৰ পৰা লাভালাভৰ অংক গণনা কৰাটো অৰ্থহীনতকৈও নিম্নতৰ কাৰ্যৰ বাহিৰে অন্য একো নহয় বুলি ভালদৰেই অনুধাৱন কৰি এক নিৰুদ্বেগ ভাব আনিবলৈও যত্নপৰ হৈছে। বাহিৰৰ গুলীয়াগুলিৰ শব্দয়ো তাৰ ওপৰত বৰ বিশেষ ক্ৰিয়া কৰিবলৈ সক্ষম হোৱা নাই।

হঠাৎ তাৰ পৰা কিছু আঁতৰৰ খিৰিকীখনৰ ওচৰত এক বিস্ফোৰিত পোহৰ, কাণতালমৰা বিকট শব্দ, ভৰিৰ তলত লৰি থকা এখন পৃথিৱী। কিবা চিন্তা কৰাৰ আগেয়েই কোনোবা এগৰাকী কোমল বয়সীয়া, ক'লা কাপোৰেৰে সমস্ত দেহ-মুখ ঢাকি থোৱা তিৰোতাই দৌৰি আহি শাক্যৰ কোলাত এটা অকণমানি কেঁচুৱা গুঁজি দিলেহি। তাৰ অখজা হাতত কেঁচুৱাটো তুলি দি মানুহজনীয়ে মুখৰ ক'লা কাপোৰখন কেইটামান মুহূৰ্তৰ কাৰণে আঁতৰাই শাক্যক উশাহ নসলোৱাকৈ কৈ পেলালে—'আমাৰ একমাত্ৰ সন্তান, তাই তাইৰ আব্বাকৰ দেহলাও, আপুনি তাইক বচাই ৰাখিব।' অকণমান সময়ৰ বাবে উদং কৰি পেলোৱা চকুকেইটাত কি এক কাতৰ মিনতি!

তাৰপাচত মানুহজনী বিশ্বাশবদে পাচ দুৱাৰেদি ওলাই যাবলৈ বিচাৰোতেই ক'ৰবাৰ পৰা উল্কাপিণ্ডৰ নিচিনাকৈ জুইৰ এটা প্ৰকাণ্ড টুকুৰাই মানুহজনী গিলি পেলালে। আৰ্তনাদ কৰাৰো যেন আহৰি নাই। ক'লা কাপোৰৰ মাজত লুকাই থকা এটা দেহা ক'লা আঙঠাৰ টুকুৰাত পৰিণত হওঁতেও সময়ৰ কোবাল গতিৰ অলপো অপেক্ষা কৰাৰো চাগে অৱকাশ নাই। ইতিমধ্যে কোঠাটোৰ চৌদিশে জুইৰ লেলিহান শিখা। কোলাত শুই পৰা কেঁচুবাটোৰ নিশ্চল মূৰটো তাৰ খহটা কান্ধত কোনোমতে পেলাই শাক্য কোন মুহূৰ্তত জুই জ্বলি থকা পাচ দুৱাৰেদি প্ৰচণ্ড গৰম, ধোঁৱা, খেলিমেলি আদি ভেদ কৰি সাউত কৰে ওলাই গৈ মুকলি আগচোতাল পালেগৈ, সেয়া সি নিজেই গম ধৰিব নোৱাৰিলে। অৱচেতন মনটোৱে বৰ সচেতনতাৰে যেন সমগ্ৰ কামখিনি শেষ কৰি পেলালে।

বাহিৰৰ মুকলি চোতালত এক প্ৰচণ্ড খেলিমেলিৰ ভিৰ। ছাউনীৰ অন্তৰ্ভাগলৈ হেনো ইমান সময়ে ছাউনী ঘেৰি থকা মনচুৰ ৰহমানৰ সৈন্যবোৰ সোমাই আহিবলৈ উদ্যত হৈছে। চাৰিওফালে সৈন্যবোৰৰ খদমদম্‌! 'সিহঁত সোমাই আহিছে... মনচুৰ আগত...

এৰশ্বাদে আত্মসমৰ্পণ কৰাই ভাল...' সৈন্যবোৰে ইটোৱে-সিটোক উদ্দেশি কোৱা কথাৰ টুকুৰাবোৰ বতাহত ভাহি আহি শাক্যৰ কাণত সোমাইছেহি। হঠাৎ এখন টেংক ঘৰ্‌ঘৰাই সোমাই অহা তাৰ চকুত পৰিল।

ঃ ভাইহঁত, যুদ্ধ কৰিবলৈ চেষ্টা নকৰিবা। আত্মসমৰ্পণ কৰা। তোমালোকৰ প্ৰতি আমাৰ কোনো শত্ৰুভাব নাই। মেজৰ জেনেৰেল মনচুৰ ৰহমানে তোমালোকক ক্ষমাদান কৰিব। ভাই-ভাইৰ মাজত যুদ্ধ নহয়। — টেংকৰ পৰা কোনোবা এজনে গুৰু-গম্ভীৰ স্বৰত ঘোষণা চলাই থাকোতে চাৰিওফালৰ লৰা-ঢপৰাবোৰৰ যেন হঠাৎ অন্ত পৰি গৈছে। টেংকৰ সমদলটোৰ বাবে বাট উলিয়াবৰ বাবে সৈনিকবোৰ একাষৰীয়াকৈ থিয় হৈ গৈছে। সকলোৰে মুখ-চকুত আত্মসমৰ্পণৰ ভংগী সুস্পষ্ট। এনেকুৱা এটা সময়ত প্ৰত্যাক্ৰমণৰ অসাৰতাৰ কথা বুজোৱাৰ বাবে কোনো নেতাৰ প্ৰয়োজন হোৱা নাই।

চলি থকা নাটকখন সম্পূৰ্ণ নিস্পৃহতাৰে লক্ষ্য কৰি থাকোতে কোনোবা এজনে চিলাই থাপ মৰাদি শাক্যৰ কোলাৰ পৰা কেঁচুৱা ছোৱালীজনী কাঢ়ি লৈ গ'ল আৰু এখন বিশেষ টেংকৰ ফালে চাই ছোৱালীজনী দুই হাতৰ মাজত বতাহত জোকাৰি থাকিল। ইতিমধ্যে আড়ষ্টতা, নিস্পৃহতা আদিৰ বেষ্টনী অতিক্ৰম কৰি শাক্যই সচেতনতাৰে লক্ষ্য কৰি দেখিলে যে মেজৰ জেনেৰেল এৰশ্বাদৰ হাতত সেই কণমানি কেঁচুৱাটো। কান্দি কান্দি ভাগৰি পৰা কেঁচুৱাটো এনেদৰে জোকাৰি পেলোৱা হৈছে যেন সেয়া ঠিক এটা জীৱন্ত মানুহ নহয়। মানুহৰ ঠাইত ই যেন কাপোৰৰ এটা টুকুৰাহে। মাজৰ টেংকখন ৰৈ গৈছে আৰু তাৰ পৰা হঠাৎ পাগলৰ দৰে নামি আহিছে মনচুৰ ৰহমান। দুই হাত কেঁচুৱা ছোৱালীজনীৰ দিশত প্ৰসাৰিত 'অঞ্জুম ..অঞ্জুম আৰা... মোৰ অঞ্জু...'। মনচুৰৰ বুকুত গুলীবোৰে এটা লম্বাকাৰ ৰেখাৰ নিচিনাকৈ দীঘলীয়া শাৰী ৰচনা কৰিছে আৰু মাটিত বাগৰি পৰিবলৈ কোনো সময়ৰো যেন দৰকাৰ হোৱা নাই।

এৰশ্বাদে এতিয়া দলিয়াই দিয়াৰ নিচিনাকৈ কেঁচুৱাটো শাক্যৰ বুকুৰ দিশলৈ মাৰি পঠিয়াইছে আৰু কান্দোন, শংকা, খেলিমেলিবোৰৰ মাজতে ভাগৰত লেবেজান হৈ পৰা অকণমানি অঞ্জুমআৰা আহি শাক্যৰ দুবাহুৰ মাজত থিতাপি লৈছেহি। চাক্‌মা জাতি ধ্বংস অভিযানত ছলে-বলে লাগি থকা মনচুৰ ৰহমানৰ একমাত্ৰ সন্তান, তাৰ চকুৰ মণি সেই কেঁচুৱাটোক নিৰ্ভৰ মৰমৰ আশ্বাস দিবলৈ গৈ শাক্যদেৱে সম্পূৰ্ণ মমতাৰে তাইক বুকুৰ মাজত সুমুৱাই চকু-কাণ মুদি প্ৰচণ্ড গতিত তাৰ পৰা পলায়ন কৰিছে।

সম্পূৰ্ণ নিৰস্ত্ৰ অৱস্থাত এটা কণমানি শিশুক টোপ হিচাপে ব্যৱহাৰ কৰি, যেনেদৰে মনচুৰ ৰহমানক অকল ক্ষমতাৰ খকতেই হত্যা কৰা হ'ল, সেই কথাই তাক বাৰে বাৰে আমনি কৰিলেও তাৰ বুকুত আলফুলেৰে সোমাই টোপনিত লালকাল হৈ পৰা ফুলৰ নিচিনা কোমল জীৱটোৰ খাতিৰতেই নিজৰ ভৰিৰ গতিত যতি পৰিব নিদিয়াকৈ শাক্যদেৱ কেৱল আগবাঢ়ি গৈ থাকিল।

*** *** ***

বাহিৰৰ পৰা অঞ্জুমৰ হাঁহিৰ খিল্‌খিলনিৰ শব্দ শাক্যৰ কাণত ভাহিছে। কেইটামান বছৰৰ ভিতৰতেই ছোৱালীজনী এপাহ গোলাপ ফুলৰ নিচিনাকৈ জিলিকি উঠিছে। মনচুৰ ৰহমানৰ অঞ্জুমআৰা এতিয়া শাক্যদেৱৰ অঞ্জুমালা। মাচাঙত বহি নাডুং গুটি খেলাত ব্যস্ত ছোৱালীজনী অলপ পাচত দৌৰিব কুকুৰাৰ পাচত। কিছুদিনৰ আগেয়ে শাক্যই এদিন পাহাৰী ভাটৌ চৰাই এটা আনি অঞ্জুমৰ হাতত তুলি দিলেহি। তাই হাতৰ তলুৱাত চৰাইটো আটোম-টোকাৰিকৈ ধৰি ঘৰৰ চৌদিশে দৌৰি ফুৰে। কেতিয়াবা মাচাঙত বহি চৰাইটোক ভাষা ক'বলৈ শিকায়—সৌৱা বাহ্‌বা— শাক্যলৈ আঙুলিয়াই তাই বিৰ্‌বিৰাই থাকে— মোৰ বাহ্‌বা, তোহৰো বাহ্‌বা। শাক্যৰ হাঁহি উঠে। সি অকল অঞ্জুমৰে দেউতাক নহয়, এতিয়া তাইৰ হাতত উমলি থকা অজান পক্ষীটোৰো পিতাক। অঞ্জুৱেতো ইতিমধ্যে ঘোষণা কৰি দিছেই। ওচৰৰ ল'ৰা-ছোৱালীয়ে আহি সিহঁতৰ মাচাঙত পক্ষীটো চাবলৈ জুম পাতেহি। 'কেতিয়া এইটো আনিলা' বুলি প্ৰশ্ন কৰিলে পাঁচ বছৰীয়া ছোৱালীজনীৰ বাবে সময় সদায় একেটাই হৈ থাকে— গেলে কেলিয়া— যোৱা কালি। যোৱা কালি মোৰ বাহ্‌বাই সোণৰ পাহাৰ বগাই এই ৰূপৰ চৰাইটো লৈ আহিছে। এয়া তাইৰ নিজা কাহিনী। তাইৰ বাবে তাইৰ শাক্য বাহ্‌বা এজন যাদুকৰ, অতি মানৱ! পৃথিবীৰ সকলো অসাধ্যই তেওঁ সাধন কৰিব পাৰে।

প্ৰথমতে এই ছোৱালীজনী আনোতে সকলোৱেই সুধিছিল— ক'ৰ পৰা আনিলা এইজনী শুৱনি ছোৱালী?

ঃ কৰ্ণফুলি নদীৰ পাৰত পৰি আছিল। কাৰ নাজানো। ছিটাগং চহৰৰ পৰা আহোতে কৰ্ণফুলিৰ পাৰৰ পৰা তাইক তুলি আনিলো।

সৰল মানুহবোৰে সাধুটোত একো ৰহস্যৰ গোন্ধ পোৱা নাছিল। মনচুৰ ৰহমানৰ ছোৱালী বুলি গম পালে হয়তো সেই গ্ৰামৰ এটা সময়ৰ সকলোখিনি পুৰুষৰ হত্যাকাৰী মনচুৰ ৰহমানৰ কন্যাৰ ওপৰত এতিয়াৰ নিচিনাকৈ মৰমৰ বন্যা নোবোৱালেহেঁতেন। শান্তি বাহিনীৰ সদব্যহঁতে হয়তো কেতিয়াবা ছোৱালীজনীৰ ক্ষতি কৰিবলৈও আগবাঢ়িলেহেঁতেন।

কৌখালি গ্ৰামৰ মছজিদটোৰ পৰা সন্ধিয়া আজানৰ শব্দ ভাহি আহিল। নতুনকৈ সাজি উলিওৱা মছজিদটো শাক্যৰ ঘৰৰ মাচাঙৰ পৰা ৰিণিকি ৰিণিকি চকুত পৰে। মছজিদটোৰ দিশত চাক্‌মা গ্ৰামবাসীবোৰে মূৰ তুলিও নাচায়। সিহঁতৰ গ্ৰামখনৰ নিজস্ব ৰূপটোক যেন মছজিদটোৱে প্ৰত্যাহ্বান জনাই টুকুৰা-টুকুৰ কৰি পেলাবলৈ ওলাইছে! কিন্তু শাক্যই অঞ্জুক আজানৰ শব্দ ভাহি অহাৰ লগে লগে মছজিদৰ দিশত মূৰ দোৱাবলৈ শিকাইছে— 'আমাৰ বুদ্ধ-ক্যাঙত যেনেকৈ ভগৱান আছে তেনেকৈ সেই নতুন ঘৰটোতো এজন ভগৱান থাকে।' ডাঙৰ হৈ যেতিয়া এদিন শাক্যৰ মুখৰ পৰা তাই তাইৰ জন্ম-ৰহস্য জানিব পাৰিব তেতিয়া তাইৰ বাবে তাই জন্মসূত্ৰে লাভ কৰা ধৰ্মলৈ উভতি যোৱাৰ বাট মুকলি ৰখাৰ বাবেই এই ব্যৱস্থা। সি সকলো কথাই খুলি ক'ব। কেনেকৈ তাইৰ

অসহায় অৱস্থা দেখি ইতিমধ্যে যুদ্ধত জয়ী হোৱা তাইৰ বাবাক মনচুৰ ৰহমানে দুই হাত প্ৰসাৰিত কৰি তাইক বুকুত সুমুৱাই ল'বলৈ দৌৰি আহিছিল, সেই কাহিনী সি কেতিয়াও তাইৰ পৰা লুকাই ৰাখিব নোৱাৰে।

ঃ কি হ'ল শাক্য দাহ্দা? একেবাৰে দেখোন ভাবত বিভোৰ।

মানবেন্দ্ৰ লাৰ্মা। লগত পাঁচ বছৰীয়া পুত্ৰ প্ৰহ্লাদ।

ঃ অঞ্জুমালাৰ লগত নাড়ুং-গুটি খেলিবলৈ আহিবৰ বাবে কুটকুটাই আছে।

ঃ অঞ্জু'—শাক্যই চিঞৰি মাতিলে। অঞ্জুৱে বাঁহৰ সজাটোত চৰাইটো সুমুৱাই দৌৰি সিহঁতৰ দিশলৈ আহিল।

ঃ বাহ্বা।

ইতিমধ্যে তাইৰ চকু প্ৰহ্লাদলৈ গৈছে। তাইৰ আগেদিয়েই পাৰ হৈ অহা মানবেন্দ্ৰ কাক্কা আৰু প্ৰহ্লাদ দাহ্দাক তাই লক্ষ্যই কৰা নাছিল। ভাটৌ চৰাইটোৰ লগত খেলি থাকোতে কেতিয়া যে তাইৰ মৰমৰ প্ৰহ্লাদ দাহ্দা তাইৰ বাহ্বাৰ ওচৰ পালেহি তাই গমকেই নাপালে। উত্তেজনাত তাইৰ চকু দুটা জিলিকি উঠিছে।

ঃ নাদুং-গুটি খেলগৈ যা।

ঃ নাঃ, আজি আমি কানি-দলা খেলিম।

শাক্যই বনাই দিয়া কাপোৰৰ বলটো লৈ তাই ইতিমধ্যে প্ৰহ্লাদক হাতত ধৰি আঁজুৰি টানি লৈ ছাংগুৰে তললৈ নামি গৈছে। অলপ পাচতে ওচৰ-পাঁজৰৰ আৰু কেইবাটাও উদণ্ডীয়া ল'ৰা-ছোৱালী আহি সিহঁতৰ লগত লগ লাগিব আৰু কানি-দলা খেলক লৈ হুলস্থুলীয়া পৰিবেশ এটাৰ সৃষ্টি হ'ব। এই ল'ৰা-ছোৱালীবোৰৰ সৰহভাগেই পিতৃহীন। মনচুৰ ৰহমানৰ সেনাৰ হাতত সাধনাটিলাৰ সেই কাবল্যচাৰিৰ সাৰনাথ বৌদ্ধ বিহাৰত মৃত্যু হোৱা কৌখালি গ্ৰামৰ গঞাৰ পুত্ৰ-পুত্ৰীহঁতে হত্যাকাৰীৰ জীয়েকৰ সৈতে খেলত মগ্ন হয়। অদৃষ্টৰ কি এক অদ্ভুত লীলা! সেইদিনা হঠাৎ অঞ্জুৱে শাক্যক প্ৰশ্ন কৰিছিল।

ঃ তুমি মোৰ বাহ্বা। কিন্তু মোৰ মাহ্মা নাই কেলেই?

ঃ তোমাৰ মাহ্মা সৰগলৈ গ'লগৈ।

ঃ এই সিদ্ধিনাথ, প্ৰদীপহঁতৰ বাহ্বা নাই। সিহঁতো সৰগলৈ গ'লগৈ নেকি বাহ্বা?

শাক্যই হয়সূচক ভংগীত মূৰ দুপিয়ায়। আজিকালি শাক্য হৈ পৰিছে অঞ্জুৰ বন্ধু-বান্ধৱীহঁতৰ উমৈহতীয়া বাহ্বা। অঞ্জুৰ দাবীত। আৰু প্ৰহ্লাদৰ মাক মানবেন্দ্ৰৰ পত্নী হৈ পৰিছে অঞ্জুৰ মাহ্মা। সেয়া হৈছে প্ৰহ্লাদৰ দাবীত।

ঃ তোমাৰ শান্তি বাহিনী কেনে চলিছে মানব?

লাহে লাহে আঁতৰি আহিবলৈ চেষ্টা চলাইছো।

ঃ কিয়?

ঃ প্ৰবীৰ চাক্মাৰ হেঁচাত শান্তি বাহিনী বৰ হিংস্ৰ হৈ পৰিছে। ইফালে শান্তি বাহিনীৰ চাবি-কাঠী আছে পাকিস্তানৰ আই এছ আইৰ হাতত। যি পাকিস্তানে কাপটাই প্ৰকল্পৰ গুৰি

ধৰি আমাৰ ধন-জন নিষ্ঠুৰভাৱে এনিশাৰ ভিতৰতে উৰুৱাই দিলে, সেই পাকিস্তানেই আজি আমাৰ সংগঠনটো নিয়ন্ত্ৰণ কৰিবলৈ ধৰিছে। মই প্ৰতিবাদ কৰিলেও প্ৰবীৰে মোৰ কথা শুনাত নাই। যি সময়ত ডেকা তেজ উতলি আছিল, তেতিয়া ময়ো তেনে এক ব্যৱস্থাৰ বিৰোধী নাছিলো। কিন্তু এতিয়া...।

মানবেন্দ্ৰই বাহিৰলৈ কাণ উনাই বাহিৰৰ পৰা ভাহি অহা শব্দৰ সমদলত ভাগ ল'বলৈ চেষ্টা কৰিছে। 'কানি দলা, মাৰা... মাৰা...' ল'ৰা-ছোৱালীবোৰে সমস্বৰে চিঞৰি উঠিছে। প্ৰহ্লাদ, অঞ্জুহঁতৰ দলটোৱে এটা দলত বৈ সিটো দলৰ কোনোবা এটাৰ গালৈ কাপোৰৰ বলটো দলিয়াই তাক বশীভূত কৰাৰ চেষ্টাত নামিছে। সি হয়তো বলটোৰ স্পৰ্শৰ পৰা আঁতৰি আহিবলৈ যৎপৰোনাস্তি চেষ্টা চলাই ভাগৰি পৰিছে। কেনেবাকৈ যদি বলটোৱে তাৰ দেহৰ কোনো এক অংশক স্পৰ্শ কৰিছে তেনেহ'লে সি অঞ্জু-প্ৰহ্লাদহঁতৰ দলত চামিল হৈ যাবলৈ বাধ্য।

ঃ প্ৰহ্লাদে মোক দুৰ্বল কৰি তুলিছে শাক্য দাহ্‌দা। এটা সময় আছিল যেতিয়া ন্যায়-অন্যায় বিচাৰ কৰাৰ অধিকাৰ নিজৰ হাতত তুলি ল'বলৈকে মই বন্দুক লোৱাতো মোৰ দায়িত্ব বুলি গণ্য কৰিছিলো। এতিয়া প্ৰশ্ন কৰিছো এই বিচাৰৰ অধিকাৰ কোনে মোৰ হাতত অৰ্পণ কৰিছে? মোৰ এয়া অনধিকাৰ প্ৰৱেশ নহয় জানো? আঁতৰি আহিছো। বন্দুকৰ শব্দতকৈ এতিয়া প্ৰহ্লাদৰ হাঁহি-কান্দোনৰ শব্দ মোৰ বাবে বহুতো বেছি প্ৰিয় হৈ উঠিছে।

শাক্য নিশ্চুপ হৈ আছে। ল'ৰা-ছোৱালীজাকৰ কিৰিলি, কোলাহলৰ মাজত অঞ্জুৰ মাতটো শুনাৰ বাবে কিয় জানো তাৰ মনটোও ব্যাকুল হৈ পৰিছে। মিশ্ৰিত শব্দৰ মিছিলৰ মাজৰ পৰা অঞ্জুৰ মাতক পৃথক কৰি উলিয়াই অনাটো কঠিন যদিও তাৰ সম্প্ৰসাৰিত ধ্যানে তেনে এক অসম্ভৱকেই দেখোন এতিয়া সম্ভৱ কৰি তুলিবলৈ ওলাইছে।

ঃ মই মাৰি দিওঁতে কানি বলে জুমনৰ গা চুইছে। এতিয়া প্ৰহ্লাদক মুকলি কৰি দিয়া। জুমন বন্দী। প্ৰহ্লাদ মুক্ত।

তাৰপাচত চিঞৰ-বাখৰ, হাতচাপৰি, কিছুমানৰ প্ৰতিবাদ, কিছুমানৰ সৰৱ সমৰ্থন। অঞ্জুৰ সমৰ্থনত ক'ব নোৱাৰাকৈয়ে শাক্যয়ো হঠাৎ চাপৰি বজাই উঠিছে।

ঃ কি হ'ল শাক্য দাহদা?

ঃ একো হোৱা নাই।

ঃ মাজে মাজে কি হয় জানা? প্ৰহ্লাদৰ চকুলৈ চালে বিষ্ণুৰ চকু দুটা মনৰ ভিতৰত ভাহি উঠে। পাচত উপলব্ধি কৰিছিলো কিমান অন্যায় আছিল সেই হত্যা! সেইবিলাক হত্যাৰ পাপৰ ভয়ে আজিকালি মোক খেদে, সপোনত, দিঠকত। প্ৰবীৰ চাক্‌মা বৰ্তমান ক'ত আছে জানানে?

শাক্যই নাজানে। খবৰ ৰাখিবলৈও সি কোনোদিন ব্যগ্ৰ হৈ থকা নাই।

ঃ পাকিস্তানত। আই এছ আইৰ মুৰব্বী মইন খানৰ আতিথ্য গ্ৰহণ কৰি সি বৰ্তমান

লাহোৰত। আহোতে কঢ়িয়াই আনিব বুলেটভৰ্তি চন্দুক আৰু বহুতো মানুহক হত্যা কৰাৰ ঠিকা। মোৰ লগত প্ৰথমতে মইন খানে সংযোগ স্থাপন কৰি সহযোগিতা কৰাৰ কথা কৈছিল। মই 'না' কৰি দিলো। মইন খানে বিচাৰে যে ভাৰতৰ পূৰ্বোত্তৰৰ বিদ্ৰোহী সংগঠনবোৰৰ বিচৰণভূমি হওক ছিটাগং পাৰ্বত্য এলেকা। মই যেতিয়া প্ৰশ্ন কৰিলো যে আমাৰ ইয়াত অন্যায়পূৰ্বকভাৱে ভূমি অধিগ্ৰহণ কৰি বহি যোৱা ভৈয়ামৰ অধিবাসীবোৰক আমাৰ ভূমিৰ পৰা উঠাই দিয়া কামত আমাক সহায়ৰ হাত তেওঁলোকে আগবঢ়াবনে, একেকোবেই তেওঁ সেই প্ৰশ্নক নস্যাৎ কৰি দিলে।

শাক্য নীৰৱ হৈ আছে।

ঃ মোৰ দিন চমু চাপি আহিছে বুলি মই জানো শাক্য দাহ্‌দা। মোৰ কিবা হ'লে তুমি প্ৰহ্লাদক চাব লাগিব।

মানবেন্দ্ৰ লাৰ্মাই শাক্যৰ সোঁহাতখন নিজৰ হাতেৰে খামুচি ধৰিছে।

# [২৯]

ছট্টগ্ৰাম পাৰ্বত্য এলেকাত বৰষুণ এনে এক বস্তু যি পুৱৰ পৰা সম্পূৰ্ণ নিশা আৰুৰি যিকোনো সময়তে নিজৰ খেয়াল-খুচিমতে আহি উপস্থিত হয়হি। পুৱা চকু মেলাৰ সময়ত বৰষুণৰ চপ্‌চপ্ শব্দই কাণত আঘাত নকৰিলে কিবা এটা উকা উকা ভাবে শাক্যৰ মনত দোলা দি যায়হি। আজি পুৱা মাচাঙত থিয় হৈ ৰাতি বৰষুণজাকে ধুই নিকা কৰা পৃথিৱীখনলৈ দৃষ্টি নিক্ষেপ কৰি শাক্যৰ মন অন্য দিনাৰ দৰে সেই একে শূন্যতাই গ্ৰাস কৰি পেলালে। গছ ভৰি ভৰি লগা বেঙেনা, বিলাহী, উৰহী, বিনৰ ফচলে তাক যেন আজি আহ্লাদিত কৰি তুলিব পৰা নাই। নিঃশব্দে সি পিজৰলৈ সোমাই যাওঁত গুডিতে নিৰ্ভয়তাৰে শুই থকা অঞ্জুজনীৰ নিঃসাৰ দেহাটোলৈ চাই এটা হুমুনিয়াহ চাৰিলে। টোপনিৰ পৰা উঠিয়েই তাই কিবা এটা খাবলৈ বিচাৰিব আৰু তাইৰ অকণমানি আঙুলিকেইটাৰে শাক্যৰ হাতত খামুচি ধৰি পিজৰলৈ যোৱাৰ বাবে আব্দাৰ তুলিব। যোৱাকালি তাইক যেতিয়া কোৱা হৈছিল যে তাইৰ বন্ধু প্ৰহ্লাদৰ ঘৰলৈ তাইক লৈ যোৱা হ'ব তাই আনন্দত উত্তেজিত হৈ উঠিছিল। কিন্তু চোতালত শুৱাই থোৱা প্ৰহ্লাদৰ দেউতাকৰ মৃতদেহটো দেখি তাই যেন কিবা এটা বুজি উঠিছিল। প্ৰহ্লাদ আৰু অঞ্জুৱে নাডুংগুটি বা ইটোৱে সিটোক বিচাৰি খেলা খেল পোন্না-পোন্নিৰ পৰা বিৰত থাকি মৃতদেহৰ ওচৰত গাত গা লগাই নীৰৱে বহি আছিল। মৰিশালিলৈ নিবলৈ চোতালত মানুহবোৰ বাঁহেৰে ৰাধাঘৰ সজোৱাত ব্যস্ত আছিল যদিও সেই ব্যস্ততাকো এক অৰ্থহীন শূন্যতাই গ্ৰাস কৰি তুলিছিল।

ৰুক্মিণী কান্দি কান্দি ভাগি পৰিছিল।— ৰাতি আহিছিল। বাহিৰলৈ উলিয়াই লৈ গৈছিল। তাৰ পিচত গুলীৰ শব্দ আৰু এটা চিএৰ.... মই গৈ পাওঁতে সকলো শেষ...।

মানুহবোৰে কোৱা-কুই কৰিছিল-- ঘৈণীয়েকৰ হাতত এপইচাও নাই। সেয়ে মৰাশটো পুতি পেলাব। যেতিয়া হাতলৈ ধন আহিব, জুম খেতিৰ পাচত, তেতিয়াহে খান্দি উলিয়াই পুৰিবলৈ দিব। নহ'লে বেচেৰীয়ে ক'ৰপৰানো গোটেই গ্ৰামখনক মেজব' খুৱাব?

দুই-একে কৈছিল— অত্যাচাৰৰ ফল। নিজেই কিমান মানুহ মাৰিলে? পাচত নিজেও মৰিল।

বেছিভাগৰে পাচে মানবেন্দ্ৰ লাৰ্মাৰ প্ৰতি অসীম মৰম আৰু শ্ৰদ্ধা— আমাৰ হৈ মাত মতা বা বন্দুক লোৱা মানুহ এটাই আছিল। মাৰিছিল যদি আমাৰ সমূহীয়া স্বাৰ্থৰ খাতিৰত মাৰিছিল। নিজৰ কাৰণেতো একোৱেই নকৰিলে' এতিয়া সংকাৰ কৰি মেজাব' এটা খুৱাবলৈ মানুহজনীৰ হাতত পইচা-কড়ি একোৱেই নাই।

ক্যাংথাগাই মালেমতাৱাৰ পৰা মন্ত্ৰ কিছুমান অনৰ্গলভাৱে আওৰাই গৈছিল। শাক্যদেৱে

গাঁৱৰ দুটামান ডেকাল'ৰাক একাষৰীয়াকৈ মাতি আনিলে— মানৱেন্দ্ৰ আমাৰ সকলোৰে। এনেকুৱা সময়ত তাক আমি যদি অকল তাৰ ঘৈণীয়েকৰ সম্পত্তি বা বোজা বুলি এৰি দিওঁ সেইটো বেয়া কথা হ'ব। আমি সকলোৱে মিলি তাৰ শৰ সৎকাৰ আৰু মেজব'ৰ খৰচ বহন কৰিলে কেনে হয়।

ল'ৰাকেইটাই উলাহেৰে মূৰ দুপিয়ালে। সিহঁতে যেনে-তেনে এক প্ৰস্তাৱৰ বাবেই অধীৰ আগ্ৰহেৰে অপেক্ষা কৰি আছিল। তাৰপাচৰ কামখিনি চকুৰ পচাৰতে ৰুক্মিণীৰ প্ৰায় অগোচৰেই হৈ গ'ল। ঘোচ্যৰ খেতি কৰি শাক্যৰ হাততো টাকা কেইটামান গোট খাইছে। মেজব'ৰ দিনাখন সেইকেইটা উলিয়াই দিয়াৰ বাবে সি মন থিৰ কৰি পেলালে। এইবাৰ তাৰ ঘৰৰ চাৰিওফালে যোচ্যৰ কি লহপহীয়া খেতি হৈছিল যে সেইখিনি কাটি ঘানিত ঘোচ্যৰ তেল উলিয়াওঁতে কৃষ্ণক'লা ক্ষুদ্ৰাকাৰ গুটিবোৰৰ পৰা সৰ্‌সৰ্‌কৈ বাগৰি অহা তেলৰ সুবাসে তাৰ দেহা-মন ভৰাই তুলিছিল। কিছু গোচ্য গুটি পিধ্যা বনোৱাৰ বাবে সি নিঝুৰ সময়লৈ সাঁচি ৰাখিবলৈও মন মেলিলে।

পিজৰত অঞ্জু আৰু তাৰকাৰণে ল'ৰালৰিকৈ সি খুন্দা চাউলেৰে পিধ্যা দুখনমান বনাই পেলালে। দুটা কণী সাউতকৰে সিজাই আগদিনা গৰম কৰা ছাগলীৰ গাখীৰখিনি পুনৰ গৰম কৰি সি অঞ্জুক বিছনাৰ পৰা উঠাবলৈ গ'ল। আৰু কিছুদিনৰ পাচতেই হয়তো মানৱেন্দ্ৰ মেজব' ভোজৰ পাচতেই অঞ্জু আৰু প্ৰহ্লাদক নতুনকৈ গঢ় লৈ উঠা স্কুলখনত নাম লগাই দিব লাগিব। তাত বাঙালী ভাষাত পঢ়া-শুনা শিকোৱা হয় যদিও তাকে লৈ শাক্যই মূৰ ঘমাবলৈ নাযায়। শিকক, পৃথিৱীৰ কথাবোৰ যিকোনো এটা ভাষাতে শিকক। দুয়োটাকে এদিন ঢাকালৈ পঠিওৱাৰ সপোনো সি দেখে।

ঃ আজি আমি হাবিৰ মাজলৈ ফুৰিবলৈ যাম দিয়া। বৰষুণ নাই। আমি মাছ ধৰিম। হাবিৰ কাষেদিয়েই ফেনী নৈখন বৈ গৈছে। নহ'লে হাবিৰ মাজৰ ডোবাটোত অঞ্জুৰ মুখত চিৰাচৰিত আনন্দৰ ৰেঙণি আজি ফুটি উঠা নাই। হয়তো প্ৰহ্লাদৰ পিতৃ বিয়োগৰ কথাত কিছু পৰিমাণে তাইৰ শিশু হৃদয়ে উপলব্ধি কৰিব পাৰিছে। নতুবা কেতিয়াবা এনেই ফৰকাল নলগাৰ এক অদ্ভুত ভাবেও তাইক আমনি কৰাটোত আচৰিত হ'বলগীয়া একো নাই। শিশু হ'লেও তাইৰ সুকীয়া অস্তিত্বক শাক্যই কেতিয়াও অৱমাননা কৰিবলৈ চেষ্টা কৰা নাই।

অকণো আমনি নকৰাকৈ চুপে-চাপে তাই পিধ্যা, গাখীৰ আৰু কণী খাই বাহ্‌বাৰ লগত পাচফালে বেঙেনা, বিলাহী ছিঙিবলৈ ওলাই গ'ল। এয়া বাপেক-জীয়েকৰ দৈনন্দিন কৰ্মতালিকা। তাই বাঁহৰ হেন্দলিখনত ওলমি থকা বগা চালৰ বৃহৎ কোমোৰাটোলৈ আঙুলিয়াই দেখুৱালে। এৰা, সেইটোকো ছিঙিবৰ সময় হ'লহি। হাতৰ দাখন সেইফালে সামান্য আগবঢ়াই সি থমকি ৰ'ল। মানৱেন্দ্ৰৰ মেজব'ৰ কাৰণে বহুতো পাচলিৰ দৰকাৰ হ'ব। এই বিয়াগোম কোমোৰাটো সি মেজব'তে ব্যৱহাৰ কৰাৰ সিদ্ধান্ত লৈ সেইখিনিৰ পৰা সামান্য আঁতৰি আহি গাটো তললৈ হাওলাই এটা-দুটাকৈ জলকীয়া ছিঙাত লাগি

পৰিল। ইতিমধ্যে অঞ্জুৱে ৰঙা, পকা জলকীয়া কেইটামান হাতত লৈ ভাটৌটোৰ ওচৰলৈ লৰ মাৰিলে। হাতৰ বাঁহৰ খৰাহিটোত মুখলৈকে বেঙেনা, বিলাহী, উৰহী, মূলা ভৰাই ভিতৰলৈ আহোতে মাচাঙত অঞ্জুৱে ভাটৌ চৰাইটোক এটা-দুটাকৈ পকা জলকীয়া খুৱাই থকা দৃশ্যটো উপভোগ কৰিবলৈকে মাচাঙলৈ উঠি অহা ছাংগোত কিছুসময় থিয় দি ৰ'ল। কিছু সময়ৰ পাচতে হাতত এটা মধ্যমীয়া আকৃতিৰ চে'ই লৈ সি অঞ্জুৰ লগত পূবফালৰ হাবিৰ মাজলৈ আগুৱাই গ'ল। টিলাৰ ওপৰৰ ডাঠ হাবিডৰা ঠেলি আগুৱাই গৈ এটুকুৰা চাপৰ লুংগাভূমি পালেগৈ। সেই লুংগাভূমিতেই এটা দ পানীৰ জলাশয়। হয়তো ফেনী নদীৰ লগতে সেই জলাশয় তলৰফালৰ পৰা সংলগ্ন। তাৰ চপ্‌চপীয়া, মুখলৈকে উপচি পৰা পানী দেখি শাক্যৰ মনত তেনে এক ভাবেই খেলা কৰিছে আৰু অঞ্জুক এচটা শিলৰ ওপৰত বহুৱাই নিজে অন্য এটুকুৰাৰ ওপৰত আথে-বেথে বহি মাছ মৰাৰ প্ৰস্তুতি সম্পূৰ্ণ কৰাৰ কামত লাগি পৰিছে।

চেঁইটো এটুকুৰা আধা পানী, আধা বোকা থকা অংশলৈ নি সি সেই চে'টোৰ মাজৰ ওফন্দি থকা দেহাটোৰ এটুকুৰা বোকাৰ মাজত গুঁজি দিলে। দুয়োটা মূৰেদি মাছ সোমাই মাজৰ ফোঁপোলা ভাগটোত বৈ যোৱাৰ পাচত সি অঞ্জুৰ সৈতে চে'ইটো জোকাৰি তাৰ পৰা ৰূপালী বাকলিৰে নাচি থকা মাছৰ সমদল এটা উলিয়াই অনাৰ সেই মুহূৰ্তৰ কথা ভাবি তাৰ অপেক্ষাত সময়খিনি কটোৱাৰ কথা ভাবোতেই অন্য এটা চিন্তাই বিজুলী খেলাদি তীব্ৰবেগত তাৰ মনৰ ভিতৰেৰে পাৰ হৈ গ'ল। সি ডোবাটোৰ কাষৰ হাবিডৰাৰ ভিতৰলৈ সোমাই গৈ সুগন্ধি বিনৰ টুকুৰাকেইটামান ছিঙি আনিলে আৰু কেইবাটাও ক্ষুদ্ৰাতিক্ষুদ্ৰ টুকুৰা চকুৰ পচাৰতে হাতেৰে বনাই চে'ইটোৰ দুয়োটা মূৰেৰে ভিতৰভাগলৈ সুমুৱাই দিলে। এই টুকুৰাবোৰৰ বাবে আকৰ্ষিত হৈ অলপ পাচতেই বহুতো ভিন্নবৰ্ণী মাছ চে'ইটোৰ ভিতৰলৈ সোমাই আহি তাতেই আবদ্ধ হৈ পৰিব।

এইবাৰ শাক্য গৈ অঞ্জুৰ ওচৰতেই শিল এচটাত বহি পৰিল। তাইৰ মুখত জিলিকি থকা ৰাতিপুৱাৰ মলিয়নতাবোৰ এতিয়া ক'ৰবাত যেন হেৰাই পৰিছে।

ঃ আজি দুপৰীয়া আমি চৌকাত অজগৰৰ শুকান মঙহ পুৰিম। আমি কিছুদিনৰ আগেয়ে যে হাবিত ধৰা অজগৰটো? মই আৰু মানবেন্দ্ৰ কাকাই ধৰিছিলো। তুমি আৰু মই মিলি বহুদিন ৰ'দত শুকুৱাই বাঁহৰ খাণ্ডত যে ভৰাই থৈছো। সিজোৱা মাছ আৰু অজগৰৰ মঙহ! কিমান সোৱাদ হ'ব! হয়নে অঞ্জু ঝি!

তাই মূৰ জোকাৰিছে। তাইৰ মুখত হাঁহিৰ স্পষ্ট আভা। অলপ পাচতেই তাই দৌৰিবলৈ আৰম্ভ কৰিব আৰু খিল্‌খিলাই হাঁহিব। এনেকুৱা কিছুমান মুহূৰ্তত শাক্যই তাইক বহুতো ন ন কথা শিকাবলৈ ধৰে। উঠি অহা বেলিটোৰ পৰাই যে আমি পোহৰ পাওঁ, গছে খাদ্য পায়, অনাদি-অনন্ত তৰাৰ জাকবোৰৰ শেষ এতিয়াও যে উলিয়াব পৰা নাই, চৰাইৰ দৰে উৰি যোৱা যানত উঠি তৰাবোৰৰ ওচৰলৈ যোৱাৰ কিমান চেষ্টা যে চলি আছে— এই সকলোবোৰ কাহিনী ৰূপকথাৰ কাহিনীৰ দৰে অঞ্জুৱে তধা লাগি শুনে। কোনবোৰ কথা,

অণু-পৰমাণুৰ কথাও সি বুজাবলৈ চেষ্টা কৰে। কেতিয়াবা বাঁহৰ কামিৰে বাঙালী ক বৰ্ণমালা আৰু চাক্‌মা অজ'পথ বৰ্ণমালাৰ ৰূপ সি মাটিত বনাই তাইক দেখুৱায়। আজি হয়তো মাছৰ সংখ্যা উলিয়াবলৈ দি তাইক সংখ্যা জ্ঞান দিবলৈ সি চেষ্টা চলাব।

পোহৰৰ ছিটিকনিবোৰ চাৰিওফালে বিস্তৃত হৈ পৰাৰ লগে লগে সি এটা এঙামুৰি দি থিয় হ'ল। অঞ্জুও থিয় হৈছে। বাপেক-জীয়েকৰ পোল্লা-পোল্লি খেলাৰ সময়। সি আগে আগে যাব আৰু কোনোবা গছৰ শকত গা-গছৰ আঁৰত নিজকে লুকুৱাই 'ভুউক-কুউ-কু...' বুলি অঞ্জুৰ কাণত পৰাকৈ চিঞৰিব। তাই তাক বিচাৰি উলিওৱাত কেতিয়াও ভুল নকৰে। এবাৰ উলিয়াব নোৱাৰাত ভয়ত বিতত হৈ তাই উচুপি উচুপি কান্দোতে সি পাচফালৰ পৰা গৈ হাতেৰে তাইৰ দুচকু ঢাকি পেলাইছিল— মই আছো নহয় পাগলী ছোৱালী। ইমান সৰু কথাতে কন্দা-কটা আৰম্ভ কৰিলে চুমুলুং দেৱতাই কি ভাবিব?

আজিও সিহঁত তেনে এক খেল খেলাৰ উদ্দেশ্যেৰেই খৰখেদাকৈ আগবাঢ়িছে। হঠাৎ *আগত কিছুমান শব্দ। সিহঁত দুয়োটা গছৰ আঁৰ লৈ শব্দৰ দিশত দৃষ্টি নিক্ষেপ কৰি দেখিলে যে এটা প্ৰকাণ্ড কৃষ্ণক'লা কুকুৰ। অঞ্জুৱে শাক্যৰ চোলাত খামোচ মাৰি ধৰিলে—* কুগুৰবুৰা— তাইৰ মাতটো ভয়তে সেহাই সেহাই ওলোৱা কাৰণে শাক্যই তাইৰ পিঠিত লাহেকৈ হাত বুলাই তাইক আশ্বস্ত কৰিবলৈ বিচাৰিছে। সিহঁতৰ সেইখিনি এলেকাত কুকুৰ এটা সচৰাচৰ দেখি থকা জন্তু নহয়। কুকুৰৰ ভুকভুকনি মানেই কোনোবা বাহিৰা মানুহৰ উপস্থিতিৰ ইংগিত! কুকুৰটোৰ কাষত সঁচাকৈয়ে এজন লোক— চুটি-চাপৰ, গাঠলু চেহেৰাৰ, নাক-মুখ পাহাৰী মানুহৰ নিচিনা। দেহৰ জলফাই ৰঙৰ কাপোৰে মানুহজনৰ উপস্থিতিক সজোৰে লুকাই ৰখাৰ এক দুৰ্বল প্ৰচেষ্টা চলাইছে। কিন্তু গাটো সামান্য বেঁকা কৰি মুখেৰে কিবাকিবি কৈ আগবঢ়া মানুহজনে সেই প্ৰচেষ্টাক একেবাৰে ধূলিসাৎ কৰি পেলোৱা বুলি শাক্যই ভাবিবলৈ লৈছে। সি অঞ্জুৰ বিব্ৰত মুখলৈ চাবলৈ চেষ্টা কৰি দেখিছে যে মুখত আগতে ৰাজত্ব কৰি থকা এসোপামান ভীতিৰ ঠাই অধিকাৰ কৰিছে এটা নতুন উজ্জ্বলতাই— সৌৱা প্ৰবীৰ কাক্কা। শাক্যই মূৰ দাঙি সেই দিশলৈ চাই পঠিয়ালে। হয়, প্ৰবীৰ চাক্‌মাই হ'ব। তাকো চাৰিওফালে আবৰি থকা গছ-বনে এনেদৰে ঢাকি পেলাইছে যে তাক বিচাৰি উলিওৱাৰ বাবেও অঞ্জুৰ তীক্ষ্ণ দৃষ্টিৰ প্ৰয়োজন হোৱাতো একো আশ্চৰ্যৰ কথা নহয়। দুয়োটা মানুহে বেছ আন্তৰিকতাৰে কথা পাতি পাতি গেজেপনিখনৰ পৰা মুকলিৰ দিশলৈ ওলাই গৈ পৰিত্যক্ত অৱস্থাত পৰি থকা মন'ঘৰৰ দিশত আগবাঢ়িছে।

যোৱা বছৰ এইখিনি মুকলিত সিহঁতে মিলি জুমখেতি কৰিছিল। ধান, মাহ, সৰিয়হ, তিলৰ খেতিৰ ৰখীয়া হৈ বহুতো জুমিয়া বনৰীয়া হাতী, ম'হ খেদিবলৈ এই মন'ঘৰত আছিলহি। বেছ আহল-বহলকৈ, কেইবাটাও খোটালিসহ মন'ঘৰটো সাজি উলিওৱাৰ পাচত এদিন জাউলটংগিৰ পৰা ডেকাহঁতে আহি মন'ঘৰত ভোজ পাতিছিলহি। মনচুৰ ৰহমানৰ হাতত প্ৰাণ হেৰুওৱা গাঁওখনৰ প্ৰায় সকলো পুৰুষ সদস্যৰ অদৃশ্য হোৱাৰ এক

করুণ কাহিনীৰ পাচত বহুদিনৰ মূৰত গাঁওখনত পোন প্ৰথমবাৰৰ বাবে পতা হৈছিল মন'ঘৰৰ সেই ডাঙৰ ভোজ। ভোজ পতা ডেকাল'ৰাহঁত সেই ঘটনাৰ সময়ত হয়তো চেমনীয়াৰ শাৰীত পৰিছিল আৰু গছ-বনৰ আঁৰত লুকাই নিজৰ জীৱন ৰক্ষা কৰিবলৈ সমৰ্থ হৈছিল। ওচৰৰ দুই-এখন গাঁৱৰ ডেকাহঁতো আহি তাতেই নিগাজীকৈ থাকিবলৈ লৈছিল। প্ৰথমতে একেবাৰে শূন্যতাৰে ভৰি পৰা গাঁওখন লাহে লাহে, কাকো একো গম নিদিয়াকৈ মানুহেৰে ভৰি পৰিছিল। তাৰ ভিতৰত অৱশ্যে ভৈয়ামৰ পমুৱা, বাঙালী মানুহবোৰো আছিল। সিহঁতৰ সংখ্যা দ্ৰুতগতিত বাঢ়ি আহিছিল। প্ৰথমতে চাক্‌মা গাঁৱৰ দাঁতি কাষৰীয়া এলেকাত সিহঁত পিয়াপি দি আছিল যদিও আজিকালি বৌদ্ধ-কাঙৰ ওচৰতো সিহঁতৰ সঘন ঘূৰা-পকা চকুত পৰিছিল। আজিকালি মাচাঙৰ পৰা চকু দিলেই তলত সিহঁতৰ আহ-যাহ দেখা পোৱা কথাটো এটা সহজ ঘটনা বুলিয়েই শাক্যই ভাবিবলৈ লৈছে।

*হঠাতে অঞ্জুৰ এটা বিকট চিঞৰ। তাইৰ ভৰিৰ কাষেদি পাৰ হৈ যোৱা ক'লা-হালধীয়া সাপডালৰ ভয়ত অজানিতে মুখৰ পৰা ওলোৱা এই শব্দত জলফাই ৰঙৰ কাপোৰ পিন্ধা* গাঠলু মানুহটো আৰু প্ৰবীৰ চাক্‌মাই দেহা ঘূৰাই সিহঁতৰ দিশলৈ চাই পঠিয়াইছে। এতিয়া নিজকে সুবিধাজনকভাৱে লুকুৱাই পেলোৱাৰ কোনো উপায় বিচাৰি নেপাই অঞ্জু আৰু নিজকে গছৰ আবুৰৰ পৰা উলিয়াই অনাৰ তাৎক্ষণিক সিদ্ধান্ত গ্ৰহণ কৰি শাক্যদেৱে অঞ্জুক কোচত তুলি খুউব নিৰুদ্বেগভাৱে প্ৰবীৰহঁতৰ দিশত অগ্ৰসৰ হ'ল। এতিয়াহে তাৰ চকুত পৰিছে যে প্ৰবীৰ আৰু ইটো মানুহৰ লগত অন্য এটা পৰিচিত মানুহ। আব্দুল কাদেৰ। সিহঁতৰ কৌখালি গ্ৰামৰ পমুৱা মানুহখিনিৰ নেতাসদৃশ এই আহল-বহল মানুহটোৱে প্ৰবীৰ আৰু ইটো মানুহৰ লগত লোক-চক্ষুৰ অন্তৰালত এনেদৰে কিয় ইয়াত লগ লাগিছে সেয়া শাক্যৰ বোধগম্য হোৱা নাই।

— শাক্য দাহ্‌দা।— প্ৰবীৰৰ মাতত জড়তা নাই। সিহঁত দুটাক দেখি সি অস্বস্তিৰ কোনো কাৰণো চাগে বিচাৰি পোৱা নাই।

— এইজনী ছোৱালী! অ' তোমাৰ পালক ঝী। ভৈয়ামৰ চেহেৰা। কৰ্ণফুলিৰ পাৰৰ পৰা বোলে তুলি আনিছিলা নহয়নে?

প্ৰবীৰে সকলোবোৰ খবৰেই ৰাখে।

— এয়া আমাৰ শাক্যদেৱ দাহ্‌দা। শাক্যদেৱ দেৱান বুলি ক'লে চাক্‌মা পাৰ্বত্য এলেকাত চিনি নোপোৱা মানুহ নাই।

— তোমাক পুলিচে বিচাৰি আছে প্ৰবীৰ।

প্ৰবীৰৰ চকুত বিজুলীৰ খেলা।

— মই জানো। মই তাক মাৰিছো আৰু এৰশ্বাদে এই কথা নজনা হয়। হঠাৎ বন্দুক বাদ দি সি শান্তি বাহিনীক ভাঙি পেলোৱাৰ কথা ক'বলৈ এনেদৰে আৰম্ভ কৰিলে যে আমাৰ হাতত কোনো উপায় নেথাকিল। কিন্তু বাংলাদেশ চৰকাৰে মোক গ্ৰেপ্তাৰ নকৰে।

কিয় নকৰে সেই কথা সুধি মোক আমনি নিদিবা। তুমি জনাবুজা মানুহ। সকলো কথাই বুজি পোৱা। কিন্তু যিমানখিনি বুজিছা, তাতকৈ আৰু অধিক গভীৰলৈ যাবলৈ চেষ্টা নকৰিবা।....

প্ৰবীৰৰ মাতৰ এটা কদৰ্য ৰূপ আছে। মাজে মাজে সেই চাৱনিৰ কুৎসিত চেহেৰা বৰ স্পষ্টকৈ জিলিকি উঠে। তাৰ ৰাঙলী চকু, ৰাঙলী গাল-মুখ, দেহা ফাটি ওলাই আহিব খোজা মঙহৰ টুকুৰাবোৰ— সকলোখিনিয়েই আজি শাক্যৰ আগত বৰ বিসদৃশ ৰূপত ধৰা দিছেহি।

— এয়া বিজয় ৰাংখাল। ত্ৰিপুৰাৰ। ত্ৰিপুৰা নেচনেল ভলণ্টিয়াৰ্ছ নামৰ এটা সংগঠনৰ নেতা। স্বাধীন ত্ৰিপুৰা ৰাজ্যৰ দাবী লৈ ভাৰতৰ লগত যুদ্ধত নমাৰ পৰিকল্পনা। পাকিস্তানে সহায় কৰিছে। আমাৰ প্ৰেচিডেণ্ট এৰশ্বাদেও সহায় কৰিম বুলিছে। সদ্যহতে ইয়াৰ পৰাই গেৰিলা যুদ্ধ এখন চলোৱা হ'ব। বুইছা শাক্য দাহ্দা, তোমাৰ শত্ৰুৰ শত্ৰু তোমাৰ মিত্ৰ। সেইটো যুক্তিত পাকিস্তান বিজয় ৰাংখালৰ মিত্ৰ।

বিজয় ৰাংখালে আমোদ পোৱাৰ দৃষ্টিৰে শাক্যলৈ চাই পঠিয়াইছে।

— আপুনি স্নেহ চাক্‌মাক জানে?

বিজয় ৰাংখালে যেন তাৰ কৌতুক ভৰা চাৱনিক যেন সম্বৰণ কৰিব পৰা নাই।

— ওঁ। মৃত্যু শয্যাত। তথাপিও পাকিস্তানৰ লগ হৈ অস্ত্ৰ ধৰিবলৈ সন্মত নহয়। সকলোকে গান্ধীৰ ভূতে পালে।

— অহিংসা বুদ্ধদেৱৰ অস্ত্ৰ আছিল। অংগুলিমালক ক্ষান্ত কৰা সেইবিধ অস্ত্ৰ হাতত ল'বলৈ দেহ-মনত প্ৰচুৰ শক্তিৰ প্ৰয়োজন। গান্ধীজীৰ সেই শক্তি আছিল। স্নেহ চাক্‌মাৰো সেই শক্তি আছে। তেওঁলোকক আমি উপহাস কৰিব নোৱাৰো।

— চাওক, আমি আমাৰ ঠাইতে সংখ্যালঘিষ্ঠ হৈ পৰিলো। জাকে জাকে পূব-পাকিস্তানৰ বাঙালীবোৰ আহি আমাৰ ঠাই ছানি পেলালেহি আৰু আমি নীৰৱ হৈ সেই ঘটনা চাই থাকিলো। এতিয়া আমি অস্ত্ৰ লৈছো আৰু ঔপনিবেশিক ভাৰতৰ বিৰুদ্ধে যুদ্ধ দিবলৈ ওলাইছো। আমাৰ এই যুদ্ধত পাকিস্তানে সহায় কৰিছে, বাংলাদেশে সহায় কৰিছে। আমি অহিংসাৰ কথা এতিয়া ভাবিব নোৱাৰো।

অঞ্জুক বোকোচাত তুলি শাক্য যেতিয়া ঘৰ সোমালহি, তেতিয়াহে ইমান সময় নীৰৱ হৈ থকা ছোৱালীজনী খক্‌মককৈ তন্দ্ৰালস অৱস্থাৰ পৰা উঠি বাপেকৰ গালে-মুখে হাত ফুৰাই কৈ উঠিল— আমাৰ বাহ্‌বাই চে'ইটো আনিবলৈ পাহৰিলে।

এইবাৰ শাক্যৰ আচৰিত হোৱাৰ পাল— ব'লা, লৈ আহোগৈ। তাত চাগে এতিয়া মাছে খল্‌খলাই আছে।

— নেলাগে। বৰ জোৰেৰে অকণমানি ছোৱালীজনীয়ে চিঞৰি উঠিল।

— কিয় অঞ্জু?

— চিকাৰী, চিকাৰীবোৰ আছে। মন'ঘৰত ইমানবোৰ বন্দুক জমা হৈ আছে। হাবিৰ

গছবোৰ বহুত কাটি পেলালে।

শাক্যই কথাবোৰ মনত পেলাবলৈ চেষ্টা কৰিছে। সিহঁত য'ত থিয় হৈ কথা পাতিছিল তাৰ কিচু আগত, মন'ঘৰৰ ওচৰত, এখন সুবিশাল মুকলিভূমি। প্ৰকাণ্ড প্ৰকাণ্ড গছবোৰ একো একোটা আহত সৈনিকৰ দৰে গাত বিভিন্ন আঁক-বাঁক লৈ বাগৰি পৰি আছিল। কথাবোৰ চকুত পৰিছিল, কিন্তু ভাববোৰে আহি এখন সুসংহত তথ্যচিত্ৰ তৈয়াৰ কৰিব পৰা নাছিল। পৰিত্যক্ত মন'ঘৰৰ খোলা দুৱাৰেদি আব্দুল কাদেৰ বোলা মানুহটো সোমাই যাওঁতে তাত মুখলৈকে বিস্তৃত হৈ থকা বন্দুকৰ গাত উজুতি খাই দুখোজ পিছুৱাই অহা বিশাল মানুহটোৰ পাচফালৰ অৱয়বটোও শাক্যৰ মনৰ ভিতৰত অগাদেৱা কৰা আৰম্ভ কৰিছে।

— চে'ইত যে মাছবোৰ বৈ গ'ল!

— আমি আজি মাছ নেখাওঁ। কাইলৈ মাছ ধৰিবলৈ যাম। য'ত বন্দুক থকা চিকাৰীবোৰ নাই, তালৈ যাম। এইবাৰ জালেৰে মাছ ধৰিম....।

ক'ৰবাত শাক্য চে'ইৰ দিশত যায়গৈ বুলি অঞ্জুৱে তাৰ কামিজত তাইৰ সৰু সৰু হাতেৰে খামুচি ধৰি তাক আঁতৰি যোৱাৰ পৰা বিৰত কৰিবলৈ চেষ্টা চলাইছে।

একে সময়তে কিছুমান কাঠৰ কুণ্ডা কঢ়িওৱা এখন সৰু ট্ৰাকৰ চালকৰ আসনৰ পৰা আব্দুল কাদেৰে বাপেক-জীয়েকৰ মাজৰ এই টনা-আঁজোৰাখনলৈ নিৰুদ্বেগ চিত্তেৰে চাই পঠিয়াইছে।

# [ ৩০ ]

প্ৰহ্লাদ আৰু অঞ্জু শাক্যৰ দুইকাষে দুখন টুকী টানি বহি পৰিছে। ৰাজাশ্বাহী বিশ্ববিদ্যালয়ৰ দুই ছাত্ৰৰ মুখত প্ৰতিভাৰ জ্যোতি আৰু চিন্তাৰ আভা। কৌখালিৰ পুৰণা বৌদ্ধ ক্যাংটোৰ ধ্বংসস্তূপৰ পৰা এতিয়াও ধোঁৱাৰ কিছুমান সমদল কুণ্ডলী পকাই ওপৰলৈ উঠি আছে। ধোঁৱাৰ ঊৰ্ধ্বমুখী সৰীসৃপ গতিৰ দিশত লক্ষ্য কৰি সিহঁত গোটেইকেইটাই মুখত নিস্পৃহতাৰ প্ৰলেপ সানিবলৈ চেষ্টা কৰিলেও ইমান দিনৰ পুৰণা এক স্মৃতিসৌধ এনেদৰে আকাশ-বতাহৰ লগত মিলাই পেলোৱাৰ এনেধৰণৰ নিষ্ঠুৰ প্ৰচেষ্টাক আওকাণ কৰিও চলিব নোৱাৰাৰ চিনো সিহঁতৰ ভাব-ভংগীত সুস্পষ্ট ৰূপত ধৰা দিছেহি।

ঃ বৌদ্ধ ক্যাং জ্বলোৱা মানুহবোৰ আল-ৰাবিটা গোটৰ। সিহঁত আচলতে ইয়াৰ মানুহ নহয়। ছৌডি আৰবৰ। বহুতো পেট্ৰ'ডলাৰ লৈ ঠায়ে ঠায়ে গণ্ডগোল কৰাৰ সুবিধা বিচাৰি সিহঁত পিয়া-পি দি ফুৰে।

প্ৰহ্লাদ লাৰ্মাৰ জ্ঞান অন্য যিকোনো চাক্‌মা যুৱকতকৈ বহুতো বেছি। এনে বুদ্ধিমত্তা সি হয়তো পাৰিবাৰিক সূত্ৰে দেউতাক মানবেন্দ্ৰৰ পৰাই পাইছে। সি পাচে গোটেইখিনিৰ উৎস তাক তোলনীয়া পো হিচাপে ডাঙৰ-দীঘল কৰা শাক্যদেৱ বুলি ক'বলৈ বিচাৰে। হাবিৰ মাজে মাজে লৈ ফুৰাওঁতে জীৱন-দীক্ষাৰ ইমানবোৰ দিশ শাক্যদেৱে সিহঁতৰ আগত উন্মোচিত কৰিছিল যে সিহঁত দুটাই জীৱনক এক পৃথক দৃষ্টিৰে শিকিলে বুলি প্ৰহ্লাদ আৰু অঞ্জুৱে প্ৰায়েই নিজৰ ভিতৰত কোৱা-কুই কৰে।

আল-ৰাবিটাহঁতৰ লগত জামাত-ই-ইছলামিক কিছুমানো লগ লাগিছে। আচলতে সিহঁতক উচটাই আছে আমেৰিকাই। এনেকুৱা কিছুমান খেলিমেলি ভাৰত-বাংলাদেশ সীমান্তত চলি থাকিলে চি আই এ, আই এছ আই এই সকলোৰে সুবিধাই সুবিধা। উচটাই জোল খোৱাহঁতৰ আমাৰ সুখ-দুখৰ প্ৰতিনো কি চিন্তা?

ৰাজাশ্বাহী বিশ্ববিদ্যালয়লৈ আইন পঢ়িবলৈ যোৱাৰ পাচৰ পৰাই অঞ্জুৱেও বহুতো নতুন কথা শিকি পেলাইছে।

ঃ আমি ঢাকা, ৰাজাশ্বাহী আদিত হিল ষ্টুডেণ্টছ কাউন্সিল গঠন কৰোতে এইবিলাক কথা সকলোকে খৰচি মাৰি বুজাই দিছিলো। প্ৰথমতে আমাৰ পাৰ্বত্য এলেকাৰ পৰা যোৱা ছাত্ৰ-ছাত্ৰীসকলে আমাক সম্পূৰ্ণ বিশ্বাসত লোৱা নাছিল। কিন্তু পাচত সকলোৱে বুজি উঠিছিল যে আমি সংঘবদ্ধ হোৱাটো বৰ দৰকাৰ।

অঞ্জুৰ কথা কওঁতে ভাষণ দিয়াৰ নিচিনা অভ্যাস এটাই গা কৰি উঠিছে। সিহঁতৰ এই উত্তেজনাময় কথাবোৰ শুনিলে ইমান চিন্তা-কষ্টৰ মাজতো কিবা এটা মজা লগাৰ নিচিনা অনুভূতিয়ে শাক্যৰ দেহা-মনত ক্ৰিয়া কৰিবলৈ আৰম্ভ কৰে। যি সময়ত প্ৰেমত আৰু

সপোনৰ পৃথিৱীখনত সিহঁত বিচৰণ কৰি থাকিব লাগিছিল সেইখিনি সময়ত সিহঁতে ভাবিছে ইতিহাস, সমাজ আৰু ৰাজনীতিৰ কথা। যি সময়ৰ মাজেদি পৰিক্ৰমা কৰি সিহঁত এইখিনি পাইছেহি, সেই সময় আৰু সেই পৰিক্ৰমা অতি সুদীৰ্ঘ আৰু ভয়ানক ধৰণেৰে জটিল। যিবাৰ প্ৰহ্লাদ আৰু অঞ্জুৱে হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ বাবে প্ৰস্তুতিত ব্যস্ত আছিল সেইখিনি সময়তে কোনোবা এটা নিশা শান্তি বাহিনীয়ে ভৈয়ামৰ পৰা পমুৱাখিনিৰ ওপৰত গুলী চলাই দুটা মাতবৃৰক ধৰাশায়ী কৰিছিল। পাচদিনা পুৱাৰ পৰাই সিহঁতৰ গাঁওখনৰ ওপৰত আৰম্ভ হৈছিল বৰ্বৰ অত্যাচাৰ। সমগ্ৰ গাঁওবাসীকে সামৰিক বাহিনীৰ লোকে নিজৰ ঘৰৰ পৰা উলিয়াই লৈ গৈ বহু মাইল খোজকঢ়াই পোৰাইছিলগৈ এখন সেমেকা, অনূৰ্বৰ, শেলুৱৈৰে আবৃত ঠাই য'ত সিহঁতক কেইমাহো সামৰিক বাহিনীৰ চোকা পহৰাৰ সম্মুখত থাকিবলৈ বাধ্য কৰোৱা হৈছিল। অৰ্ধাহাৰে-অনাহাৰে, অৰ্ধ-উলংগ অৱস্থাত মুকলিলৈ থকা মানুহখিনিৰ ওপৰত চলোৱা হৈছিল বেত্ৰাঘাত, ইলেকট্ৰিক শ্বক, দুই-একক বন্দুকৰ কুন্দাৰ ঠেলা। তেনে এটা দিনতে অঞ্জুৱে এদিন কাহিলি পুৱাতে উঠি পাচফালৰ জুৰিত মুখ ধুবৰ বাবে ঢাপলি মেলোতে হঠাৎ তাই বাট হেৰুৱাই পেলালে। আগতে শাক্য বাহ্‌বাৰ লগত কেতিয়াবা তাই সেই জুৰিলৈ আহিছিল। দূৰৈৰ পৰা শেন চকুৰে কোনোবা পহৰাদাৰে সিহঁতৰ ওপৰত চকু ৰাখিছিল। আজি সকলো টোপনিত লালকাল আৰু তাই পৰুৱাই পোৱা মানুহৰ দৰে গভীৰ বননিৰ মাজত বাটকুৰি বাইছে।

কাৰোবাৰ ভৰিৰ শব্দত তাই পাচলৈ ঘূৰি চালে। এটা পহৰাদাৰ সৈনিক। মামৰে খোৱা ছালৰ মাজত সেউজীয়া চকুকেইটা সেই কাহিলিপুৱা অওঠা জিলিকাদি জিলিকিছে। ইমান পিছল মাটিত দৌৰি গৈ এনে এক বন অসুৰৰ হাতৰ পৰা উদ্ধাৰ পোৱাৰ কোনো আশাই এতিয়া তাইৰ বাবে নাই। এজোপা গছত হাত থৈ অন্যখন হাতেৰে আগবাঢ়ি অহা অসুৰটোক প্ৰতিহত কৰাৰ দুৰ্বল প্ৰচেষ্টা এটাত নমাৰ সিদ্ধান্ত তাইৰ প্ৰায় অৰ্ধচেতন হৈ থকা মনটোৱে লৈয়েই পেলালে।

ঃ তই দেখিবলৈ একেবাৰে আমাৰ ছোৱালীৰ নিচিনা। তই জহৰা নেকি?

তাই নীৰৱ হৈ আছে। তাইৰ জন্ম ৰহস্যৰ কথা গুণা-গঁথা কৰাৰ সময় এতিয়া নাই। শাক্যদেৱ দেৱান তাইৰ বাহ্‌বা। তেওঁ দুহাতেৰে আবৰি তাইক মৰমৰ উমেৰে জীপাল কৰি তুলিছে। কিন্তু এই অওঠাৰ নিচিনা জ্বলা চকুৰে তাইৰ দিশলৈ সন্তৰ্পণে আগুৱাই অহা সৈনিকটোৰ চকু দুটালৈ চাই একুৰা জুইলৈ তাইৰ হঠাৎ মনত পৰি গৈছে। দপ্‌দপ্‌কৈ জ্বলা একুৰা জুই যাৰ তলত জ্বলি দগ্ধ হৈ পৰিছিল বোৰ্খা পৰিহিত এজনী তৰুণী, তাইৰ মাক। বিজয় গৰ্বেৰে এখন টেংকত উঠি আগুৱাই অহা তাইৰ আব্বা, মনচুৰ ৰহমান, যাৰ প্ৰসাৰিত হাতৰ মাজত তাইৰ উমৰ পৰিবৰ্তে জিলিকিছিল এৰশ্বাদৰ বন্দুকৰ পৰা নিৰ্গত গুলীৰ লম্বাকাৰ ৰূপ।

মানুহটোৰ গৰম শ্বাস-প্ৰশ্বাস তাইৰ মুখৰ ওপৰতেই পৰিছিলহি। তাৰ লগতে পুৱাৰ

চাফ নকৰা মুখৰ পৰা ওলোৱা অসহনীয় দুৰ্গন্ধ। সি তাইৰ বাহু আৰু চুলিত খামুচি ধৰিছে। তাই চেষ্টা চলালে তাইৰ দুৰ্বল হাতেৰে তাক ওফৰাই পঠিওৱাৰ। কিন্তু কি যে এক নিষ্ফল প্ৰচেষ্টা। তাই দুই চকু মুদি দিছে। বুদ্ধদেৱৰ সমাহিত এক ৰূপ, কাষত দীপ্তিময় চুমুলুং দেৱতা। হঠাৎ তাই অনুভৱ কৰিছে যে মানুহটোৰ হাতৰ খামোচ শিথিল হৈ পৰিছে আৰু তাৰ দুৰ্গন্ধময় মুখখন তাইৰ মুখৰ ওচৰত নাই। তাই চকু মেলি চৌদিশে চাবলৈ চেষ্টা কৰোতে দেখিছে সন্মুখত তাইৰ মৰমৰ বাহ্‌বা, শাক্য বাহ্‌বা যাৰ বুকুত তাই পুনৰবাৰ সোমাই পৰিছে। তাইৰ গালে-পিঠিয়ে হাত ফুৰাই তেওঁ তাইক কৈ উঠিছে— সময় কম সোণজনী। ইয়াৰ গতি এটা সোনকালে নলগালে সিহঁতবোৰ এইখিনি আহি ওলাবহি।

তাই আচৰিত হৈ পিঠিত টাগালৰ খোঁচ লৈ পৰি থকা সৈনিকটোৰ মুখখন চাবলৈ চেষ্টা কৰিছে। একাষৰীয়াকৈ পৰি থকা দেহত মুখৰ এক অংশ প্ৰকাশ্য হ'লেও এফালৰ মেল খাই থকা চকুত আশ্চৰ্যজনকভাৱে জ্বলি থকা অঙঠাৰ কোনো চিনেই নাই। ক'ত, কেনেকৈ তাইৰ বাহ্‌বা আহি এনে এটা অসুৰৰ হাতৰ পৰা তাইক উদ্ধাৰ কৰিলে সেয়া সোধাৰ কোনো প্ৰয়োজনবোধ তাই এই মুহূৰ্তত অনুভৱ কৰা নাই। বাহ্‌বা আহি তাইক উদ্ধাৰ কৰাটো যেন এটা অতি স্বাভাৱিক ঘটনা যিটো তাইৰ জন্মৰ কিছুদিন পাচতেই আৰম্ভ হৈ এতিয়ালৈকে তাৰ নিজস্ব লয়ত চলি আছে। আৰু চলি থাকিব, অব্যাহতভাৱে।

সন্ত্ৰস্তভাৱে দুয়োটাই জেকা মাটিখিনি গছৰ ঠানি এটাৰে খন্দা কামত লাগি গ'ল। তাইৰ বাহ্‌বাৰ শান্ত দেহাটোত অযুত শক্তি। তেওঁ চতুৰ্ভুজ আকৃতিৰ গাঁতটো যথেষ্ট দ'লৈকে খান্দি উলিয়াই তাত মানুহটোৰ অলৰ-অচৰ দেহাটো সুমুৱাই দিলে। মানুহটোৰ দেহাটো তালৈ নিওঁতে তাই ভৰিৰ ফালে আৰু বাহ্‌বাই মূৰৰ ফালে ধৰি দাঙি গাঁতটোত ধীৰে ধীৰে তললৈ নমাই দিওঁতে সিহঁতৰ মাজত টু শব্দ এটাৰো বিনিময় হোৱা নাই। তাই বুজি উঠিছে যে চোঁচৰাই মৃতদেহটো নিবলৈ ওলালে জেকা মাটিত কিবা এটা টানি নিয়াৰ স্পষ্ট চিন ৰৈ যাব আৰু ইয়েই সিহঁতৰ জীৱনলৈ বিপদৰ ধুমুহা কঢ়িয়াই আনিব। গাঁতটো মাটিৰে ভৰাই পেলোৱাৰ পাচত গাঁতৰ ওপৰত এসোপামান পাত, গছৰ ঠানি, জাবৰ-জোঁথৰৰ এটা লেতেৰা দ'ম অবিন্যস্তভাৱে পেলাই তাইৰ হাতত ধৰি শাক্যই ছাউনীমুখী যাত্ৰা আৰম্ভ কৰিলে। সেই সেমেকা পুৱা কোনোবা এটা চুকেদি আহি দুয়োটা নিজৰ ঠাই ওলাওঁতে সেয়া কাৰো দৃষ্টিগোচৰ হোৱা নাই।

আবেলিৰ পৰা হেৰোৱা সৈনিকটোৰ সন্ধানত বিচাৰ-খোচাৰ আৰম্ভ হ'ল। লম্পট মানুহটো বনলৈ যাওঁতে কোনোবা বাঘ-ঘোঙৰ চিকাৰৰ বলি হ'ল বুলি তাৰ লগৰবোৰ পুৰামাত্ৰাই আশ্বস্ত হৈছিল যদিও তাৰে অজুহাত লৈ সেই ঘেৰি থকা শিবিৰটোৰ গৃহবন্দী চাক্‌মা ডেকা ল'ৰাবোৰৰ ওপৰত অত্যাচাৰ চলোৱাৰ সুযোগটো সিহঁতে হাতৰ পৰা এৰি যাবলৈ নিদিলে। বাকীবোৰৰ লগতে প্ৰহ্লাদকো ছিটাগং চহৰলৈ নি জে'লত থৈ অমানুষিক অত্যাচাৰ চলালে। দেহত বেয়'নেটৰ খোঁচ, বৈদ্যুতিক শ্বক, চৰ-ঘোচা, চিগাৰেটৰ জ্বলা

মূৰেৰে পুৰি দিয়া দেহাৰ ছাল লৈ সি এদিন সম্পূৰ্ণ ভগ্ন স্বাস্থ্যৰে কিন্তু এটা অদম্য মন লৈ ঘৰ ওলালহি। সেইখিনি সময়লৈ সিহঁত সকলোকে অস্থায়ী শিবিৰৰ পৰা সিহঁতৰ নিজ গ্ৰাম কৌখালিলৈ ঘূৰাই পঠিওৱা হৈছিল। চাৰিওফালে ভগ্নাৱশেষৰ বোজা লৈ থিয় হৈ থকা সিহঁতৰ নিজৰ গ্ৰামখন পুনৰ্নিৰ্মাণ কৰি লওঁতে অলপ সময়ৰ প্ৰয়োজন হ'লেও সিহঁতে সকলোৱে মিলি গ্ৰামখন নতুন উৎসাহেৰে বনাই উলিয়াইছিল। এইদৰে ভঙা-গঢ়াৰ লগত অভ্যস্ত হৈ পৰা সিহঁতৰ জীৱন-শৈলীত এটা সৰু পৃষ্ঠাৰ সংযোজনৰ বাহিৰে বৰ বিশেষ কিবা এটা পৰিবৰ্তন আহিছিল বুলি ভবাৰো তেতিয়া অৱকাশ নাছিল।

প্ৰহ্লাদে তেতিয়াই মন বান্ধিছিল আইন পঢ়ি এনেধৰণৰ অন্যায়ৰ বিৰুদ্ধে যুঁজিবলৈ। সেই সময়ৰ ছিটাগং চহৰৰ কাৰাগাৰবোৰত অলেখ চাক্‌মা যুৱক বিনা বিচাৰে, কোনো অপৰাধ নোহোৱাকৈ বন্দী হৈ থকা প্ৰত্যক্ষ কৰি সি ভাবিছিল যে এইখন দেশত আইন-আদালত, সংবিধান থাকোতে কিহৰ বাবে কোনেও এই মানুহখিনিৰ বাবে মাত নমতাকৈ, ন্যায়-বিচাৰৰ কাৰণে আবেদন-নিবেদন নকৰাকৈ অন্যায়ৰ কৰাল গ্ৰাসত আবৰ্তিত হ'বলৈ মানুহখিনিক এৰি দিছে? এটা বছৰ লোকচান হোৱাৰ পাচতো প্ৰহ্লাদ আৰু অঞ্জু দুয়োটাই পুনৰ পঢ়া-শুনাত মনোনিৱেশ কৰি পৰীক্ষাবোৰ ইটোৰ পিচত সিটোকৈ দি গৈছিল আৰু এতিয়া দুয়োটা ৰাজাশ্বাহী বিশ্ববিদ্যালয়ত আইনৰ ছাত্ৰ হিচাপে চূড়ান্ত বৰ্ষত ভৰি দিছেহি।

এইবাৰ বন্ধত ঘৰলৈ আহোতে পুনৰবাৰৰ বাবে সিহঁতে প্ৰত্যক্ষ কৰিছে কেতিয়াও অন্ত নপৰা সেই একে সংঘৰ্ষৰ কাহিনী। কোনোবাই হেনো পমুৱাহঁতৰ খেতিৰ বাৰীত বোমা ফুটালে আৰু বহুকেইটা শইচৰ ভঁৰাল জ্বলি পুৰি ছাই হৈ গ'ল। কোনে বোমা পাতিলে, কিয় পাতিলে তাৰ কোনো গম-গতি নোহোৱাকৈ এসোপা পমুৱা মানুহ ওলাল গাঁওখনৰ চাক্‌মা মানুহখিনিৰ গৌৰৱৰ থলী বৌদ্ধ ক্যাংটো ধ্বংস কৰাৰ কামত। আজি কিছুদিনৰ পৰা কেইখনমান নতুন মুখে পমুৱাখিনিৰ মাজত অহা-যোৱা কৰাটো সকলোৱে চকুত পৰিছিল। সিহঁতে শুকুৰবাৰৰ জুমাৰ সময়ত চাক্‌মাখিনিক জোৰকৈ হ'লেও ধৰ্মান্তৰিত কৰাৰ প্ৰস্তাৱ দাঙি ধৰিছিল। আপত্তি কৰিছিল কুকুৰ আলীয়ে আৰু মতিউৰহঁতে চুকুৰ আলীৰ মতত সমৰ্থন আগবঢ়াইছিল। আটাইতকৈ ডাঙৰ বোমাটো ফুটিল কুকুৰ আলীৰ ভঁৰালৰ ওচৰত সেই নিশাই।

ঃ এয়া আল-ৰাবিটাৰ কাম। প্ৰহ্লাদে পুনৰ একেখিনি কথাকেই দোহাৰিছে।

ঃ আমাৰ প্ৰবীৰহঁতৰ শান্তি বাহিনীও কম নহয়। সিহঁতে কাৰ কাৰণে আৰু কাৰ নিৰ্দেশত কাম কৰি আছে তাক লক্ষ্য কৰিলেই বুজিব পাৰি।

ঃ আজিকালি প্ৰবীৰ চাক্‌মা ক'ত আছে তুমি জানানে বাহ্‌বা?

ঃ তই নক'লে মই কেনেকৈ জানিম? মই ঘৰত সোমাই থকা বুঢ়া মানুহ এতিয়া। তহঁতেহে মোক কথাবোৰ জনাব লাগিব। শাক্যদেৱে অঞ্জুৰ লগত ধেমালি কৰিলেও তাই বুজি পোৱা নাই। বাপেকক জ্ঞান দিয়াৰ উছাহেৰে তাই কৈ গৈছে— প্ৰবীৰ চাকমা এতিয়া লাহোৰত। আই এছ আইৰ ৰক্ষণাবেক্ষণত। ডাউদ ইব্ৰাহিমৰ দুবাইৰ কক্ষতো

ব্যৱসায়ৰ সি এতিয়া এজন বৃহৎ অংশীদাৰ। আই এছ আইৰ লগত বাংলাদেশ চৰকাৰৰো আজিকালি ভাল বুজাবুজি। গতিকে প্ৰবীৰ চাক্‌মাৰ শান্তি বাহিনীয়ে কাৰ স্বাৰ্থৰ কাৰণে কাম কৰিছে তাক বুজিবলৈ বৰ বেছি কঠিন নহয়।

শাক্যদেৱে ছিংগাবাৰ খিৰিকী এখন খুলি দিছে। আজিকালি চাৰিওফালে পোহৰৰ সমদল। লঙঠা পাহাৰৰ মাজেদি বেলিৰ পোহৰৰ অবাধ গতিক বাধা দিবলৈ মাইলৰ পাচত মাইল জুৰি আগতে বিস্তৃত হৈ থকা সেউজ বননি ক'ৰবাত যেন বতাহৰ লগত মিলি পৰিল। হেজাৰ হেজাৰ চেগুণ গছ বাগৰি পৰিল আৰু সেইবোৰক জলপথ আৰু স্থলপতেৰে ভাৰত, ব্ৰহ্মদেশ আৰু বাংলাদেশৰ মূল ভূমিখণ্ডলৈ লৈ যোৱা হ'ল। শান্তি বাহিনীৰ বন্দুকৰ গুলী বহুতৰ বুকুত সোমোৱাৰ সময়তে সিহঁতৰেই কুঠাৰৰ ক্ষুৰধাৰ ৰেপে ধৰাশায়ী কৰিলে শ শ বছৰীয়া অৰণ্যৰ হেজাৰ-বিজাৰ গছক।

ছিংগাবাৰ খিৰিকী খুলি দিওঁতে হিলদল ভাঙি সোমাই অহা শুকান পোহৰৰ ৰূপ চাই শাক্যৰ মনলৈ এক অদ্ভুত শোকমিশ্ৰিত অনুভূতিও কুৰুকি কুৰুকি সোমাই আহিছে।

ঃ লাহোৰত ৰমৰমীয়া ব্যৱসায় কৰি শত্ৰুৰ আশিসধন্য হৈ থকা প্ৰবীৰ চাক্‌মাহঁতে কাৰ অনুমতি লৈ আমাৰ নামত যুদ্ধ এখন চলাই আছে তাক সোধাৰ সময়ো পাচে এতিয়া আহি পৰিছে। গাঁৱৰ পাচত গাঁও ধৰি আমাৰ ঘৰবোৰ জ্বলাই দিয়া হৈছে, বৌদ্ধ ক্যাং পুৰি ছাৰখাৰ কৰা হৈছে। আমাৰ ডেকা-বুঢ়া সকলোকে হত্যা কৰি জনসংখ্যাক কোঙা কৰি পেলোৱা হৈছে। আমাৰ জীয়াৰী-বোৱাৰীক সৈন্য আৰু পমুৱাবোৰ মিলি অশুচি কৰিছে। ইমানবোৰৰ পাচতো শান্তি বাহিনীৰ নেতাবোৰ বিদেশত মুখ লুকাই সোমাই থকাটোক লৈ আমি প্ৰতিবাদ কৰা উচিত নহয়নে?

বহুদিনৰ মূৰত শাক্যৰ মাতটো উত্তেজনাত থৰ্‌থৰ্‌কৈ কঁপিছে। আজি বৌদ্ধ ক্যাংটো জ্বলাই দিয়াক লৈ মানুহজনৰ মনত আবেগে খকা-খুন্দা চলাইছে। নিজ হাতেৰে বাঁহ-শিল গোটাই সাজি তোলা এক শিল্পকৰ্ম! বৰা-পটাংগৰ পাচত নতুনকৈ পতা গাঁওখনত পোনতেই আৰম্ভ কৰিছিল এই ক্যাঙৰ সৃষ্টিকাৰ্য।

ঃ বাংলাদেশ সামৰিক বাহিনী আৰু পমুৱাহঁতে আমাৰ চাক্‌মা গাঁওবোৰত সদায়েই অত্যাচাৰ চলাইছে। শান্তিবাহিনীৰ সদস্য বিচৰাৰ অজুহাতত আৰু যিকোনো ডেকা ল'ৰাকেই শান্তি বাহিনীৰ সদস্য বুলি গুলীয়াই মৰা হৈছে। গছ কাটি তহিলং কৰা আৰু সকলো ধন-সোণ, বন্দুক-বাৰুদত খৰচ কৰা শান্তি বাহিনীৰ বাবেই আমাৰ ডেকাল'ৰাবিলাক মৰি-হজি খান্তাং হ'ল। শান্তি বাহিনীৰ বিৰুদ্ধে জনমত এটা গঢ়াৰ সময় আহিছে বাহ্‌বা।

প্ৰহ্লাদৰ মাততো একেই এক চেপা, অৱদমিত উত্তেজনা।

ঃ বাহ্‌বা আৰু প্ৰহ্লাদ দাহ্‌দা। শান্তি বাহিনীৰ বিৰুদ্ধে জনমত আদি গঢ়াৰ কথা পাচত চিন্তা কৰিবা। এতিয়া আজিৰ দিনটো আৰু নিশাটোৰ কথা ভাবা। তলত সেইমখা দৌৰা দৌৰি কৰি বৌদ্ধ ক্যাং জ্বলাই শেষ কৰিলে। ৰাতি যে আমাক মাৰিবলৈ এইফালে নাহিব তাৰো কোনো ভাৰসা নাই। লুকাবলৈকো হাবি-বননি একো নাইকিয়া হ'ল।

অঞ্জুৰ মাতটো থোকা-থুকি হৈ পৰিছে. ক'ৰবাত লুকাই পৰাৰ কথা শাক্য আৰু প্ৰহ্লাদেও নভবা নহয়। কিন্তু যাব ক'লৈ? অঞ্জুৰ কথা ভাবি দুয়োটাৰে চিন্তা বহুগুণে বাঢ়ি গৈছে। এনে এজনী গাভৰু ছোৱালী দেখিলে কোনোবাই উঠাই লৈ গৈ নিখোজ কৰি পেলোৱাৰ হেজাৰটা কাহিনী চাক্‌মাইঁতৰ গাঁৱে-ভূঁঞে বিস্তৃত হৈ আছে। যোৱাবাৰ তাই বন্ধত ঘৰলৈ আহোতে পমুৱাইঁতৰ গাঁওবুঢ়া জেলিলে বাটতে আগচি ধৰি তাইক কৈছিল — 'ঐ ছোৱালী, অকলে অকলে ৰাস্তাত মূৰে-মুখে কাপোৰ-কানি নবন্ধাকৈ উদং-মুদংকৈ ঘূৰি ফুৰিলে ৰাস্তাৰ পৰাই উঠাই লৈ যাম।' জেলিল বুঢ়াৰ তিনিজনী ঘৈণীয়েক, ল'ৰা-ছোৱালীৰ এটা বৃহৎ পাল। কিন্তু বিশাল ফচলৰ এটা অংশ ছিটাগং চহৰত বিক্ৰী কৰেগৈ। অৱস্থাপন্ন মানুহটোৰ হয়তো অঞ্জুৰ ধুনীয়া চেহেৰাটোৰ ওপৰত চকু পৰিছিল। সি জানিছিল যে চাক্‌মা ছোৱালী এজনীক বলপূৰ্বকভাৱে উঠাই নি নিকাহ্ কৰি পেলালে আইন, আদালত সকলো তাৰ পক্ষতেই থিয় হ'ব। দুৰ্বল চাক্‌মাইঁতৰ বাবে মাত মতা বা থিয় হোৱা মানুহ কোনো নাই। কিন্তু সকলো প্ৰতিকূলে গ'লেও কেতিয়াবা দুৰ্জয় সাহসে সকলোখিনি বিপদ প্ৰতিহত কৰি পেলাব পাৰে। সেইদিনা ৰণচণ্ডী মূৰ্তি ধাৰণ কৰি কঁকালত এখন হাত থৈ অঞ্জুৱে জেলিল বুঢ়াক চিঞৰি চিঞৰি কৈ উঠিল — 'ঐ নিধক বুঢ়া, এবাৰ হাত লগাই চাচোন। তোৰ হাড়-মূৰ ক'ত পেলাম তাৰ ঠিকনা নোহোৱা হ'ব।' জেলিল বুঢ়া ভয়তে সেইফালেই তাপ মাৰিলে।

আজি পাচে জেলিল গাঁওবুঢ়া সিহঁতৰ ঘৰৰ আগেদি কেইবাবাৰো অহা-যোৱা কৰাটো সিহঁতৰ চকুৰ দৃষ্টিৰ পৰা সাৰি যোৱা নাই। হয়তো অতীতৰ অপমানৰ পোতক তোলাৰ এনে এক সুবৰ্ণ সুযোগ হাতৰ পৰা এৰি নিদিয়াৰ কোনো এক জটিল পৰিকল্পনা ইতিমধ্যে সি তৈয়াৰ কৰি পেলাবও পাৰে। আজি কিছুদিনৰ আগেয়ে তাৰ দ্বিতীয়জনী ঘৈণীয়েক সাত নম্বৰ সন্তান জন্ম দিওঁতে মৃত্যুমুখত পৰাৰ কথা অঞ্জুৰ কাণত পৰিছিলহি। আচলতে পমুৱাখিনিৰ মাজত নতুনকৈ শিক্ষিত ডেকাল'ৰাৰ দল এটা গঢ় লৈ উঠিছে। সিহঁতৰ ভিতৰৰ খলিলুৰ বোলাটোৰ লগত অঞ্জু আৰু প্ৰহ্লাদৰ বন্ধুত্বপূৰ্ণ সম্পৰ্কৰ সূত্ৰে সি কেতিয়াবা শাক্যদেৱৰ ঘৰলৈ আহে আৰু কেনেকৈ পমুৱা মানুহখিনিৰ মাজত সামাজিক উন্নতিৰ কাম হাতত ল'ব পাৰি তাৰ আলোচনাত নিমগ্ন হয়। সেই খলিলুৰেই অঞ্জুক কৈছিল কেনেকৈ জেলিল গাঁওবুঢ়াৰ দ্বিতীয়জনী ঘৈণীয়েকে যোৱা দহটা বছৰত ইতিমধ্যে ছটাকৈ সন্তান জন্ম দি লেৰেলা-চেপেটা লাগিছিল আৰু সপ্তমবাৰ প্ৰসব বেদনাৰ সময়ত সামান্য জটিলতাৰ ফলত মানুহজনীয়ে বিনা চিকিৎসাই নিৰ্বিকাৰ গিৰিয়েকৰ সন্মুখত চিৎকাৰ কৰি কৰি মৃত্যুক সাবটি লৈছিল।

সেইদিনা কথাবোৰ কওঁতে খলিলুৰৰ মাতটো থোকাথুকি হৈ পৰিছিল। তাৰ পঢ়োৱাৰ খৰচ উলিয়াবলৈকে তাৰ ফুল কুমলীয়া ভনীয়েকক বিয়া দিয়া হৈছিল মাতব্বৰ জেলিল বুঢ়ালৈ আৰু সেই মানুহজনীয়েই কুৰিতে বুঢ়ী হৈ কিছু বছৰৰ ভিতৰতে এক সকৰুণ মৃত্যুক সাবটি ল'বলগীয়া হৈছিল। এতিয়া ঢাকা বিশ্ববিদ্যালয়ৰ ছাত্ৰ খলিলুৰে সপোন

দেখে এখন আধুনিক বাংলাদেশ গঢ়াৰ য'ত কু-সংস্কাৰৰ কোনো স্থানেই নৰব।

ঃ জেলিল বুঢ়া আজিকালি আল-ৰাবিটাৰ লগ লাগিছে। আচলতে জেলিলৰ আছে বন্দুক-বাৰুদৰ ব্যৱসায়। আগতে কাঠ আৰু বন্দুকৰ এই অবৈধ ব্যৱসায়ত জড়িত আছিল আব্দুল কাদেৰ। আব্দুল কাদেৰক মাৰি এতিয়া সেই ব্যৱসায় হাতৰ মুঠিত লৈছে এই বদমাছ জেলিলে।

আব্দুল কাদেৰ! অঞ্জুৱে মনত পেলাবলৈ চেষ্টা কৰিছে। বহুদিনৰ আগেয়ে বাহ্বাৰ আঙুলিত ধৰি চে'ৰ মাছলৈ চোপ লৈ থাকোতে প্ৰবীৰ চাক্মা আৰু বিজয় ৰাংখালৰ ওচৰত থিয় হৈ আছিল এজন আহল-বহল, হৃষ্ট-পুষ্ট মানুহ যি মন'ঘৰৰ ভিতৰলৈ সোমাবলৈ যাওঁতে প্ৰৱেশ পথত জমা হৈ থকা বন্দুকৰ পাহাৰটোত খুন্দা খাই পৰি যোৱাৰ উপক্ৰম হৈছিল। বহুদিনলৈ তাইৰ মানসপটত সেই শকত-আৱত মানুহজনৰ ছবিখন ভাহিছিল আৰু যেতিয়াই তাই কথাটো শাক্য বাহ্বাৰ আগত উলিয়াইছিল তেতিয়াই এক ভীষণ তিক্ততাৰে তেওঁ মুৰটো জোকাৰি 'প্ৰবীৰহঁতে মিলি দেশখন খালে' বুলি কৈ নিশ্চুপ হৈ পৰিছিল।

খলিলুৰে দেখুৱাই দিয়া ঠাইতে সিহঁত তিনিটা লুকাই পৰিল। কুকুৰাৰ গঁৰালৰ পৰা অলপ আঁতৰৰ এটা মন'ঘৰৰ ভিতৰত সোমাই পৰোতে ভিতৰৰ অন্ধকাৰখিনিৰ ভিতৰত সিহঁতে অনুভৱ কৰিলে নিৰাপত্তাৰ এক উষ্ণ উত্তাপ। পমুৱাহঁতৰ মন'ঘৰবোৰ চাক্‌মাহঁতৰ মন'ঘৰতকৈ আকাৰ আৰু আয়তনত বহুতো বেলেগ। সিহঁতৰ আকাৰ অতি ক্ষুদ্ৰ, দুৱাৰমুখত হাড়-মূৰ-লাওখোলাৰ ছবি আৰু ভিতৰত নিশা কটোৱাৰ কোনো সুবিধা নাই। চাক্‌মাহঁতৰ মন'ঘৰ জাউল টংগিৰে অন্য এক ৰূপ য'ত জীৱ-জন্তু খেদাৰ নামত কেইবাঘৰ মানুহে নিশা তাত কটাই ভোজ-ভাতৰ ব্যৱস্থা কৰে। কিন্তু পমুৱাবোৰৰ মন'ঘৰৰ সন্মুখত মাটিৰ টেকেলিত ভয়লগা চিত্ৰ অংকন কৰি ভূত-প্ৰেত, জীৱ-জন্তুক ভয় খুওৱাৰ এক কাল্পনিক চিন্তাহে কৰা হয়। আচলতে বহুদিনৰ পৰাই সমাজত প্ৰচলিত 'মুখলগা' নামৰ জনবিশ্বাসৰ লগত মোকাবিলা কৰিবৰ বাবেই এইদৰেই বাৰীৰ খেতিৰ মাজত ঘৰে ঘৰে একোটাকৈ ক্ষুদ্ৰাকৃতিৰ মন'ঘৰ ছিটাগং পাৰ্বত্য এলেকাৰ পমুৱাখিনিয়ে সাজিবলৈ লৈছে।

খলিলুৰে অনা খবৰৰ লগত শাক্যদেৱ, প্ৰহ্লাদ আৰু অঞ্জুৱে পোষণ কৰা ভয়বোৰ কোনো বিসংগতি নোহোৱাকৈ মিলি পৰাৰ পাচত খলিলুৰে আগবঢ়োৱা সহায়ৰ হাত গ্ৰহণ কৰিবলৈ সিহঁত তিনিটা মান্তি হ'ল। আচলতে সেই মুহূৰ্তত তেনে এক সহায়ৰ প্ৰতিশ্ৰুতি গ্ৰহণৰ কোনো বিকল্প ৰাস্তা সিহঁতৰ ওচৰত নথকাত সিহঁতে একপ্ৰকাৰ সকাহৰ সৈতে সিহঁতৰ দীৰ্ঘদিনীয়া বন্ধু এজনৰ ওচৰত আত্মসমৰ্পণ কৰাৰ প্ৰস্তুতি চলালে।

জেলিল বুঢ়াই শাক্য আৰু প্ৰহ্লাদক হত্যা কৰি অঞ্জুক অপহৰণ কৰাৰ ইতিমধ্যে এটা নিখুঁত পৰিকল্পনা বনাই পেলোৱাৰ খবৰ জেলিলৰ সৰুজনী ঘৈণীয়েকে খলিলুৰক জনাইছিল। এটা পৃথক কোঠা সজোৱাৰ আৰু ৰঙামাটিৰ পৰা কেইদিনমান আগেয়ে অহা কাজীয়ে সেই কোঠাত গ্ৰামৰ কেইজনমান মানুহৰ সন্মুখত নিকাহ সম্পন্ন কৰাৰ বাবে আজিৰ নিশাটোৰেই বাছি লোৱাৰ কথা গৰ্ভৱতী মানুহজনীয়ে খলিলুৰক আকাৰে-ইংগিতে বুজাই দিছিল।

ঃ আজি নিশাটো পাৰ হ'লেই কাইলৈৰ পুৱাৰ পৰা পৰিস্থিতি চম্ভালাৰ এক নতুন উপায় চিন্তা কৰিছো। কাইলৈ পুৱা ছিটাগঙৰ সাংসদ আচ্‌ফাকুল্লা আহি ওলোৱাৰ কথা। ঢাকা বিশ্ববিদ্যালয়ৰ পৰাও এটা ছাত্ৰৰ দল উপস্থিত হ'বহি। তাৰপাচত অলপ দিনলৈ এইবোৰ হুলস্থূল কালামপট্টিত বন্ধ হোৱাটো খাটাং।

কালামপট্টি? নামটোৰ উল্লেখে শাক্যদেৱৰ বুকুখনত এটা প্ৰচণ্ড খুন্দা মাৰি দিলেহি। তাৰ মৰমৰ কৌখালিক এনেদৰে কিছুদিনৰ আগেয়ে অহা ভৈয়ামৰ মানুহবোৰে কালামপট্টি

কৰি পেলোৱাৰ দুঃসাহসক সিহঁতে অসহায়েৰে গ্ৰহণ কৰিলেও ক'ৰবাত বহুতো বিদ্ৰোহে যেন গৰ্জন কৰি উঠে। এবাৰ প্ৰচণ্ড বানপানীত জন্মভূমি কৌখালি উটি-ভাহি গ'লেও সিহঁতে মৰমেৰে অন্য এক ঠাইত সজাই তুলিলে এখন নতুন কৌখালিক। আগৰখন কৌখালিক হেৰুওৱাৰ দুখক বুকুৰ পৰা দলিয়াই পেলোৱাৰ চেষ্টা কৰাৰ সময়তে ক'ৰবাৰ পৰা অহা মানুহ কিছুমানে কৌখালি নামটোকে দলিয়াই দি কালামপট্টি নামৰ নতুন এক চিনাকি সিহঁতৰ ওপৰত জাপি দিয়াৰ বাবে কৰা এনে অপচেষ্টাই তাৰ মন বেদনাৰে ভাৰাক্ৰান্ত কৰে।

খলিলুৰে শাক্যৰ মুখলৈ চাইছে। কৌখালি নামৰ লগত জড়িত হৈ থকা এইজন মানুহৰ পুৰণি আবেগক সি অনুধাবন কৰিব পাৰে যদিও এতিয়া কালামপট্টি-কৌখালিক লৈ বিতৰ্ক কৰাৰ বা তাক লৈ মূৰ ঘমোৱাৰ সময় সিহঁতৰ কাৰো হাতত নাই। সি সেইবোৰক লৈ এই মুহূৰ্তত পৰিশ্ৰান্ত হ'বলৈ বিচৰাও নাই। হয়তো অজানিত ভাবে মুখৰ পৰা ওলোৱা কৌখালিৰ এই বৰ্তমানৰ পোছাকী নামটোৰ বাবে সি পাচত কেতিয়াবা মানুহজনৰ ওচৰত ক্ষমা ভিক্ষা কৰিব। কিন্তু এতিয়া নহয়।

খলিলুৰহঁতৰ মন'ঘৰত ভৰি থৈ সিহঁত তিনিটা এটা চুকত কুঁচি-মুচি খাই বহি পৰিলগৈ। এন্ধাৰ নিশা গাত ক'লা কাপোৰ মেৰিয়াই সেৰেঙা হাবিৰ মাজৰ লুংলুঙীয়া বাটেৰে আহি এইখিনিত হাজিৰ হোৱালৈকে খলিলুৰ সিহঁতৰ লগতে আছিল। মন'ঘৰৰ ভিতৰৰ কেচেমা-কেচেম গোন্ধেও এতিয়া সিহঁত তিনিটাৰ ওপৰত বৰ বিশেষ প্ৰতিক্ৰিয়া কৰিব পৰা নাই। পমুৱা মানুহবোৰৰ মন'ঘৰবোৰ প্ৰায়েই হাঁহ-মুৰ্গী হালাল কৰা কামত ব্যৱহাৰ হয় বাবেই সিহঁত চাগে তেনে এক গোন্ধৰ বাবে মানসিকভাৱে প্ৰস্তুত হৈয়েই আছিল। খলিলুৰহঁতৰ ঘৰখন একেবাৰে নিমাওমাও। ছোৱালীজনীৰ মৃত্যুৰ পাচৰে পৰা মাক শয্যাশায়ী। ঘৰত আৰু চাৰিজনী গাভৰু ছোৱালী। খলিলুৰে পাছ কৰি আহি কোনোবা চৰকাৰী কামত যোগদান কৰি ঘৰখনক সকাহ দিব বুলি মাক আৰু আব্বাকে পুহি ৰখা আশা এতিয়া লাহে লাহে ধূলিসাৎ হোৱাৰ পথত। তাৰ মন সামাজিক কামত বেছি আবদ্ধ। ঢাকা বিশ্ববিদ্যালয়ৰ ছাত্ৰ একতা সভাৰো সি এজন অগ্ৰণী সদস্য।

শাক্য, প্ৰহ্লাদ আৰু অঞ্জুৱে কুঁচি-মুচিকৈ মন'ঘৰৰ চুকত বহি থাকোতে অনুভৱ কৰিছে কলমলাই বিদ্ৰোহ কৰি উঠা অভাৱী পেটটোৰ শব্দৰ কলৰৱ। ধুনীয়া ছোৱালী সোমাই আহি সিহঁতৰ সন্মুখত তিনিখন থাল শাৰী পাতি সজাই দিলেহি। পাচে পাচে খলিলুৰ। তাৰ হাতত এটা ডাঙৰ আকৃতিৰ টিফিন কেৰিয়াৰ। আন্দাৰৰ মাজতো খলিলুৰ আৰু তাৰ লগত অহা ছোৱালীজনীয়ে অতি নিপুণতাৰে খপ্‌জপ্ নকৰাকৈ খোৱা বস্তুবোৰ সিহঁতৰ থালত এবিধ এবিধকৈ নিজ নিজ ঠাইত বহুৱাই দিলেহি। মুৰ্গী মাংসৰ মজাৰ গোন্ধে ইতিমধ্যে জাগ্ৰত কৰা ভোকখিনিৰ আকৃতি চাগে' শাক্যহঁতে ভবাতকৈও বহুগুণে বঢ়াই তুলিছে। মৃত্যুৰ নিচিনা দানৱৰ লগত মোকাবিলা কৰিবলৈ প্ৰস্তুতি চলোৱাৰ সময়খিনিতো ভোকৰ এই প্ৰচণ্ড শক্তি অনুভৱ কৰি সিহঁত তিনিটা হয়তো নিজেও আচৰিত

হৈছে। কিবা শব্দৰ বাবে কাণ উনাই থকাৰ সময়তে কিছুমান অসহনীয় গোন্ধ-ভাপৰ মাজত অত্যন্ত আগ্ৰহেৰে সিহঁতৰ সন্মুখত সজাই দিয়া খাদ্যসম্ভাৰ গিলিবলৈ কৰা ইমান সহজসাধ্য প্ৰচেষ্টাৰ এই বৈপৰীত্যৰ যুক্তিযুক্ততা বিচাৰ কৰাৰ চৈতন্যও সিহঁতে হেৰুৱাই পেলোৱা যেন নিজৰেই অনুভূত হোৱাটোও আচৰিত হ'বলগীয়া একো নাই।

ঃ মোৰ ভনী চায়েৰা।

আন্ধাৰৰ মাজতো জিলিকি উঠা সৰগৰ পৰীৰ নিচিনা চেহেৰা। খলিলুৰে চেপা মাতেৰে দিয়া পৰিচয়ৰ পাচতেই তাই খাই শেষ কৰা আঞ্জা আদিৰ বাটিবোৰ সামৰি-সুতৰি যাবলৈ উদ্যত হোৱাৰ সময়তে খলিলুৰে পুনৰ ফুচফুচাই কোৱাৰ নিচিনাকৈ তাইক কৈ উঠিছে— এতিয়াই এইবোৰ ধুই-মেলি চাফ কৰি থৈ দিবি। কোনেও যাতে গম নাপায় যে আমাৰ ঘৰত আজি কোনোবা আলহী আহিছে। আম্মীক কাহৰ দৰবটো খুৱাই শুৱাই দিবি। তহঁত আব্বাৰ কোঠাতে শুই থাকিবি। মই আজি ইয়াত নাই বুইছ। ঢাকালৈ পুৱাই গ'লোগৈ। চাজিদা, আতিফাক মুখ খুলিবলৈ নিদিবি। কি কয় ঠিক নাই।

তাই মূৰ জোকাৰি হেৰেক-পেৰেককৈ বস্তুখিনি দাঙি আঁতৰি গৈছেগৈ। এতিয়া খলিলুৰো ক'ৰবাত লুকাই পৰিব। আহিবলগীয়া ৰাতিটোৰ সম্ভাব্য ভয়াবহতাৰ কথা অনুমান কৰি এতিয়াহে অঞ্জুৰ বুকুখন ধপ্‌ধপাই উঠিছে। তাইৰ ওচৰতে থকা শাক্য বাহ্‌বা আৰু প্ৰহ্লাদ দাহ্‌দাৰ জীৱনলৈও যিকোনো মুহূৰ্ততে বিপদৰ ধল প্ৰচণ্ডগতিত আহিবও পাৰে। আচলতে ছিটাগং পাৰ্বত্য এলেকাত ডাঙৰ-দীঘল হোৱা চাক্‌মা মানুহখিনিয়ে জীৱটো আঁচলৰ মুঠিত বান্ধিয়েই গোটেই জীৱন পাৰ কৰি দিয়ে। অকল জীৱনেই নহয়, সন্মানো এতিয়া এইখিনি মানুহৰ বাবে ইমান মহাৰ্ঘ বস্তু যে ইয়াৰ ৰক্ষাৰ সপোন দেখিবলৈহে তেওঁলোক সক্ষম। বাস্তৱ আৰু সপোনৰ মাজত থকা সীমাৰেখাডাল ভবাতকৈও অধিক সুগভীৰ। তথাপি প্ৰস্তুতি চলাই সেই সপোনক আঁজুৰি আনি দিঠকত প্ৰকাশ্যে সজাই তুলিবলৈ। কোনোবাই কয় এৰি দিয়া তোমালোকৰ বোপা-ককাৰ দিনৰ পৰা চলি অহা কামত নলগা বৌদ্ধ ধৰ্মটো আৰু চাক্‌মা নামৰ জনগোষ্ঠীয় পৰিচিতিটোও দলিয়াই পেলাই দিয়া। সকলোখিনি চাক্‌মাই একমুখে কৈ উঠে— নহ'ব। ধৰ্ম এৰি দিয়া মানে দেহাটো ৰাখি জীৱনটো উলিয়াই পেলোৱা। নিজকে চাক্‌মা নহয় বুলি কোৱাৰ এনে এক ভয়ংকৰ অসত্যৰো আশ্ৰয় লোৱাৰ ইচ্ছা এতিয়ালৈকে কোনেও কৰা নাই। আনকি জীয়াই থকাৰ খাতিৰতো।

সেই নিশা বাহিৰৰ শব্দৰ অপেক্ষাত কাণ উনাই থাকোতে সিহঁতৰ চকুৰ পৰা টোপনি বোলা অস্তিত্বটোৱে সুবিধাজনকভাৱে মেলানি মাগিছিল। হয়তো শেষ নিশা অন্ধকাৰৰ সৰ্বগ্ৰাসী উপস্থিতি স্তিমিত হোৱাৰ সময়তে সিহঁতৰ প্ৰায় একে সময়তে চিলমিলীয়া টোপনি কিছুমানে হেঁচা মাৰি ধৰিছিলহি। হঠাৎ কাৰোবাৰ পদশব্দত সিহঁতৰ টোপনি ভাগি গৈছিল। মন'ঘৰৰ বেৰৰ জলঙাইদি জুমি চাওঁতে অঞ্জুৰ চকুত পৰিছিল ধীৰে ধীৰে, হেলাই-হেপাই ওপৰলৈ উঠি অহা এটা ডেকা ল'ৰাৰ দল।

ঃ বাহ্‌বা, সিহঁতবোৰ এইফাললৈকে আহিছে।

তাইক জোৰকৈ আঁতৰাই মন'ঘৰৰ একোণৰ বাঁহৰ কামিৰ মাজত জিলিকি থকা ফুটাইদি প্ৰহ্লাদে জুমি চালে। এইবাৰ প্ৰহ্লাদৰ মুখৰ পৰা চিন্তাৰ কলীয়া আভাবোৰ সাউতকৈ অন্তৰ্ধান হোৱাৰ পাল।

ঃ ঢাকা বিশ্ববিদ্যালয়ৰ ছাত্ৰ দল। খলিলুৰে লৈ আহিছে। কুঁচি-মুচি বহি থকা আগৰ স্থানৰ পৰা শাক্য জাঁপ মাৰি উঠি মন'ঘৰৰ দুৱাৰমুখত থিয় হ'লহি। পাচফালে প্ৰহ্লাদ আৰু অঞ্জু।

শাক্যৰ লগত ল'ৰাকেইটাক এৰি দি খলিলুৰে অঞ্জু আৰু প্ৰহ্লাদক একাষৰীয়াকৈ আঁতৰাই লৈ গ'ল।

ঃ যোৱা নিশা সি আহিছিল।

ঃ সি?

ঃ জেলিল বুঢ়া। বাৰীৰ চাৰিওফালে পাতপাতকৈ চাই সি দগাবাজ গৈ আমাৰ ঘৰৰ ভিতৰ সোমালগৈ। শুই থকা চাজিদাক সি দাংকোলাকৈ তুলি লৈছিলহে। চায়েৰাই পাচফালৰ পৰা মূৰত এডাল টাঙোনেৰে তাক ব্ৰহ্মমাৰ শোধালে। সি ঢলি পৰিল। পাচত সিহঁত গোটেইকেইজনীয়ে মিলি তাক টঙনিয়াই টঙনিয়াই মাৰি পেলালে।

খলিলুৰ অলপ সময় ৰৈছে।

ঃ সিহঁতে উচিত কামকেই কৰিলে। আমাৰ ডাঙৰজনী ভনীক সি নিকাহ্ কৰাই নি বিনা চিকিৎসাৰে মৰি যাবলৈ এৰি দিলে। এতিয়া অঞ্জুক বিচাৰি নাপাই হতাশ হৈ আমাৰ নুমলীয়া চাজিদাক তুলি নিয়াৰ যি ষড়যন্ত্ৰ চলাইছিল তাত বাধা দিয়াৰ বাবে সিহঁতৰ হাতত অন্য কোনো ৰাস্তাই খোলা নাছিল।

ঃ মৃতদেহটো ক'ত খলিলুৰ?

অঞ্জুৰ প্ৰশ্নত খলিলুৰৰ মুখত পুনৰ বিষাদৰ ৰেখাকেইডালমান জিলিকি উঠিল।

ঃ শোৱাঘৰতেই পৰি আছে। পুলিচে পালে সুদাই নেৰে। আমাৰ গ্ৰাম-পঞ্চায়তবো ৰায় হ'ব যে ছোৱালীকেইজনীক চমতাৰ কোব দিব লাগে। দুখীয়া মানুহৰ বিৰুদ্ধেইতো য'তবোৰ আইন-কানুন।

ঃ তুমি চিন্তা নকৰিবা খলিলুৰ। এই মানুহখিনিক যদি দূৰলৈ আঁতৰাই লৈ যোৱা মৃতদেহটোৰ দিহা লগোৱাৰ কামফেৰা মই আৰু চায়েৰাই মিলি কৰি পেলাম। আজি দিনটোৰ ইমান হুলস্থুলৰ মাজত জেলিল বুঢ়াক বিচৰা মানুহ কোনো নোলাব। সকলোৱেই ভাবিব, সি ক'ৰবালৈ আঁতৰি গৈছে। আমি তাক মন'ঘৰৰ মজিয়াৰ তলত পুতি থ'ম। কুকুৰাৰ গঁৰালটো আনি মন'ঘৰৰ ভিতৰত পাতি ল'লেই হ'ল।

ঢাকা বিশ্ববিদ্যালয়ৰ ছাত্ৰৰ দলটোক লৈ খলিলুৰ, শাক্যদেৱ আৰু প্ৰহ্লাদ আঁতৰি যোৱাৰ পাচত অঞ্জু চায়েৰাৰ লগ হৈ কামটোত হাতে-কামে লাগি পৰিল। যোৱা নিশা অন্ধকাৰৰ মাজত কাপোৰেৰে আবৃতা হৈ অহাৰ পাচতো চায়েৰাৰ পুঁৰি নিৰ খোজ

ৰূপৰ চমকৰ লগতে অঞ্জুৰ চকুত পৰিছিল সেই ৰূপৰ পৰা নিৰ্গত হোৱা এক অসামান্য দৃঢ়তাৰ। শব্দৰ বিনিময় হোৱা নাছিল যদিও ক'ৰবাত যেন বহুতো বাক্যৰ আদান-প্ৰদান ঘটিছিল। আজিও একো বিশেষ নোকোৱাকৈ চায়েৰাই কুঠাৰ এখন হাতত তুলি লওঁতে অঞ্জুৱেও অন্য এখন কুঠাৰ লৈ চায়েৰাৰ পাচে পাচে মন'ঘৰ অভিমুখে যাত্ৰা আৰম্ভ কৰোতে মনলৈ আহিছিল অলপ আগতে খলিলুৰৰ আগত তায়ো মন'ঘৰৰ মজিয়াত শ'টো পুতি থোৱাৰ কথাই উলিয়াওঁতে চায়েৰা তাইৰ পৰা বহু আঁতৰত ঘৰৰ ভিতৰত আবদ্ধ হৈ আছিল। এতিয়া তায়ো চিন্তাৰ একত্ৰীকৰণৰ এই অদ্ভুত সূত্ৰক মানি লৈ চায়েৰাৰ পাচে পাচে নীৰৱে গৈ আছে।

আয়তাকাৰ গাঁত এটা খান্দি উলিয়াওঁতে সিহঁত দুজনীৰ বাবে বহুতো সময়ৰ প্ৰয়োজন হোৱা নাছিল। এটা দিশত চায়েৰা আৰু অন্য এটা দিশত অঞ্জু। কোনো অনাহুত শব্দৰ সৃষ্টি নকৰাকৈ দুয়োজনীয়ে নীৰৱে কামখিনি কৰি গৈছিল।

ঃ ৰেহেনা দিদি আৰ্তনাদ কৰি কৰি মৰিল। সেইখিনি সময়ত খবৰ কৰিবলৈ যাওঁতে সি আমালৈ যেনেকৈ চাইছিল তেতিয়াই জানিছিলো সি হাৰামজাদা কেতিয়াবা আমাৰ কোনোবা এজনীক উঠাবলৈ এইখিনি ওলাবহি। মই সাজু হৈ আছিলোৱেই। তোমাক নিবলৈ অহাহেঁতেনো তাক মাৰিলোহেঁতেন।

অঞ্জুৰ চকুত চকু নিমিলালেও তাইক উদ্দেশ্য কৰিয়েই যে কথাবোৰ চায়েৰাই কৈ আছে তাক বুজোতে অঞ্জুৰ একো অসুবিধা হোৱা নাই। জেলিল বুঢ়াৰ চকু দুটা আধামেলা। কোবাৰিয়েদি বৈ আছে এটা শুকান তেজৰ ধাৰা য'ত ৰঙা ৰঙৰ ঠাই অধিকাৰ কৰিছে কিছুমান কজলা বৰণে। কিছুমান ফটা-ছিটা কাপোৰেৰে সেই বৃহৎ দেহটো ঢাকি পাচফালৰ কোনেও নেদেখা এটা বাটেদি বাৰীৰ ওখ ওখ বনৰীয়া ঢেঁকীয়াৰ আঁৰ লৈ সিহঁত দুজনীয়ে যেতিয়া জেলিল বুঢ়াৰ চিনিব নোৱাৰা সেইটো দেহা আনি মন'ঘৰৰ গাঁতটোত পেলাই দিলেহি, তেতিয়া এক ভাবিব নোৱাৰা অৱসাদে সিহঁতক ক্লান্ত কৰি তুলিলেও অলপো সময়ৰ অপচয় নকৰাকৈ দুয়োজনীয়ে ইতিমধ্যে কদাকাৰ হৈ পৰা মানুহটোৰ ওপৰত মাটিৰ ঢিপ বান্ধি দি তাৰ ওপৰত কেঁচুমটাৰ লদা, ভিজি থকা বিভিন্ন গছৰ তলসৰা পাত দি এক আৱৰণৰ সৃষ্টি কৰিলে। অঞ্জুৱে কুকুৰাৰ গঁৰালটো আনিবলৈ আগবঢ়োতেও চায়েৰাই কোনোধৰণৰ প্ৰশ্ন নোতোলাকৈয়ে তাইৰ সৈতে হেকেৰ-পেকেৰকৈ গঁৰালটো তুলি আনি মন'ঘৰৰ দুৱাৰেদি একাষৰীয়াকৈ পাৰ কৰাই দিলেহি।

জেলিল বুঢ়াৰ ৰহস্যজনক অন্তৰ্ধানক লৈ ইতিমধ্যে উত্তাল হৈ থকা গাঁওখনত বৰ বিশেষ প্ৰতিক্ৰিয়া দেখা পোৱা নগ'ল। চাৰিওফালে জুই, ধোঁৱা, মৰামৰি আৰু কটাকটিৰ মাজত এজন আদহীয়া, হৃষ্ট-পুষ্ট মানুহ নোহোৱা হোৱাটো বৰ সাধাৰণ ঘটনা যেনেই চাগে সকলোৰে বাবে অনুভূত হ'ল। ঢাকা বিশ্ববিদ্যালয়ৰ ছাত্ৰ সংগঠনে আহি চুবৰিয়ে চুবৰিয়ে আলোচনাত মিলিত হ'ল। সাংসদ আচফাকুল্লায়ো চৰকাৰক সমালোচনা কৰাৰ লগতে মিলিজুলি থাকিবলৈ সকলোকে বুজাবলৈ ধৰিলে।

কিছুদিনৰ ভিতৰতে সকলোখিনি শান্ত হৈ পৰাত অঞ্জু আৰু প্ৰহ্লাদ ৰাজাশ্বাহী বিশ্ববিদ্যালয়লৈ ঘূৰি গ'ল। শুদা ঘৰটো খামুচি ধৰি একে ঠাইতে ৰৈ গ'ল শাক্যদেৱ। শূন্যতাৰ এক ভয়ংকৰ আৱেষ্টনীৰ মাজত।

*** *** ***

আজি এই মুহূৰ্ততো শাক্যদেৱে একেই শূন্যতা অনুভৱ কৰিছে এখন পৃথক ঠাইৰ ভূমিৰ ওপৰত। আকাশৰ শূন্যতাতকৈও এয়া অধিক বিশাল আৰু বিষময়। আকাশৰ শূন্যতাত বিস্তৃত হৈ থকা সৌন্দৰ্যৰ অভাৱ তাৰ হৃদয়ত বিয়পি পৰা উকাখিনিত প্ৰতি মুহূৰ্ততে সি এতিয়া উপলব্ধি কৰে। আহিবৰ পৰত প্ৰহ্লাদকো লগত আহিবলৈ খাটনি ধৰাত প্ৰহ্লাদে তাৰ হাতত চেপি ধৰি প্ৰায় অপৰাধীৰ সুৰত কৈ উঠিছিল— অঞ্জুক লৈ তুমি গুচি যোৱাগৈ। অঞ্জুৰ নিৰাপত্তাৰ খাতিৰত তাইৰ সৈতে তুমি আঁতৰি যোৱাটো বৰ জৰুৰী। বৰা পটাংগৰ পাচতো কৌখালিৰ প্ৰেমত যেনেকৈ তুমি ৰৈ গৈছিলা, তেনেকৈ এতিয়া ইয়াত ময়ো ৰৈ যাম।

ঃ ইয়াত ৰৈ তই কি কৰিবি প্ৰহ্লাদ?

ঃ বৰা-পটাংগৰ সময়ত তোমাৰ জনা-শুনা সকলোবোৰ ভাৰতলৈ গুচি যোৱাৰ ক্ষণত তুমিও নিজক এই একে প্ৰশ্নকে কৰা নাছিলানে? শাক্য নিশ্চুপ হৈ পৰিছিল।

ঃ এইখন ঠাইত আমাৰ কিবা ভৱিষ্যৎ আছেনে?

শাক্যই কোনো উত্তৰ আশা কৰা নাছিল। কিন্তু সেই জুই, ধোঁৱা, হুলস্থুলৰ মাজতো প্ৰহ্লাদে, মানবেন্দ্ৰ লাৰ্মাৰ একমাত্ৰ পুত্ৰ প্ৰহ্লাদ লাৰ্মাই, বাংলাদেশৰ বৰ্তমান বিখ্যাত মানৱ অধিকাৰ কৰ্মী প্ৰহ্লাদ লাৰ্মাই অলপো ইতঃস্তত নকৰাকৈ কৈ উঠিছিল— ইয়াত কিবা ভৱিষ্যৎ আছেনে নাই নাজানো। কিন্তু চাক্‌মা জাতিৰ ভৱিষ্যৎ একেবাৰে নিঃশেষ হৈ গ'ল বুলি মই বিশ্বাস নকৰো। বহুতো যুগৰ উৎপীড়নৰ পাচতো ইজিপ্ত, ইউৰোপ আদি সকলোৰে ভূমিত পদদলিত হোৱাৰ পাচতো ইহুদীখিনিয়ে এখন নিজস্ব ভূমি উলিয়াই লোৱাদি আমিও হয়তো কোনোবা এটা সময়ত ইতিহাসে নিৰ্ধাৰিত কৰি দিয়া কোনো এক মুহূৰ্তত এটুকুৰা নিজস্ব ভূমি উলিয়াই সমবেত হ'বও পাৰো।

ঃ আমি এইখিনি মাটি হেৰুৱাই পেলোৱাৰ ওপৰত তোৰো হয়তো বৰ বিশেষ সন্দেহ নাই। ছিটাগং পাৰ্বত্য এলেকা হেৰুৱাই পেলোৱাটো চাগে' আমাৰ চাক্‌মাইঁতৰ বাবে আহিবলগীয়া সত্য।

ঃ কিন্তু ক'ৰবাত আমাৰ এটুকুৰা নিজস্ব ভূমি হ'বই। পৃথিৱীৰ কোনোবা এটা কোণত আমাৰ বাবে এটুকুৰা মাটি নোলাবনে?

প্ৰহ্লাদক আশা আৰু নিৰাশাৰ মাজৰ দোজুল্যমান অৱস্থা এটাত এৰি সেই নিশাই অঞ্জুক হাতত ধৰি সামান্য লাম-লাকটুৰে শাক্যদেৱে নিজৰ গ্ৰাম কৌখালিৰ পৰা বিদায় লৈ ভাৰতমুখী যাত্ৰা আৰম্ভ কৰিছিল আৰু দিন-ৰাতি বাটকুৰি বাই ভাৰতৰ অৰুণাচলৰ দিয়ুং এলেকাৰ জ্যোতিপুৰ গাঁৱত আশ্ৰয় গ্ৰহণ কৰিছিল।

ছট্টগ্ৰাম পাৰ্বত্য এলেকা এৰি অহাৰ এই কঠোৰ, বেদনাসিক্ত সিদ্ধান্ত এদিনতে লোৱা সিদ্ধান্ত নাছিল। মনচুৰ ৰহমানৰ কন্যা অঞ্জুক তাইৰ মাকে শাক্যৰ হাতত তুলি দিওঁতে হয়তো তাইৰ নিৰাপত্তাৰ নীৰৱ প্ৰতিশ্ৰুতিও শাক্যদেৱৰ পৰা তাৰ অজানিতেই আদায় কৰি লৈছিল। ঘেৰ্‌ঘেৰকৈ চলি অহা এখন টেংকৰ পৰা জাঁপ মাৰি ওলাই আহি হাত মেলি তেওঁৰ শিশু সন্তানক ৰক্ষা কৰাৰ বাবে উদ্যত হোৱা এজন বিজয়ী সেনাপতি তথা উদণ্ড হত্যাকাৰীৰ ছবি বাৰে বাৰে শাক্যদেৱৰ মনত ভাহি উঠে। অঞ্জুক যিকোনো কষ্টৰ বিনিময়ত নিৰাপত্তাৰ উমেৰে বান্ধি ৰখাৰ শাক্যৰ মনৰ অদম্য ইচ্ছাক এইবোৰ মানসিক ছবিয়ে আৰু অধিক কটকটীয়া কৰি তোলাৰ প্ৰয়াসো কৰে। প্ৰহ্লাদৰ প্ৰতি দায়বদ্ধতা অনুভৱ কৰে যদিও সেয়া অঞ্জুৰ প্ৰতি থকা অনুভৱতকৈ সামান্য তৰল। মানবেন্দ্ৰ লাৰ্মায়ো মৃত্যুৰ কিছুদিন পূৰ্বে প্ৰহ্লাদৰ দায়িত্ব ল'বলৈ তাক অনুৰোধ জনাইছিল। প্ৰহ্লাদৰ দেউতাকৰ মৃত্যুৰ পাচত সিয়ো শাক্যদেৱৰ নিজৰ সন্তানৰ নিচিনাকৈ তাৰ ওচৰ চাপি আহিছিল। কিন্তু সেই ওচৰ চাপি অহাটোৰ মাজতো তাৰ আৰু প্ৰহ্লাদৰ মাজত এটা সূক্ষ্ম ব্যৱধান কেতিয়াবা ক'ৰবাত শাক্যৰ চকুত পৰিছিল। প্ৰহ্লাদৰ ক্ষেত্ৰত সম্পূৰ্ণ আত্মসমৰ্পণৰ অভাৱ শাক্যই প্ৰায়েই অনুভৱ কৰিছিল। আনহাতে অঞ্জুৰ তাইৰ শাক্য বাহ্‌বাৰ ওচৰত আত্মসমৰ্পণ আছিল স্বয়ং সম্পূৰ্ণ আৰু চৰ্তবিহীন। অঞ্জু গাভৰু হৈ অহাৰ পাচত শাক্যই কেতিয়াবা অনুভৱ কৰিছিল যে কিছুমান ভয়ংকৰ আঘাতৰ পৰা বচাই ৰাখিবৰ বাবে অঞ্জুক বাংলাদেশৰ পৰা উলিয়াই লৈ যোৱাটো অতিকৈ জৰুৰী। সেই আঘাতৰ দুঃস্বপ্ন বেলেগ বেলেগ ৰূপত তেওঁৰ চকুৰ আগলৈ উটি-ভাহি আহিছিল— কেতিয়াবা জেলিল বুঢ়াৰ ৰূপত, কেতিয়াবা পাকিস্তানত লুকাই থকা শান্তিবাহিনীৰ নেতাইঁতে পঠিওৱা কিছুমান দৰিদ্ৰ ধনলোভী ঘাতকৰ ৰূপত, কেতিয়াবা ইতিমধ্যে পিয়াপি দি ফুৰা অবৈধ কাঠ-অস্ত্ৰ-ড্ৰাগছৰ সৰবৰাহকাৰীৰ ৰূপত আৰু বিশেষকৈ জলফাই ৰঙৰ কাপোৰেৰে দেহ আবৃত কৰি অহা বাংলাদেশ সামৰিক বাহিনীৰ জোৱান-বিষয়াৰ ৰূপত। প্ৰহ্লাদ আৰু অঞ্জুৱে আইন পৰীক্ষা পাছ কৰি আহি ৰঙামাটিৰ আদালতত ওকালতি আৰম্ভ কৰিছিল। সেইখিনি সময়তে শান্তি বাহিনীৰ উগ্ৰপন্থীয়ে আহি লংগাডু নামে গ্ৰামৰ ওচৰৰ হাবিত ভৈয়ামৰ পৰা অহা বিশটা খৰিকটীয়াক গুলীয়াই মাৰিলে। ঢাকাত বহা খালেদা জিয়াৰ চৰকাৰে যেনেতেনে এক সুযোগৰ অপেক্ষাতেই আছিল। লংগাডু, কৌখালি, খৰ্গচাৰি আদিক সামৰি লোৱা এক বৃহৎ এলেকাত পঁইষষ্ঠি হেজাৰ ভৈয়ামৰ পমুৱা মানুহ বহুওৱাৰ এক পৰিকল্পনাৰ খচৰা প্ৰস্তুত কৰি থোৱা বাংলাদেশ সামৰিক বাহিনীয়ে বাংলাদেশ ৰাইফলছৰ লগ হৈ সেই এলেকাটোৰ চাক্‌মা মানুহখিনি মাৰি-ধৰি তাৰ পৰা জোৰকৈ পঠিয়াই দিয়াৰ কাম নিষ্ঠাৰে কৰাৰ বাবে হাতত ল'লে।

সেইখিনি সময়তে অঞ্জু শাক্যদেৱৰ ওচৰত কেইদিনমান কটোৱাৰ উদ্দেশে কৌখালি আহি ওলালহি। এদিন পুৱাৰ সময়ত চাৰিওফালৰ পৰা কিছুমান শব্দৰ আৰাও শুনাৰ লগে লগে বিপদৰ উমান পাই অঞ্জু আৰু শাক্যই ঘৰত এখন্তেকো নৰৈ পাচফালৰ হাবিৰ মাজলৈ দৌৰ মাৰোতেও আৰ্তনাদৰ শব্দ আৰু ঘৰ, পথাৰ আদিৰ পৰা কুণ্ডলী পকাই উঠি অহা ধোঁৱাৰ দৃশ্যৰ ভয়াৱহতাৰ পৰা পৰিত্ৰাণ পোৱাৰ কোনো উপায় বিচাৰি পোৱা নাছিল। এছটা ডাঙৰ শিলৰ আঁৰত কোনোমতে গা লুকাই দুয়োটাই সম্ভাব্য বিপদৰ অপেক্ষাত ৰৈ থাকোতে দেখিলে এজনী আদবয়সীয়া তিৰোতাই কোলাত এটা কণমানি কেঁচুৱা লৈ হাবিৰ মাজৰ মুকলিখিনিৰ মাজেৰে দৌৰি দৌৰি আহি আছে। মানুহজনীৰ পাচে পাচে তিনিটা সৈনিক। সিহঁতৰ হাতত বন্দুক। দৌৰি দৌৰি ভাগৰত অৱশ হৈ পৰা মানুহজনীৰ খোজ এটা সময়ত মন্থৰ হৈ পৰাৰ সুবিধা লৈয়েই তাইৰ পাচে পাচে অহা সৈনিক তিনিটাৰ এটাই তাইৰ বাহুত খামুচি ধৰি তাইক আগভেটি ধৰিলে। সেইখিনি সময়তে মানুহজনীৰ কোলাৰ কেঁচুৱাটোৱে বিকট শব্দ কৰি কান্দি উঠিল। দাঁত নিকটাই হাঁহি থকা এটাই কেঁচুৱাটোৰ টেটুত বাওঁহাতেৰে চেপা মাৰি ধৰিলে। মেল খাই পৰা চকু, আছাৰি আছাৰি এটা সময়ত নিশ্চল হৈ পৰা হাত-ভৰিৰ সেই অৱস্থাটোলৈ আহিবৰ বাবে সেই কণমানি জীৱটোৰ বহুত বেছি সময়ৰ প্ৰয়োজন হোৱা নাই।

শাক্যই নিজে চকু মুদি অঞ্জুৰ মুখ দুহাতেৰে ঢাকি পেলালে। ভয় আৰু দুখত বিতত অঞ্জুৰ মুখৰ পৰা সামান্য গেঙনি এটা ওলালেও এই মুহূৰ্তত তাইৰ জীৱন বিধ্বস্ত হৈ পৰিব। তেনে এক ভয়ংকৰ ক্ষণৰ পৰা শাক্যই অঞ্জুক বচাই ৰাখিবই লাগিব। তাৰ আদহীয়া, পৰি অহা শক্তিৰ দেহাই সেই কথা মনত ৰাখিয়েই হয়তো তাইৰ গাভৰু দেহাটো পাৰ্যমানে নিশ্চল, নিষ্ক্ৰিয় কৰি ৰখাৰ এক নিষ্ঠুৰ প্ৰচেষ্টা কান্ধত তুলি ল'লে।

ঃ তহঁতে মোৰ নাদিনটোক কেলেই মাৰি পেলালি?

নাতিয়েকৰ প্ৰাণহীন দেহাটোলৈ চাই মানুহজনীয়ে কান্দোনত গছৰ পাত সৰুৱাইছে। অলপ সময়ৰ ভিতৰতে অসুৰকেইটাই আদহীয়া মানুহজনীৰ ক্ৰমান্বয়ে অৱশ হৈ অহা দেহাটো ডাংকোলা কৰি নি অলপ গভীৰ ঘাঁহনিৰ মাজলৈ আঁতৰি গৈছে। মানুহজনীৰ গাৰ কাপোৰবোৰ ৰাস্তাত এপদ এপদকৈ খুলি যাওঁতে সিহঁতৰ আসুৰিক কিৰিলিৰ শব্দৰ লগত মানুহজনীৰ অসহায় কান্দোনৰ শব্দ মিশ্ৰিত হৈ এক অদ্ভুত ধৰণৰ আৱাজৰ সৃষ্টি হৈছে।

শাক্যদেৱে অঞ্জুৰ শিথিল হৈ দেহাটো ধীৰে ধীৰে নিজৰ কবলৰ পৰা মুক্ত কৰি দিছে। দুই হাতেৰে মুখ ঢাকি এক অস্ফুট কান্দোনৰ পাৰভগা ধলত কঁপি উঠা দেহাটোৰ অসহায়তালৈ চাই এতিয়া শাক্য নিশ্চিত হৈছে যে 'ব'লা, মানুহজনীক উদ্ধাৰ কৰিবলৈ যাওঁ' জাতীয় এটা সিহঁতৰ শক্তিৰ বাহিৰৰ কাৰ্য কৰাৰ অবাস্তৱ দাবী তুলিবলৈ। অঞ্জু নাযায়। তেনে এটা দাবীৰ আশংকাত অলপ আগতে সংকুচিত হোৱা তাৰ মনটো কিন্তু এতিয়াও ফৰকাল হোৱা নাই। এফালে প্ৰৌঢ়তা আৰু অঞ্জুৰ নিৰাপত্তাৰ চিন্তাই জুৰুলা

কৰা দেহা-মন আৰু আনফালে দুটা অসহায় জীৱৰ লগত হোৱা অন্যায় প্ৰত্যক্ষ কৰিও মনে মনে থাকিবলগীয়া হোৱা এই স্বাৰ্থপৰতাই তাক ভিতৰি ভিতৰি কঁপাই তুলিছে। এঘণ্টামান চাগে' তেনেকৈয়ে পাৰ হৈ গৈছিল। তিনিটা সৈনিক গপ্‌গপাই সিহঁতৰ সন্মুখৰ লুংলুঙীয়া মুকলি পথেৰে ওলাই যোৱাৰ কিছু ক্ষণৰ পাচলৈকে আৰু সিহঁতৰ উভতি অহাৰ বা চোপ লোৱাৰ আশংকা নুই কৰিব পৰা হোৱাৰ পাচতহে শাক্য আৰু অঞ্জু সিহঁতে গা ঢাকি থিয় হোৱা বৃহৎ শিলটোৰ আবুৰৰ পৰা ওলাই আহিছে। মুখেৰে 'টু' শব্দ এটাও নকৰাকৈ দুয়োটাই মানুহজনীক টানি নিয়া ঠাইৰ ফালে খৰখোজেৰে গৈ এটুকুৰা এঢলীয়া ঠাইত ওখ ঘাঁহনিৰ আঁৰত তেজে তুমৰলি হৈ পৰি থকা নাঙঠ তিৰোতাজনীৰ স্থিৰ, শীতল দেহাটো দেখি তাতেই কিছুসময় স্তব্ধ হৈ ৰ'ল। হঠাৎ অঞ্জু আগবাঢ়ি আহি 'বাহ্‌বা' বুলি হাত মেলি শাক্যৰ বুকুত সোমাই উচুপি উচুপি কান্দিবলৈ ধৰিলে। শাক্যয়ো তাইক বুকুৰ মাজত সুমুৱাই সমান জোৰত কান্দিবলৈ আৰম্ভ কৰিলে। এয়া এক অদ্ভুতধৰণৰ অনুভূতি। এক ব্যাখ্যাতীত বেদনা। সিহঁতৰ সন্মুখত পৰি থকা এক বিকৃত মৃতদেহৰ ঠাইত অঞ্জুৰ নিশ্চল দেহাটোৰ অৱস্থিতি কল্পনা কৰি ভয়ত শিয়ৰি উঠাৰ লগতে এই সাময়িক পৰিত্ৰাণৰ স্বস্তিয়ে আনি দিয়া সকাহৰ বৈপৰীত্যই সিহঁত দুয়োটাৰ মাজত সৃষ্টি হোৱা বাংময়হীন শব্দবিন্যাসখিনি ভৰাই তুলিলে।

গোটেই গ্ৰামখনত বাংলাদেশৰ সৈন্য আৰু ভৈয়ামৰ পৰা অহা পমুৱাবোৰে এফালৰ পৰা ঘৰ-দুৱাৰ, খেতি তহিলং কৰি আৰু ইটোৰ পৰা সিটোকৈ চাক্‌মা পৰিয়াল মাৰি কাটি খান্তাং কৰি এক বৃহৎ এলেকা পইষষ্ঠি হেজাৰ মানুহৰ কাৰণে মুকলি কৰা কাৰ্যত দেহে-কেহে লাগি পৰিল। প্ৰত্যেকখন গ্ৰামৰ পৰা ভাহি আহিছিল মৰণকাতৰ আৰ্তনাদ আৰু জুই-ধোঁৱাৰ এক ভয়ংকৰ সংমিশ্ৰণ। সেইবোৰৰ মাজে মাজে এদিন শাক্য আৰু অঞ্জুৱে নীৰবে, অত্যন্ত ক্ষিপ্ৰতাৰে আৰু বুকুত শূন্যতাৰ এসোপামান বোজা বান্ধি ভাৰতলৈ গুচি আহিল। প্ৰহ্লাদ বৈ গ'ল ৰঙামাটিৰ বুকুত। স্বইচ্ছাৰে। হয়তো জন্মভূমিৰ মোহত সি বন্দী হৈ ৰ'ল। নতুবা চায়েৰা নামৰ এজনী ধুনীয়া ছোৱালীৰ আকৰ্ষণে তাক শত প্ৰতিকূলতাকো নেওচি বৈ যাবলৈ বাধ্য কৰালে। ইহুদী জাতিৰ দৰে এদিন পৃথিবীৰ অ'ত-ত'ত বিস্তৃত হৈ থকা চাক্‌মা মানুহবোৰো কোনোবা এটা বিশেষ এলেকাত লগ হোৱাৰ এটা মিঠা সপোনৰ কথা বিৱৰি তাক ইমানদিনে বাপেকৰ মৰমেৰে আৱৰি থকা শাক্যদেৱক প্ৰহ্লাদে বিদায় দিবলৈ ওলাল। আচলতে সেইবাৰ অঞ্জুৱে তাইৰ শাক্য বাহ্‌বাক কাতৰ স্বৰেৰে তাইক সেই ধ্বংসৰ মাজৰ পৰা উলিয়াই নিবলৈ খাটনি ধৰিলে।

: তুমি মোক সৰুতে এবাৰ জুই-ধোঁৱা-বোমাৰ মাজৰ পৰা বচাই আনি কৌখালিৰ তোমাৰ ঘৰলৈ লৈ আহিছিলা। এতিয়াও তুমি মোক ক'ৰবালৈ লৈ যোৱা বাহ্‌বা। মই জীয়াই থাকিবলৈ বিচাৰো।

বিদায়ৰ পৰত প্ৰহ্লাদে অঞ্জুৰ মুখলৈ চোৱা নাই। সি সিহঁতৰ লগত ভাৰতৰ সীমান্তলৈকে আহি সিহঁতক এটুকুৰা নিৰাপদ ঠাইত এটা সৰু জনা-শুনা গোটৰ লগত লগ লগাই

আঁতৰি আহিছিল। তাৰ চকুত চকুপানীৰ অৱস্থিতি বিচাৰি তাক উলিয়াব নোৱাৰি হতাশ হোৱা শাক্যদেৱে কেতিয়াবা এতিয়াও ভাবে যে সৰুৰে পৰা নাড়ুং গুটি আৰু পোল্লা-পোল্লি খেলি একেলগে ডাঙৰ হোৱা অঞ্জুক প্ৰহ্লাদে ইমান নিৰ্বিকাৰ চিত্তে, চিৰদিনৰ বাবে এনেকৈ যাবলৈ দিয়াটো এটা অস্বাভাৱিক ঘটনা। আইনৰ স্নাতক হোৱাৰ পাচতে অঞ্জুৱে ৰঙামাটিৰ আদালতত ফৌজদাৰী গোচৰক লৈ ব্যস্ত হোৱাৰ সময়তে প্ৰহ্লাদে বাছি উলিয়াইছিল অন্য এক বিশেষ পথ। আইনৰ সহায়ত বাংলাদেশৰ বিভিন্ন কাৰাগাৰত বিনা বিচাৰে পচি থকা চাক্‌মা যুৱকৰ এটা বৃহৎ দলক উদ্ধাৰ কৰাৰ বাবে সি আদালতৰ ওচৰলৈ গৈ Habeaus corpus আবেদন দাখিল কৰিছিল। নিজে কাৰাগাৰত সোমাই থাকোতে লগ পাইছিল চাক্‌মাহঁতৰ এজন নেতা বিজয় কেটানক। বহু মাহ এখন কাৰাগাৰত সোমাই থকা বিজয় কেটানৰ ওপৰত কাৰাগাৰত হোৱা অত্যাচাৰ প্ৰত্যক্ষ কৰি শিয়ৰি উঠিছিল প্ৰহ্লাদ লাৰ্মা। আইনৰ ডিগ্ৰী লাভ কৰাৰ পাচতেই হাতত লৈছিল বিজয় কেটানক বচোৱাৰ প্ৰচেষ্টা। বিজয় কেটানৰ পত্নী সুনীতাৰ পৰা এই গোচৰ আদালতত দিয়াৰ বাবে দাখিল কৰিবলগীয়া আবেদনত চহী আদায় কৰিবলৈ যাওঁতে ভাগৰি পৰিছিল প্ৰহ্লাদ।

ঃ কি লাভ হ'ব এনে এখন আবেদন দাখিল কৰি? যিবোৰ মানুহে অকল আমাক জনে-প্ৰাণে মৰাতেই ব্যস্ত, সিহঁতৰ ওচৰলৈ আইন-আদালতৰ মাধ্যমেৰেই হওক বা অন্য কিবাৰ জৰিয়তেই হওক, যোৱাৰ কি অৰ্থ?

ঃ এবাৰ মোক চেষ্টা কৰিবলৈ দিয়ক ভুঝি। আপোনাৰ এটা স্বাক্ষৰৰ বাবে হয়তো ইতিহাসেই সলনি হৈ যাব পাৰে। যোৱা দহটা বছৰ বিজয় দাহ্‌দাই সূৰ্যৰ পোহৰ দেখা নাই। কাৰাগাৰৰ এটা সৰু, বন্ধ কুঠৰীত দিন কটাইছে তেওঁ। এনেদৰে এনেয়ো তেওঁ ধীৰে ধীৰে মৃত্যুৰ মুখলৈকে আগবাঢ়ি গৈছে। এটা চকুৰ দৃষ্টি শক্তিও তেওঁ হেৰুৱাই পেলাইছে। হয়তো কিছুদিনৰ পাচত ইটো চকুৰেও তেওঁ নেদেখা হৈ পৰিব। আপোনাৰ এটা চহীৰে...

সুনীতা ভুঝিয়ে প্ৰহ্লাদৰ হাতৰ পৰা কলমটো কাঢ়ি নিয়াদি নি গোট গোট আখৰেৰে নিজৰ নামটো লিখি পেলালে। চকুৰ পৰা অবিৰতভাৱে বৈ অহা চকুপানীবোৰ মচি পেলোৱাৰ কোনো চেষ্টা তেওঁ চলোৱা নাছিল।

বিজয় কেটনক উলিয়াই অনাৰ কাৰণে Habeus corpus লেখ আবেদন দাখিল কৰাৰ পাচতেই তেওঁক মুক্তিৰ আদেশ দি বাংলাদেশ উচ্চতম ন্যায়ালয়ে কিছুমান ধূলিস্যাৎ হোৱা আশাক পুনৰুজ্জীৱিত কৰিবলৈ ওলাল। দুগুণ উৎসাহেৰে প্ৰহ্লাদ নামিল অন্য কিছুমান বন্দী চাক্‌মাক মুকলি কৰাৰ কামত আৰু এইটো ক্ষেত্ৰত আদালতত যুক্তি প্ৰদৰ্শোৱা আদিৰ বাবে প্ৰহ্লাদৰ সন্মুখত মুখা হৈ থাকিল খলিলুৰ। প্ৰহ্লাদ সন্মুখলৈ আহি চাক্‌মা বন্দীবোৰক মুক্তি দিয়াৰ কামত লাগিলে বাংলাদেশ সামৰিক বাহিনী বা অন্য কোনো পমুৱা নেতাৰ ৰোষত পৰাৰ ভয়ক প্ৰতিহত কৰিবৰ বাবেই খলিলুৰে আগবঢ়োৱা

পৰামৰ্শ প্ৰহ্লাদে মানি ল'লে।

প্ৰহ্লাদ কেতিয়াবা খলিলুৰহঁতৰ ঘৰলৈ যায়। গাঁওখনৰ ইটো মূৰত হাবি চাফ কৰি পমুৱাহঁতে পতা গাঁৱৰ একেবাৰে উত্তৰ দিশত খলিলুৰহঁতৰ ঘৰখন। সিহঁতৰ মন'ঘৰটোতেই এদিন জীৱনৰ আশংকাত সি, শাক্য বাহ্বা আৰু অঞ্জু গোটেই ৰাতি লুকাই মৰণৰ ক্ষণ গণি আছিল আৰু সেই মন'ঘৰৰ মাটিৰ তলৰ কোনোবা এটা চুকত এতিয়াও চায়েৰা আৰু অঞ্জুৱে মিলি পুতি থোৱা জেলিল বুঢ়াৰ মৃতদেহটো হয়তো জহি-খহি পৰি আছে। খলিলুৰহঁতৰ ঘৰলৈ গ'লে চায়েৰা আহি তাৰ হাতত চাহৰ পিয়লা তুলি দিয়েহি। তাইৰ মুখৰ পৰা খহি পৰা কাপোৰৰ আতিশয্যত হয়তো কেতিয়াবা সিহঁতৰ চাৰি চকুৰ মিলন ঘটে। তাই মিচিকিয়াই হাঁহে। লাজকুৰীয়া নহ'লেও এটা কমনীয় হাঁহি য'ত বুজা-নুবুজাৰ মাজত দুলি থকা এক আকৰ্ষণীয় ব্যক্তিত্বই ভুমুকি মাৰে।

এবাৰ তেনে এক দিনতেই সি খলিলুৰহঁতৰ ঘৰ ওলাইছিলগৈ। ঘৰৰ দুৱাৰ মুখত থিয় হোৱাৰ পাচতেই তাৰ কাণত উফৰি আহি পৰিছিলহি কিছুমান উখনা-উখনি শব্দৰ টুকুৰা— মই এনেধৰণৰ জেহাদত বিশ্বাস নকৰো। কোৰআণত কৈছে নিজৰ অন্তৰাত্মাৰ শুদ্ধতাৰ কাৰণে চলোৱা জেহাদ-অল-আকবৰেই শ্ৰেষ্ঠতম জেহাদ। তেনে এক জেহাদ চলাবলৈ আমি কেতিয়াও চেষ্টা চলোৱা নাই।

ঃ আমাৰ মাজতেই থাকি কোনোবাই বুদ্ধ দেৱতাৰ পূজা কৰিব। এনেবোৰ মানুহক জীয়াই থাকিবলৈ দিয়া মানে আল্লাৰ বিৰুদ্ধাচৰণ কৰা। এনেবোৰ মানুহৰ বিৰুদ্ধে জেহাদ চলোৱাতো আমাৰ পবিত্ৰ কৰ্তব্য।

ঃ তোৰ মূৰত এইবোৰ কথা কোনে সুমুৱালে ইৰফান?

ঃ সেই আল্ ৰাবিটাৰ মানুহকেইজনে। সিহঁতে মুজাহিদীন, আল্ কায়দাহঁতৰ লগতো কথা-বতৰা পাতি থাকে। মাজে মাজে ছৌডি আৰবিয়ানলৈ যায়, মাজে মাজে আফগানিস্থানলৈকো যায়।

ঃ সিহঁতৰ মাজৰ সেই জুজু বোলাটোৰ দেখোন মুখৰ এটা ফাল মামৰে খোৱাৰ নিচিনাকৈ পুৰি গ'ল। এটা চকুও পুৰি গ'ল।

ঃ আফগানিস্থানত ছোভিয়েট কমিউনিষ্টহঁতৰ লগত যুদ্ধ কৰোতে গ্ৰেনেড দলিয়াইছিল। তাতেই কিবা দুৰ্ঘটনাত মুখ-চকু পুৰি শেষ হৈ গ'ল।

ঃ শুন ইৰ্ফান। আমি এই বিদেশী আৰব বা আফগানবোৰৰ কথামতে কিয় চলিবলৈ বিচাৰিছো? আমাৰ বাংলাদেশী মুছলমানকেইটাৰ স্বাৰ্থ সেই আৰব বা আফগানী মুছলমানৰ স্বাৰ্থৰ লগত কেনেকৈ একাকাৰ হ'ব তয়েই ক'চোন। পাহাৰী আফগান, আৰবহঁতৰ সামাজিক সংস্কৃতিত কটা-মৰাৰ প্ৰাধান্য বৰ বেছি। হয়তো প্ৰতিকূল জলবায়ুৰ বিৰুদ্ধে যুদ্ধ চলাওঁতে নিষ্ঠুৰতা সিহঁতৰ জীৱনৰে এক অংশ হৈ পৰিছে। জেহাদৰ নামত সেই নিষ্ঠুৰতাক আমাৰ কোমল সংস্কৃতিৰ মাজলৈ আমদানি কৰি অনাৰ সিহঁতৰ প্ৰৱণতাক বাধা দিবৰ হ'ল।

ঃ কালি জুমা নামাজৰ পাচত এজন মৌলবী আহিছিল। মানুহজন একেবাৰে তুৰস্কৰ পৰা আহিছে। তেওঁৰ মতে মুছলমানৰ ঠাইত অমুছলমানৰ উপস্থিতি সহ্য কৰা ঠিক নহয়। তেনে এটা কথা আল্লাৰ মনঃপুত নহয়। সেয়ে দৰকাৰ হ'লে গুলী-বাৰুদ ব্যৱহাৰ কৰি হ'লেও আল্লাই ভালপোৱা কামটো কৰিব লাগে।

ঃ আল্লাৰ মনঃপুত নোহোৱাহেঁতেন তেওঁ পৃথিৱীলৈ অকল মুছলমানকহে পঠিয়ালেহেঁতেন। আল্লা সৰ্বশক্তিমান। তেওঁ মহত্বৰ প্ৰতিভূ। ইমান ক্ষুদ্ৰ পৰিসৰত সৃষ্টিকৰ্তাৰ চিন্তা সীমাবদ্ধ হৈ থাকিব নোৱাৰে। তুৰস্কৰ পৰা কোনোবা এজন আহিল আৰু আমাৰ লগত ইমানদিন সহবাস কৰি থকা মানুহখিনিক আঁতৰাই পঠিওৱাৰ কথা ক'লে। বাহিৰৰ পৰা অহা মানুহবোৰে কিহৰ স্বাৰ্থত আমাক অস্ত্ৰ লোৱাৰ কথা ক'বলৈ ওলাইছে কেতিয়াবা ভাবি চাইছানে? অস্ত্ৰ বেপাৰীৰ স্বাৰ্থত। ডাঙৰ ডাঙৰ অস্ত্ৰ নিৰ্মাতা, অস্ত্ৰ সৰবৰাহকাৰীৰ এই বৃহৎ ন্যস্তস্বাৰ্থই পৃথিৱীৰ সকলো ঠাইতে গণ্ডগোল হৈ থকাটো বিচাৰে। তেতিয়াহে সিহঁতে সিহঁতৰ দ্বাৰা উৎপাদিত আগ্নেয়াস্ত্ৰবোৰ বেচিবলৈ সুবিধা কৰিব পাৰিব। ইহঁতৰ কথা শুনি...

ঃ খলিলুৰ ভাই, তুমি কথাবোৰ বেলেগ ধৰণেৰে ভাবা। মানুহে কয় যে তুমি আচল মুছলমান নহয়। তুমি সদায় মছজিদলৈ নোযোৱা। তুমি পাঁচবাৰ নামাজ পঢ়া নে নাই সেই বিষয়েও হেনো সন্দেহ আছে।

ঃ মই আচল মানুহ হ'বলৈ চেষ্টা কৰিছো। আচল মানুহ আৰু আচল মুছলমানৰ মাজত পাৰ্থক্য একো নাই ইৰ্ফান। মই সকলো সময়তে মহাশক্তিমান আল্লাৰ ওচৰত মূৰ দোঁৱাই থাকো। সেইবোৰ বাদ দি তুমি মোক এটা কথা কোৱাচোন। আমাৰ লগত বছৰৰ পাচত বছৰ একেলগে থকা চাক্‌মা মানুহবোৰক মাৰি-পিটি খেদি পঠিওৱা কথাটোক তুমি কেনেভাবে গ্ৰহণ কৰিবলৈ বিচাৰা। তেনে এটা কাম ন্যায়সংগত হয়নে?

ঃ চাক্‌মাবোৰক দূৰলৈ পঠিয়াই দিব পাৰিলে ফেনীৰ পাৰৰ পলসুৱা মাটিখিনি খালী হৈ পৰিব। মোৰ তাত বহাৰ ইচ্ছা আছে। ঘৰত দহটা মানুহৰ সৈতে এতিয়াৰ মাটিৰ খেতিৰে খাবলৈ নোজোৰে। মৰিয়াই-কিলাই হওক বা বুজাই-বঢ়াই হওক সিহঁতক খেদি পঠিয়াব পাৰিলে, আমাৰ পৰিয়ালটো বৰ্তমানৰ আধাপেটী অৱস্থাৰ পৰা বাচি যাব।

ঃ আৰু সেই কামটোকেই আল্লাৰ নাম লৈ কৰিব পাৰিলে মনত বেয়াও নালাগিব। নে কি কোৱা? অস্ত্ৰ বেপাৰীৰ অস্ত্ৰ বিক্ৰী হ'ব, তোমাৰ বাবে নতুন খেতিমাটিৰ সন্ধান পোৱা যাব, স্বাভাৱিকতে হিংস্ৰ মানুহ কিছুমানৰ বাবে হিংস্ৰতা প্ৰকাশ কৰাৰ সুযোগ মিলিব। মুঠতে লাভেই লাভ।...

প্ৰহ্লাদে নিজকে প্ৰৱেশদ্বাৰৰ পৰা আঁতৰত ৰাখি অৱস্থান গ্ৰহণ কৰিছে। ইৰ্ফান ওলাই যাওঁতে গা লুকাই থিয় হৈ থকা প্ৰহ্লাদৰ অৱস্থিতিক লক্ষ্য নকৰি গা নচুৱাই নচুৱাই নঙলামুখেৰে ওলাই যাওঁতে প্ৰহ্লাদে শব্দ নকৰাকৈ লাহে লাহে দেহাটো চোঁচৰাই আনি ঘৰটোৰ পাচফালে নঙলা গচকি ওলাই যোৱা ইৰ্ফানৰ চকুত নপৰাকৈ থিয় হৈছে

চকুৰে নেদেখা হোৱা এটা দূৰত্ব পোৱাৰ পাচত প্ৰহ্লাদ আহি দুৱাৰমুখেৰে ভিতৰলৈ সোমাই গৈছে।

ঃ মই কথাবোৰ শুনিলো।

তাৰ মাতত দোষী দোষী স্বৰে খেলা কৰিছে।

ঃ একো নতুন কথা শুনা নাই। এইখন পুৰণি ৰেকৰ্ড। তোমালোকৰ মাটিখিনি বৰ লোভনীয়। সেইখিনিয়ে মোক খা মোক খা কৰি এইবোৰ মানুহক উন্মাউল কৰি তুলিছে।

ঃ আমাৰ শান্তি বাহিনীৰ নেতা, এখন স্বাধীন চাক্‌মা দেশৰ সপোন দেখুওৱা প্ৰবীৰ চাক্‌মা বহুদিনৰ পৰা পাকিস্তানত। ডাউদ ইব্ৰাহিমৰ অস্ত্ৰ আৰু ড্ৰাগছৰ ব্যৱসায়ীৰ অংশীদাৰ। প্ৰবীৰ চাক্‌মাই বিচাৰিছে গণ্ডগোলবোৰ চলি থাকক। মৌলবী, ধৰ্মীয় নেতাৰ ৰূপত অহা কিছুমান বিদেশী দালালে সেই উদ্দেশ্য পূৰণ কৰাৰ বাবেই ইয়াত মানুহবোৰ উচটাইছেহি আৰু ইয়াৰ ‘মানুহ বনোৱা যন্ত্ৰ’ৰ দেশ বাংলাদেশৰ বহুতো মানুহক চাক্‌মাইঁতৰ নাঙঠ মাটিবোৰৰ সুন্দৰ ৰূপে ইতিমধ্যে বলিয়া কৰি তুলিছে। এনে এক বিস্ফোৰক পটভূমিত আমাৰ ভবিষ্যৎ কি খলিলুৰ?

ঃ হয়তো ধ্বংস। হয়তো কোনোবা নতুন সৃষ্টিৰ আখৰা। একো কথাই ক'ব নোৱাৰি প্ৰহ্লাদক।

অঞ্জুক লৈ শাক্যদেৱ আঁতৰি যোৱাৰ পৰত খলিলুৰৰ কিছুমান কথা প্ৰহ্লাদে দোহাৰিছিল। সেই ধ্বংসৰ মাজত সৃষ্টিৰ আখৰা চাবলৈকে সি হয়তো তাত অকলশৰেই ৰৈ গৈছিল।

## [৩৩]

— ন্যায়াধীশ মহোদয়, এই পোন্ধৰ একৰ মাটিৰ অৰণ্যত চাক্‌মাসকলৰ প্ৰৱেশ নিষিদ্ধ কৰা মানে সন্তানক মাকৰ পৰা আঁতৰাই দিয়াৰ লেখীয়া কাৰ্য। জন্মৰ পৰাই এটা চাক্‌মা শিশুৱে হাবিৰ গছ-বন-ফল-ফুলৰ লগত উমলিবলৈ আৰম্ভ কৰে। অৰণ্য তেওঁলোকৰ বাবে এক জীৱিত, অবিচ্ছেদ্য অংশ জীৱনৰ, জীয়াই থকাৰ। চৰকাৰে একো নেজানি, নুবুজি এনে এক অদ্ভুত সিদ্ধান্ত লোৱাৰ আমি বিৰোধিতা কৰিছো। চৰকাৰে মানুহখিনিৰ বাবে কোনো বিকল্প ব্যৱস্থা নৰখাকৈ বা কোনোধৰণৰ ক্ষতিপূৰণৰ কথা নভবাকৈ লোৱা টোঘলকী সিদ্ধান্তক বাতিল কৰাৰ বাবে মহামান্য আদালতে নিৰ্দেশ দিলে ন্যায় প্ৰতিষ্ঠা হ'ব।

বাংলাদেশ উচ্চতম ন্যায়ালয়ৰ বিচাৰ কক্ষত থিয় হৈ প্ৰহ্লাদ লাৰ্মাই কৌখালিৰ ওচৰৰ ৰাজাপুৰ অভয়াৰণ্যত চাক্‌মাহঁতৰ প্ৰৱেশ নিষিদ্ধ কৰাক লৈ এই গোচৰ তুলিছে। সকলোৱে একমুখে কৈছিল— কি হ'ব আদালতৰ ওচৰ চাপি? চৰকাৰে কোনো কথাই মানি নলয়। কিন্তু প্ৰহ্লাদ নাচোৰ-বান্দা। সি গোচৰ তুলিবই আৰু বঞ্চিতৰ সপক্ষে ন্যায় আদায় কৰিবই।

ন্যায়াধীশ নজৰুল ইছলামে কথাবোৰ হৃদয়ংগম কৰিবলৈ চেষ্টা কৰিছে।

ঃ এনে এক সিদ্ধান্ত লোৱাৰ আগেয়ে চৰকাৰে ভুক্তভোগীসকলৰ লগত কিবা আলোচনা-বিলোচনাত বহিছিলনে?

ঃ নাই বহা ন্যায়াধীশ মহোদয়। চৰকাৰে ৰাজহুৱা স্বাৰ্থত এনেধৰণৰ সিদ্ধান্ত গ্ৰহণ কৰিব পাৰে। —চৰকাৰী উকীলৰ যুক্তিত ন্যায়াধীশৰ মুখত স্পষ্টভাবে এক ভ্ৰূকুটিৰ হাঁহি বিয়পি পৰিছে।

ঃ ৰাজহুৱা স্বাৰ্থ? কাৰ ৰাজহুৱা স্বাৰ্থ? কেনেধৰণৰ ৰাজহুৱা স্বাৰ্থ? এটা বৃহৎ সামাজিক গোটৰ জীয়াই থকাৰ উৎসক কাঢ়ি আনি যদি কোৱা হয় তাৰ দ্বাৰা ৰাজহুৱা স্বাৰ্থ পূৰণ কৰিবলৈ বিচৰা হৈছে, আইনে তাক মানিবলৈ প্ৰস্তুত নহয়।

চৰকাৰী নিষেধাজ্ঞাক এটা আদেশত উৰুৱাই দিয়াৰ পিচত প্ৰহ্লাদ লাৰ্মা গৈ বাৰে বাৰে মানুহখিনিক কোৱাৰ পিচতো কিছুদিনলৈ ভীতিগ্ৰস্ত হৈ থকা সেইখিনি মানুহে ৰাজাপুৰ অভয়াৰণ্যৰ অন্তৰ্ভাগলৈ যোৱাৰ সাহসকণ যেন গোটাব পৰা নাছিল। এনেয়ো এইবোৰ অৰণ্যৰ ভিতৰে-বাহিৰে শান্তি বাহিনীৰ যোদ্ধা, চুবুৰীয়া ভাৰত, ম্যানমাৰ আদিৰ পৰা আহি ঘাটি পতা সন্ত্ৰাসবাদীৰ দলে পিতপিতাই ঘূৰি ফুৰাৰ লগতে গছ-গছনি কাটি তহিলং কৰি আৰু দুষ্প্ৰাপ্য জীৱ-জন্তুক নিৰ্বিবাদে হত্যা কৰি লাহে লাহে অৰণ্যৰ আত্মাকে বিধ্বস্ত কৰি আনিছিল। আগৰ ঘোপমৰা অন্ধকাৰৰ ঠাইত এতিয়া অৰণ্যৰ মাজত পোহৰৰ অবিৰত খেলা। আকাশ চোৱাৰ বাবে থকা দুৰ্লংঘ্য বাধাৰ এতিয়া কোনো চিন-মোকাম নাই। অৰণ্যক সঁচাকৈয়ে মৰম কৰা চাক্‌মা গ্ৰামবাসীক অৰণ্যৰ সেউজখিনিৰ পৰা

বিতাড়িত কৰাৰ প্ৰচেষ্টাই অৰণ্যক ৰক্ষা কৰিব নোৱাৰে। দুটা মৃতপ্ৰায় অস্তিত্বৰ ইটোৰ লগত সিটোৰ আত্মিক সম্পৰ্ক আদিম সময়ৰ পৰাই। তাক কোনো আইনে ছিন্ন কৰিব নোৱাৰে। তাক কোনো আইনে জোৰাও লগাব নোৱাৰে।

তথাপিও শংকাগ্ৰস্ত মানুহখিনিয়ে ভয় খাইছিল আৰু প্ৰহ্লাদে এটুকুৰা কাগজ আনি জোকাৰি দিয়াৰ পিচতো বহু সময়লৈ সেই কাগজত লিপিবদ্ধ আশ্বাসক দ্বিধাগ্ৰস্তহীনতাৰে গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিছিল। কিন্তু প্ৰহ্লাদৰ বাবে এই বিজয় আছিল এটা বিশ্বাসৰ বিজয়। সকলো নোহোৱা হ'ল বুলি ভবাৰ পিচতো ক'ৰবাত আশাৰ সঁফুৰা এটা সংগোপনে পোহপাল দিয়াৰ এটা অদ্ভুত সিদ্ধান্তৰ বতৰা বহন কৰাৰ কিছুক্ষণ পিচতেই সেই আশাক জীপাল কৰি তুলিব পৰা এই বৈপ্লৱিক বিজয়। শাক্যদেৱক আহি সি থোকাথুকি মাতেৰে ন্যায়াধীশ নজৰুল ইছলামৰ ৰায়ক পঢ়ি শুনাওঁতে শাক্যদেৱে তোলনীয়া পুত্ৰৰ বুকুত অংকুৰিত হোৱা আকাংক্ষাক পঢ়ি পেলাইছিল।

ঃ দেখিছা বাহ্‌বা, ইমানবোৰ বিপদৰ মাজতো খলিলুৰ আছে, ন্যায়াধীশ নজৰুল ইছলাম আছে আৰু বহুখিনি ভাল মানুহ অ'ত-ত'ত সিঁচৰতি হৈ আছে।

ঃ তোৰ বাপেৰক মই একেখিনি কথাকেই কৈছিলো। কিন্তু বাপেৰে বুজিলে বন্দুকৰ ভাষা ভাৰত-পাকিস্তান বিভাজিত হোৱাৰ পৰত আমাৰ ছট্টগ্ৰাম পাৰ্বত্য এলেকাত ভৈয়ামৰ পমুৱা মানুহ আছিল তিনি শতাংশ আৰু আজিৰ দিনত আমাৰ জনসংখ্যাৰ তিনি-চতুৰ্থাংশ হৈছে এই ভৈয়ামৰ পমুৱাহঁত। মোৰ শৈশৱৰ পৰা এতিয়ালৈকে এই পাঁচটা দশকৰ ভিতৰত হত্যা, লুণ্ঠন, জোৰকৈ জাপি দিয়া এটা বলিয়া বান, ভৈয়ামৰ মানুহক দলে দলে আনি বহুৱাৰ চৰকাৰী নীতিয়ে আমাক আমাৰ ঠাইতে পুতৌলগা সংখ্যালঘুত পৰিণত কৰিলে। তোৰ দেউতাৰে শত্ৰু-মিত্ৰক হয়তো ঠিকেই চিনি পাইছিল। কিন্তু বন্দুক হাতত লোৱাৰ পিচত বন্দুকধাৰী আমাৰ মানুহ হ'লেও সিহঁতৰ পিচত থিয় হ'ল আমাৰেই শত্ৰুবোৰ। শেষ পৰত অৱশ্যে মানবেন্দ্ৰই কথাবোৰ বুজিছিল। তেতিয়ালৈ বৰ পলম হৈ গৈছিল। শান্তি বাহিনীয়ে বন্দুক হাতত লৈ বাংলাদেশ সামৰিক বাহিনীক সিহঁতে বিচাৰি থকা সুবিধাটোকে কৰি দিলে। শান্তি বাহিনীৰ লগত যুদ্ধ কৰাৰ গইনা লৈ আমাৰ নিৰীহ গাওঁবোৰক পুলিচ-মিলিটেৰীয়ে মাৰি বুন্দামাৰ কৰিলে।

**ঃ আচলতে ১৬০ নিযুত মানুহৰ তুলনাত আমাৰ চাক্‌মাহঁতৰ সংখ্যা ১ নিযুতৰো তলত হোৱাৰ বাবে ৰাজনৈতিকভাৱে আমাৰ কোনো শক্তি এইখন দেশত নাই। তদুপৰি ভাৰতৰ পতাকা ইয়াৰ মাটিত উৰুৱাৰ পিচত আমাৰ প্ৰতি মানুহখিনিৰ বিদ্বেষ আৰু বাঢ়িল আৰু আমাৰ প্ৰয়োজন দেশখনৰ বাবে নাই বুলি গৰিষ্ঠসংখ্যকে ধৰিয়েই পেলালে। কিন্তু আমাৰ মাটিখিনিৰ প্ৰয়োজন তেওঁলোকৰ আছে। ইমানবোৰৰ মাজতেই সংগ্ৰাম চলাই কিছুমান শুভাকাংখীৰ আশীৰ্বাদ শিৰত লৈ আমি পেলেষ্টাইনীবোৰৰ দৰে চলি থাকিম য'ত জন্মিয়েই এটা শিশুৱে দেখিব যুঁজৰ আখৰা। প্ৰহ্লাদৰ মুখত যেন যুঁজখনৰ কলীয়া ডাৱৰ বিস্তৃত হৈ পৰিছে।**

***এইবোৰৰ মাজতে এদিন ঢাকাৰ পৰা ৰাষ্ট্ৰপতি শ্বেইখ হাচিনাই খবৰ পঠিয়ালে যে***

তেওঁ চাক্‌মাসকলৰ লগত আলোচনা কৰি চিটাগং পাৰ্বত্য এলেকাৰ সমস্যাৰাজিৰ সমাধান কৰিবলৈ বিচাৰে। লগে লগেই বিজুলীৰ বেগত এখন সংহতি সমিতি গঠন কৰি চাক্‌মা সমাজৰ মুখিয়াল মানুহবোৰে শাক্যদেৱক ঢাকালৈ পঠিওৱাৰ সিদ্ধান্ত গ্ৰহণ কৰিলে।

ৰঙামাটিৰ পৰিত্যক্ত ৰাজপ্ৰাসাদত মানুহবোৰ এদিন লগ লাগিল।

ঃ শ্বেইখ হাচিনাই আমাক কিয় মাতিছে?— বিজয় কেটনে বিশ্বাস-অবিশ্বাসৰ দোমোজাত প্ৰশ্ন তুলিলে। বছৰৰ পিচত বছৰ এটা অন্ধকাৰ কুঠৰীত বাংলাদেশ চৰকাৰী যন্ত্ৰৰ নিপীড়নৰ বলি হোৱা বিজয় কেটনৰ বাবে তেনে এক সংশয়ৰ যুক্তিযুক্ততা সহজেই অনুমেয়।

ঃ হয়তো তেওঁ উপলব্ধি কৰিছে যে দেশৰ এটা অংশৰ ওপৰত হৈ থকা অন্যায় বন্ধ কৰাৰ সময় আহিছে। বংগ-বন্ধুৰ জীয়ৰী তেওঁ। নিজেই অন্যায়ক নিচেই ওচৰৰ পৰা প্ৰত্যক্ষ কৰিছে। নিজৰ পৰিয়ালৰ সকলোকে অত্যাচাৰী শক্তিৰ হাতত হেৰুওৱাৰ পিচত হয়তো...

ঃ সেইবোৰ একোৱেই নহয়। ইমান মহান উদ্দেশ্য আগত ৰাখি হাচিনা মহাশয়াই আমাক মতা নাই।— ৰূপধন চাক্‌মাই শাক্যৰ মুখৰ পৰা বাক্যশাৰী টানি আনি নতুন তথ্য দাঙি ধৰিবলৈ ওলোৱাৰ আনন্দেৰে চকুৰে মুখে এটা হাঁহি বিৰিঙাই খোলিয়াৰ পৰা তামোল-পাণ উলিয়াই মুখত ভৰাইছে। গোটেইবোৰে ৰূপধনৰ ফালে চাইছে। যাযাবৰী জীৱন যাপন কৰা এইটো ডঙুৱা মানুহৰ খবৰৰ জোলোঙাত দিনে নতুন নতুন খবৰৰ ভাণ্ডাৰ। কিছুমান সঁচা, কিছুমানত ৰহণ চৰোৱা হয় অজানিতভাৱেই।

ঃ ক্ষমা কৰিব শাক্য কাক্কা। আপুনি মহান মানুহ। আপোনাৰ সৰলতাত শঠতাৰ স্থান নাই। নেতা হ'লেও ৰাজনীতি, কূটনীতি বুজি নোপোৱা আপুনি এজন সৰল ভদ্ৰলোক। সেয়ে আপুনি হয়তো গম পোৱা নাই যে এইবাৰ বাংলাদেশে বগা চাহাবৰ পৰা অনুদান ভিক্ষা কৰিবলৈ যাওঁতে ধনী দেশবোৰে চাক্‌মাবোৰৰ মানৱ অধিকাৰ ভংগ হোৱাৰ কথা উলিয়াইছে। সেয়ে হাচিনাই আমাৰ লগত কথা পতাৰ এয়া ভেঁকো-ভাওনা।

ঃ ৰূপধনে কোৱা কথাৰ সত্যতা আছে বাহ্‌বা। ইমান সময় নীৰৱ হৈ থকা প্ৰহ্লাদে এতিয়া মুখ খুলিবলৈ ওলাইছে। ঢাকা-ৰঙামাটি-চিটাগঙৰ মাজত অহা-যোৱা কৰি থকা মানৱ অধিকাৰৰ হৈ মাত মতা অধিবক্তা প্ৰহ্লাদ লাৰ্মাৰ জ্ঞানৰ ওপৰতো সকলোৰে প্ৰভূত আস্থা। লাহোৰৰ পৰা প্ৰবীৰ চাক্‌মাকো মাতি পঠিওৱা হৈছে। আই এছ্ আইৰ ৰক্ষণাবেক্ষণত থকা প্ৰবীৰ চাক্‌মাৰ আমেৰিকা-নিয়ন্ত্ৰিত এনে এক নিৰ্দেশক উপেক্ষা কৰাৰ সাহস নাই। হয়তো প্ৰবীৰ চাক্‌মাক অস্ত্ৰ সম্বৰণৰ কাৰণে কোৱা হ'ব। শান্তি বাহিনীক নিৰস্ত্ৰ কৰা হ'ব। যুদ্ধ-বিৰতিৰ সিদ্ধান্ত লোৱা হ'ব।

তথাপিও কথাবোৰ চাগে ভাললৈকে হ'ব। — শাক্যই হতাশাৰে ভৰি পৰা মাতটোত বহুতো আশাৰ প্ৰলেপ আঁকিবলৈ এটা অত্যন্ত দুৰ্জয় প্ৰচেষ্টা চলাইছে।

ঃ চিটাগং পাৰ্বত্য এলেকাৰ পৰা সামৰিক বাহিনী প্ৰত্যাহাৰ কৰাৰ বাবে আমি দাবী তুলিব লাগিব। এনেকৈ চাৰিওফালৰ পৰা সামৰিক বাহিনীৰ লোকে বন্দুক-বাৰুদেৰে

আমাক হেঁচা মাৰি ধৰি থাকিলে উশাহ-নিশাহ বন্ধ হোৱাৰ উপক্ৰম হয়।— ৰূপধনৰ কথাতো দেখোন আশাৰ সুৰ।

শাক্যদেৱে গোটেইকেইজন মানুহৰ মুখৰ বিভিন্ন অংগী-ভংগী, প্ৰতিক্ৰিয়া লক্ষ্য কৰিবলৈ গৈ প্ৰথমতে মৃতপ্ৰায় অৱস্থাত থিয় হৈ থকা ৰঙামাটিৰ ৰাজপ্ৰাসাদটোৰ ওপৰত নিজৰ অৰ্ধচেতন দৃষ্টি নিবদ্ধ কৰিছে। আচলতে এই মুহূৰ্তত জহি-খহি যোৱা প্ৰাসাদটোকো গোটেই আলোচনাটোত অংশগ্ৰহণ কৰি থকা এটা অস্তিত্ব বুলি ভবাৰ এক দুৰন্ত ইচ্ছা শাক্যদেৱৰ মনত জাগিছে। পানীৰ তলত বুৰ যোৱা অন্য এখন ৰঙামাটি চহৰৰ অন্য এটা মণি-মৰকতৰে পূৰ্ণ প্ৰাসাদত শাক্যৰ দেউতাক কামিনী মোহন দেৱান এটা সময়ত ৰখীয়া হৈ আছিল আৰু ৰঙামাটিৰ ভূমিত ভাৰতৰ পতাকা উৰুৱাৰ নিচিনা দুষ্কাৰ্যত লিপ্ত হোৱাৰ অপৰাধত পাকিস্তানী সৈনিকৰ হাতত জীৱন হেৰুৱাইছিল। কোনো চিন নৰখাকৈ এদিন হঠাৎ বতাহৰ লগত মিলি পৰাৰ নিচিনা এই ৰহস্যজনক অন্তৰ্ধানক অন্য কোনোধৰণেৰে ব্যাখ্যা কৰাৰ কথা শাক্যদেৱে ভাবিব নোৱাৰে। ৰাজপ্ৰাসাদটো বৰ্তমান চৰকাৰৰ হাতলৈ গৈছে যদিও তাৰ উৰুলি যোৱা ৰূপে সকলোকেই যেন উপহাস কৰিছে— মাটিৰ খকত অন্ধ হোৱা এটা জাতিৰ দানবীয়তাৰ লগতে সেই দানবীয়তাৰ বলি হোৱা অন্য এটা জাতিৰ অসহায়তা আৰু হয়তো সেই অসহায়তা দেখিও নেদেখাৰ ভাও জোৰা বিয়াগোম অন্য জাতিবোৰক লৈ এসময়ত এটা পৰম্পৰাৰ প্ৰতিভূ এই ৰাজমহলটোৱে দাঁত নিকটাই হাঁহিছে।

ঃ আমাৰ দলটোৰ আপুনি দলনেতা হ'ব।

শাক্যদেৱ যেন বহাৰ পৰা জঁপিয়াইহে উঠিব।

ঃ মই? মোৰ দেহাৰ শকতি পৰি আহিছে ভাইহঁত। চাৰিওফালৰ যিমানবোৰ পৰিবৰ্তন চকুত পৰিছে, সেইবোৰ অনুধাৱন কৰি নিজৰ পৰিবৰ্তন সাধন কৰাৰ মানসিক প্ৰস্তুতিও মোৰ নাই যেন কেতিয়াবা বোধ হয়। মোক এইবিলাকৰ পৰা ৰেহাই দিয়া। সদায়েই কিবা এটা ভাল হ'ব বুলি এটা বিশ্বাসক খামুচি ধৰি থকা আওপুৰণি মানুহ মই। অথচ মোৰ বিশ্বাস বাৰে বাৰে ভুল বুলি প্ৰমাণিত হৈছে।

ঃ কাইলৈ কি হ'ব কোনেও ক'ব নোৱাৰে শাক্য কাকা। হয়তো আপুনি ভবাৰ দৰে কাইলৈ কথাবোৰ ভাল হৈ পৰিবও পাৰে। আমাৰ মাজত এতিয়া আস্থাত ল'ব পৰা নেতাৰ বৰ অভাৱ। আপুনি ওলালে অন্ততঃ এজন সৎ মানুহৰ পিচত থিয় হৈ কথা কোৱাৰ আনন্দকণ মিলিব।— বিজয় কেটনৰ অনুৰোধক উপেক্ষা বা অগ্ৰাহ্য কৰাটো কিছু পৰিমাণে কঠিন। জন্মৰ পিচৰে পৰা চাক্‌মা সংগ্ৰামৰ পাত এখন এখনকৈ তেওঁৰ চকুৰ আগতে উন্মোচিত হৈছে। এটা সৰল, পাহাৰীয়া, অৰণ্যমুখী জীৱনযাত্ৰাৰ পৰা বন্দুকধৰ্মী, যুদ্ধমুখী, জটিল জীৱন যাত্ৰাৰ আখৰাত অভ্যস্ত হৈ পৰিবলৈ চেষ্টা কৰি ভাগৰি পৰাৰ সময়তে এয়া এক নতুন বিড়ম্বনা। হয়তো তেওঁ যাব। আঘাত পাই পাই লেৰেলা-চেপেটা হৈ পৰা আশাবোৰকে বুকুত বান্ধি তেওঁ এইবাৰো যাব।

*শেখ হাচিনা আৱামী লীগৰ নেত্ৰী আৰু বাংলাদেশৰ প্ৰধানমন্ত্ৰী। প্ৰধানমন্ত্ৰীৰ*

বাসভৱনৰ এটা সুদৃশ্য কোঠাত এইগৰাকী মানুহৰ লগত শাক্যহঁত সন্মুখা-সন্মুখিকৈ বহিছে। এই মুহূৰ্তত শাক্যৰ মনলৈ আহিছে পঁচিশ বছৰৰ আগেয়ে শ্বেইখ মুজিবুৰ ৰহমানৰ লগত চলোৱা কথা-বতৰাৰ কিছুমান ক্ষণলৈ। এটা অৰ্ধ-অন্ধকাৰত ডুবি থকা কোঠাত বাঙালী আৰু মুছলমান হ'বলৈ বংগ-বন্ধুৱে দিয়া উপদেশত ক্ৰোধান্বিত হৈ পৰা সিহঁতৰ দলটোৰ মুখৰ বিভিন্ন প্ৰতিক্ৰিয়াৰ কথা তেওঁৰ মানস পৰ্দাত ভাহিছে।

ঃ মেডাম, জেনেভাৰ ৰাষ্ট্ৰসংঘৰ উদ্যোগত আয়োজিত খিলঞ্জীয়া জাতিৰ অধিকাৰ সম্পৰ্কীয় অধিৱেশনত বাংলাদেশৰ বৈদেশিক মন্ত্ৰীয়ে সদম্ভে 'বাংলাদেশত বাঙালী জাতিৰ বাদে অন্য কোনো উপজাতি বা জনজাতি নাই' বুলি কৰা ঘোষণাত আপোনাৰ অনুমতি আছিলনে?

আলোচনাৰ পাতনি এনে ধৰণে কৰাৰ কোনো পৰিকল্পনা দলটোৰ নাছিল। কিন্তু ৰূপধন চাক্‌মাৰ অপ্ৰত্যাশিত প্ৰশ্নটোৱে গোটেই আলোচনা প্ৰক্ৰিয়াত আউল লগোৱাৰ শংকা বহন কৰাৰ সময়তেই শ্বেখ হাচিনাই যথাসম্ভৱ নৰম স্বৰত উত্তৰ দি পেলালে— সেয়া বৈদেশিক মন্ত্ৰীৰ নিজা মত। চৰকাৰৰ নহয়।

চাহ-মিঠাইৰ মাজত বহুসময় আলোচনা চলিল। অৱশেষত সিদ্ধান্ত গ্ৰহণ কৰা হ'ল যে ছট্টগ্ৰাম পাৰ্বত্য এলেকাৰ পৰা সেনাবাহিনী প্ৰত্যাহাৰ কৰা হ'ব আৰু শান্তি-বাহিনীয়ে অস্ত্ৰ সম্বৰণ কৰিব। আলোচনাৰ মাজত দেহৰক্ষীৰে পৰিবেষ্টিত হৈ আলোচনা কক্ষত প্ৰৱেশ কৰিলেহি প্ৰবীৰ চাক্‌মাই। এয়া দুটা দশকৰ পিচত প্ৰবীৰ চাক্‌মাৰ বাংলাদেশৰ ভূমিত আত্মপ্ৰকাশ।

ঃ আমাৰ শান্তি বাহিনীৰ কেডাৰবোৰৰ বিৰুদ্ধে বাংলাদেশৰ থানাই থানাই বহুতো গোচৰ পঞ্জীভুক্ত হৈছে। সেইবোৰ উঠাই ল'লেহে...

প্ৰবীৰ চাক্‌মাই কিবা কোৱাৰ আগেয়েই হাচিনাই আশ্বাসৰ সুৰত কৈ উঠিল— আমি এক নতুন আৰম্ভণিৰ দিশলৈ আগবাঢ়িছো। সকলোবোৰ গোচৰ উঠাই লোৱা হ'ব বুলি ইতিমধ্যে ভবাই হৈছে।

প্ৰবীৰ চাক্‌মাৰ দেহ-মুখত প্ৰৌঢ়তাৰ এক স্পষ্ট ছবি। পাকিস্তানৰ লাহোৰ চহৰৰ পৰা চলাই থকা এটা চাক্‌মা সংগঠনৰ ওপৰত তেওঁৰ নিয়ন্ত্ৰণ বৰ্তমান একেবাৰেই শিথিল। তেওঁ ক'লেও বা নক'লেও কিছুমান বিক্ষিপ্ত ঘটনা ক'ৰবাত ঘটিবই। অৱশ্যে ইয়াত উপস্থিত থকা ৰূপধন, প্ৰহ্লাদ, ছবিমলহঁতৰ কথা চাক্‌মাসকলৰ অধিকাংশই মানি ল'ব বুলি শ্বেইখ হাচিনাই জানে বাবেই প্ৰবীৰ চাক্‌মাক বৰ বিশেষ গুৰুত্ব নিদিয়াকৈ অথচ একেবাৰেই অৱজ্ঞা নকৰাকৈও আলোচনা আগবঢ়াই নিয়াৰ বাবে তেওঁ চেষ্টা চলাই গৈছে।

ঃ আমি স্বায়ত্তশাসনৰ বাবে জিলাই জিলাই জিলা কাউন্সিল গঠনৰ লগতে ৰঙামাটিত এখন আঞ্চলিক কাউন্সিল গঠন কৰাৰ কথা ভাবিছো।

ঃ এই আঞ্চলিক কাউন্সিলৰ পৰা কোনো প্ৰতিনিধিক বিধানসভালৈ মনোনীত কৰা হ'বনে?

ঃ নিশ্চয় হ'ব। তদুপৰি স্বকীয়ভাৱে চাক্‌মা জনগোষ্ঠীয়ে বিধানসভাৰ সদস্য পদৰ বাবেও প্ৰতিদ্বন্দ্বিতা কৰাত বাধা নাই।

সেইদিনাখন আলোচনাৰ পিচত দুয়োপক্ষই সিদ্ধান্ত ল'লে যে এই আলোচনাৰ এক খচৰা প্ৰস্তুত কৰা হ'ব আৰু দুয়োপক্ষই পিচত এক চুক্তিত স্বাক্ষৰ কৰিব।

ৰাষ্ট্ৰপতিৰ বাসভৱনৰ বাহিৰত তেতিয়া এক বিক্ষোভকাৰীৰ দল। নেতৃত্বত বাংলাদেশ নেচনেল পাৰ্টিৰ নেত্ৰী খালেদা জিলা। বাংলাদেশৰ সামৰিক বাহিনীক ছট্টগ্ৰাম পাৰ্বত্য এলেকাৰ পৰা উঠাই দি তাত বসবাস কৰিবলৈ লোৱা ভৈয়ামৰ বাংলাদেশী মুছলমান মানুহখিনিৰ পৰিকল্পিত হত্যাৰ ষড়যন্ত্ৰ ৰচনা কৰিবলৈ লৈছে শ্বেইখ হাছিনাই। — খালেদা জিয়াৰ উদাত্ত ভাষণ।

ঃ তেনে ষড়যন্ত্ৰ নচলিব, নচলিব।— বহু মানুহে সমস্বৰে চিঞৰি উঠিছে।

ঃ আমাৰ বাঙালী মুছলমানক হত্যাৰ বাবে ভাৰতে দিয়া নিৰ্দেশ আমি নেমানো, নেমানো।

চাৰিওফালে বহুতো মানুহ। বাতৰি-কাকতৰ মানুহে পিয়া-পি দি ফুৰিছে। খালেদা জিয়াৰ শুভ্ৰ, মসৃণ মুখত কেমেৰাৰ অহৰহ পোহৰ। ৰাষ্ট্ৰপতিৰ বাসভৱন ঘেৰি ধৰিছে নিৰাপত্তাৰক্ষীৰ এক বৃহৎ দলে।

হঠাৎ ৰাষ্ট্ৰপতিৰ বাসভৱনৰ মূল প্ৰৱেশদ্বাৰ খুলি নিৰাপত্তাৰক্ষীৰ বাধাক নেওচি ওলাই আহিছে শ্বেইখ হাছিনা। এটা মাইক্ৰ'ফোন মুখৰ আগত লৈ বাংলাদেশৰ নেত্ৰীগৰাকীয়ে অত্যন্ত ধৈৰ্য আৰু সম্ভ্ৰম সহকাৰে বিভিন্ন চিঞৰ-বাখৰক আওকাণ কৰি কৈ উঠিছে— ভৈয়ামৰ পৰা ছট্টগ্ৰামত বসবাস কৰিবলৈ যোৱা মানুহখিনিৰ নিৰাপত্তা বিঘ্নিত হোৱা কোনো কামেই আমি কৰিবলৈ যোৱা নাই। তেওঁলোক য'তেই আছে ত'তেই থাকিব। কিন্তু কেইখনমান বিশেষ ঠাইৰ বাদে অন্য ঠাইৰ পৰা সামৰিক বাহিনী উঠাই লোৱাৰ সিদ্ধান্ত গ্ৰহণ কৰা হৈছে। সামৰিক বাহিনীৰ কাম যুদ্ধৰ সময়তহে, শত্ৰুৰ বিপক্ষে। আমাৰ নিজৰেই মানুহৰ বিৰুদ্ধে সামৰিক বাহিনী প্ৰয়োগ কৰিবলগীয়া কামৰ মই বিৰোধিতা কৰোঁ। কিন্তু পৰ্যাপ্ত পৰিমাণে আৰক্ষীৰ লোক আইন-শৃংখলা ৰক্ষাৰ কাৰণে সেই ঠাইত থাকিব। আমাৰেই নিজৰ চাক্‌মা ভাইসকল নিজৰ ঠাই এৰি অন্য ঠাইলৈ ভগনীয়া হৈ যাত্ৰা কৰিলে আমাৰ সন্মান ৰ'ব কোনখিনিত? বিদেশী ৰাষ্ট্ৰৰ আগত নাক উলিয়াব নোৱাৰা অৱস্থা এটাত পতিত হৈছো আমি...

বহুতো কোলাহলে মানুহগৰাকীৰ মাতক অৱদমিত কৰি তোলাৰ লগতে আকাশ-বতাহ বিয়পি পৰি এক প্ৰচণ্ড খেলিমেলিৰ সৃষ্টি কৰিবলৈ যেন উদ্যত হৈ পৰিছে। মুখত এক উদাস দৃষ্টি বিয়পাই তেওঁ নিজ বাসভৱনৰ ভিতৰলৈ যোৱাৰ সময়তে অন্য এটা দিশৰ পৰা ধৰণী কঁপাই এক বৃহৎ সমদল সেই খেলিমেলিবোৰৰ মাজলৈ আগুৱাই অহাটো তেওঁৰ দৃষ্টিৰ পৰা সাৰি যোৱা নাই।

# [৩৪]

সেই আগুৱাই অহা সমদলটোৰ চিঞঞৰৰ ধ্বনি শাক্যৰ কাণত এতিয়াও ভাহে— আমাৰ অধিকাৰ ৰক্ষা কৰক। আমাক আমাৰ মাটিৰ পৰা উচ্ছেদ কৰাৰ ষড়যন্ত্ৰ নচলিব...। সন্মুখৰ প্লেকাৰ্ডত ৰঙা চিএগ্লাহীৰে লিখা এক অচিন নাম— পৰ্বতীয়া সম অধিকাৰ আন্দোলন।

ঃ আমি বছৰৰ পাচত বছৰ ধৰি ছিটাগঙৰ মাটিত খেতি কৰিছো। এতিয়া আমাক তাৰপৰা খেদি পঠিওৱাৰ ষড়যন্ত্ৰ চলিছে। সামৰিক বাহিনী আঁতৰিলেই আমাক শান্তি বাহিনীয়ে আমাৰ মাটিৰ পৰা ল'ৰাই-ছোৱালীয়ে উৎখাত কৰি পেলাব। বোপা-ককাৰ দিনৰে পৰা থকা ঘৰ-মাটি এৰি এতিয়া আমি ক'লৈ যাম? আমাক ন্যায় লাগে. আমাক বিচাৰ লাগে।

সেইবিলাক খেলিমেলি, কোলাহলৰ মাজতে প্ৰবীৰ চাক্‌মাই এখন চৰকাৰী গাড়ীত উঠি ক'ৰবালৈ ঢাপলি মেলিলে। হয়তো কোনোবা অনামী গন্তব্য স্থানলৈ। প্ৰবীৰ চাক্‌মাৰ নিচিনা নেতৃত্বৰ বাঘজৰী হেৰুৱাই পেলোৱা নেতাৰ অহা-যোৱাৰ কথা লক্ষ্য কৰি তাৰ ওপৰত মূৰ ঘমাই থকাৰ ইচ্ছা বা সময় এতিয়া হয়তো কাৰোৱেই নাই। সেয়ে এই খেলিমেলিবোৰৰ মাজত মিহলি হৈ নিৰুদ্দিষ্ট হৈ পৰা মানুহজনৰ অন্তৰ্ধানৰ বতৰাক সকলোৱে এক বাৰ্তাৰিৰ অযোগ্য বাতৰি বুলিয়েই গ্ৰহণ কৰিছে। অকল শাক্যইহে চাগে সকলোৰে অগোচৰে এই মূহূৰ্তত প্ৰবীৰ চাক্‌মাৰ সন্ধান কৰিছিল। আচলতে যেতিয়া শাক্য এটা অতি সৰু ল'ৰা আছিল, তেতিয়া ভৈয়ামৰ পমুৱা মানুহ কদাচিতহে সিহঁতৰ গ্ৰামৰ মেলালৈ কিবা বিনিময়ৰ উদ্দেশেৰে আহিছিল। মাটি-বাৰীত সিহঁতৰ প্ৰৱেশ আছিল একেবাৰে অভাৱনীয় এক ঘটনা। ৰঙামাটি চহৰৰ বাটত কেতিয়াবা দুই-এজন এনে মানুহ দেখা পোৱা গৈছিল। কিন্তু আজি শাক্যৰ সৈতে একেলগে আলোচনালৈ অহা দলটোৰ মানুহখিনিয়ে জন্মৰ পৰাই নিজ গ্ৰামৰ আশে-পাশে দেখিবলৈ পাইছিল পমুৱা মানুহৰ অবাধ অহা-যোৱা। চাৰিওফালৰ খেতিপথাৰৰ মাজে মাজে একো একোখন সিহঁতৰ গাঁও আৰু ডিঙি মেলিলেই চকুত পৰিছিল পথাৰৰ এঢলীয়াখিনিৰ পৰা উঠি অহা মছজিদৰ সুগোল চূড়া য'ৰ পৰা পুৱাই ভাহি উঠিছিল আজানৰ সুৰ। 'বোপাককাৰ দিনৰে পৰা থকা ঘৰ-মাটি বুলি দাবী তোলা মানুহখিনিৰ প্ৰত্যয়ভৰা অধিকাৰৰ এই আব্দাৰৰ যুক্তিযুক্ততা বিচাৰ কৰাৰ বাবে শাক্যদেৱৰ লগত অহা কোমল বয়সীয়া সতীৰ্থখিনিয়ে স্মৃতিৰ টোপোলা খুঁচৰিবলৈ গ'লে তাত এনে দাবীক প্ৰতিহত কৰাৰ বাবে বৰ বিশেষ উপাদান নোপোৱাটোৱেই স্বাভাৱিক। কিন্তু শাক্যদেৱ আৰু প্ৰবীৰ চাক্‌মা ডাঙৰ হোৱাৰ

সময়খিনিৰ সেউজ, ঘনঘোৰ অৰণ্যৰ ছিটাগঙে এটা সম্পূৰ্ণ বেলেগ কাহিনী ক'বলৈ যাব। সেয়ে তেনে এক কাহিনীৰ অংশীদাৰ প্ৰবীৰৰ আকস্মিক অন্তৰ্ধানত শাক্যদেৱ যেন হঠাৎ বৰ অকলশৰীয়া হৈ পৰিছে আৰু 'এই সকলোবোৰ কথা একেবাৰেই মিছা' বুলি আৰাও তোলাৰ যি এক সুতীব্ৰ বাসনা কিছু সময়ৰ আগেয়ে মনত জাগ্ৰত হৈ উঠিছিল সি এক আৱেগ-শূন্যতাৰ গ্ৰাসত পৰি শুষ্ক ধাৰণালৈ পৰিবৰ্তিত হ'বলৈ ওলাইছে।

ছিটাগং পাৰ্বত্য এলেকাত কিছুদিনৰ কাৰণে শান্তি বিৰাজমান হ'ল। কোনো কোনো ঠাইৰ পৰা সামৰিক বাহিনীৰ ঘাটি উঠাই দিয়াৰ লগে লগে বহুতো শান্তি বাহিনীৰ ডেকা ল'ৰাই অস্ত্ৰ-শস্ত্ৰ চৰকাৰৰ ঘৰত জমা দিলে। কিন্তু ক'ৰবাত যেন লেঠা পিঠাবোৰৰ অন্তই নপৰিব। এই ডেকা ল'ৰাবোৰে আহি দাবী তুলিলে যে ছিটাগং আঞ্চলিক পৰিষদত সিহঁতৰো অংশ থাকিব লাগিব। কঁকালৰ খোচনাত বন্দুক ওলোমাই চকু ৰঙা কৰি বয়োজ্যেষ্ঠখিনিক সিহঁতে কৈ উঠিল যে ইমানদিন হাবিয়ে বননিয়ে জাতিৰ সুৰক্ষাৰ কাৰণে ঘূৰি ফুৰি জীৱনৰ বহুমূলীয়া সময় নষ্ট কৰাৰ মূল্য জাতিটোৱে সিহঁতক আদায় দিবই লাগিব। জ্যেষ্ঠ আৰু বয়োবৃদ্ধখিনিও সমানেই নাচোৰবান্দা। 'তোমালোকতো সমাজৰ মাজত ইমানদিন নায়েই। তোমালোকৰ কাৰণে আমিবোৰে অতদিন সামৰিক বাহিনী আৰু আৰক্ষীৰ হাতত অবৰ্ণনীয় কষ্ট ভোগ কৰিলো। তথাপি ধৈৰ্যৰ ফলশ্ৰুতি হিচাপেই চৰকাৰে আমাৰ লগত আলোচনাত বহিল। এতিয়া হঠাৎ ক'ৰবাৰ পৰা ওলাই তোমালোকে ঘিউ-মৌ খাবলৈ বিচাৰিলে আমি ভাগ দিবলৈ যাম কেলেই?' প্ৰাক্তন বিপ্লৱীবোৰে 'জন সংহতি সমিতি' নামেৰে এটা সংগঠন খুলিলে। বাকীবোৰো বৈ নাথাকি 'সংযুক্ত জন গণতান্ত্ৰিক মৰ্চা' নামৰ অন্য এটা দল খুলি আঞ্চলিক পৰিষদৰ নিৰ্বাচন খেলি ক্ষমতাৰ ভাগ ল'বলৈ কঁকালত টঙালি বান্ধি সাজু হ'ল। শাক্যদেৱে আগৰদৰেই দূৰৈৰ পৰা নীৰৱ সাক্ষী আৰু পৰ্যবেক্ষকৰূপে বৈ ঘটনাবোৰ চাবলৈ লাগিল। সংযুক্ত জন গণতান্ত্ৰিক মৰ্চাৰ দুজনমান শাক্যৰ ওচৰলৈ আহিল- - ৰূপধন চাকমাই নিৰ্বাচন খেলিব, লগত এসোপামান উদ্ধত প্ৰকৃতিৰ মানুহ। আমাৰ জন গণতান্ত্ৰিক মৰ্চা এইবোৰ মানুহৰ হাতত পৰিলে একেবাৰেই শেষ। আমি বিচাৰিছো আমাৰ দলৰ পৰা আপুনি টিকট বিচাৰক। আমি ৰূপধনৰ ঠাইত আপোনাক সমৰ্থন দিম।

ঃ মই নিৰ্বাচন নেখেলো। চাকমা জাতিৰ ভালৰ কাৰণে দূৰৈৰ পৰাই কাম কৰি যাম। ৰূপধন নামক। ৰাইজে ভাল-বেয়াৰ বিচাৰ কৰিব।

সেই একেদিনাই ৰূপধন চাকমা লগত বহুতো মানুহ লৈ আহি শাক্যৰ ঘৰৰ সন্মুখত এখন জীপৰ পৰা নামিল। ডিঙিত ফুলৰ এডাল দীঘল মালা। লগত অহা সমৰ্থকৰ দলটোৰ জয়ধ্বনি, কিৰিলিৰ মাজত ৰূপধন আহি শাক্যৰ ঘৰৰ দুৱাৰডলি পালেহি। মাচাঙৰ পৰা চাংগুৰে শাক্যদেৱ নামি আহি ৰূপধনৰ ওচৰ পাই দুইহাত মেলি তাক নিজ বুকুৰ মাজলৈ আনি আঁকোৱালি ধৰিলে। ৰূপধনৰ প্ৰতিক্ৰিয়া যেন যথেষ্ট শীতল, কিন্তু

পৰিমাণে নিস্তেজ।

ঃ শাক্য কাক্কা, এইটো অঞ্চলৰ পৰা এইবাৰ মই নিবাচন খেলিম। আপোনাক কথাটো জনাবলৈ আহিলো। ৰূপধনৰ মাতত যেন ধমকি দিয়াৰ এক স্পষ্ট সুৰ।

ঃ খেলা। ইয়াত মোক কোৱাৰ বা জনোৱাৰ কোনো কাৰণ মই বিচাৰি পোৱা নাই।

ঃ মই কাকো মোৰ ৰাস্তাৰ হেঙাৰ হ'বলৈ নিদিওঁ।

ঃ নিৰ্বাচন মানেই এক গণতান্ত্ৰিক প্ৰক্ৰিয়া। তুমি কাকো বাধা দিব নোৱাৰা ৰূপধন। যদি তোমাৰ এই ভোটযুদ্ধৰ কাৰণে চাক্‌মা জাতিৰ অলপমানো উপকাৰ হয়, তেনেহ'লে তোমাৰ লগত মোৰ আশীৰ্বাদযুক্ত হৈ থাকিব। মই নিৰ্বাচন খেলিবলৈ নাযাওঁ। সেইবোৰৰ প্ৰতি মোৰ তিলমানো আসক্তি নাই।

ৰূপধন আঁতৰি যোৱাৰ পাচত বহু পৰলৈকে এক তিক্ততাৰ ভাবে শাক্যক দোলা দি আছিল। সেই তিতা-কেঁহা অনুভূতিয়ে খকাখুন্দা লগাই থকাৰ সময়তে ভূতৰ ওপৰত দানহ পৰাদি ওলালহি দুটা ডেকা ল'ৰা। শাক্যৰ অপৰিচিত যদিও কঁকালৰ পৰা সকলোৰে চকুত পৰাকৈ ওলমি থকা পিস্তল দেখিয়েই সিহঁত যে নতুনকৈ মূলসুঁতিলৈ প্ৰত্যাবৰ্তন কৰা শান্তি বাহিনীৰ সদস্য তাক বুজাত তেওঁৰ অসুবিধা হোৱা নাই।

ঃ আমি জন সংহতি সমিতিৰ সদস্য। এইবাৰ আঞ্চলিক পৰিষদলৈ আমাৰ সদস্যাহে যাতে যায় তাৰ প্ৰতি চকু ৰাখিছো।

শাক্যই মূৰ জোকাৰিছে। ক'বলগীয়া কিবা আছে বুলি এই মুহূৰ্তত তেওঁৰ বিশেষ ভাব হোৱা নাই।

ঃ শুনিছো যে গণতান্ত্ৰিক মৰ্চাৰ পৰা আপুনি এইবাৰ নিৰ্বাচন খেলিব। কথাটো ভাবি চাওক। আমাৰ বিৰুদ্ধে ভোটযুদ্ধত আপুনি ননমাই ভাল হ'ব নেকি!

ল'ৰাটোৰ মাত যথেষ্ট কঠোৰ। সিহঁতৰ দেহৰ অংগী-ভংগীত বহুতো ঔদ্ধত্যৰ সমাহাৰ।

ঃ তোমালোকৰ আত্ম-প্ৰত্যয়ৰ ইমান অভাৱ ঘটিছে কিয় পুয়াইঁত?

সিহঁত যেন হঠাৎ সচকিত হৈ উঠিছে। কি কয় সিহঁতৰ সন্মুখত থিয় হৈ থকা আটিল চেহেৰাৰ এই বৃদ্ধই? মুখত ভীতিৰ তিলমানো চিহ্ন নাই। হাতখন খোচনাত ওলমি থকা পিষ্টললৈ যাব খুজিও যাব নোৱাৰি একে ঠাইতে স্থিৰ হৈ ৰৈছে। কেতিয়াবা সন্মুখত ভয়ংকৰ বিপদ দেখি এনেধৰণৰ থৰ লগাৰ অভিজ্ঞতা সিহঁতৰ জীৱনত নোহোৱা নহয়। কিন্তু এতিয়া ইয়াত মুখত কঠোৰতাৰ প্ৰলেপ নসনাকৈ থিয় হৈ থকা এইজন বয়সে গৰকা নিৰস্ত্ৰ মানুহ দেখি শামুকৰ খোলাৰ ভিতৰলৈ সোমোৱাৰ সিহঁতৰ নিজৰ সুতীব্ৰ ইচ্ছাৰ কোনো যুক্তিসংগত ব্যাখ্যা সিহঁতে আগবঢ়াব পৰা নাই।

ঃ যুদ্ধত নামিলে প্ৰতিপক্ষ থাকিবই। নমাৰ আগেয়েই বাকীবোৰক পৃষ্ঠভংগ দিয়াবলৈ চেষ্টা কৰাটো বীৰৰ লক্ষণ নহয়। মই নিৰ্বাচন খেলাৰ কথা ভবা নাই। কিন্তু তোমালোকৰ এই ভয় দেখি তোমালোকলৈ পুতৌ জাগিছে। এখন আঞ্চলিক পৰিষদ চলোৱাত অংশগ্ৰহণ কৰিলে জাতিটোৰ কিবা ভীষণ উন্নতি হ'ব বুলি মই বিশ্বাস

কৰিব পৰা নাই। এখন আঞ্চলিক পৰিষদৰ ক্ষমতাৰ দৌৰ কিমান দূৰলৈ হ'ব তাক লৈ সন্দেহৰ অৱকাশ আছে।

ঃ কিন্তু চৰকাৰৰ লগত সন্ধি কৰিবলৈ যোৱা মানুহৰ ভিতৰত আপুনিও আছিল আৰু আঞ্চলিক পৰিষদৰ পৰিকল্পনা সেই আলোচনাতেই হৈছিল। কথাটো মিছা নহয়। কটাকটি, মৰামৰিৰ মাজত শ্বেইখ হাছিনাই আলোচনাৰ কথা ক'লে— সামৰিক বাহিনী উঠোৱাৰ কথা উলিয়ালে আৰু সঁচাই-মিছাই আঞ্চলিক পৰিষদ এখনৰ সপোনো দেখুৱালে। 'নাই মোমাইতকৈ কণা মোমাই ভাল' বুলি আমিও তাক গ্ৰহণ কৰিলো। চৰকাৰে এখোজ আগবাঢ়িছে, পাচত হয়তো আৰু আগবাঢ়িব। আমাৰ চাক্‌মা জনশ্ৰুতিত আমি এনেকৈ নকওঁ জানো? এক কুবে গছ নও পৰে— এটা কোবত গছ নপৰে— সাফল্যৰ বাবে ধৈৰ্য লাগিব— এদিন হয়তো কথাবোৰ ভাললৈ আহিব।

তেওঁক আচৰিত কৰি ল'ৰা দুটাই তেওঁৰ কথাত সমৰ্থনৰ সুৰত মূৰ দুপিয়ালে। নিৰ্বাচনৰ কিছুদিন আগতে ৰূপধন চাক্‌মাক কোনোবাই গুলীয়াই মৰাৰ খবৰে শাক্যক হতচকিত কৰি তোলা নাই। যেনেদৰে ঘটনাই মোৰ লৈছিল, ইয়াতকৈ বেলেগ কিবা এটা হোৱাৰ কথা নভবাটোৱে আছিল স্বাভাৱিক ঘটনা। অৱশ্যে মনটো তেওঁৰ বেদনাৰে ভাৰাক্ৰান্ত হৈ পৰিছিল। বাহিৰা শত্ৰুৰ লগত যুঁজিবলৈ শক্তি সঞ্চয় কৰিবলগীয়াৰ সময়ত নিজৰ ভিতৰত হোৱা খোৱা-কামোৰা, কন্দলৰ এইখন ছবি চাবলগীয়া হোৱাটো এক দুৰ্ভাগ্যজনক কথা বুলিয়েই তেওঁৰ লগতে অন্য বহুতেই বিবেচনা কৰিছিল।

সেইবাৰ বাহুবল, ধনবল আৰু কিছু পৰিমাণে লোক-সমৰ্থনত জন সংহতি সমিতি আঞ্চলিক পৰিষদত ক্ষমতালৈ আহিল। বিৰোধী পক্ষৰ জন গণতান্ত্ৰিক মৰ্চায়ো কিছু আসন অধিকাৰ কৰিলে। কিন্তু দুয়োপক্ষৰ মাজত খোৱা-কামোৰা চলিয়েই থাকিল। ইমানদিন হাবিয়ে-বননিয়ে বন্দুক-বাৰুদ লৈ ঘূৰি ফুৰা ডেকা ল'ৰাবোৰে নিজৰ অস্ত্ৰ-শস্ত্ৰ ঘৰৰ মানুহৰ বিৰুদ্ধে টোঁৱাবলৈ লাগিল। কৌখালি গ্ৰামত থকা শোণিত চাক্‌মা নামৰ ডেকা ল'ৰাটোৰ কথা শাক্যৰ প্ৰায়েই মনলৈ আহে। আইনৰ স্নাতক শোণিতে নিৰ্দলীয়ভাৱে প্ৰতিদ্বন্দ্বিতা কৰি আঞ্চলিক পৰিষদলৈ নিৰ্বাচিত হৈছিল। আঞ্চলিক পৰিষদৰ প্ৰথমখন বৈঠকতে শোণিতে আঞ্চলিক পৰিষদৰ বাবে অহা ধন ক'ত ব্যয় কৰিব পাৰিব, তাৰবাবে কিছুমান আঁচনিৰ খচৰা প্ৰস্তুত কৰিলে। জয়ধন চাক্‌মা নামৰ জনসংহতি সমিতিৰ সদস্যজনে দাখিল কৰিলে অন্য আঁচনিৰ— ৰবৰৰ বাগিচা আৰু চাহবাগান খোলাৰ আঁচনি। লগে লগে সমবায়ৰ যোগেদি উন্নয়নৰ সপোন দেখা শোণিতে জয়ধনক প্ৰশ্ন কৰিলে— ৰবৰ আৰু চাহ বাগানৰ বাবে মাটি ক'ৰ পৰা ওলাব?

ঃ মাটিৰ কি অভাৱ? হাবি কাটিম। জয়ধনৰ পোনপটীয়া উত্তৰ।

ঃ *হাবিৰ পৰিসৰ বঢ়োৱাৰ বাবে আমি পৰিকল্পনা গ্ৰহণ কৰিবলগাৰ সময়ত তুমি হাবি কাটি বাগান বনোৱাৰ সপোন দেখিবলৈ লৈছা জয়ধন। এয়া বৰ নিষ্ঠুৰ সপোন।* ইতিমধ্যে পমুৱা, তোমালোকৰ শান্তি-বাহিনী আৰু কাঠৰ চোৰাং ব্যৱসায়ীয়ে হাবি কাটি

খাস্তাং কৰি পেলাইছেই। এই ৰবৰ বাগান আৰু চাহ বাগিচাৰ মালিকী স্বত্ব কাৰ হাতত থাকিব বুলি ভাবিছা?

ঃ কিয় আমাৰ হাতত! আমি যিকেইজনে এনে কথা ভাবি উলিয়াইছো সেইকেইজনৰ হাততেই মালিকী স্বত্ব ন্যস্ত থাকিব।

ঃ ৰাজহুৱা ধনেৰে কেইজনমানৰ কামত অহা আঁচনি হাতত ল'বলৈ যোৱাটো অতি গৰ্হিত কাম হ'ব জয়ধন।

ঃ চুপ থাক তই। তোৰ নিচিনা কতটাৰ লাওখোলা উৰাই দিছো তাৰ হিচাপ নাই। কেলেহুৱাৰ বৰ মাত।

শোণিত চাক্‌মাই প্ৰতিখন সভাত প্ৰতিবাদ চলায়েই থাকিল আৰু তাৰ লগে লগে চলি থাকিল জয়ধনৰ লগত তাৰ বাক্‌যুদ্ধ। সকলোৱে আশংকা কৰাৰ দৰেই এদিন ঘৰৰ পাচফালে শোণিতৰ গুলীবিদ্ধ দেহাটো আৱিষ্কাৰ কৰা হ'ল। সকলোৱেই জানিল হত্যাকাৰী কোন? কিন্তু জন সংহতি সমিতিৰ সদস্য আৰু এসময়ৰ শান্তি বাহিনীৰ বন্দুকধাৰীহঁতৰ ভয়ত কোনেও মুখ খুলিবলৈ সাহস নকৰিলে। আঞ্চলিক পৰিষদৰ নামত অহা সমস্ত ধন কুক্ষিগত কৰিলে এই বন্দুকধাৰীহঁতে। চাক্‌মাসকলৰ প্ৰকৃত উন্নতি নিবিচৰা বাংলাদেশ চৰকাৰে এসময়ৰ শান্তি বাহিনীৰ সদস্যসকলৰ এই ওভতগোৰে নচা কাৰ্যৰ নীৰৱ সমৰ্থক হৈ ৰ'ল। কিমানৰ মৃত্যু হ'ল, কিমান জীৱনৰ বাবে ঘৃণীয়া হ'ল তাৰো হিচাপ-নিকাচ ল'বলৈ যেন কাৰো আহৰি নোহোৱা মৃত্যু উপত্যকাত এনেবোৰ হত্যা-মৃত্যু অতি সাধাৰণ ঘটনা যেনেই চাগে সকলোৱে বাবে বিবেচিত হ'ল। এনেই কমি কমি হাবি-বননি নোহোৱা হোৱা ঠাইখনত পতা হ'ল ৰবৰ আৰু চাহৰ বাগিচা। শান্তি বাহিনীৰ পৰা জনজীৱনলৈ ঘূৰি অহা নেতাবিলাক একো একোজন বিয়াগোম ব্যৱসায়ী হৈ বহি পৰাৰ লগতে সিহঁতে বাংলাদেশ সামৰিক বাহিনীৰ বিষয়াবিলাকৰ লগত সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক স্থাপন কৰিলে।

দিয়ুং অঞ্চলৰ জ্যোতিপুৰ গাঁৱৰ সৰু জুপুৰিটোত বহি এই কথাবোৰ একাদিক্ৰমে মনত পেলাবলৈ চেষ্টা কৰি শাক্য ভাগৰি পৰিছে। পাহৰিব খুজিও পাহৰিব নোৱাৰা কিছুমান কথা আহি বাৰে বাৰে মনত তোলপাৰ লগালেও ক্ৰম অনুসাৰে সজাব খুজিলে সিহঁতে আমনি পাই আপত্তিৰ আৰাও তুলিবলৈ পাং পাত। শাক্যৰ সমবয়সীয়া মানুহ কিছুমান আহি কেইটামান পৰৰ বাবে তেওঁৰ ওচৰত বহি মাতৃভূমিৰ কথাবোৰ শুনে। তামোল পকতিয়াই, চুৰুট হুপি, দোবা-চুনিৰ পিয়লাত বাকি তন্দ্ৰালসভাৱে মানুহবোৰে শুনে সন্ত্ৰাস, তেজ আৰু সেউজৰ কাহিনী। মুখত হিন্দী গানৰ কলি আওৰাই জিনছ পেণ্ট পিন্ধা পাতল ডেকা ল'ৰাকেইটাই সিহঁতৰ বাহ্‌বা আৰু কাকাইহঁতৰ এই মেলখনলৈ নিৰাসক্তভাৱে চাই আঁতৰি যাওঁতে বুঢ়া-মেথাবোৰৰ আসক্তি জন্মোৱা এইখন মেলত কিনো আলোচনা হয় তাকে লৈ আমোদো অনুভৱ কৰে। ছিটাগং পাৰ্বত্য ভূমিৰ কথাই সিহঁতৰ বুকুত বৰ বেছি আলোড়ন নোতোলে। জন্মৰ পৰা

বিচ্ছিন্ন সেইখন ঠাইৰ প্ৰতি কোনোধৰণৰ বিশেষ আকৰ্ষণ অনুভৱ নকৰাটোৱেই স্বাভাৱিক যদিও ঘৰৰ বয়সীয়া মানুহবোৰে যেন সিহঁতৰ এই উদাসীনতাক সহজভাৱে গ্ৰহণ কৰিব পৰা নাই।

ঃ শাক্য দাহ্‌দা আৰু কোৱাচোন, তাত কি কি হ'ল? শোণিত চাক্‌মা মৰাৰ পাচত ক'তো একোৱেই নহ'ল নেকি?— প্ৰশ্ন তোলাৰ সময়তেই মাধৱ খিচাৰ মুখখন মোলান পৰি গৈছে। ইতিমধ্যে ওচৰৰ ঘৰৰ পৰা আৰতি চাক্‌মা নামৰ মহিলাগৰাকী আহি অলপমান পিঠা আৰু কেইকাপমান চাহ সকলোৰে আগত ৰাখি দি কিছু দূৰৈত বহি কৌখালিৰ কাহিনী শুনিবলৈ কাণ উনাইছে। গাঁওখনৰ আলহী শাক্যদেৱ দেৱানৰ কাহিনী শুনি পুনৰ মাতৃভূমিৰ বুকুত বিচৰণ কৰাৰ মজা আৰু শংকা দুয়োটাকে লোৱাৰ বাবে প্ৰস্তুতি চলোৱাৰ এই প্ৰৱণতাক নতুনখিনিয়ে পাগলামি বুলি আখ্যা দিলেও তাক লৈ বয়োবৃদ্ধখিনি দ্বিধাগ্ৰস্ত নহয়।

ঃ একো নহ'ল। মানুহবোৰক নুদুষিবা। ইমান বেলি মানুহবোৰে ভাবি আছিল যে তেওঁলোকৰ শত্ৰু ভৈয়ামৰ পমুৱাখিনি আৰু সেই পমুৱাখিনিক সমৰ্থন আগবঢ়োৱা পাকিস্তানী আৰু পাচত অহা বাংলাদেশী চৰকাৰ। এবাৰৰ বাবেও তেওঁলোকে ভবা নাছিল যে গৃহকন্দলৰ এনে এক ভয়াবহ পৰিস্থিতিৰ তেওঁলোক মুখামুখি হ'ব লাগিব। ঘৰৰেই কাৰোবাৰ হাতত প্ৰাণ হেৰুওৱা বা প্ৰাণৰ আশংকাত ভোগাৰ ভয়াবহতাই তেওঁলোকক নিমাত কৰি তুলিছিল।

ঃ তুমি কি কৰিছিলা শাক্য দাহ্‌দা?

শাক্য নীৰৱ হৈ আছে। এবাৰ আঞ্চলিক পৰিষদৰ সভা বহোতে সিহঁতে দলবান্ধি গৈ প্ৰতিবাদ কৰা আৰু তাৰ পাচতেই ৰঙামাটিৰ পৰা কিছুদিনৰ বাবে ঘৰলৈ অহা অঞ্জুক বাটত আগচি ধৰি জন সংহতি সমিতিৰ দুটামানে শাক্য নীৰৱ হৈ নাথাকিলে তাইক নিখোজ কৰি পেলোৱাৰ ধমকি দিয়াৰ কথা কোৱাৰ কোনো ইচ্ছা এতিয়া তেওঁৰ মনত উদ্ৰেক হোৱা নাই। অঞ্জু নামৰ দুৰ্বলতাটোৱে সদায়েই পাচলৈ ঠেলি দিয়াৰ কথা সদৰী কৰি তাইক এই মানুহখিনিৰ চৰ্চাৰ কেন্দ্ৰ কৰাৰো কোনো বাসনা তেওঁৰ এতিয়া জাগি উঠা নাই।

ঃ এই ধুনীয়া ছোৱালীজনীক মানে মই অঞ্জুৰ কথা কৈছো, ক'ত বা পালে আপুনি? এনে ধুনীয়া ছোৱালী আমাৰ মাজত নায়েই। হয়তো ভৈয়ামৰ বাঙালী ছোৱালী আছিল।

ইমানপৰে নিশ্চুপ হৈ কাণপাতি থকা আৰতি চাক্‌মাৰ এইখিনি সময়ৰ উপস্থিতিৰ কাৰণ শাক্যদেৱে এতিয়াহে অনুধাৱন কৰিব পাৰিছে। হয়তো অৰুণাচলৰ জ্যোতিপুৰ গাঁৱৰ বাসিন্দাসকলে এই নতুন দুজন অতিথিৰ জীৱনক লৈ ইতিমধ্যে বহুতো আলোচনা বিলোচনাত নিমগ্ন হৈছে। কৰ্ণফুলিৰ পাৰৰ পৰা পৰিত্যক্ত অৱস্থাত পৰি থকা এটা শিশু তুলি অনাৰ কাহিনী বিনাদ্বিধাই গ্ৰহণ কৰিছিল তেজেৰে লুতুৰি-পুতুৰি হোৱা কৌখালি নামৰ চাক্‌মা ভূমিখণ্ডৰ এখন গ্ৰামে।

সেই একেই অসত্য কাহিনীকে এতিয়া জ্যোতিপুৰবাসীৰ আগত দোহৰাৰ বাবে শাক্যদেৱে মন বান্ধি পেলালে।

# [৩৫]

নিজৰ সৰু ঘৰটোৰ খিৰিকীৰে শাক্যই বাহিৰৰ উছৱমুখৰ পৃথিৱীখনলৈ ভুমুকিয়াই চাইছে। জয়া, স্নিগ্ধা, মলয়াইঁত সাজি-কাছি ৰাস্তাৰে খোজকাঢ়ি যাওঁতে ফুলৰ দৰে হালি-জালি থকা সিহঁতৰ চেহেৰাকেইটা দেখি এক মিশ্ৰ অনুভূতিয়ে তেওঁক দোলা দি গৈছে। সিহঁতৰ খোজৰ লগত খোজ মিলাই আগবাঢ়ি যোৱা তেওঁৰ চেনেহৰ অঞ্জুজনীৰ মুখত যেন বহুতো প্ৰশ্নৰ সমাহাৰ! তায়ো সিহঁতৰ লগতেই খিল্‌খিলাই হাঁহিছে, তাইৰ দেহো জিএগ্ৰাৰ দৰে ছন্দোময় গতিত হালিছে-জালিছে। কিন্তু তাইৰ মুখত ভুমুকি মৰা প্ৰশ্ন আৰু সংশয়ৰ তৰপবোৰ তেওঁৰ চকুত, অকল তেওঁৰ চকুত, জিলিকি উঠিছে বুলি শাক্যৰ মনত ভাব হৈছে।

দিল্লীৰ পৰা খবৰটো আহোতে বহুত বেছি সময়ৰ প্ৰয়োজন হোৱা নাই। উচ্চতম ন্যায়ালয়ে বছৰৰ পাচত বছৰ অৰুণাচলৰ বুকুত বসবাস কৰি থকা চাক্‌মাখিনিক ভাৰতৰ নাগৰিক বুলি ঘোষণা কৰাৰ খবৰ পোৱাৰ লগে লগে জাকে জাকে মানুহ জ্যোতিপুৰ গাঁৱৰ বাটে-পথে ওলাই অহাৰ কথাটো একেবাৰেই সাধাৰণ এটা ঘটনা। এনে এটা দিনৰ বাবেইতো ৰাষ্ট্ৰহীন মানুহবোৰ আজীৱন অপেক্ষা কৰি আছিল। পুৱাই আহি মাধৱ খিচাই শাক্যৰ দুৱাৰৰ সন্মুখত উপস্থিত হৈ টৈটুফালি চিঞৰিছিলহি। — শাক্য দাহ্‌দা— মাধৱৰ চকুত চকুপানী, মাতো তাৰ থোকাথুকি হৈ পৰিছে।

ঃ আমি আজিৰ পৰা ভাৰতীয়। মোৰ জয়াই অহাবাৰ নিৰ্বাচনত ভোট দিব। তাইক ৰঙাচকু দেখুৱাই হাতত ধৰিবলৈ ওলোৱা সেই দাৰোগাটোক এতিয়া মই ক'ব পাৰিম যে তাৰ কাৰণে যিখন আইন, মই আৰু মোৰ ছোৱালীৰ কাৰণেও সেই একেখন আইনেই এতিয়া প্ৰযোজ্য হ'ব। মই আহি নোলোৱাহেঁতেন সেইদিনাখন সি তাইৰ সৰ্বনাশ কৰিলেহেঁতেন! এতিয়া নোৱাৰিব সি খেদোৱাৰ ধমকি দি অত্যাচাৰ কৰিবলৈ।

হঠাতে মাধৱে হুক্‌হুকাই কান্দিবলৈ ধৰিলে।

ঃ কি হ'ল মাধৱ? কিয় কান্দিছা? শুভক্ষণত কান্দিব নাপায় বুলি দেখোন আমাৰ মানুহে কয়।

ঃ কি কম শাক্য দাহ্‌দা। কিমান শোক বুকুত জমা হৈ আছে কেনেকৈ বুজাম তোমাক? চৰকাৰীভাৱে সৃষ্টি কৰা এটা মহা-প্লাৱনত সকলো হেৰুৱাই আমি এইখন দেশলৈ আহিছিলো। আমাক দলে-বলে অহা দেখি ইয়াৰ মানুহবোৰে ভাল পোৱা নাছিল। বিশেষকৈ নাওতে নামৰ জনগোষ্ঠীটো আমাৰ প্ৰব্ৰজন দেখি ইমান হিংস্ৰ হৈ উঠিছিল যে আমাক শেষ কৰিবলৈ সিহঁত উঠি-পৰি লাগিছিল। সিহঁতৰ গাত দোষ দিয়াও কঠিন। নিজৰ ভূমি, লোকৰ অধীনলৈ যোৱাৰ আশংকাত সিহঁত উন্মাদ হৈ উঠাতো বৰ স্বাভাৱিক।

অৰুণাচল প্ৰদেশৰ ছাত্ৰ সন্থায়ো ধ্বনি তুলিছিল আমাক খেদাৰ। হতাহতি-মৰামৰিৰ মাজত কটোৱা এটা অস্থাৱৰ জীৱন। আজি অত বছৰ আমাৰ নাছিল কোনো ব্যবসায়-বাণিজ্য কৰাৰ অধিকাৰ নতুবা মাটি-বাৰী ক্ৰয় কৰাৰ অধিকাৰ।

ঃ শুনা মাধৱ, আমি বৈ যোৱাবোৰৰ বিলাই হয়তো তোমালোকতকৈও অধিক। বহু দুৰ্যোগৰ পাচত এতিয়া পৰৰ ঠাইলৈ আহিবলৈ বাধ্য হ'লো। এনে এটা সিদ্ধান্ত তোমালোকৰ নিচিনাকৈ বহু বছৰৰ আগেয়ে লোৱাহেঁতেন মোৰ ছোৱালী অঞ্জু আজি ৰাষ্ট্ৰহীন আৰু গৃহহাৰা নহ'লহেঁতেন। তাই আৰু মই আমি দুয়ো, তাতো ঠাৱৰিব নোৱাৰিলো আৰু ইয়াতো আমাৰ কোনো স্থান নাই।

মাধৱৰ হাতখনে মৃদুভাৱেৰে শাক্যৰ সোঁবাহু স্পৰ্শ কৰিছে। সমমৰ্মিতাৰ এক নতুন পৰিভাষা। মাধৱৰ সুবিশাল হৃদয়ৰ লগত শাক্য বিশেষভাৱে পৰিচিত। এটা অত্যন্ত আঢ্যৱন্ত পৰিয়ালৰ সন্তান মাধৱৰ ককায়েক-ভায়েক সকলো কলিকতালৈ যাবলৈ ওলোৱাৰ সময়ত লাম-লাকটু বান্ধি পদযাত্ৰা কৰা এটা চাক্‌মা গ্ৰামবাসী দলৰ লগত সিয়ো টোপোলা বান্ধি যাত্ৰা আৰম্ভ কৰা কথাটোৱে ককায়েকক ক্ৰোধান্বিত কৰি তুলিছিল।

ঃ এই ভিকহুবোৰৰ লগত কিয় যাবলৈ ওলাইছ? কলিকতাত এটা ঘৰৰ বন্দবস্ত কৰিছো। তোক প্ৰেছিডেন্সি কলেজত নাম লগাই দিম।

ঃ আমাৰ জাতিটোৰ দুৰ্গতিৰ সময়ত এনেদৰে ধনৰ গৌৰৱত বলীয়ান হৈ ভাল ভৱিষ্যতৰ সন্ধানত গাইগোটা হৈ কলিকতালৈ দৌৰাৰ এই মনোবৃত্তিক মই সমৰ্থন নকৰো। মই সকলোৰে লগত একেলগে জীয়াই থাকিবলৈ বা মৰিবলৈ বিচাৰো।

'মূৰ্খ ক'ৰবাৰ' বুলি খঙত উফৰি আঁতৰি যোৱা ককায়েকৰ লগত মাধৱ খিচাৰো সেয়েই আছিল শেষ দেখা।

ঃ কেতিয়াবা কলিকতালৈ নোযোৱাৰখেদ এটা মনত জাগেনে! মাধৱৰ দুচকুৰে পুনৰ দুটোপাল চকুপানী বাগৰি আহিছে। আজিৰ দিনটোৱেই হৰ্ষ-বিষাদৰ মাজত আকণ্ঠ ডুবাৰ এক বিশেষ দিন। অতীত, ভৱিষ্যতৰ দোমোজাত উমলি থকা হাঁহি-কান্দোনৰ সন্ধিক্ষণৰ এক ব্যাখ্যাতীত সময়। — এৰি অহা মানুহবোৰলৈ বৰ মনত পৰিছিল। এদিন গম পালো মোৰ ভতিজা মুকুৰ খিচা ভাৰতীয় বৈদেশিক সেৱাৰ ডাঙৰ বিষয়া হ'ল। অন্য দুটা ভতিজা হ'লগৈ কলিকতাৰ দুজনকৈ বিখ্যাত চিকিৎসক। দূৰৈৰ পৰা কাৰোবাৰ বোকোচাত ওলমি অহা কিছুমান টুকুৰা খবৰে আনন্দৰ লগতে বিষাদৰ খলকনি তুলিছিল। ময়ো মানুহ। বহুতো দুৰ্বল মুহূৰ্তত মোৰ সন্তানক এনেকুৱা অনিশ্চিত ভৱিষ্যতৰ বুকুত সঁপি দিয়া বাবেই নিজকেই অপৰাধী যেন ভাব হয়। নিজৰ ওপৰত খং উঠে। অপদাৰ্থ আদৰ্শবাদক দোষী সজাবলৈ প্ৰস্তুত হওঁ। ঠিক অলপ আগতে তোমাৰ নিজৰ এই ইয়ালৈ অহাৰ বাবে পলমকৈ লোৱা সিদ্ধান্তৰ হেতু উঠি অহা খংটোৰ নিচিনা। জয়াৰ জীৱনক লৈ মই হেতালি খেলিলো নেকি বুলি নিজকে প্ৰশ্ন কৰো... ।

ঃ ঠিক অঞ্জুৰ ভৱিষ্যতক লৈ মই এইমাত্ৰ উদ্বিগ্ন হোৱাৰ নিচিনাকৈ .

ঃ জানা শাক্য দাহ্‌দা, কোন শুদ্ধ কোন ভুল সেয়া কোনেও ক'ব নোৱাৰে। সত্য বোলা বস্তুটো ইমান আপেক্ষিক যে এতিয়া সত্য বা শুদ্ধ যেন লগা কথা এটা কাইলৈ হৈ পৰিব একেবাৰেই অপ্ৰাসংগিক। মই ভাবিছিলো মোৰ ককাই-ভাই-ভতিজা কলিকতা মহানগৰীত গজগজীয়া হৈ বহি বৰ সুখী। কটাকটি-মৰামৰিৰ পৰা আঁতৰত এক সুস্থিৰ জীৱন। কিন্তু আজি কিছুদিনৰ আগেয়ে ইয়াত আহি হাজিৰ হ'লহি মোৰ ভতিজা স্পেইনৰ ভাৰতীয় ৰাষ্ট্ৰদূত মুকুৰ খিচা। একেবাৰেই কোলাৰ কেঁচুৱা হৈ থকা অৱস্থাতে ৰঙামাটি এৰা ল'ৰাটোৱে এতিয়াও কৈ আছে এক হেৰোৱা ভূমিৰ কথা। নিজৰ মানুহৰ পৰা আঁতৰত থাকি সি এতিয়াও বুকুত কঢ়িয়াই ফুৰিছে এক অভাৱনীয় শূন্যতাৰ কাহিনী। সি কৈছিল কেনেকৈ দাহ্‌দাই মৃত্যুৰ আগে আগে তাৰ হাতত ধৰি হুকহুকাই কান্দিছিল আৰু এনেকৈ অকলশৰীয়া অৱস্থাত, চাক্‌মা গ্ৰামবাসীৰ পৰা দূৰৈত, পৃথিৱীৰ পৰা মেলানি মাগিবলগীয়া হোৱা পৰিস্থিতিৰ বাবে নিজৰ ভাগ্যক বাৰে বাৰে দুষিছিল। অন্ততঃ আমি, তুমি আৰু মই, কষ্টৰ সন্মুখীন হৈছো নিজ মানুহৰ লগত একেলগে। সকলো সুখ-দুখৰ সমভাগী হ'বলৈ আমাৰ লগত আমাৰেই মানুহ সদায়েই আছে। হয়তো বহুতো হেৰুৱালেও কোনো কোনো ক্ষেত্ৰত আমি সুখীও।

মাধৱ খিচাৰ মাতটো বহু দূৰৈৰ পৰা ক্ষীণ স্বৰত ভাহি অহাৰ দৰে শুনা গৈছিল। ঠিক যেন বাঁহীৰ এক কৰুণ স্বৰৰ নিচিনাকৈ বতাহৰ বোকোচাত অহা কিছুমান শব্দ!

মাধৱ খিচা আঁতৰি যোৱাৰ পাচত আনন্দিনাথ দৰে আৰতি চাক্‌মা চাহ আৰু বিস্কুট লৈ হাজিৰ। ইতিমধ্যে কোঠাৰ চুকত সাজি উলিওৱা পিজৰালৈ আঙুলিয়াই দেখুৱাই শাক্যই আৰতিৰ আগত কিছু গৰ্ববোধ কৰাৰ লোভ সামৰিবলৈ যেন অক্ষম হৈছে— চোৱা আৰতি বন্‌দনি, মই বনাই পেলালো।

মাটিৰে ঢিপ বান্ধি বনাই উলিওৱা দুটা অতি চিকুণ চৌকা, কাষত হাবিৰ পৰা বুটলি অনা খৰিৰ টুকুৰা, ৰ'দত শুকুৱা মাটিৰে প্ৰস্তুত কৰা চৰু, কেৰাহীৰ এটা সৰু-সুৰা দ'ম।

ঃ কিমানদিন তোমালোকৰ বোজা হৈ থাকিম? এটা স্থায়ী বন্দোবস্তৰ দৰকাৰ।

আৰতি চাক্‌মাৰ চকুৰে চকুপানীৰ এটা ক্ষীণ ধাৰা অবিৰত গতিত বৈ আহিছে।

ঃ তেনেকৈ নক'ব। আপুনি চাক্‌মাসকলৰ বাবে বহুতো কৰিলে। এতিয়া আমাৰ আপোনাক চোৱা-মেলাৰ পাল। এয়া আমাৰ সমূহীয়া কৰ্তব্য। মোৰ ল'ৰা গৌতমে কৈছে যে এইবাৰ আপোনাৰ হৈ সিহঁতে ঝুমখেতি কৰিব। সি সৰু থাকোতে আপুনি আহিছিল আৰু আমাৰ সকলোকে কেনেকৈ ভাৰত চৰকাৰৰ ওচৰত আবেদন-নিবেদন কৰিব লাগিব সেয়া বুজাইছিল। আদালতলৈ যোৱাৰ কথাও আপুনি কৈছিল। ক্যাঙৰ এটা চুকত বহি সি ডাঙৰৰ লগতে আপোনাৰ কথাবোৰ শুনিছিল।

শাক্যদেৱে কথাবোৰ মনত পেলাবলৈ চেষ্টা কৰিছে। বহু বছৰৰ আগৰ কথা। স্নেহ চাক্‌মাক আগৰতলাত লগ ধৰি শাক্য গৈছিল অৰুণাচলৰ বিভিন্ন চাক্‌মা শৰণাৰ্থী সংস্থাপিত গাঁৱলৈ আৰু সেই সময়তে জ্যোতিপুৰতো সি দুটা দিন কটাইছিল। বৌদ্ধ ক্যাঙত তাৰ

কথা শুনিবলৈ মানুহবোৰ গোট খাইছিল। সেই দিনটোৰ ছবিখন মনত পেলাবলৈ চেষ্টা কৰি সি ভাগৰি পৰিছে। হয়তো কোনো এটা সৰু ল'ৰা, ঠিক ভাৰত বিভাজনৰ সময়ৰ শাক্যদেৱৰ দৰেই এটা ল'ৰা, বিস্ময়াভিভূত হৈ সন্ধানী দৃষ্টিৰে তাৰফালে চাই থকাৰ এটা মানসিক দৃশ্য সি অংকন কৰিবলৈ চেষ্টা কৰিছে। দেহ আৰু মনৰ এনে এটা পৰ্যায়ত কেতিয়াবা কল্পনায়ো চাগে সকলো শক্তি হেৰুৱাই পেলায়।

আবেলি গৌতম আহি তাৰ ওচৰত হাজিৰ হ'লহি। সি শাক্য জিধুৰ ওচৰলৈ প্ৰতিদিনেই একোবাৰকৈ আহে। অযুত কল্পনা তাৰ। বেছিভাগ কল্পনাই কেনেকৈ চাক্‌মা জাতিসত্তাক ভাৰতৰ মূলসুঁতিৰ লগত একত্ৰীকৰণ কৰিব পাৰি সেই প্ৰশ্নৰ চৌদিশে কেন্দ্ৰীভূত। গৌতমক দেখাৰ লগে লগেই শাক্যৰ মনত ভাহে ঘৰত এৰি থৈ অহা প্ৰহ্লাদৰ জিলিকি থকা মুখখন। গৌতমো আইনৰ স্নাতক। সুদূৰ গুৱাহাটী চহৰত আইন শিক্ষা সমাপ্ত কৰি সি ঘূৰি আহিছে জ্যোতিপুৰলৈ। হয়তো আইনক সি ব্যৱসায় হিচাপে ল'ব আৰু জ্ঞানৰ আহিলা হিচাপেও কেতিয়াবা ব্যৱহাৰ কৰিব। চাক্‌মাৰ ভোটাধিকাৰৰ প্ৰশ্নত সি প্ৰথমতে গুৱাহাটী উচ্চ ন্যায়ালয়ত আৰু পাচত ভাৰতৰ উচ্চতম ন্যায়ালয়ত এঘড়ী যুঁজিছিল। ৰাজধানী দিল্লীলৈও বিভিন্ন সমিতিত সাক্ষ্য প্ৰদান কৰিবলৈ সি গৈছিল। তাৰ আৰু বহুতৰ কষ্ট, ত্যাগ আৰু শতজনৰ নীৰৱ প্ৰাৰ্থনাৰ ফল এটা জাতিয়ে ভোগ কৰিবলৈ পাব আজিৰ এই বিশেষ দিনটোৰ পৰা।

ঃ মোৰ পালক পুয়া প্ৰহ্লাদৰ লগত তুমি যোগাযোগ কৰি চাব পাৰা। হয়তো তাৰ চাক্‌মা আৰু ইয়াৰ চাক্‌মাৰ মাজত এটা যোগসূত্ৰ স্থাপন হৈয়ো যাব পাৰে।

ঃ বৰ কঠিন সম্ভাৱনা জিধু। দুখন বেলেগ দেশত বিস্তৃত হৈ থকা দুটা জাতিৰ সমস্যাৰাজি ইমান পৃথক যে অলগ লগাৰ পৰিসৰ বৰ কম। তথাপি প্ৰহ্লাদক লগ পাবলৈ ভাল লাগিব।

গৌতম অলপ সময়ৰ বাবে নিশ্চুপ হৈ পৰিছে। হয়তো শাক্যৰ মুখত ফুটি উঠা করুণ অভিব্যক্তিয়ে তাক কিছু পৰিমাণে ভবাই তুলিছে।

ঃ এয়া এটা আচৰিত কথা নহয়নে জিধু? এই যে সদায় এক হৈ থকা এটুকুৰা ভূমিখণ্ডৰ মাজত এডাল কাল্পনিক আঁচ টানি দিয়া হ'ল আৰু মানসিকভাৱেও আমি মানুহবোৰ বিচ্ছিন্ন হৈ পৰিলো! আমাৰ দুটুকুৰা মাটিত একেটাই জাতি। অথচ এতিয়া আমাৰ সমস্যাবোৰ কেনেধৰণেৰে সুকীয়া হৈ পৰিছে!

শাক্যতকৈ গৌতমৰ চিন্তাৰ পৰিধি যেন বহুখিনি বিস্তৃত। কথাবোৰ বুজিয়েই হয়তো প্ৰহ্লাদে তাৰ লগত এইখন ঠাইলৈ আহিবলৈ অস্বীকাৰ কৰিছিল। চিটাগাং পাৰ্বত্য এলেকাৰ নিজৰ ঠাইত অধিকাৰ ৰক্ষাৰ্থে সিহঁতে চিঞৰিছে আৰু সেয়া সিহঁতে দ্ৰুতগতিত হেৰুৱাই পেলাইছে। অথচ ভাৰতত সিহঁতে কেতিয়াও নথকা অধিকাৰৰ দাবী তুলিছে আৰু বহু সংগ্ৰামৰ অন্তত সেয়া আজি সিহঁতৰ হাতলৈ আহিছে।

ঃ জানে জিধু, বাংলাদেশৰ চাক্‌মাৰ কথা কওঁ কেনেকৈ? মিজোৰামৰ চাক্‌মা,

অৰুণাচলৰ চাক্‌মা, ত্ৰিপুৰাৰ চাক্‌মা আৰু অসমৰ চাক্‌মাৰ মাজতেই কোনো একত্ৰীকৰণ এতিয়ালৈকে হোৱা নাই। সকলো ব্যস্ত ভাৰতীয় নাগৰিকত্ব লোৱাত আৰু তাৰপাচত নিজৰ জীৱন ইয়াৰ লগত খাপ খুৱাই আগুৱাই নিয়াত। বাংলাদেশৰ চাক্‌মাখিনিয়ে ভুগি থকা জীয়াতু যাতনা সম্পৰ্কে আমি জ্ঞাত হ'লেও এতিয়া কিছু পৰিমাণে যেন আমি উদাসীন। বিশেষকৈ ইয়াত জন্ম হৈ ইয়াৰ বিভিন্ন নগৰ-চহৰত শিক্ষা লাভ কৰা ল'ৰা-ছোৱালী আৰু উপৰি পুৰুষৰ সেইখন ঠাইৰ মাজত এক মানসিক বিচ্ছিন্নতা ইতিমধ্যে দেখ্‌দেখকৈ আহি পৰিছে। তথাপি কেতিয়াবা আগৰ কথাবোৰ ওলালে আমাৰ বাহ্‌বা, কাক্কা, মাহ্‌মাহঁতে চকুপানী উলিয়ায় আৰু আমাৰো বুকুবোৰ গধুৰ হৈ পৰে।

*** *** ***

থানমানা পূজাৰ প্ৰস্তুতিৰে মাঘ মাহক আদৰণি জনাবলৈ ওলোৱা গ্ৰামবাসীৰ লগত শাক্যই বহুদিনৰ মূৰত মুকলি মনেৰে হাত মিলাইছে। জ্যোতিপুৰত এটাকৈ বছৰ কটোৱাৰ পাচত এই মাঘৰ সময়খিনিতে কিয়নো জানো তাৰ মনলৈ আহিছে যে জ্যোতিপুৰেই তাৰ আৰু অঞ্জুৰ স্থায়ী ঠিকনা হোৱাৰ পথত। ছট্টগ্ৰামৰ বুকুলৈ ঘূৰি যোৱাৰ সকলো দুৱাৰ এতিয়া সিহঁত দুটাৰ বাবে ৰুদ্ধ।

বহুতো দিন বুকুত অলেখ আশংকা লৈ দুৱাৰত কাৰোবাৰ টোকৰ আৰু 'আপুনি কিয় ইয়াত বে-আইনী হিচাপে সোমাই আছেহি?' বুলি তোলা প্ৰশ্নৰ অপেক্ষাত সি কিছুমান দুঃসময় কটাইছিল। এতিয়া পাচে তেনে সম্ভাব্য বিপদে তাক জোকাবি তুলিবলৈ এৰি দিছে। জ্যোতিপুৰৰ সম্মানীয় অতিথিৰ পৰা বৰ্তমান শাক্যদেৱ দেৱান গাঁওখনৰ সম্মানীয় সদস্যলৈ ৰূপান্তৰিত হোৱাৰ পথত। গাঁওখনত পদাৰ্পণ কৰাৰ কিছুদিন পাচতেই গৌতম আৰু কেইটামান ডেকাল'ৰা আহি শাক্যক কৈছিল যে সিহঁতে তেওঁৰ বাবে এটুকুৰা ঠাই মুকলি কৰিছে আৰু গাঁওবাসীয়ে তাত 'মালেয়' বা সমূহীয়া শ্ৰমদান কৰি ঝুমখেতি কৰিব। 'না' কৰাৰ কোনো অৱকাশেই সিহঁতে শাক্যৰ কাৰণে ৰখা নাছিল। গাঁওখনৰ কোমল বয়সীয়াবোৰৰ বাবে বৰদেউতা বা জিধু হৈ পৰা শাক্যদেৱ দেৱানক জ্যোতিপুৰৰ নতুন সমাজখনৰ লগত মিলোৱাৰ প্ৰাথমিক কামখিনি কৰাৰ বাবেই সিহঁতে চলোৱা এই প্ৰচেষ্টাৰ কথা বুজি পাবলৈ শাক্যৰ বেছি সময়ৰ প্ৰয়োজন হোৱা নাছিল। 'মালেয়'ৰ পাচত লহ্‌পহকৈ বাঢ়ি অহা খেতিডৰাৰ মাজত গাঁওখনৰ ল'ৰা-ছোৱালীহঁতে মিলি পাতিছিল এক বৃহৎ ভোজ আৰু সকলোৱে মিলি বিভিন্ন ছন্দ আৰু লয়ত মালেয় নৃত্য নাচিছিল। ঠিক সাধুকথাৰ কাহিনীৰ দৰে ছট্টগ্ৰাম পাৰ্বত্য এলেকাৰ মিঠা সপোন কিছুমানে সেইখিনি সময়ত শাক্যদেৱক জোকাবি তুলিছিল। জন্মভূমিত দুঃস্বপ্ন দেখি দেখি অভ্যস্ত হৈ পৰা শাক্যদেৱৰ বাবে তেনে এক সুন্দৰ সপোনৰ আমেজ গ্ৰহণ কৰোতেও প্ৰস্তুতিৰ প্ৰয়োজন হৈছিল।

ঃ জ্যোতিপুৰৰ ওচৰতো কোনো নদী নাই!

শাক্যৰ কৌতূহলত গৌতম আচৰিত হোৱা নাই।

ঃ পাহাৰৰ পৰা বৈ অহা কেইবাটাও জুৰি আছে। তাৰ কাষতেই দেৱদেৱীৰ থান পাতিম। থানত লক্ষীমা, গংগা, বিয়ত্রা, ধলেশ্বৰী, ভূতৰাজা সমন্বিতে চৈধ্যগৰাকী গোসাঁই-গোসাঁনীক বহুৱাই পূজা কৰিম। আচৰিত কথা নহয়নে জিধু? গংগাৰ পাৰত থাকোতে আমি এই পূজা শিকিছিলো। বহুদূৰলৈ য'ত গংগাৰ কোনো চিহ্ন নাই, তাতো গৈ আমি এই পূজা চলাই ৰাখিলো। ফেনী, কৰ্ণফুলি, চাংগু সকলোকে গংগামাতা বুলি মানি থান পাতি মাঘ-ফাগুনত লক্ষীমা, গংগামাৰ পূজাৰ পৰম্পৰা অটুট ৰাখিলো। এতিয়া আমি গংগাৰ বুকুৰ ওচৰলৈ ওভতনি যাত্রা আৰম্ভ কৰিছো। হয়তো এদিন আচল গংগাৰ তীৰতে থানমানা পূজা পতাৰ সৌভাগ্যও আমাৰ ঘটিব।

নদীৰ পৰিবৰ্তে খৰস্রোতা জুৰি এটাৰ পাৰতেই বাঁহৰ মাচাং বহুৱাই তাৰ ওপৰত সাজি উলিওৱা গংগাঘৰ নামৰ সৰু জুপুৰিটো আৰু সেই জুপুৰিটোৰ সন্মুখত মাচাঙৰ ওপৰত বিভিন্ন দেৱ-দেৱীৰ বাবে মাটিৰ একো একোখন থাপনা! শাক্যৰ মন উৰিছে কৌখালি গ্ৰামলৈ। পুৰণা কৌখালিক দুইফালে আৱৰি আছিল দুই নদী, ফেনী আৰু চাংগুৱে। সৰুতে দেখিছিল দুই নদীৰ পাৰত হোৱা থানমানা পূজাৰ নয়নাভিৰাম দৃশ্য। মাকে কুকুৰা আৰু চাউল উলহ-মালহেৰে পূজালৈ আগবঢ়াইছিল। পাচত আহিল নতুনকৈ পাতি লোৱা কৌখালি। তাৰো দুয়োকাষে এই দুই লাস্যময়ী নদী। পূজাৰ পৰম্পৰা চলিয়েই থাকিল। কিন্তু যেতিয়াৰ পৰা ভৈয়ামৰ পৰা অহা পমুৱাইঁতে নদীৰ পাৰ ছানি ধৰি সিহঁতৰ কাৰণে নদীৰ কাষৰ এটুকুৰাও মসৃণ ঠাই এৰি নোথোৱাকৈ খোপনি পুতি বহিল, তেতিয়াৰ পৰা থানমানা পূজাই যেন ঠাই বিচাৰি উলিয়ালে গ্ৰামৰ মাজৰ কোনোবা জুৰিৰ ক্ষীণ স্রোতধাৰাৰ কাষত। আজিও এটা শীৰ্ণ জুৰিৰ পাৰৰ পূজাই আচৰিত ধৰণেৰে তেনে এক পট পৰিবৰ্তনৰ ইতিহাসৰ কথাকেই শাক্যক সোঁৱৰাই দিলে।

ঃ আজিকালিও তাত এইবোৰ পূজা হয়নে?

ঃ হয়। যুদ্ধ-বিগ্ৰহৰ মাজত এই বোৰো চলি থাকে।

মাধৱ খিচাই যে এৰি অহা এসময়ৰ মাতৃভূমিৰ কথাই সুধি পেলাইছে তাৰ ওপৰত অকণমানো সন্দেহ নৰখাকৈ শাক্যয়ো নিৰুদ্বেগভাবে উত্তৰটো দি দিছে। আচলতে দুজন মানুহৰ চিন্তাৰ এই যোগসূত্ৰক অস্বাভাৱিক বুলি গ্ৰহণ কৰাৰ পৰিবৰ্তে সাধাৰণ বুলি মানি লৈ উত্তৰ দিওঁতে মনৰ ভিতৰত খেলি থকা আৱেগবোৰৰ বহিৰ্প্ৰকাশ ঘটিবলৈ দিয়া হোৱা নাই। একেটা সময়তে শাক্যৰ চকু বাৰে বাৰে গংগাঘৰৰ ওচৰত থিয় হৈ থকা অঞ্জুলৈ গৈছে। জ্যোতিপুৰলৈ অহাৰ পাচৰে পৰা তাইৰ মুখৰ মলিনতাবোৰ আৰু অধিক গাঢ় হৈ পৰিছে। গংগামাতাৰ বাঁহৰ প্ৰতিমূৰ্তিৰ আগত বলি দিবলৈ অনা পঠা ছাগলীটোৰ বেবেনিৰ শব্দৰ বৃদ্ধিৰ লগে লগে তাইৰ মুখমণ্ডলৰ করুণ ৰূপটো এই মুহূৰ্তত আৰু যেন জিলিকি উঠিছে।

ঃ তোমাৰ পালক ঝি আমাৰ গ্ৰামৰ বোৱাৰী হ'বলৈ চাগে বেছি পৰ নাই।

শাক্যই আচৰিত হৈ মাধৱ খিচাৰ মুখলৈ চাইছে। মাধৱ খিচাৰ চকুৰ দৃষ্টি অনুসৰণ কৰি

শাক্যই এটা আচৰিত দৃশ্য দেখিবলৈ পাইছে— অশ্রুৰ ওচৰতেই থিয় হৈ আছে গৌতম চাক্মা— মুখত এযুত মৰমৰ এখন স্পষ্ট ছবি। বিগত সময়ছোৱাত সচৰাচৰ চকুত পৰা এইটো দৃশ্যই ইমানদিন তেওঁৰ মনত কোনো চিন্তাৰ উদ্রেক কৰিব নোৱাৰাটোক লৈ এতিয়া শাক্যদেবৰ আচৰিত হোৱাৰ পাল।

# [৩৬]

আৰতি চাক্‌মাক বিয়েইনী বুলি পাণ-ভেৰা দি আদৰি আনোতে আৰতিৰ পাচতেই গৌতমৰ বাহ্‌বাৰ আসন ল'বলৈ আগ্ৰহেৰে থিয় দি থকা মাধৱ খিচাকো শাক্যদেৱে সন্মুখলৈ আহিবলৈ ইংগিত দিলে। গৌতমৰ আচল বাহ্‌বা এবাৰ হাবিলৈ খৰি লুৰিবলৈ যাওঁতে নিখোজ হৈ পৰিছিল। কোনোৱে কৈছিল বনৰীয়া জন্তুৱে হয়তো তেওঁক খুঁচি মাৰি শেষ কৰিলে আৰু অন্য কোনোৱে কৈছিল যে ওচৰৰ কোনোবা চাক্‌মাহঁতৰ শত্ৰুৱে মানুহজনক অকলে পাই চাগে নেফানেফ কৰিলে। আচলতে ওচৰৰ চিংফৌহঁতৰ বাদে বাকীবোৰ জাতিৰ এই নতুনকৈ অহা জনজাতিটোৰ ওপৰত ইমান খং উঠিছিল যে সেই সময়ত জন্তুতকৈ মানুহৰ হাতত শেষ হোৱাৰ সম্ভাৱনাকহে স্বাভাৱিক বুলি গণ্য কৰা হৈছিল। আৰতিয়ে আজিও নিজকে ৰাণী বুলি নাভাবি সধবাৰ নিচিনাকৈ কাম-কাজ চলাই আছে। আৰতিৰ বিশ্বাস, বড়া-পটাংগৰ সময়তো এবুকু জলৰাশিৰ মাজেৰে জীৱন বচাই এইখিনি ওলোৱা মানুহটোক কোনেও শেষ কৰিব নোৱাৰে। সেই বিশ্বাসৰ ওপৰত গাঁওখনৰ মানুহবোৰৰ সন্দেহ থাকিলেও কোনেও মুকলিকৈ সেই সন্দেহ আৰতিৰ আগত প্ৰকাশ কৰিবলৈ সাহস কৰা নাই।

পিধ্যা-পুলাঙটো মুখলৈকে পিঠাৰে ওপচাই আৰতিয়ে শাক্যলৈ আগবঢ়াই দিছে। কিবা এটা অবুজ বিষাদৰ ভাবে শাক্যক যেন এতিয়া বুৰাই পেলাইছে। মনচুৰ ৰহমান আৰু বোৰ্খাৰ তলৰ পৰা এপলকৰ বাবে মুখ উলিওৱা ধুনীয়া মানুহ এজনীৰ সন্তান অঞ্জুমআৰাক অঞ্জুমালালৈ পৰিবৰ্তিত কৰি তাইক মনচুৰৰ শত বিদ্বেষৰ পাত্ৰ চাক্‌মা জাতিৰ বোৱাৰী কৰিবলৈ যাওঁতে শাক্যদেৱৰ মনত শোক নামৰ উপাদান এটা উথলি উঠাটো অতি স্বাভাৱিক।

ঃ এয়া আমাৰ বোৱাৰীৰ কাৰণে যৎসামান্য অলংকাৰ। সুন্দৰকৈ জালিকটা ফুৰ-বাৰেঙৰ মুখত এটা ৰং-বিৰঙৰ সোপা লগাই সেইটোও আৰতিয়ে শাক্যৰ হাতত তুলি দিলে। শাক্যৰ সৰু ঘৰটোৰ এটা কোঠাত আজি দৰাৰ ঘৰৰ মানুহবোৰে নিশা কটাব। ইয়াৰ পাচতেই শেষ হ'ব তিনপুৰ। তাৰ পাচতেই বিয়াৰ বন্দবস্ত পকা বুলি ধৰি লৈ আয়োজন চলিব বিয়াৰ। আজি কিছুদিনৰ পৰা অঞ্জুৰ মুখখন অস্বাভাৱিক ধৰণেৰে গোমা হৈ পৰিছে। পিতৃগৃহ এৰি কাৰোবাৰ ঘৰলৈ 'বৌ' হৈ যোৱাৰ দুখ শাক্যই নিজে ছোৱালী নহ'লেও অনুধাৱন কৰিব পাৰে। তাতে গৌতম যাবগৈ সুদূৰ ইটানগৰলৈ ন্যায়িক দণ্ডাধীশৰ চাকৰি গ্ৰহণ কৰিবলৈ। ইমানদিন চাক্‌মা নাগৰিকত্বৰ বাবে যুঁজ চলাই থকা গৌতমে চাগে এতিয়া যাযাবৰী জীৱনৰ অন্ত পেলাই অঞ্জুৰ সৈতে এক সুস্থিৰ জীৱনৰ স্বপ্ন দেখিছে। গধূলি শাক্যৰ পঁজাঘৰৰ বাহিৰত এক সমূহীয়া ভোজ। গাঁওখনৰ মানুহবোৰে

মিলি সিহঁতৰ চেনেহৰ গৌতম চাক্‌মাৰ হ'বলগীয়া বিয়াখনৰ আনন্দত উটি-ভাহি ফুৰাৰ প্ৰস্তুতি হিচাপেই চাগে এই ভোজৰ আয়োজন কৰিছে। সেই নিশাও আৰতিয়ে ডিঙিত পিন্ধাই দিয়া হালচাৰাডাল মেজৰ ওপৰত খুলি থৈ অঞ্জু হঠাৎ কান্দোনত ভাগি পৰিছে।

ঃ নাই পুয়া, নাকান্দিবা। সকলো ঠিক হৈ যাব।

তাই কুঁচিমুচি শাক্যৰ বুকুৰ মাজত সোমাই পৰিছে।

ঃ গৌতমক বিয়া কৰোৱাৰ সিদ্ধান্ত হৃদয়ৰ পৰা লোৱা সিদ্ধান্ত নহয় বাহ্‌বা। এয়া ভাবি-গুণি মগজুৰ পৰা গ্ৰহণ কৰা সিদ্ধান্ত।

শাক্য চমকি উঠিছে।

ঃ এনে সিদ্ধান্ত লোৱাৰ বাবে কি এনে পৰিস্থিতিৰ সৃষ্টি হৈছে অঞ্জু? এনে এখন বিয়াত বহিবলৈ কোনেওতো তোক জোৰ-জুলুম কৰা নাই।

ঃ মই প্ৰহ্লাদক ভাল পাইছিলো বাহ্‌বা।

শাক্যৰ বলিষ্ঠ হাতৰ এটা চৰত অঞ্জু কৰ্ফাল খাই বেৰৰ ওচৰলৈ ছিটিকি পৰিছে। কি শুনিছে তেওঁ? প্ৰহ্লাদ আৰু অঞ্জু! তেওঁৰ দুই সন্তান! মনচুৰ ৰহমানৰ ছোৱালী আৰু মানৱেন্দ্ৰ লাৰ্মাৰ পুত্ৰ হ'লেও সিহঁত দুয়োটা তেওঁৰ নিজৰ সন্তান! এনে এটা বীভৎস কথা শুনাৰ মানসিক প্ৰস্তুতি তেওঁৰ নাই।

ঃ প্ৰহ্লাদ তোৰ ককাই।

ঃ প্ৰহ্লাদ মোৰ দাহ্‌দা নহয়।

ঃ সেই যুক্তিত ময়ো তোৰ বাহ্‌বা নহয় অঞ্জু। তই মনচুৰ ৰহমানৰ ছোৱালী। তই ভৈয়ামৰ পমুৱাইঁতৰ ছোৱালী। চাক্‌মা জুমিয়াইঁতৰ লগত তোৰ তেজৰ কোনো সম্পৰ্ক নাই।

ঃ সকলো বুজি পায়ো তুমি এতিয়া চালে-বেৰে কোবাই আচল কথাটোৰ পৰা আঁতৰি আহিবলৈ বিচাৰিছা বাহ্‌বা। তোমাক মই নিজৰ বাহ্‌বা বুলি গ্ৰহণ কৰিছো। কিন্তু প্ৰহ্লাদক মই কোনোদিন নিজৰ দাহ্‌দা বুলি গ্ৰহণ কৰা নাই।

সেই নিশা এখন কাপোৰ পাৰি শাক্যই নিজৰ শ্ৰান্ত-ক্লান্ত জুৰুলা দেহাটো মজিয়াত এৰি দিলে। অন্য বহুতো নিশাৰ দৰে আৰু এটা নিদ্ৰাবিহীন নিশাৰ অপেক্ষাত তেওঁ চকুটো মুদি নিজৰ বুকুৰ ওপৰলৈকে উজাই অহা উত্তেজনাবোৰ প্ৰত্যক্ষ কৰিবলৈ সাজু হ'ল। এটা জাতিৰ দুখ-বেদনাক বুজিব পাৰিছে বুলি মিছা আত্ম-প্ৰত্যয় কিছুমানক খামুচি ধৰি সেই জাতিৰ নেতাৰ স্থানত মাজে মাজে থিয় হোৱা মানুহটোৱে নিজৰ গাৰ কাষত ছাঁৰ দৰে থকা দুটা মানুহৰ আৱেগক বুজিবলৈ অক্ষম হোৱা কথাটোৱে তেওঁক জোকাৰি পেলাইছে।

ঃ কি হ'ল? নিজৰ প্ৰেমৰ কাৰণে ষোল আনি মেলত সমাজৰ নিয়মৰ বিৰুদ্ধে দেখোন বৰ ডাঙৰ ডাঙৰ যুক্তি দৰ্শাইছিলা? এতিয়া অঞ্জুৱে প্ৰহ্লাদক ভাল পাওঁ বুলি কোবাত ইমান পেঁপুৱা লাগিবলগীয়া কিয় হ'ল?

প্ৰভা? ক'ৰ পৰা আহিল প্ৰভা? সেই একেই যুৱতী প্ৰভা। খিল্‌খিলনি হাঁহি আৰু আঁখে ফুটাৰ দৰে মুখেৰে বাহিৰ হোৱা শব্দৰ মিছিল।

ঃ তই নিজেতো সমাজৰ ভয়ত চিপজৰী ললি।

ঃ ভুল কৰিলো মই। বৰ ভুল কৰিলো। দুয়োটাৰ জীৱন ধ্বংস কৰি দিলো। সেইকাৰণেই কৈছো— সময় থাকোতেই অঞ্জু আৰু প্ৰহ্লাদক লগ লগাই দিয়া। আমি কৰা ভুলৰ পুনৰাবৃত্তি যাতে সিহঁতৰ জীৱনত নহয়।

খক্‌মকাই উঠি বহি দিওঁতে তাৰ দুচকুৰে চকুপানীৰ ধাৰা অবিৰত গতিত বৈ অহাৰ কথা সি অনুভৱ কৰিছে। হয়তো বহুতো সময়ৰ পৰা বৈ থকা পুঞ্জীভূত বেদনাৰ ফোৱাৰা। সি জানিছিল যে সেয়া আছিল এক সপোন। তথাপি প্ৰভা আহিছিল— জীৱন্ত, জাগ্ৰত এক সুন্দৰী নাৰীৰ ৰূপত আৰু তাৰ বুকুত শুই থকা নোপোৱাখিনিক এটা স্পৰ্শৰে জগাই তুলিছিল। কি এক দুৰন্ত শক্তি প্ৰেমৰ! কোনোদিন এবাৰৰ বাবেও চুই নোপোৱা মানুহজনীক হৃদয়ে কতবাৰ স্পৰ্শেৰে ওপচাই দিছে।

টোপনি ভগাৰ আগেয়ে প্ৰভা কুঁচিমুচি তাৰ বুকুত সোমাই পৰিছিল। ঠিক অঞ্জু তাৰ বুকুত কেতিয়াবা সোমাই পৰাৰ দৰে। আৰু সি সাৰ পাই গৈছিল বুকুত অলেখ শূন্যতাৰ সমাহাৰ লৈ।

এপিয়লা চাহ লৈ সন্মুখত এয়া অঞ্জু।

ঃ বাহ্‌বা। — অঞ্জুৰ মাতত ইমানবোৰ মৰম। তাইৰ মুখত বহুতো প্ৰসন্নতাবো লুকা-ভাকু।

ঃ শুন পুয়া। তই আৰু মই কৌখালিলৈ ঘূৰি যাম। আজিয়েই। প্ৰহ্লাদৰ লগত তোৰ বিয়াখন পাতি দিম।

ঃ মই ঘূৰি নাযাওঁ বাহ্‌বা। মই ইয়াতেই থাকিম। গৌতমক মই বিয়া কৰাম। মোৰ তালৈ ঘূৰি যোৱাৰ বাট বন্ধ।

ঃ তই মোক ক্ষমা কৰ অঞ্জু।

ঃ কিহৰ কাৰণে? তুলি-তালি ডাঙৰ-দীঘল কৰি এই সুন্দৰ জীৱনটো দিয়াৰ কাৰণে?

ঃ ইমান ওচৰত থাকিও তহঁতৰ আবেগবোৰক নুবুজাৰ কাৰণে।

ঃ বাহ্‌বা, মই তালৈ আৰু ঘূৰি যাব নোৱাৰো। প্ৰহ্লাদক এদিন মই মোৰ মনৰ কথা কৈছিলো। সিয়ো তোমাৰ নিচিনা ভীতি-বিহ্বল হৈ পৰিছিল আৰু এটা পবিত্ৰ সম্পৰ্কক কলুষিত কৰিবলৈ চেষ্টা কৰাৰ বাবে মোক দোষাৰোপ কৰিছিল। সি মোৰ প্ৰতি ইমান তিক্ত হৈ পৰিছিল যে সি তাৰ পৰা আঁতৰি ক'ৰবালৈ গুচি যোৱাৰে সিদ্ধান্তই গ্ৰহণ কৰিছিল। অৱশেষত ময়েই গুচি আহিলো।

অঞ্জুৱে এটা দীৰ্ঘশ্বাস ত্যাগ কৰিছে। হয়তো হেৰুৱাই পেলোৱাৰ দুখ। তেনে এক দুখ ইতিমধ্যে শাকাৰ বুকুতো কুৰুকি কুৰুকি সোমাই পৰিছে।

ঃ যিদিনাখন মই গম পালো যে মোৰ শৈশৱৰ লগৰী, আজীৱন প্ৰেমৰ পাত্ৰ প্ৰহ্লাদৰ

জীৱনলৈ চায়েৰা নামৰ এজনী ছোৱালীৰ আগমন ঘটিছে, তেতিয়াই মই বাংলাদেশৰ পৰা ক'ৰবালৈ, যিকোনো এখন ঠাইলৈ গুচি যোৱাৰ সিদ্ধান্ত লৈ পেলালো। আমাৰ চকুৰ আগতে বীভৎস বলাৎকাৰ আৰু হত্যাৰ ঘটনা ঘটিল আৰু সেই অজুহাততে তোমাক মাতৃভূমি এৰি গুচি আহিবলৈ মই প্ৰৰোচনা যোগালো।

অঞ্জু অলপ সময় নীৰৱ হৈ পৰিছে। হয়তো চিন্তাবোৰ গোটাই-পিটাই, সামৰি-সুতুৰি এটা স্থিৰ পৰ্যায়লৈ আনিবলৈ তাই প্ৰচেষ্টা চলাইছে।

ঃ প্ৰহ্লাদেও বিচাৰিছিল যে মই তাৰ ওচৰৰ পৰা আঁতৰি যাওঁ। ভাৰতলৈ আমি গুচি অহাৰ সিদ্ধান্তত তাৰ আছিল পূৰ্ণ সমৰ্থন আৰু সহযোগিতা। মই তাৰ বাবে এক বোজা হৈ পৰিছিলো।

ঃ মই আজি আৰতিক কথাবোৰ বুজাই কম। তিনিপুৰৰ পাচত বিয়া ভাঙিবলৈ গ'লে লাজভৰ দিব লাগিব। মোৰ হাতত দিবলৈ একোৱেই নাই। তথাপিও তেওঁলোকে বুজিব।

ঃ এইখন বিয়া হ'ব বাহ্‌বা।

অঞ্জুৰ মাতৰ দৃঢ়তাত শাক্য আচৰিত হৈছে। এইখন বিয়া হ'ব নোৱাৰে। তেওঁ সমজুৱাক ক'লে তেওঁলোকে মানি ল'ব। তেওঁৰ হিয়াৰ আমঠু অঞ্জুক এইদৰে একুৰা জীয়া জুইৰ মাজলৈ তেওঁ দলিয়াই দিব নোৱাৰে। গোটেই জীৱন বুকুত কঢ়িয়াই ফুৰিবলৈ ওলোৱা একুৰা ৰঙা জুই!

ঃ মই ভাবি-চিন্তিয়েই এইখন বিয়াত বহিবলৈ ওলাইছো। গৌতম ভাল মানুহ। মনৰ কথাখিনি তোমাক ক'ব নোৱাৰা বাবে ইমানদিনে এক অপৰাধবোধে মোক খুলি খুলি খাইছিল। যোৱা নিশাৰ পৰা সেই দংশনৰ জ্বালাই মোক আৰু পীড়া কৰিব পৰা নাই। এতিয়া শান্তিৰে মই শ্ৰদ্ধা কৰা মানুহজনৰ লগত বিয়াত বহিব পাৰিম। আজি কিছুদিনৰ পৰা সেই শ্ৰদ্ধা ধীৰে ধীৰে এক কোমল ভালপোৱাৰ দিশত ধাৱমান হৈছে বুলি মোৰ ভাবো হৈছে। মই নিৰাপত্তাও বিচাৰিছো বাহ্‌বা।

অঞ্জুৰ মুখত এক প্ৰশান্তিৰ ছায়া। এটা ৰাতিৰ ভিতৰত হোৱা এক অদ্ভুত পৰিবৰ্তন।

'বৌ খোজ' শোভাযাত্ৰাৰ লগত গৌতমৰ ঘৰমুখী হোৱাৰ সময়তো অঞ্জুৰ মুখত সেই একে প্ৰশান্তিৰ ছায়াই লুকা-ভাকু খেলিছে। অনিশ্চয়তাবোৰ অন্ত পৰাৰ পাচত নিৰাপত্তাৰ আশ্বাসে আনি দিয়া শান্তিৰ ছবি। ভিতৰৰ কোহঁালবোৰ যেন মুখ উলিয়াব নোৱাৰাকৈ ক'ৰবাত লুকাই পৰিছে।

এতিয়া শাক্যদৰে দেৱানৰো ঘৰমুখী যাত্ৰাৰ সময় সমাগত।

.........

ৰঙামাটি কাৰাগাৰৰ শাৰী শাৰী অন্ধকাৰ কুঠৰীৰ একেবাৰে শেষৰটোত প্ৰহ্লাদ বহি আছে। হাত আৰু ভৰিৰ পৰা ওলমি আছে লোহাৰ শিকলিৰ কিয়দাংশ। ইমান অনুচ্চ, ঠেক আৰু বন্ধ কোঠাটোত মাটিত লেপেটা খাই বহি থকা মানুহটোৰ হাত-ভৰিত ইমানবোৰ শিকলিৰ সমাহাৰৰ অৰ্থ শাক্যৰ বোধগম্য হোৱা নাই।

শাক্য আহি তাৰ ওচৰত থিয় হোৱাত সি যেন হঠাৎ উচপ খাই উঠিছে— বাহ্‌বা— এটা চেপা, অস্ফুট শব্দ কোনোমতে ডিঙিৰ পৰা ঘেৰ্‌ঘেৰাই ওলাই আহিছে।

দৰজা খুলি বাৰ্ডেনে শাক্যক প্ৰহ্লাদৰ ওচৰত থৈ নিজে অলপ আঁতৰত নিস্পৃহভাবে থিয় হৈ আছে। কৌখালি পোৱাৰ পাচত শাক্যই দেখিছিল ঘৰৰ কোনো চিন-চাবেই সেই ঠাইত নাই। কিছুমান পোৰা অঙঠা আৰু তাৰ পৰা কিছু দূৰৈত কেইটামান সৰু সৰু জুপুৰি ঘৰৰ সমষ্টিয়ে তেওঁৰ ইমানদিনৰ চিনাকি ঠাইখনৰ চেহেৰাটো চিনিব নোৱাৰাকৈ সলাই পেলাইছে। এটাও চাক্‌মা মানুহ তেওঁৰ চকুত পৰা নাই। সকলোবোৰ নতুন, অপৰিচিত মুখ। ভৈয়ামৰ পমুৱা। শুকুৰবাৰৰ জুমা নামাজৰ বাবে জাকে জাকে মানুহ বগা কুৰ্তা-পায়জামা পিন্ধি বিভিন্ন দিশত গৈ আছে। মানুহবোৰে শাক্যদেৱলৈ চাইছে, কৌতূহলেৰে। মানুহবোৰ, শাক্যৰ চিনাকি মানুহবোৰ ক'লৈ গ'ল? বছৰ বছৰ ধৰি একেলগে বাস কৰা কৌখালি গ্ৰামৰ পুৰণা অধিবাসীবোৰ? হঠাতে যেন সকলোবোৰ যাদুৰ দৰে অদৃশ্য হৈ পৰিল! তেনেতে শাক্যৰ মনত পৰিল খলিলুৰৰ কথা। প্ৰহ্লাদৰ বন্ধু খলিলুৰ। সদায় সিহঁতৰ লগত থাকি সহায়ৰ হাত আগবঢ়োৱা খলিলুৰ।

খৰখোজেৰে গৈ সেইখিনি ওলাওঁতে তেওঁৰ ভাগৰ লাগিছিল। সেই ভাগৰ পৰিবৰ্তিত হৈছিল এক অনামী উত্তেজনালৈ যেতিয়া তেওঁ দেখিছিল খলিলুৰৰ ঘৰৰ ঠাইত এখন বহল সমতলভূমি, সম্পূৰ্ণ শূন্য, চকুত পৰা ধৰণেৰে উকা য'ত কোনো বেলেগ ঘৰ বা নতুন মানুহেও নিজৰ উপস্থিতি সাব্যস্ত কৰিবলৈ বিচৰা নাই।

ঃ কাক বিচাৰিছে?

কাৰোবাৰ মাতত শাক্য উচপ খাই উঠিছে। পাচফালে ঘূৰি চাই দেখিছে এখন মুখ, ক'ৰবাত আগেয়ে দেখিছিল।

ঃ খলিলুৰহঁতৰ ঘৰ, এইখিনিতে ক'ৰবাত...

ঃ ইয়াতেই আছিল। এতিয়া নাই।

ল'ৰামতীয়া মানুহটোৰ মাতত হঠাৎ যেন ক'ৰবাৰ পৰা বহুতো কঠোৰতা আহি পৰিছে— ঘৰটো জ্বলাই দিয়া হৈছে।

ঃ কিয়?

ঃ সি সেই আহ্‌মেদিয়ামখাৰ লগ লাগিল। আগতে চাক্‌মাবোৰৰ লগত আছিল। সেইখিনিলৈকে ঠিকেই আছিল। কিন্তু পাচত বিধৰ্মী আহমেদিয়াবোৰৰ লগ লাগি ইয়াত আহমেদিয়া মছজিদ পাতিবলৈকে ওলাল। ঘৰটোৰ লগতে তাক পুৰি মাৰিলো। চাল্লা...

মানুহটোৰ মুখৰ পৰা খংবোৰ কিছুমান অশ্ৰাব্য গালিৰ ৰূপত ওলাবলৈ ধৰিছে।

ঃ আহ্‌মেদিয়ামখাই মোহাম্মদক আল্লাৰ শেষ প্ৰচাৰক বুলি নধৰি আহমেদক সেই সিদিনা ওপজা আহমেদকো, আল্লাৰ প্ৰচাৰক বুলি ক'বলৈ যায়। সাহস চোৱা সিহঁতৰ! আৰু এই খলিলুৰে আকৌ আমাক বুজাব খোজে যে কাৰোবাৰ তেনেদৰে ভবাৰো অধিকাৰ আছে। জুম্মাৰ নামাজৰ পাচত সেইবোৰ আবোল-তাবোল বকি থকাৰ কাৰণেই

খং উঠি আমিবোৰে তাক ঘৰটোৰ লগতে পুৰি মাৰিলো।

ঃ আৰু তাৰ ভনীয়েক, সেই চায়েৰা নে....

ঃ তাইক মই নিকাহ কৰিলো। তাৰ তিনিজনী ভনীয়েককে মই নিকাহ কৰাই পেলালো। বুঢ়া-বুঢ়ীহাল জুইত পুৰি মৰিল, পুতেকৰ লগতে...

মানুহটোৰ কি এক বন্য উল্লাস!

ঃ তোমাক ক'ৰবাত দেখিছিলো।

ঃ মই আজম, জেলিল গাঁওবুঢ়াৰ ডাঙৰ ল'ৰা মই। আপোনাকো মই ক'ৰবাত দেখিছিলো।

মানুহটোৱে মুখখন শাক্যৰ মুখৰ কাষ চপাই আনিছে আৰু হঠাৎ খুব দুৰ্গন্ধি বস্তু এটাৰ ওচৰ চপাৰ নিচিনাকৈ তড়িৎ গতিত নিজৰ মুখখন তাৰ পৰা আঁতৰাই আনিছে।

ঃ প্ৰহ্লাদৰ আব্বা!

ল'ৰামতীয়া মানুহটোৰ, জেলিল বুঢ়াৰ এই পুতেকটোৰ, চকুৱে-মুখে ইমানবোৰ ঘৃণাৰ সমাহাৰ।

ঃ খলিলুৰৰ মন'ঘৰৰ তলত আব্বাক মাৰি সিহঁতে পুতি থৈছিল— খলিলুৰ আৰু প্ৰহ্লাদে।

ঃ প্ৰহ্লাদ ক'ত?

ঃ ৰঙামাটিৰ কাৰাগাৰত। মৃত্যুদণ্ডেৰে দণ্ডিত। হত্যাৰ শাস্তিতো ভুগিবই লাগিব।

এতিয়া শাক্যৰ সন্মুখত প্ৰহ্লাদ। সি চকু তুলি চাবলৈ গৈ যেন ভাগৰি পৰিছে। হয়তো পোহৰৰ অস্তিত্ব সহ্য কৰিব পৰা অৱস্থা এটাত সি বৰ্তমান নাই। দিনৰ পাচত দিন অন্ধকাৰৰ লগত সহাৱস্থান কৰি এনে এক অৱস্থাত পতিত হোৱাটো অতি স্বাভাৱিক।

ঃ মই কৈ দিওঁ নেকি জেলিল বুঢ়াক কোনে মাৰিলে?

ঃ বাহ্‌বা, কি অদ্ভুত কথা ক'বলৈ ওলাইছা? চায়েৰা আৰু অঞ্জু! সিহঁতক বচাই ৰখাটো আমাৰ কৰ্তব্য। এতিয়া কেনে অৱস্থাত চায়েৰাই জীৱন কটাইছে জনাৰ কোনো উপায় নাই। তথাপি তাই জীয়াই আছে। আৰু অঞ্জু! তাইক সিখন দেশৰ পৰা ইহঁতে লৈ অনাব। ইহঁতে যিকোনো পৰ্যায়লৈ যাবলৈ প্ৰস্তুত। এনেয়ো বাহ্‌বা, মোৰ শেষ সময়লৈ আৰু বহু পল বাকী নাই। সম্পূৰ্ণ এটা বছৰত দিনৰ পাচত দিন ধৰি কৰা অত্যাচাৰৰ ফলত মই এতিয়া সম্পূৰ্ণৰূপে পংগু।

শাক্যই আগবাঢ়ি গৈ প্ৰহ্লাদক সাবটি ধৰিছে। এয়া তেওঁৰ বুকুৰ মাজত তেওঁৰ আদৰৰ প্ৰহ্লাদ পুয়া। তেওঁৰ বন্ধু মানৱেন্দ্ৰৰ পুতেক যাক এদিন মানৱেন্দ্ৰই নিজেই তেওঁৰ হাতত সঁপি দিছিল। প্ৰহ্লাদৰ চকুপানীৰ উষ্ণ উত্তাপ তেওঁ তেওঁৰ সৰ্বশৰীৰতে অনুভৱ কৰিছে আৰু লগে লগে এক শীতল, উকা অনুভূতিয়ে তেওঁক সম্পূৰ্ণৰূপে জোকাৰি পেলাইছে।

ঃ মোক এই ঘটনাত জড়িত কৰাত জন সংহতি সমিতিৰ জয়ধন চাক্‌মাইতো আছে বাহ্‌বা। সিহঁতৰ কামৰ বিৰুদ্ধে প্ৰতিবাদ জনোৱা শোণিত চাক্‌মাক গুলীয়াই মৰাৰ পাচত

চাক্‌মাসকলৰ মানৱ অধিকাৰৰ দাবীত আইনী যুদ্ধ চলাই থকাৰ বাবে সিহঁতৰ চকু মোৰ ওপৰত পৰিছিল। সিহঁতে ভয় খাইছিল বাহ্‌বা। দুৰ্বল মানুহ আৰু কাপুৰুষে সদায় ভয়েই কৰে। মোৰ বিৰুদ্ধে আদালতত জয়ধন চাক্‌মাই নিজেই সাক্ষী দিছিল।

শাক্যৰ সমস্ত শৰীৰ ঘামেৰে তিতি গৈছে। বতাহৰ চিন-চাব নোহোৱা এই অন্ধকাৰ, ক্ষুদ্ৰ কুঠৰীত এনে হোৱাটোত অস্বাভাৱিকতা হয়তো একো নাই।

ঃ অঞ্জু কেনে আছে বাহ্‌বা?

প্ৰহ্লাদৰ মাতত কোমলতাৰ পয়োভৰ। বন্দুক-বাৰুদ-বিশ্বাসঘাতকতাৰ পৃথিৱীৰ পৰা বহু দূৰৈৰ অন্য এক জগতৰ পৰা অহা কিছুমান কোমল শব্দ!

ঃ হয়তো ভালেই আছে।

শাক্য কিছুপৰ নীৰৱ হৈ আছে। হঠাৎ কি জানো হ'ল তেওঁৰ? অজানিতভাৱে বহুতো কথাই যে তেওঁ কৈ পেলালে। বহুতো কথা!— তাই তোক ভাল পাইছিল।

ঃ মই জানো। ময়ো তাইক ভাল পাইছিলো।

ঃ মোক নক'লি কেলেই?— আশ্চৰ্য, খং, ক্ষোভত শাক্যৰ অন্তৰ্ভাগ থৰ্‌থৰকৈ কঁপিছে।

ঃ এয়া পাপ আছিল বাহ্‌বা। তাই তোমাৰ পালক ঝী আৰু মই তোমাৰ পালক পুয়া। আমি গৰ্ভ-কুদুম। চাক্‌মা সমাজৰ নিয়মমতে এনে মিলনৰ কথা ভবাটোও পাপ। চাক্‌মা সমাজৰ পৰম্পৰাৰ বিৰুদ্ধে গৈ আমাৰ সমাজখনক দুখ দিয়াৰ কথা মই ভাবিব নোৱাৰিলো। আমাৰ সমাজৰ নিয়মবোৰক মই সন্মান কৰিবলৈ বিচাৰো। এজন মানুহৰ অনুভূতিতকৈ এখন সমাজৰ অনুভূতি বহু ডাঙৰ বাহ্‌বা।

ঃ আৰু চায়েৰা?

ঃ আমাৰ মাজত এটাও শব্দৰ বিনিময় হোৱা নাছিল। কিন্তু বহু কথাই আমি পাতিছিলো। যুঁজ দিয়াৰ কথা, সাহস নেহেৰুওৱাকৈ আগবাঢ়ি যোৱাৰ কথা....

ঃ আৰু ভালপোৱাৰ কথা— শাক্যই যোগ দিবলৈ চেষ্টা কৰিছে।

ঃ নাই। সেই ধাৰণা মই অঞ্জুৰ মনত সৃষ্টি কৰিবলৈ বিচৰা ধাৰণাহে আছিল। আচলতে চায়েৰা আৰু মোৰ শব্দহীন বাংময়তাত বন্ধুত্বৰ প্ৰাচুৰ্য আছিল, প্ৰেম নাছিল। বহুত সময় হৈছে। তৎক্ষণাত ওলাই আহিব লাগে।

অলপ আগেয়ে শাক্যক প্ৰহালদৰ কুঠৰীত এৰি থৈ অহা বন মানুহৰ চেহেৰাৰ ৱাৰ্ডেনজনৰ হাতৰ টোকৰ তেওঁৰ বাউসীত।

ঃ অলপ সময়। শাক্যৰ মাতত এক স্পষ্ট নিৰ্দেশৰ সুৰ। সিজন মানুহ যেন অলপ তভক মাৰি আঁতৰি গৈছে।

ঃ মই জয়ধনক সুদাই নেৰো। আৰু সুদাই নেৰো তোৰ এই অৱস্থা কৰা অন্যবোৰ মানুহক।

ঃ এনে ভাষা তোমাৰ মুখত বাহ্‌বা? — প্ৰহ্লাদৰ মাতৰ শেহনিৰ মাজত শব্দবোৰ

যেন ক'ৰবাত লুকাই পৰিছে।

ঃ এক শুভ শক্তিৰ অপেক্ষাত বাট চাওঁতে চাওঁতে সকলো হেৰুৱালো। এতিয়া এঘড়ী যুঁজ মই চলাম। দেহৰ বল পৰিলেও মনৰ বল অটুট আছে। চাক্‌মা জাতিক ভালপোৱা সকলোকে একলগ কৰি এখন শেষ সংগ্ৰাম চলোৱাৰ ইচ্ছা জাগিছে। এই সংগ্ৰামত হিংসাও থাকিব, অহিংসাও থাকিব। আমাৰ ইতিহাসত ৰণু খান আছিল, কালিন্দী ৰাণী আছিল। ভাৰতৰ ইতিহাসলৈ চালে দেখিবি গান্ধীজীৰ প্ৰাসংগিকতা থকাৰ নিচিনাকৈ ৰাণা প্ৰতাপ আৰু শিৱাজীৰো ভূমিকা আছে। নিভাঁজ দেশপ্ৰেম থকা মানুহৰ সন্ধানত মই নামিম আৰু মৰি মৰি জীয়াই থকাতকৈ জীয়াই জীয়াই মৰাৰ চেষ্টা চলাম।

এখন সংগ্ৰামৰ সপোন দুচকুত আঁকি এজন প্ৰৌঢ় এখুজি-দুখুজিকৈ সেই ঠাইৰ পৰা আঁতৰি আহিছে। এখন শীতল, তমসাচ্ছন্ন মজিয়াত বাগৰি পৰা এজন যুৱকৰ মৃতদেহৰ ছবি সেই দৃষ্টিয়ে নিজৰ লগতে হয়তো ভৱিষ্যতৰ বাবে কঢ়িয়াই নিবলৈ প্ৰস্তুতিও চলাইছে। ইমান বিশাল এখন পৃথিৱীৰ এটা অতি সৰু অংশত এটা ক্ষুদ্ৰ জাতিয়ে এখন যুঁজ চলোৱাৰ কাহিনী ইতিহাসে লিপিবদ্ধ নকৰিবও পাৰে।

সমাপ্ত •